# প্ৰাচীন লক্ষ্নৌ

আবদুল হলীম 'শৰৰ'

অনুবাদ

পৰেশ চন্দ্ৰ দেব শৰ্মা





নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নিউ দিল্লী

1977 (শক 1899)

Rs. 17·25

*Original title :* GUZESHTA LUCKNOW (*Urdu*)
*Assamese translation :* PRACHEEN LUCKNOW

ডাইৰেক্টৰ, নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, A-5 গ্ৰীণ পাৰ্ক, নিউ দিল্লী-110016 দ্বাৰা প্ৰকাশিত আৰু জেনাৰেল প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্চ (প্ৰাঃ) লিমিটেড, 119, লেনিন সৰণি, কলিকতা-700013 দ্বাৰা মুদ্ৰিত।

# ভূমিকা

## ব্যক্তিত্ব

আবদুল হলীম 'শৰৰে' 1860 খৃষ্টাব্দত জন্মগ্ৰহণ কৰিছিল, তেওঁৰ দেউতাক হেকীম তফজ্জুল হুছেইন আৰবী আৰু ফাৰ্চী ভাষাৰ বিদ্বান আৰু প্ৰখ্যাত চিকিৎসক আছিল। ন বছৰ বয়সতে ৱাজিদ আলী ছাহক গাদীচ্যুত হোৱাৰ পিছত ৰখা ঠাই কলিকতাৰ মাটিয়াবুৰ্জলৈ গৈছিল। ৰাজবংশৰ লগত সম্বন্ধ থকা বাবেই 'শৰৰ' পৰিয়ালো তাতেই থাকিবলৈ লৈছিল। আৰবী, ফাৰ্চী আৰু তৰ্কশাস্ত্ৰৰ উপৰিও অলপ অচৰপ ইংৰাজীও তেওঁ শিকিলে আৰু লক্ষ্ণৌৰ বিখ্যাত বাতৰি কাকত 'অৱধ আখবাৰ'ৰ সংবাদদাতা ৰূপে খবৰ পঠিয়াবলৈ ধৰিলে। 19 বছৰ বয়সত লক্ষ্ণৌলৈ তেওঁ উভতি আহিল আৰু ইয়াতেই 'অৱধ কে পঞ্চ' ( অৱধৰ পঞ্চায়ত ) নামৰ বাতৰি কাকতৰ প্ৰসিদ্ধ লেখক আহমদ আলী কসমন্তৰীয়ে তেওঁক গদ্য ৰচনাৰ প্ৰেৰণা যোগালে। 1880 খৃষ্টাব্দত মুন্সী নৱলকিশোৰে তেওঁক 'অৱধ আখবাৰ'ৰ সম্পাদক মণ্ডলত নিযুক্ত কৰিলে। কিছুদিনৰ পিছত তেওঁৰ বন্ধু আব্দুল বাছিতৰ নামেৰে সাপ্তাহিক 'মহশৰ' প্ৰকাশ কৰিলে। এই বাতৰি-খনৰ গদ্য শৈলী যথেষ্ট বিখ্যাত আৰু লোকপ্ৰিয় হৈছিল।

'অৱধ আখবাৰ'ৰ বিশেষ সংবাদদাতা হিচাপে কেইমাহমান হায়দৰাবাদত কটালে, কিন্তু শেষত চাকৰি ইস্তফা দি স্বতন্ত্ৰীয়া হ'ল। সেই সময়তে তেওঁ প্ৰথম উপন্যাস 'দিলচস্প' লিখিলে আৰু দুই খণ্ডত প্ৰকাশিত হ'ল। ইয়াৰ দুই বছৰ পিছত 'শৰৰে' পোন প্ৰথম বাৰৰ বাবে বঙ্কিমচন্দ্ৰ চেটাৰ্জীৰ উপন্যাস 'দুৰ্গেশনন্দিনী' অনুবাদ কৰি, উৰ্দু সাহিত্যৰ লগত চেটাৰ্জীক পৰিচয় কৰাই দিলে। 1887 খৃষ্টাব্দত তেওঁ 'দিল গুদাজ' নামৰ আলোচনী এখন নিজাকৈ প্ৰকাশ কৰিলে। সৰল প্ৰবাহপূৰ্ণ আৰু সুন্দৰ গদ্যত ৰচিত নানা প্ৰবন্ধেৰে ভৰপূৰ, ই তেনেই

নতুন ধৰণৰ এখন আলোচনী আছিল। এই আলোচনীখনতেই তেওঁ তেওঁৰ উপন্যাস সমূহ ধাৰাবাহিক ৰূপত প্ৰকাশ কৰিবলৈ ধৰিলে। তেওঁৰ বিখ্যাত ঐতিহাসিক উপন্যাস 'মলিকুল অজীজৰজিনা,' 'হসন-এঞ্জিলনা', 'মনসুৰ-মোহনা' আদি এই আলোচনীখনতেই প্ৰকাশিত হৈছিল।

1890 খ্ৰীষ্টাব্দত 'মুহজ্জব' নামৰ বাতৰি কাকত এখন উলিয়ালে। ইয়াত ইচলাম ধৰ্মৰ বিদ্বান সকলৰ জীৱনী প্ৰকাশিত হৈছিল। 1891 খৃষ্টাব্দত 'শৰৰ' দ্বিতীয়বাৰৰ বাবে হায়দৰাবাদলৈ গ'ল আৰু চাকৰিত সোমাল। এজনা নবাবপুত্ৰৰ গৃহশিক্ষক ৰূপে 1895 খৃষ্টাব্দত ইংলণ্ড পালেগৈ। তাত চৈধ্য-পোন্ধৰ মাহ থাকিল আৰু ফৰাচী অনুসন্ধান কৰ্তা মোস্যো কোৰবেঁৰ পৰা ফৰাচী ভাষা শিকিলে। উলটি আহিলত 1898 খৃষ্টাব্দত হায়দৰাবাদৰ পৰা পুনৰবাৰ 'দিল গুদাজ' প্ৰকাশ কৰিলে কিন্তু সোনকালেই ই বন্ধ হৈ গ'ল। 1900 খৃষ্টাব্দত লক্ষ্ণৌলৈ আহি তেওঁ সেইখন বাতৰিকেই তৃতীয়বাৰৰ বাবে উলিয়ালে।

'শৰৰ' সাংবাদিক, ঔপন্যাসিক আৰু গদ্য লেখক, সমাজ সংস্কাৰক আৰু সত্যনিষ্ঠ লেখক অছিল। তেওঁ সাধাৰণতে প্ৰচলিত পক্ষপাতপূৰ্ণ নীতি আৰু বিশ্বাস আদিৰ প্ৰতি কেৰেপ নকৰি ঐতিহাসিক সামগ্ৰী উপস্থাপন কৰিবলৈহে সততে প্ৰয়াস কৰিছিল। এই কাৰণেই সকীনা বিন্‌ত ইমাম্ হুছৈনৰ জীৱনী প্ৰকাশিত কৰাত তেওঁৰ বিৰুদ্ধে যথেষ্ট হৈ-চৈ হৈছিল। মুছলমান মহিলা সকলৰ পৰ্দা প্ৰথা নাইকিয়া কৰিবৰ বাবে তেওঁ ইস্মৎ নামৰ এখন আলোচনী উলিয়াই সমাজৰ যথেষ্ট উপকাৰ সাধিলে। ইয়াৰ বাবে তেওঁ যথেষ্ট বাধাৰ সম্মুখীন হ'বলগীয়া হৈছিল, কিন্তু নিৰ্ভীক ভাৱে তেওঁ সকলো সহ্য কৰি সংঘৰ্ষ চলায়েই গৈছিল। হিন্দু মুছলমানৰ একতাৰ উদ্দেশ্যেৰে 1904 চনত তেওঁ পখেকীয়া আলোচনী 'ইজ্জিহাদ' প্ৰকাশ কৰিবলৈ ধৰিলে। গদ্যলেখক, সাংবাদিক আৰু ঔপন্যাসিক হিচাপে 'শৰৰ'ৰ ব্যক্তিত্ব যুগান্তকাৰী। সাংবাদিক ৰূপে তেওঁ ইমান বিখ্যাত হৈ পৰিছিল যে 1912 চনত

খিলাফত আন্দোলনৰ বিখ্যাত নেতা মৌলানা মুহম্মদ আলীয়ে তেওঁৰ উর্দু দৈনিক কাকত 'হমদর্দ'ৰ সম্পাদক ৰূপে প্ৰথমে 'শৰৰ' কেইখনমান উপন্যাস ধাৰাবাহিকভাৱে প্ৰকাশ কৰিছিল। ... বাহনি কৰিলে। তেওঁৰ মৃত্যু 1926 চনত হ'ল। তেওঁৰ মুঠ গ্ৰন্থৰ সংখ্যা 102 বো বেছি। ইয়াৰ ভিতৰত বেছি ভাগেই সেই সময়ত অত্যন্ত লোকপ্ৰিয় আছিল আৰু প্ৰত্যেকখনৰ কেইবাটাও সংস্কৰণ প্ৰকাশিত হৈছিল।

'শৰৰ'ৰ উপন্যাসৰ উপৰিও তেওঁৰ সকলোতকৈ শ্ৰেষ্ঠ আৰু মহত্ব-পূৰ্ণ উপলব্ধি হ'ল 'মশ্ৰিকী তমদ্দুন কা আখিৰী নমুনা' বা 'গুজিস্তা লক্ষ্ণৌ'। ইয়াৰেই অনুবাদ পিছৰ পৃষ্ঠা সমূহত পোৱা যাব। বহুমূলীয়া আৰু মহত্বপূৰ্ণ সামগ্ৰীৰ বাহিৰেও (যিবোৰ কিতাপখনত সংকলিত কৰা হৈছে।) মূল কিতাপখন 'শৰৰ'ৰ সৰল আৰু আকৰ্ষক গদ্য শৈলীৰ উজ্জ্বল নিদৰ্শন। গদ্যৰ বাবে আৱশ্যকীয় নিশ্চয়তকতা প্ৰবাহ আৰু ব্যৱস্থিত প্ৰণালী এই গ্ৰন্থত দেখিবলৈ পোৱা যায়।

## 'শৰৰ'ৰ সময়ৰ লক্ষ্ণৌ

আব্দুল হলীম 'শৰৰে' যি সময়ত জন্ম গ্ৰহণ কৰিছিল সি আছিল ৰঙীন আৰু ৰঙিয়াল সময়ৰ অন্তিম মুহূৰ্ত। দেশখনত ইংৰাজৰ অধিকাৰ সাব্যস্ত হৈ পৰিছিল আৰু সিহঁতে নিজ ৰাজনৈতিক আধিপত্যক স্থায়িত্ব দিবৰ বাবে দেশৰ ভিতৰে বাহিৰে প্ৰচাৰ কৰিবলৈ ধৰিলে যে ইংৰাজ অহাৰ আগেয়ে ভাৰতবৰ্ষৰ মানুহ অসভ্য আৰু জঙ্গলী আছিল আৰু ইংৰাজসকলেহে তেওঁলোকক সভ্য আৰু সুসংস্কৃত কৰিবলৈ চেষ্টা কৰিছে। লৰ্ড মেকলেই ভাৰতবৰ্ষৰ আৰু প্ৰাচ্য সাহিত্য তথা কলা আদিৰ ভঁড়ালক পাশ্চাত্য জ্ঞান-বিজ্ঞানৰ কিতাপৰ এটা আলমাৰীত কৈ তুচ্ছ জ্ঞান কৰিছিল। লৰ্ড ডালহাউচীৰ সময়ত অৱধ দখল কৰিবলৈ যি চেলু বিচাৰিছিল তাৰ ভিতৰত নবাবৰ অৱধক কেৱল মাত্ৰ বিলাসিতাৰ কেন্দ্ৰ বুলি কোৱা কথাও আছিল। লক্ষ্ণৌৰ

সভ্যতাৰ খুব ভুল আৰু ভ্ৰমাত্মক চিত্ৰ এখনহে সিইতে দাঙি ধৰিছিল।

ভাৰতীয় সভ্যতাৰ বাবে গৰ্ব অনুভৱ কৰা লোকসকলৰে এজন আছিল 'শৰৰ' আৰু তেওঁ নিজ দেশবাসীক গৌৰৱৰ ভাৱেৰে উদ্বুদ্ধ কৰিব খুজিছিল যাতে তেওঁলোকৰ মনত আত্মবিশ্বাস জাগে আৰু আমাৰ অতীতক প্ৰকৃত ৰূপত চাব পাৰে। সেয়ে তেওঁ এপিনে লিখিলে ঐতিহাসিক উপন্যাস, যিবোৰত প্ৰাচীন ঘটনা সমূহৰ বৰ্ণনাৰে আত্ম-বিশ্বাসৰ ভাব জগাবলৈ চেষ্টা কৰিছিল আৰু আনফালে তেওঁ এই কিতাপখন লিখিছিল যিখন আপোনাৰ সমুখতে আছে। এইখনৰ নাম 'গুজিস্তা লক্ষ্ণৌ' বা 'মছাৰিকী তমদ্দুন কা আখিৰী নমুনা' ( প্ৰাচীন লক্ষ্ণৌ )। এই কিতাপখনত 'শৰৰে' লক্ষ্ণৌৰ সভ্যতা আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ বৰ্ণনা কৰিছে যাৰ বাবে তেওঁ ভাৰতবৰ্ষতেই কিয় সমস্ত প্ৰাচ্য জগতভেই গৌৰৱ আৰু প্ৰতিষ্ঠা লাভ কৰিলে।

## সংস্কৃতি

মানৱ সভ্যতাৰ বিশেষত্ব এয়ে যে ই কেতিয়াও দেশ আৰু কালৰ সীমাতেই আৱদ্ধ নাথাকে। প্ৰদীপে প্ৰদীপ জ্বলায় আৰু এই আধাৰতেই এঠাইৰ সভ্যতা যদিও ক্ষেত্ৰবিশেষৰ নামেৰে প্ৰসিদ্ধ হৈ পৰে, তথাপি সি অইন ক্ষেত্ৰৰ সভ্যতাৰ পৰাও বহুতো কিবাকিবি গ্ৰহণ কৰে আৰু এনেদৰে বিশ্ব সভ্যতাৰ ৰূপ পৰিগ্ৰহণ হয়। সেইদৰেই যুগবিশেষৰ সভ্যতা যদিও সেই যুগতেই সীমিত বুলি ধৰি লোৱা হয় তথাপি তাৰ সম্বন্ধ প্ৰাচীন কালৰ লগতো থাকে আৰু ই সাময়িক হলেও তাত শাশ্বত গুণো বিদ্যমান।

লক্ষ্ণৌত যি সভ্যতাই গঢ় ললে আৰু সৌভাগ্যৰ চৰম শিখৰলৈ উঠিল তাত এই দুই বিশেষত্বই আছিল। ইয়াৰ শিপা আমাৰ দেশত বহুত আগৰে পৰা শিপাই আছিল। যি সকলে লক্ষ্ণৌৰ সভ্যতাক

কেৱল 'তকল্লুফ' ( সৌজন্যমূলক শিষ্টাচাৰ ) আৰু 'আগতে আপুনি'ৰ দৰে পাতল আৰু সস্তীয়া কথাতেই সীমিত বুলি জানে তেওঁলোকে ইয়াৰ কোমলতা, পবিত্ৰতা, অনুশাসন আৰু সৌন্দৰ্য্যলৈ নিশ্চয় চকু দিয়া নাই। সভ্যতাক ব্যঙ্গ কৰাটো সহজ কিন্তু সভ্যতাৰ বিভিন্ন স্তৰ জনা আৰু তাৰ অন্তৰতমলৈ প্ৰৱেশ কৰাটো সহজ কাম নহয়। সভ্যতা কেৱল পৰম্পৰা, অভিবাদন, ৰীতি-নীতি আৰু শিষ্টাচাৰৰ নাম নহয়, বেশ-ভূষা, খোৱা-লোৱা বা আমোদ-প্ৰমোদৰ সামগ্ৰী আৰু মেলা-সবাহো-সভ্যতা নহয়; এইবোৰ সভ্যতাৰ বাহ্যিক লক্ষণহে আৰু এইবোৰৰ মাধ্যমতে কোনো যুগৰ সভ্যতাৰ আত্মা চিনিবলৈ চেষ্টা কৰা উচিত।

লক্ষ্ণৌলৈ যি সভ্যতা আহিল ই ভাৰতৰ কেবা শতিকাৰ চেষ্টাৰ ফল স্বৰূপ। ইয়াত আৰ্য্যসকলৰ সৌন্দৰ্য্যও আছিল আৰু স্থানীয় বিশেষতাও। আৰব, ইৰাণী আৰু তুৰ্কসকল অহাৰ লগে লগে তেওঁলোকৰ সংস্কৃতিও লগত আহিল। ইয়াৰ ভিতৰত ইৰাণী সভ্যতাৰ লয় বেছি শক্তিশালী আৰু এই বাবে দাক্ষিণাত্য আৰু দিল্লীৰ ভাৰতীয় সভ্যতাই এইবোৰৰ পৰা বহুতো কিবাকিবি গ্ৰহণ কৰিলে আৰু বহুত দিলেও। এতিয়া এই যুগত ভাৰতীয় সভ্যতাৰ স্বৰৰ লগত আৰবী লয়ো আহি মিলিছে। এইবাবেই সভ্যতা বা সংস্কৃতিৰ যি কোনো দিশত, ললিত কলাৰেই যি কোনো শাখাত এই সাংস্কৃতিক মিশ্ৰণ খুব সুন্দৰ ৰূপত দেখিবলৈ পোৱা যায়। ইয়াৰ সকলোতকৈ সুন্দৰ প্ৰদৰ্শন তাজমহলৰ স্থাপত্যত পোৱা যায়। ই আৰব আৰু হিন্দুস্তানৰ কলা-কৌশলৰ এক অনুপম উদাহৰণ।

এই সভ্যতা লক্ষ্ণৌ পোৱাৰ সময়লৈ ইংৰাজসকলে হিন্দুস্তানত নিজৰ আসন গজগজীয়া কৰিব ধৰিছিল আৰু মিশ্ৰিত সভ্যতাৰ এই সুখৰ যুগ সমাপ্ত হ'বলগীয়া হৈছিল। ৰাজনৈতিক দুৰৱস্থা বিয়পি পৰিছিল। আৰ্থিক সংকটে ছানি ধৰিছিল। এনে পৰিস্থিতিতে এই সম্মিলিত সভ্যতাৰ কোমল পুলিটি দিল্লীৰ পৰা লক্ষ্ণৌ পালেহি। অৱশ্যে অস্থায়ী শান্তি বিৰাজমান আছিল। ই ঐশ্বৰ্য্যশালীও আছিল।

প্ৰত্যেক সভ্যতাৰ দৰে এই সভ্যতাই যৌৱনত ভৰি দিছিল। সেয়ে হিন্দুস্তান আৰু ইৰাণৰ সৌন্দৰ্য্য মিহলি এই সভ্যতাই লক্ষ্ণৌত এক নব জীৱন আৰু ন সৌন্দৰ্য্য লাভ কৰিলে। সেয়েহে এই সভ্যতাৰ যি কোনো দিশৰ পিনে দৃষ্টিপাত কৰিলে পুৰণি নিয়ম-কাৰণ, আৰু দিল্লীৰ ৰং ঢং, বিশেষকৈ মুহম্মদ ছাহৰ শাসন কালৰ উল্লেখ নিশ্চয় পাব। উদাহৰণ হিচাপে পোছাক সম্বন্ধে এই কিতাপত নীমা (এক প্ৰকাৰৰ পায়জামা) আৰু আচকনৰ বৰ্ণনা আছে আৰু আমোদ-প্ৰমোদ সন্দৰ্ভত 'ইন্দৰ সভা'ৰ উল্লেখলৈ মন কৰক।

এই সভ্যতাৰ কোনো বিশেষ সভ্যতাৰ লগত সম্বন্ধ নাছিল। আনকি এই ক্ষেত্ৰত এনে চেষ্টাও কৰা হৈছিল যে ইয়াৰ ওপৰত গোড়ামি আৰু ধাৰ্মিক সংকীৰ্ণতাৰ ছাঁ যাতে নপৰে। সেয়ে অভিবাদনত এই কথা স্পষ্ট হৈ পৰিছে। অৰ্থাৎ 'চালাম আলক' বা 'চেলাম আলকুম'ক লক্ষ্ণৌত সভ্যতাই 'আদৰেৰে' তচলীম, আৰু 'কোৰ্নিশ'ৰ লেখীয়া ধৰ্মবিৰোধী অভিবাদনলৈ ৰূপান্তৰিত কৰিলে। সেয়েই নহয়, আনকি ধাৰ্মিক ৰীতি-নীতি আৰু সংস্কাৰকো অধাৰ্মিক আৰু সামান্য কৰিবলৈ চেষ্টা চলিছিল। উদাহৰণ হিচাপে মহৰম মুছলমানৰ আৰু বসন্ত উৎসৱ হিন্দুসকলৰ উৎসৱ আছিল। কিন্তু মহৰম আৰু বসন্তোৎসৱ এনে ধৰণে পালন কৰিবলৈ ধৰিলে যে সিবোৰ সৰ্বসাধাৰণৰ সামাজিক উৎসৱ যেন হৈ পৰিল। কোমলতা আৰু পৰম্পৰা ৰক্ষা কৰা সভ্যতাৰ গুণ বুলি ধৰা হয় আৰু এই দুয়ো দৃষ্টিতে লক্ষ্ণৌৰ সভ্যতা যাৰ বিস্তৃত আৰু সুন্দৰ চিত্ৰ 'শৰৰে' অঙ্কন কৰিছে, স্মৰণীয় আছিল। আজিও ইয়াৰ পৰা বহুত কথা শিকিব পাৰি।

এই সভ্যতা কেনে আছিল আৰু ক'ৰ পৰা আহিছিল? এই বিষয়ে চৰ্চা কৰাৰ আগেয়ে এই কথা মনত ৰখা প্ৰয়োজন যে মানুহৰ দৰে সভ্যতাইও জন্ম গ্ৰহণ কৰে, ডাঙৰ হয় আৰু মৰে। যি কোনো সভ্যতাই লাগিলে সি যিমানেই শক্তিশালী নহওক কিয়, সদায় সকলো যুগৰ প্ৰয়োজন পূৰণ কৰিব নোৱাৰে। সেয়ে পৰিৱৰ্তিত পৰিস্থিতিত কোনো

সভ্যতাকে এই দৃষ্টিকোণেৰে চাব নোৱাৰি বা বুজিব নোৱাৰি যে ই আজিৰ যুগৰ বাবে উপযুক্ত আৰু কাৰ্য্যকৰী হ'ব নে নহয়? সকলো সভ্যতা নিজ নিজ যুগ বিশেষত প্ৰসাৰ লাভ কৰে আৰু এই বাবেই যুগবিশেষৰ সভ্যতাৰ আপোন সীমা আছে আৰু বয়সো থাকে। তেনেদৰেই তাৰ বিচাৰ কৰা উচিত।

লক্ষ্ণৌৰ সভ্যতাকো এই পৃষ্ঠভূমিতেই বিচাৰ কৰা উচিত। আৰম্ভণিৰ পৃষ্ঠাৰপৰা শেষলৈকে এই সভ্যতাৰ এটি বিশেষত্ব বাৰে বাৰে দেখিবলৈ পাব। সি হ'ল ইয়াত দেশী আৰু বিদেশী তত্ত্বৰ সঙ্গম হৈছে। সভ্যতা কেতিয়াও বিশুদ্ধ নহয়। সদায়েই সকলো পৰম্পৰ নিৰ্ভৰশীল। লক্ষ্ণৌৰ সভ্যতাই আপোন চাকি এনে ভাৱে জ্বলালে যে বিভিন্ন পোহৰ তাৰ জ্যোতিত এক হৈ পৰিল। ইয়াৰ বেশ, ইয়াৰ খোৱা-লোৱা, পানীয়, ৰীতি-নীতি, চলন-ফুৰণ, আদি সভ্যতাৰ কোন এনে দিশ আছে য'ত দেশী আৰু বিদেশী তত্ত্ব মিলি এটি অদ্ভুত আকৰ্ষণ সৃষ্টি কৰা নাই। ধৰ্ম সম্বন্ধে কোৱা হয় যে ইয়ে মানুহৰ মাজত বিভেদ সৃষ্টি কৰে, কিন্তু ইয়াত এই সভ্যতা আৰু প্ৰতীক, যি কোনো ধৰ্মৰ লগত সম্বন্ধ আছিল—সম্পূৰ্ণ সভ্যতাৰ অঙ্গ হৈ পৰে আৰু ফলত সিবোৰ ধৰ্মৰ বন্ধনৰ পৰা মুক্ত হয়। উদাহৰণ ৰূপে শোক গীত গোৱা আৰু তাজিয়া সজোৱাৰ ক্ষেত্ৰত সম্পূৰ্ণ লক্ষ্ণৌ চহৰেই যেন একে ৰঙত ৰঙীন হৈ উঠে। এই দৰেই বসন্তৰেই উৎসৱ পালন কৰাৰ কথাই হওক বা হিন্দু পৌৰাণিক কথাৰ ৰজা ইন্দ্ৰৰেই উল্লেখ হওক—লক্ষ্ণৌবাসী সকলোৱে ধৰ্ম আৰু সম্প্ৰদায় নিৰ্বিশেষে ইয়াক পালন কৰে। 'ইন্দৰ সভা' উৰ্দু ভাষাৰ প্ৰাৰম্ভিক নাটকৰ ভিতৰত গণ্য কৰা হয় আৰু ইয়াৰ ভিন ভিন ৰূপ আছে। কিন্তু প্ৰত্যেক ইন্দ্ৰসভাত 'ইন্দ্ৰৰ' যি চিত্ৰ বা চানেকি প্ৰস্তুত কৰা হয় সি আমাৰ মিলা-জুলা ভাৰতীয় সভ্যতাৰ প্ৰতিনিধিত্ব কৰে। তেওঁৰ নাম ইন্দ্ৰ আৰু সিংহাসনো পুৰণি ধৰণৰ। কিন্তু পোছাক অৱধৰ নবাবৰ দৰেই; তেওঁৰ দৰবাৰৰ অপেস্বৰী সকলে ব্ৰজৰ ঠুম্ৰী গায় আৰু সুন্দৰ, প্ৰবাহময়ী উৰ্দুত কথা-বতৰা পাতে যেন সিহঁত আমাৰ মিলা-জুলা সভ্যতাৰ প্ৰকৃত ৰূপ হে।

এই মিলন এই বাবেই আৰু বেছি সুখকৰ হৈছিল যে মিলিত সভ্যতা দুটিৰ মূলভেটি তেনেই নিকটবৰ্ত্তী আছিল। ইৰাণী সভ্যতাও আৰ্য্য সভ্যতাই আছিল। আৰু সেয়ে ইৰাণী সভ্যতাৰ প্ৰভাৱ যেতিয়া ভাৰতৰ ওপৰত পৰিল আৰু আৰ্য্য সভ্যতাৰ লগত ইয়াৰ মিলন হ'ল— সেই মিলন দুজন অপৰিচিতৰ মাজৰ মিলন নাছিল—সি আছিল বহুদিন আঁতৰি থকা দুজন সম্বন্ধীয়াৰ মিলনহে। একে বংশৰ দুজন সম্বন্ধীয়, যিয়ে আপোন ঐতিহাসিক যাত্ৰাত মূল্যবান বস্তু গোটাই লৈছিল, এতিয়া দুয়ো যেতিয়া লগ হ'ল এক হৈ পৰিল—ভাৰতৰ প্ৰাচীন সভ্যতাৰ লগত মধ্য এছিয়াৰ সভ্যতাৰ সুন্দৰ তত্ত্বৰ সমাৱেশ ঘটিল।

প্ৰোঃস্পিয়াৰে 'Twilight of the Mughals'ত লিখিছে যে অন্তিম মোগল সম্ৰাটজন ইউৰোপৰ সৰু সৰু ৰাজ্যত বৈধ শাসক হ'বৰ বাবে উপযুক্ত ব্যক্তি আছিল। তেওঁ লিখিছিল :—

Akbar Shah II would have been a very worthy country gentleman relying chivalrously on ladies' advice. Bahadur Shah II would have been an excellent constitutional king. Delhi, then was Indian Weimer with Ghalib as its Goethe, Zafor would have been a dignified ruler of a minor German State with his love of poetry and philosophy, with his excursions to Jamuna,······his monsoon visits to Mehrauli, his patronage of Salona and Pankha festival and fondness for doves and love of mysticism.

এই কথা অৱধৰ বিষয়ে আৰু বেছি বিশ্বাস সহকাৰে কব পাৰি। বুৰঞ্জীয়ে অৱধত স্বায়ত্ত শাসনৰ বোজা প্ৰৱৰ্তন কৰিলে আৰু উনৈছ শতিকাৰ পৰিস্থিতিত নিজৰ দুৰ্বল আৰ্থিক অৱস্থা আৰু মামৰে খোৱা তৰোৱালেৰে ইষ্ট ইণ্ডিয়া কোম্পানীৰ সমুখা সমুখি হোৱাটো সম্ভৱপৰ নাছিল। কিন্তু ৰাজনৈতিক দুৰ্বলতা যদি এৰি পেলোৱা যায়, তেনে অৱধত যি সাংস্কৃতিক উপলব্ধি হৈছিল তাৰ বাবে যি কোনো ৰাষ্ট্ৰীয়

সভ্যতাই গৰ্ব কৰিব পাৰে। এই সভ্যতাৰ আত্মা আছিল কোমলতা আৰু শিষ্টতা। ইয়াত প্ৰতি মুহূৰ্তে আইনৰ মনোভাবৰ প্ৰতি দৃষ্টি ৰাখিছিল আৰু চলন-ফুৰণৰ ক্ষেত্ৰত তেনে ৰূপহে গ্ৰহণ কৰা হয় যিয়ে জীৱনৰ আনন্দ আৰু শিষ্টতাক প্ৰোৎসাহিত কৰে। এই সভ্যতাত গভীৰতা আৰু শক্তি দেখিবলৈ পোৱা নাযায় আৰু হয়তো আজি বহুতেই ইয়াক ফোপোলা বুলিও আখ্যা দিব পাৰে, কিন্তু এই সভ্যতাই নিজৰ পৰিসীমাতে থাকি কি ধৰণৰ পাত-ফুল ফুটাই তুলিলে তাক জনা বা চিনা আমাৰ বাবে ন পৃথিৱী আৱিষ্কাৰ কৰাতকৈ কম কৌতূহলৰ কথা নহয়—এনে এখন ন পৃথিৱী যি প্ৰাচীন সভ্যতাৰ পাতত লুকাই আছে আৰু যাৰ লগত পৰিচিত হলে জীৱন বেছি সুখৰ আৰু অৰ্থপূৰ্ণ হৈ পৰিব।

'শৰৰে' কিতাপখনক তিনি ভাগত বিভক্ত কৰিছে :—প্ৰথম ভাগত অৱধ আৰু লক্ষ্ণৌৰ সংক্ষিপ্ত বুৰঞ্জী দিছে। তাৰ পাছত অৱধৰ নবাবৰ সংক্ষিপ্ত পৰিচয় দিছে। বুৰহান উল মুলকৰ পৰা আৰম্ভ কৰি সেই বংশৰ শেষ বাদছাহ ৱাজিদ আলী ছাহলৈ সকলোৰে কথা সংক্ষেপে দিয়া আছে। অৱশ্যে এইটো জনা কথা যে ৱাজিদ আলী ছাহৰ জীৱনৰ বিষয়ে বেছি বিতং বিবৰণ আছে আৰু এইখিনি কথা তেওঁ খুব বেদনাপূৰ্ণ ভাষাৰে লিখিছে: ইংৰাজ আৰু সিহঁতৰ এজেন্টৰ ষড়যন্ত্ৰ, ৱাজিদ আলী ছাহৰ বিবশতা, আৰু শেষত এক ৰূপ বিলাসিতাৰ চিকাৰ হোৱা আৰু নিজ মোচাহিব সকলৰ কথা মতে নিৰ্ণয় আদি কৰা কথা খুব ভাল ধৰণে চিত্ৰিত কৰিছে। তৃতীয় ভাগত কিতাপখনৰ বাস্তৱিক উদ্দেশ্য বৰ্ণোৱা হৈছে। লক্ষ্ণৌৰ সভ্যতাৰ বিভিন্ন দিশৰ লগত সম্বন্ধিত কথাক শৰৰে বিভিন্ন শীৰ্ষকৰ মাধ্যমেৰে মানৱ জীৱনৰ সকলো মহত্বপূৰ্ণ অঙ্গক সামৰিবলৈ চেষ্টা কৰিছে। পোছাক, খোৱা-লোৱা, শালীনতা, থকা-মেলা, ৰীতি-নীতি ধাৰ্মিক বিশ্বাস আৰু মান্যতা, মেলা-সবাহ, মনোৰঞ্জন আৰু খেল-ধেমালি, অস্ত্ৰ-শস্ত্ৰ, জ্ঞান-বিজ্ঞান, সাহিত্য, শিষ্টাচাৰ আৰু এনে ধৰণৰ বিভিন্ন সাংস্কৃতিক পক্ষ সম্পৰ্কে বহুমূলীয়া তথ্য-পাতি প্ৰস্তুত কৰিছে।

সিবোৰৰ পৰা জীৱন যাপনৰ প্ৰণালী শিকিব পাৰোঁ, কিয়নো সেই সুন্দৰতা আৰু কোমলতা যি কোনো সংস্কৃতিৰেই গৌৰৱৰ বিষয় হ'ব পাৰে।

'শৰৰ'ৰ আৰু দুটা ৰূপ আছে। এটা হ'ল ৱাজিদ আলী ছাহক ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বন্দী কৰি লক্ষ্ণৌৰ পৰা মাটিয়াবুৰুজলৈ পঠিওৱাত তেওঁৰ মোকৰ্দমা মহাৰাণী ভিক্টোৰিয়া আৰু বৃটিছ সাম্ৰাজ্যৰ আদালতত দাখিল কৰিবলৈ আব্দুল হলীম 'শৰৰ'ৰ ককাক লণ্ডনলৈ গৈছিল। ইয়াৰ দ্বাৰাই তেওঁৰ পৰিয়াল নবাব পৰিয়ালৰ কিমান ওচৰ সম্পৰ্কীয় আছিল তাক অনুমান কৰিব পাৰি। অৱধৰ অন্তিম দিনৰ কথা যি বেদনাপূৰ্ণ প্ৰভাৱশালী ৰূপত বৰ্ণনা কৰিছে সি অপূৰ্ব। কিতাপখনৰ এই অধ্যায়টো কেৱল মাত্ৰ ঐতিহাসিক বৰ্ণনা নহয়, এক মহান বিয়োগান্ত নাটৰ অংশ বিশেষহে। তেওঁৰ বিখ্যাত পত্ৰিকা 'দিল গুদাজে' বহু দিনলৈ উৰ্দু সাহিত্যৰ সেৱা কৰিছিল আৰু এই সেৱা অসাধাৰণ মহত্বপূৰ্ণ আছিল। এই গোটেইখন কিতাপ এই আলোচনীখনতে খণ্ড খণ্ড কৈ প্ৰকাশিত হৈছিল। ঐতিহাসিক ঔপন্যাসিক হিচাপে ইতিহাসৰ প্ৰতি তেওঁৰ আকৰ্ষণ আছিলেই। সেয়ে এইখন কিতাপত বুৰঞ্জীবিদৰ ব্যাপক দৃষ্টি সংবাদসেৱীৰ শৈলীৰ চিনাকি, সংস্কৃতিৰ সকলো পক্ষৰ গভীৰ জ্ঞানথকা এক ভদ্ৰ ব্যক্তিৰ কোমলতা আৰু নিৰ্মলতা স্পষ্ট হৈ পৰিছে।

আজিলৈ ভাৰতীয় সংস্কৃতিৰ কোনো অংশৰ ইমান ব্যাপক চিত্ৰ প্ৰস্তুত নকৰাটোও কিতাপখনৰ এটা খুব মহত্বপূৰ্ণ দিশ। এই কথা অৱশ্যে সঁচা যে সভ্যতা আৰু সংস্কৃতি, খোৱা-লোৱা, বেশ-ভূষা, শিষ্টাচাৰ, মনোৰঞ্জনৰ সা-সজুঁলি, বিয়া-বাৰুৰ ৰীতি-নীতি আদিৰ নাম নহয়, কিন্তু এইবোৰৰ যদি উল্লেখ কৰা নহয়, তেনে সভ্যতা আৰু সংস্কৃতিৰ চিত্ৰখন অসম্পূৰ্ণ হৈ ৰ'ব। আধুনিক যুগত মানুহে জীৱনৰ ধামখুমীয়াত পৰি জীৱনৰ আনন্দ হেৰুৱাই পেলাইছে আৰু ব্যস্ততা তথা জীৱনৰ তীব্ৰ গতিয়ে ভালদৰে জীয়াই থকাৰ বাহিৰে আন সকলোকে যথেষ্ট সময় দিছে। সেই ক্ষেত্ৰত এই কিতাপখনৰ মহত্ব

আৰু বাঢ়ে। বহুদিন হ'ল লিন য়ু টাঙৰ বিখ্যাত কিতাপ Importance of living প্ৰকাশিত হৈছিল। তাত জীৱনানন্দৰ এই দিশৰ প্ৰতিয়েই দৃষ্টিপাত কৰিছিল। 'শৰৰ'ৰ কিতাপখন এইখনতকৈও কিছু আগবঢ়া আৰু ইয়ে সভ্যতাৰ এনে এখন ছবি দাঙি ধৰিছে যাৰ হিন্দুস্তানৰ এখন ৰাজ্যই জন্ম দিছে। সেই পিনৰপৰা ই এক মহান সভ্যতাৰ মহান ইতিহাসেই নহয়, আমাৰ ৰাষ্ট্ৰীয় পৰম্পৰাৰো এটি মহত্বপূৰ্ণ অংশ বিশেষ।

আব্দুল হলীম 'শৰৰ' তেওঁৰ লোকপ্ৰিয় বুৰঞ্জীমূলক উপন্যাস কেইখনৰ বাবে স্মৰণীয় হৈ ৰ'ব। এইবোৰৰ ভিতৰত 'ফিৰদৌসে বৰী', 'মন্সুৰ মোহনা', 'মলিক-উল্ অজীজ ৱৰ্জিনা, ফুলৰা-ছেলাৰিদা' আদিয়ে তেওঁৰ জীৱদ্দশাতেই লোকপ্ৰিয় আৰু বিখ্যাত হৈ পৰিছিল। 'শৰৰ'ক যুগপ্ৰৱৰ্তক আলোচনী 'দিলগুদাজ'ৰ সম্পাদক ৰূপেও স্মৰণ কৰা যাব। এই আলোচনীখনে উৰ্দু সাংবাদিকতাক এক নতুন দৃষ্টি আৰু উৰ্দু সাহিত্যক এক নতুন দিশা দেখুৱাইছিল। তেওঁ তেওঁৰ সুন্দৰ লেখনি সমূহৰ বাবেও স্মৰণীয় হৈ ৰ'ব যিবোৰে উৰ্দু সাহিত্যৰ ভঁড়াল চহকী কৰিলে। তেওঁ তেওঁৰ নিৱন্ধবোৰৰ বাবেও যুগমীয়া হৈ ৰ'ব। 'গুজিস্তা লখনউ'ৰেই তেওঁক অমৰ কৰি ৰাখিবলৈ যথেষ্ট। ই এখন এনে গ্ৰন্থ যি ইতিহাসৰ গৰম আৰু উথলি উঠা তেজৰ দৰে বৰ্তমান আৰু ভৱিষ্যলৈ জীৱন আৰু আনন্দৰ বতৰা বহন কৰি আনে আৰু লগতে সংস্কৃতিক অতীতৰ নবীন ৰূপ তথা ভৱিষ্যৰ ন-দৃষ্টি প্ৰদান কৰে। এই পিনৰপৰা এইখন কিতাপৰ ওপৰত অকল উৰ্দুভাষীৰ নহয় সমগ্ৰ ভাৰতবাসীৰেই পূৰ্ণ অধিকাৰ আছে। প্ৰত্যেক ভাৰতবাসীয়ে ইয়াত নিজৰ সুন্দৰ অতীতৰ চিত্ৰ দেখিবলৈ পাব আৰু ইয়াৰ বিভিন্ন খণ্ডত জীৱনৰ সুখ আৰু আনন্দৰ জিলিঙনি পাব পাৰিব।

সেয়ে 'শৰৰ'ৰ এই কিতাপখন ছপা শব্দৰ সংগ্ৰহ মাত্ৰ নহয়, ই এক জীৱন্ত অনুভৱ, যিয়ে মানৱক দিয়ে নতুন দৃষ্টি আৰু বেছি সুন্দৰ আৰু ভাল কৰি গঢ়ি তোলে।

( উৰ্দু বিভাগ, দিল্লী বিশ্ববিদ্যালয়, দিল্লী ) —মুহম্মদ হসন

হিন্দুস্থানৰ প্ৰাচ্য সভ্যতা আৰু সংস্কৃতিৰ অন্তিম নমুনা যে অৱধৰ প্ৰাচীন দৰবাৰেই আছিল এই কথা স্বীকাৰ কৰাত কাৰো একো আপত্তি থাকিব নালাগে। অতীতকালৰ স্মৃতিৰূপে আৰু কেইবাটাও ৰাজপৰিয়াল আছিল কিন্তু যি দৰবাৰৰ লগত পুৰণি সভ্যতা আৰু সংস্কৃতি নাইকিয়া হৈ গ'ল সি এই দৰবাৰেই আছিল, যি বহুত পলমকৈ প্ৰতিষ্ঠিত হৈ নানা অদ্ভুত অদ্ভুত পৰিৱৰ্তন দেখুৱাই খুব সোনকালেই শেষ হৈ গ'ল। সেয়ে আমি এই দৰবাৰৰ বিষয়ে সংক্ষেপে বৰ্ণনা কৰিবলৈ আৰু ইয়াৰ বিশেষত্ব আদি দেখুৱাবলৈ ইচ্ছা কৰিছোঁ।

এই কথা মানি লোৱাতো কাৰো একো আপত্তি হ'ব নালাগে যে যি প্ৰদেশত এই দৰবাৰ প্ৰতিষ্ঠিত হৈছিল তাৰ মহত্ব হিন্দুস্থানৰ আন সকলো প্ৰদেশতকৈ বেছি।

পুৰণি চন্দ্ৰবংশী পৰিয়াল বিশেষকৈ ৰজা ৰামচন্দ্ৰৰ মহান আৰু অতুলনীয় কাৰ্য ইমান বেছি যে বুৰঞ্জীয়ে তেওঁক সামৰিবলৈ অপাৰগ হ'ল আৰু এই কাৰণতেই তেওঁ বুৰঞ্জীৰ সীমা অতিক্ৰম কৰি গৈ ধাৰ্মিক পৰিত্ৰাতাৰ ৰূপ পৰিগ্ৰহণ কৰিলে। আজি হিন্দুস্থানত এনে দুৰ্ভগীয়া গাঁও কাচিত্ হে ওলাব য'ত ৰামলীলাৰ ধাৰ্মিক নাটকৰ মাধ্যমত তেওঁৰ স্মৃতি সেউজীয়া নকৰাকৈ থাকে। কিন্তু অৱধৰ এই সকলোতকৈ পুৰণি দৰবাৰৰ বৰ্ণনা আৰু অযোধ্যাৰ সেই যুগৰ বৈভৱৰ বিষয়ে বাল্মীকিয়ে এনে কলাকৌশলপূৰ্ণ পদ্ধতিৰে বৰ্ণনা কৰিছে যে সি সকলো আস্থাশীল ব্যক্তিৰ অন্তৰতে অঙ্কিত হৈ ৰ'ল। সেয়ে আমি ইয়াত তাৰ পুনৰাবৃত্তি কৰিব খোজা নাই। যি সকলে অযোধ্যাৰ সেই বৈভৱশালী যুগৰ চিত্ৰ বাল্মীকিৰ কলাকৃতিত দেখিছে তেওঁলোকে সেই একে স্থানতে আজি 'দিল গুদাজ'[1] ত ফৈজাবাদৰ ছবিখন চাওক। আমি ঘটনাক্ৰমে তেতিয়াৰপৰাই আৰম্ভ কৰোঁ যেতিয়া সেই অন্তিম

[1] দিল গুদাজ—লেখকৰ দ্বাৰা সম্পাদিত পত্ৰিকা য'ত এই কিতাপখন খণ্ড খণ্ড কৈ প্ৰকাশ পাইছিল।

দৰবাৰৰ ভেটি স্থাপন হ'ল আৰু যাৰ নষ্ট হোৱাৰ আজি পঞ্চাছ বছৰৰ বেছি হোৱা নাই।

নবাব বুৰহান-উল-মুল্ক অমীন উদ্দীন খাঁ পৈশাপুৰ দিল্লীৰ ৰাজ-পৰিবাৰৰ তৰফৰ পৰা অৱধৰ চুবেদাৰ নিযুক্ত হৈ যেতিয়া আহিল তেওঁ লক্ষ্ণৌৰ শেখ যুৱৰাজসকলক পৰাস্ত কৰি অৱধৰ প্ৰাচীন ৰাজধানী অৰ্থাৎ পৱিত্ৰ নগৰী অযোধ্যা পালেহি আৰু লোকালয়ৰ পৰা দূৰৈত অৰ্থাৎ ঘৰ্ঘৰা নদীৰ পাৰত এটি ওখ টিলাত বাহৰ পাতিলে। যিহেতু তেওঁ ৰাজ প্ৰবন্ধ কাৰ্যতেই ব্যস্ত আছিল আৰু ভব্য অট্টালিকা সাজিবলৈ সময় নাছিল, আৰু সহজ সৰল পোনপটীয়া স্বভাৱৰ বাবে এনে ধৰণৰ মিছা দণ্ড দেখুওৱাৰ চখো নাছিল, সেয়ে বহুদিনলৈ তেওঁ তম্বুৰ তলতেই থাকিল। কিছুদিনৰ পাছত যেতিয়া বাৰিষা কালত নানা অসুবিধাই দেখা দিলে তাৰ অলপ দূৰৈত সুবিধাজনক ঠাইত এখন ছালি সাজিলে[1]। ইয়াৰ পাছত সেই ছালিৰ চাৰিওপিনে বহুত ডাঙৰ দীঘল বৰ্গাকাৰে কেঁচা দেৱালেৰে বেৰ দিলে, তাৰ চাৰিও কোণত দুৰ্গৰ লেখীয়াকৈ চাৰিটা বুৰুজ সজালে যাতে ওচৰপাজৰৰ এলাকাবোৰত চকু ৰাখিব পৰা যায়। এই এলাকা ইমান বিশাল আছিল যে তাৰ ভিতৰত অসংখ্য অশ্বাৰোহী, সৈন্য, তোপখানা, অস্তাবল আৰু আন আৱশ্যকীয় কাৰখানা আদিও সহজতে থাকিব পাৰে। বুৰহান-উল-মুল্কৰ ভব্য অট্টালিকাৰ প্ৰতি বিশেষ মোহ নথকা হেতুকে মহিলা আৰু বেগম সকল থাকিবলৈ কেঁচা ঘৰ হে সজোৱা হৈছিল। জিলাবোৰত ঘূৰি ফুৰাৰ শেষত যেতিয়া চৰকাৰী কাম-কাজৰপৰা আহৰি পায় তেতিয়া এই কেঁচা বঙলাবোৰতেই খুব লাহ-বিলাহত সময় কটাইছিল আৰু তেওঁৰ কোনো কথাতেই একো

[1] ফৈজাবাদৰ সকলো অৱস্থাৰ কথা মুন্সী মহম্মদ ফৈজবখশ ৰী তাৰীখ-খ-ফৰহৱখশ'ৰ পৰা সংগ্ৰহ কৰা হৈছে। মূল কিতাপখন আমি দেখা নাই কিন্তু তাৰ ইংৰাজী অনুবাদ ( অনুবাদক উইলিয়াম হুঙ্গ ) যি 1889 খৃষ্টাব্দত এলাহাবাদৰ গৱৰ্ণমেণ্ট প্ৰেছত ছপা হৈছিল আজিও মোৰ লগত আছে।

আপত্তি নাছিল। তেওঁৰ এই শাসনকেন্দ্ৰ কম সময়ৰ ভিতৰতে 'বঙলা' নামেৰে বিখ্যাত হৈ পৰিল।

বুৰহান-উল-মুল্কৰ মৃত্যুৰ পিছত নবাব সফদৰজঙ্গৰ ৰাজত্বকাল যেতিয়া আৰম্ভ হ'ল তেতিয়া এই গাঁও ফৈজাবাদ নামে প্ৰখ্যাত হ'ল। এয়েই ফৈজাবাদ চহৰৰ বুনিয়াদ যিয়ে উত্থান আৰু পতনৰ তীব্ৰতাত লক্ষ্ণৌকো পৰাজিত কৰিছে। সেই সময়ত কেঁচা দেৱালৰ কানে কানে বেছিভাগ মোগল চৰদাৰে নিজৰ মনোৰঞ্জনৰ বাবে বাগিছা আৰু আহল-বহল আনন্দদায়ক মহল সজালে আৰু নগৰৰ সৌন্দৰ্য বঢ়াবলৈ ধৰিলে। এই কেঁচা দেৱালেৰে ঘেৰা এলাকাৰ এখন দুৱাৰক 'দিল্লী দৰৱাজা' ( দিল্লী দুৱাৰ ) বুলি কৈছিল। ই পশ্চিম পিনে আছিল। তাৰ বাহিৰত দেৱান আত্মৰামৰ ল'ৰাইঁতে এখন বজাৰ পাতিলে আৰু তাৰ লগত থাকিবৰ বাবে ঘৰো সজালে। এনে ধৰণৰ বজাৰ এখন ইছমাইল খাঁ ৰিছালদাৰেও সজালে আৰু মেৰাৱৰ ভিতৰত মহল ৰক্ষক আৰু বিভিন্ন সৈনিক পদাধিকাৰীৰ ঘৰ সাজিবলৈ ধৰিলে।

নবাব সফদৰজঙ্গৰ মৃত্যুৰ পিছত এই নতুন বস্তীটোত কেইদিন মানৰ বাবে বিপদৰ ধুমুহা বৈ গ'ল যাৰ ফলত ইমান দিনে যি নিৰ্মাণ হৈছিল কালে সকলোকে শেষ কৰিও দিলে। সেয়ে তেওঁৰ পুতেক নবাব চুজাউদ্দৌলাই থাকিবৰ বাবে লক্ষ্ণৌক বাছি ললে। অৱশ্যে প্ৰতিবছৰে দুই এক ৰাতি নিজৰ পিতা—ককাকৰ সেই পুৰণি ভেটিত তেওঁ থাকিছিলগৈ। আনকি 1746 খৃষ্টাব্দত বক্সাৰৰ যুদ্ধত তেওঁ পৰাজিত হ'ল। সেই সময়ত তেওঁৰ হাতত একো নাছিল আৰু সেই অৱস্থাতে পলাই তেওঁ ফৈজাবাদলৈ আহিল আৰু ইয়াৰ দুৰ্গত যি অলপ বস্তু-বাহানি পালে তাকে লৈ ৰাতিৰ ভিতৰতে পলাল আৰু লক্ষ্ণৌ পালেহি। ইয়াতো কেৱল এৰাতি থাকি যি অলপ অচৰপ হাতত পালে লৈ ৰোহিলখণ্ডৰ পাঠান সকলৰ আশ্ৰয় লোৱাৰ উদ্দেশ্যে দিল্লীলৈ খোজ ললে। যুদ্ধৰ ন মাহৰ পাছত ইংৰাজৰ সৈতে সন্ধি হ'ল, ফলত চুজাউদ্দৌল্লাই নিজ প্ৰদেশৰ আমদানীৰপৰা এটকাত পাঁচ অনা ইংৰাজক দিবলগীয়া হ'ল।

সন্ধি হোৱাৰ আগতে এই যাত্ৰাত হঠাৎ তেওঁ ফৰুখাবাদ চহৰৰ মাজেৰেও যাবলগীয়া হৈছিল য'ত সেই সময়ত প্ৰাচীন অনুভৱী বীৰপুৰুষ আহমদ বংশৰ লগত তেখেতৰ সাক্ষাৎ হৈছিল। তেওঁ চুজাউদ্দৌলাক পৰামৰ্শ দিছিল যে— যেতিয়া তুমি গৈ পুনৰ ৰাজ্যৰ শাসন নিজৰ হাতত লবা তেতিয়া মোৰ এই দুটা কথা সদায় মনত ৰাখিবা, এক হ'ল মোগলক কেতিয়াও বিশ্বাস নকৰিবা বৰং অইন দাস আৰু মহল ৰক্ষকসকলৰ পৰাই কাম লবা। দ্বিতীয় হ'ল তুমি লক্ষ্ণৌ পৰিত্যাগ কৰা আৰু ফৈজাবাদক ৰাজ্যৰ ৰাজধানী পাতা।

এই কথা চুজাউদ্দৌলাৰ অন্তৰত লাগি গ'ল আৰু ইংৰাজৰ লগত সন্ধি হোৱাৰ পিছত 1779 খৃষ্টাব্দত তেওঁ নিজ ৰাজ্যলৈ আহোঁতে পোনেই ফৈজাবাদলৈ আহিল আৰু ইয়াতেই ৰাজধানী পাতিলে। ইয়াত তেওঁ নতুন সৈন্য ভৰ্তি আৰম্ভ কৰিলে, নতুন অশ্বাৰোহী প্ৰস্তুত কৰালে আৰু নতুন নতুন ভৱনৰ ভেটি স্থাপন কৰিলে। পুৰণি কেঁচা দেৱালৰ ঠাইত মজবুত দেৱাল খুব আৰম্বৰে সজালে আৰু ইয়াৰ নাম দুৰ্গ হ'ল। মোগলবিলাকে ভিতৰত যি ঘৰ সজাইছিল সেইবোৰ ভঙাই পেলালে আৰু নিজা চাকৰ-নাকৰক দেৱালৰ বাহিৰত ঘৰ সাজিবলৈ আদেশ শুনালে। এই দেৱালৰ চাৰিওপিনে দুই মাইলকৈ ঠাই এৰি দিয়া হ'ল যাৰ চাৰিওপিনে দ খাল খান্দি ইয়াক দুৰ্গৰ ৰূপ দিয়া হ'ল। চৰকাৰী চাকৰিয়াল আৰু সৈনিক অধিকাৰীসকলে নিজ নিজ শক্তি আৰু সামৰ্থ্য অনুসৰি মাটিৰ ভাগ লৈ ইয়াতেই ঘৰ সাজিবলৈ অনুমতি পালে।' চুজাউদ্দৌলাই ফৈজাবাদক ৰাজধানী কৰাৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে সকলোৰে চকু সেইপিনলৈ ঘূৰিল। হেজাৰ হেজাৰ মানুহ আহি বাস কৰিবলৈ ললে। চাহজাহানাবাদৰ অৱস্থা এনে হৈছিল যে সকলোৱে ফৈজাবাদলৈ যাবলৈ সাজু হৈছে। সেয়ে দিল্লীৰ বেছি ভাগ শিল্পী আৰু কলাকাৰে জন্মভূমি এৰি পূবলৈ খোজ ললে। দিনে-ৰাতি মানুহৰ লানি-নিছিগা সোঁত—দল বান্ধি বান্ধি আহি আছে আৰু ইয়াত বসতি কৰিবলৈ লৈছে—ফৈজাবাদৰ ওচৰে-পাজৰে দখল কৰি বহি গৈছে। কমদিনৰ ভিতৰতে জাতিধৰ্ম

নিৰ্বিশেষে সকলোৱে, সুখী সম্পন্ন সাহিত্যিক, শূৰবীৰ, বেপাৰী, শিল্পী আৰু সকলো বৰ্গ তথা শ্ৰেণীৰ মানুহ ইয়াত লগ লাগিলহি। যিসকল আহিছিল তেওঁলোকৰ এটাই চিন্তা, মাটি এটুকুৰা লৈ কেনেকৈ ঘৰ বন্ধা হয়।

কেইবছৰমানৰ ভিতৰতে আগৰ দেৱালৰ উপৰিও আৰু দুটি ঘেৰাৰ সজা হ'ল, এটা আগতে বৰ্গাকাৰ এলাকাৰ দক্ষিণ মূৰত লাগি থকা তাৰ দীঘ আৰু পুতল দুই দুই মাইল আৰু দ্বিতীয়টো হ'ল এমাইল বহল দুৰ্গ আৰু প্ৰাচীৰৰ মাজত। এই সময়তে ত্ৰিপোলীয়া আৰু চ'কবজাৰ হ'ল, যাৰ ৰাস্তা দুৰ্গৰ দক্ষিণ দুৱাৰৰপৰা আৰম্ভ হৈ এলাহাবাদলৈ যোৱা ৰাস্তাৰ কোণলৈ আছিল আৰু ই ইমান বহল যে একলগে দহখন বোজাই গাড়ী একলগে পাৰ হ'ব পাৰে। নগৰৰ চাৰিওপিনৰ দেৱালৰ মাটিৰ কাষত যিমানেই থাকক মাজত দহ গজৰ কম নাছিল আৰু ওপৰলৈ যাওঁতে যাওঁতে পাঁচ পাঁচ গজ বৈছিল গৈ। এই দেৱালৰ ওপৰত নিয়মিত আৰু অনিয়মিত দুয়ো ধৰণৰ সৈন্যই গোটেই ৰাতি টহল দি পহৰা দিছিল। নিয়মিত সৈন্যসকলৰ পোছাক ৰঙা আছিল আৰু অনিয়মিতসকলৰ ক'লা। এই চিপাহীবিলাকৰ আৱশ্যক মতে— বাৰিষা ছালি সাজি দিছিল, কিন্তু বাৰিষা শেষ হোৱাৰ লগে লগে জুই লগাৰ ভয়ত সেইবোৰ ভাঙি পেলোৱা হৈছিল। সেয়ে কেৱল প্ৰাচীৰৰ দেৱালৰ বাবেই প্ৰতি বছৰে প্ৰায় এক লাখ ছালি লগোৱা হয় আৰু চাৰি মাহ পিছত সেইবোৰ আজুৰি পেলাই দিয়া হয়।

চহৰৰ ওচৰতে দুখন চৰণীয়া পথাৰ চিকাৰৰ বাবে ব্যৱস্থা কৰিছিল। তাৰে এখন পশ্চিমৰ পিনে গুৰজী বেগ খাঁ মচজিদৰপৰা গুপ্তাৰ ঘাটলৈ এক বিৰাট ক্ষেত্ৰ ইয়াৰ দুফালে কেঁচা দেৱালৰ বেৰা আৰু অইনটো দিশত ঘাঘৰা বৈ গৈছে। তাত বহু হৰিণ, বৰাশিঙ্গা, নীলগাই আদি জন্তু এৰি দিয়া হৈছিল।

ইয়াত বহু হৰিণ, বৰাশিঙ্গা, নীলগাই আৰু তেনে ধৰণৰ অইন অইন জন্তু এৰি দিছিল আৰু সিহঁতে মুকলিমূৰীয়াভাবে লৰি-ধাপৰি আৰু শব্দ পালেই জাপ মাৰি পলাই ফুৰিছিল। অইনখন বন্য-উদ্যান

চহৰৰ পূৱপিনৰ গাঁও জনোৱা আৰু গোঁসাঈ দুৰ্গৰপৰা নদীৰ পাৰলৈ প্ৰায় ছয় মাইল বহল আছিল। এঘাৰখন গাঁও আৰু মাটি-বাৰী ইয়াৰ অন্তৰ্ভুক্ত আছিল। কিন্তু এই চিকাৰ ক্ষেত্ৰ অসম্পূৰ্ণ হৈয়েই ৰ'ল। বনৰীয়া জন্তু আদি এৰি দিয়াৰ সুযোগেই নঘটিল।

মূল নগৰৰ এলাকাৰ ভিতৰত তিনিখন মনোৰম উদ্যান আছিল যিবোৰত ধনী আৰু যুৱৰাজসকলে আহি আনন্দ কৰিব পৰা বিধৰ আছিল। দুৰ্গৰ ভিতৰত আৰু এক চতুৰ্থাংশ ব্যাপী থকা এখন আঙুৰৰ বাগিছা আছিল। দ্বিতীয়খন চ'কৰ ভিতৰত থকা মোতীবাগ। তৃতীয়খন সকলোতকৈ ডাঙৰ বাগিছা লালবাগ। ইয়াত খুব সুন্দৰকৈ নানা ধৰণৰ গছ-গছনি আৰু সকলো ধৰণৰ কোমল আৰু চিত্তাকৰ্ষক ফুল নিয়াৰিকৈ লগোৱা আছিল। গোটেই এলাকাতে ইয়াৰ খ্যাতি আছিল। আৰু দূৰ-দূৰণিৰ মানুহে এই প্ৰাণৱন্ত বাগিছাত সৌভাগ্য-শালী সন্ধিয়া একোটি যাপন কৰিবলৈ প্ৰায়েই হাবিয়াস কৰে। নগৰৰ প্ৰায় আঢ্যৱন্ত যুৱকে দিনৰ তৃতীয় প্ৰহৰত প্ৰায়ে ইয়াত টহলি ফুৰি চিত্ত-বিনোদন কৰে। এই বাগিছাখন ইমান ধুনীয়া আৰু মনোহৰ আছিল আৰু ইয়াৰ নাম ইমান ফাটি-ফুটি গৈছিল যে দিল্লীৰ যুৱৰাজ চাহ আলম এলাহাবাদৰ পৰা ঘূৰি যাওঁতে এই বাগিছা চাবৰ বাবেই ফৈজাবাদ হৈহে দিল্লীলৈ গৈছিল আৰু কিছুকাল তেওঁ বাগিছাৰ ভিতৰত অৱস্থান কৰিছিল। এই তিনিখনৰ উপৰিও আছফবাগ আৰু বুলন্দবাগো নগৰৰ আশেপাশে লক্ষ্ণৌলৈ যোৱা ৰাস্তাৰ কাষতে আছিল।

নবাব চুজাউদ্দৌল্লাৰ নগৰখনৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ প্ৰতি ইমান লক্ষ্য আছিল যে তেওঁ প্ৰতিদিনে পুৱা আৰু সন্ধিয়া ঘোঁৰাৰ পিঠিত উঠি ৰাস্তা আৰু ঘৰ-দুৱাৰ আদি নিৰীক্ষণ কৰিছিল। কোৰ-কুঠাৰ আদি লৈ বনুৱা তেওঁৰ লগত গুলায়; য'তেই ক'ৰবাত কোনো ঘৰ বেঁকা হোৱা নাইবা সীমাৰ বাহিৰ হৈ অহা দেখে অথবা কোনো দোকানীয়ে ৰাস্তাৰ অকণমান মাটিও ঠেলা যেন দেখে তেন্তে তৎক্ষণাত তাক খান্দি সমান আৰু পোন কৰোৱায়।

সৈন্যবাহিনীৰ সংস্কাৰৰ প্ৰতিও চুজাউদ্দৌল্লাৰ বিশেষ লক্ষ্য আছিল। অশ্বাৰোহীদলৰ ডাঙৰ চৰ্দ্দাৰ হ'ল মৰ্তুজ খাঁ বৰীজ আৰু তেওঁৰ লগত আছিল হিম্মত বাহাদুৰ আৰু উমৰাৰ মীৰ নামৰ দুজন মালিক। এওঁলোকৰ অধীনত ইমান অশ্বাৰোহী সৈন্য আছিল যে এওঁলোক তিনিজনৰ বাহিৰে বাকী যিমানবোৰ সৰু ডাঙৰ জমাদাৰ আছিল সকলোৰে সম্মিলিত সৈন্য সংখ্যাতকৈ এওঁলোক তিনিজনৰ প্ৰত্যেকৰে সংখ্যা বেছি আছিল। সৈন্য বাহিনীৰ অইন সেনাপতিসকল আছিল এহসান কম্বোহী, গুৰজী বেগ খাঁ, গোপাল ৰাৱ মাৰাঠা, মীৰ-জুমলাৰ জোৱাঁই নবাব জামালউদ্দীন খাঁ মুজফ্‌ফৰউদ্দৌলা বহুৰ জংগ বখশী, আবুল বৰকত খাঁ কাকোৰী নিবাসী আৰু লক্ষ্ণৌৰ এজন যুৱৰাজ মুহম্মদ মুইজউদ্দীন খাঁ। এওঁলোকৰ ভিতৰত এনে কোনো এজন নাছিল যাৰ অধীনত হেজাৰ-পাঁচশ সৈন্য নাছিল। ইয়াৰ বাহিৰেও সেৰক ( নপুংসক ) আৰু তেওঁলোৰ অধীনত প্ৰশিক্ষণ পোৱা বহুতো চাকৰ-নাকৰ আছিল। বসন্ত আলী খাঁৰ অধীনত দুই ডিভিজন সেনা অৰ্থাৎ চৌদ্ধ হেজাৰ নিয়মীয়া সেনা আছিল আৰু সিহঁতৰ পোছাক আছিল ৰঙা। অইন এজন নপুংসক সেৰক বসন্তৰ অধীনত এহেজাৰ ঢাল চলাব পৰা অশ্বাৰোহী সৈন্য আৰু এটা পল্টনৰ দল আছিল। অম্বৰ আলী খাঁৰ নেতৃত্বত পাঁচশ অশ্বাৰোহী আৰু এক পল্টনৰ দল আছিল যিসকলৰ পোছাক ক'লা আছিল। মহবুব আলী খাঁৰ অধীনত প্ৰশিক্ষণ প্ৰাপ্ত পাঁচশ অশ্বাৰোহী আৰু চাৰিটা পল্টন আছিল। ইমান খিনি সৈন্যই লতাফত আলী খাঁৰ অধীনতো আছিল। ৰঘুনাথ সিংহ আৰু প্ৰসাদ সিংহৰ প্ৰত্যেকৰ তলত তিনি শ অশ্বাৰোহী আৰু চাৰি চাৰিটা পল্টনৰ দল আছিল। এই দৰে মকবুল আলী খাঁ প্ৰথম আৰু দ্বিতীয়, ইউচুফ আলী খাঁৰ সৈতে পাঁচ পাঁচ শ মোগল অশ্বাৰোহী আৰু পদাতিক সৈন্যৰ দল আছিল। আৰু বৰতোপৰ কোনো লেখ জোখেই নাছিল।

এইধৰণে ফৈজাবাদত থকা চুজাউদ্দৌল্লাৰ সম্পূৰ্ণ সেনাৰ মুঠ সংখ্যা আছিল ৰঙা পোছাকৰ ত্ৰিছ হেজাৰ নিয়মিত, আৰু ক'লা পোছাকধাৰী

চল্লিছ হেজাৰ অনিয়মিত। সিহঁতৰ প্ৰধান সেনাপতি আছিল চৈয়দ আহমদ। তেওঁ "বাঁহীৱালা" উপনামেৰে বিখ্যাত আছিল। সোনকালে গুলী খজা আৰু মবাৰ দৃষ্টিত সিহঁতৰ বন্দুকৰ তুলনাত ইংৰাজ সেনাৰ বন্দুকৰ কোনো তুলনা নহয়।

এই দলৰ বাহিৰেও চুজাউদ্দৌলাৰ বাইছ হেজাৰ সন্দেশবাহক দূত আৰু চোৰাংচোৱা আছিল যিয়ে প্ৰত্যেক সাতদিনে সাতদিনে পুনাৰ-পৰা আৰু প্ৰতি পোন্ধৰ দিনে কাবুলৰপৰা খবৰ আনিছিল। ৰাজ দৰবাৰত সদায় দূৰ-দূৰণিৰ শাসকসকলৰ প্ৰতিনিধি উপস্থিত থাকিছিল। এজন প্ৰতিনিধি মাৰাঠাৰ, এজন দাক্ষিণাত্যৰ শাসক নিজাম আলী খাঁৰ, এজন জাস্তে খাঁ আৰু এজন নবাব জুলফিকাৰ-উদ্দৌলাৰ নজফখানৰ, যিসকলৰ লগত অফিচ আৰু চিপাহী-চন্তৰী আছিল। এওঁলোকৰ বাহিৰেও আৰু বহুতো সৈনিক অধিকাৰী নিজ নিজ সৈন্য দলৰ সৈতে উপস্থিত ৰৈছিল—উদাহৰণ হিচাপে মীৰণঈম খাঁ, যাৰ পতাকাৰ তলত ছাবিতখালী, বুণ্ডেলখণ্ডী, চণ্ডেলা আৰু মেৱাতী সৈন্যসমূহ আছিল।

মুহম্মদ বছীৰ খাঁ দুৰ্গাধিপতি আছিল। নগৰৰ চাৰিওপিনে আৰু ফাটকসমূহত তেওঁৰেই চন্তৰী আৰু চিপাহীৰ পহৰা আৰু দুৰ্গৰ ভিতৰতেই তেওঁৰ থকা আৰু কাৰ্যালয়ৰ বাবে সুন্দৰ ঘৰ আছিল। লগতে আছিল সৈন্য বাহিনীৰ চাউনিও। যেতিয়া বাহিৰৰ দেৱালৰ কাষতো ঠাই বাকী নৰ'ল, চৈয়দ জমালউদ্দীন খাঁ আৰু গোপালৰাৱ মাৰাঠাই বাহিৰলৈ ওলাই আহি নোবাহী গাঁৱৰ ওচৰত বাস কৰিবলৈ ললে। ইয়াতেই তেওঁলোকৰ থকা ঘৰ আৰু বাহৰ আদি সজালে। এই স্থানাভাবৰ কাৰণেই নবাব মুৰ্তজা খাঁ বাৰীজ, মীৰ আহমদ বাঁশীৱাল, মীৰ আবুল বৰকাত আৰু শেখ এহসানে অযোধ্যা আৰু ফৈজাবাদৰ তম্বুত থাকিবলৈ লৈছিল।

মানুহৰ বৰ্ধিত সংখ্যা আৰু চিপাহীৰ ভীৰৰ বাবে নগৰৰ ভিতৰত বিশেষকৈ চ'কত এনে ভীৰ হৈছিল যে সেইপিনে পাৰ হৈ যোৱাটো মুস্কিল হৈ পৰিছিল। কোনো ব্যক্তিয়ে কাকো হুখুন্দিওৱাকৈ অথবা

কাৰো পাত পা নজগোৱাকৈ ঘোৰাটো অসম্ভৱেই আছিল। ফৈজাবাদ নহয় যেনিকা মানুহৰ হাবিহে আছিল। বজাৰৰপিনে চকু দিয়ক— সকলো দেশৰ বস্ত্ৰ-বাহানিয়ে থাহ খাই থকা। ফৈজাবাদ সুৰুচি-সম্পন্ন ধনী আৰু চখ থকা বিষয়া আদিৰ বাছকবনীয়া লোকসকল ইয়াত বাস কৰে বুলি জানিব পাৰি, সকলোপিনৰপৰা বেপাৰী দল বস্ত্ৰ-বাহানিৰ বোজাই লৈ ইয়ালৈ আহিছিল, কাৰণ তেওঁলোকে জানিছিল যে ভাল ভাল বস্তু, লাগিলে দাম যিমানেই নহওক কিয় ইয়াতে হাতে হাতে বিক্ৰী হৈ যাব। যেতিয়াই তেতিয়াই ইৰাণী, কাবুলী, চীনদেশীয় তথা বিদেশী ইংৰাজ বণিকসকলে বহুতো বহুমূলীয়া আৰু মধুৰ বস্তু লৈ সদায়েই আছিল আৰু লাভ বেছি হোৱাৰ লগে লগে হেপাহো বাঢ়ি গৈছিল, আৰু সিহঁতে বিশেষ চেষ্টা আৰু পৰিশ্ৰম কৰি নতুন নতুন বস্তু লৈ আহে। মোস্যো আঁ তেল, মোস্যোঁ সোগ আৰু মোস্যো পোট্ৰোজ আদিৰ দৰে ছুশ ফৰাচী লোক চৰকাৰৰ চাকৰিয়াল আছিল। এওঁলোকে চুজাউদ্দৌলাৰ ৰাজ্যৰ লগত সম্বন্ধ স্থাপন কৰিছিল আৰু চিপাহীবোৰক সৈনিক শিক্ষা দিছিল আৰু লগতে বৰতোপ, বন্দুক তথা অইন অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰাতো দিহা-পোহা দিছিল।

তাৰীখ-এ-ফৰহবখ্‌শ'ৰ লেখক মুন্সী ফৈজ খাঁ, যাৰ অনুগ্ৰহতেই আমি এই ঘটনাৰ সম্ভেদ পাইছোঁ সেই সময়ত নিজেই তাত আছিল আৰু আপোন অভিজ্ঞতাৰ ভিত্তিতেই এইবোৰ লিখিলে। তেখেতে কৈছিল যে মই ঘৰ এৰি পোন প্ৰথমবাৰৰ বাবে যেতিয়া ফৈজাবাদলৈ গলোঁ— নগৰৰ পশ্চিম দুৱাৰৰপৰা চাৰি মাইল দূৰৈত থকা মুমতাজ-নগৰ পাইছিলোঁহে—দেখোঁ যে—গছ এডালৰ তলত নানা ধৰণৰ মিষ্টান্ন, গৰম গৰম খাদ্যাদি, কোফ্‌তা-কবাব, ৰুটী-পৰাঠা আদি তৈয়াৰ হৈ আছে। পানীৰ কলহ থৈ দিয়া আছে। পাউৰুটী, কেক, নানা প্ৰকাৰৰ চৰ্বত আদি বিক্ৰী হৈ আছিল আৰু শ শ লোকে তাকে কিনিবৰ বাবে দোকানৰ চাৰিওপিনে ঘেৰি ধৰিছে। মোৰ ভাব হ'ল যে মই চহৰৰ সোঁ-মাজেই পালোঁহি নেকি? কিন্তু মই আচৰিত হলোঁ

যে নগৰৰ দুৱাৰমুখেই পোৱা নাই, ভিতৰ মই কেনেকৈ সোমালোঁ? মানুহক সোধাত এজন বাটৰুৱাই ক'লে—'হেৰি ডাঙৰীয়া, নগৰৰ দুৱাৰমুখলৈ এতিয়াও চাৰিমাইল বাকী আছে। আপুনিনো কি ভাবিছে?'

বাটৰুৱাৰ উত্তৰত আচৰিত হৈ নগৰত যেতিয়া সোমালোঁ তাত অদ্ভুত ধৰণৰ দৃশ্য আদি দেখা পালোঁ। চাৰিওপিনে এক ৰঙীন পৰিৱেশ আৰু মনোমোহা বাতাবৰণ। যিপিনেই চাওঁ সেইপিনেই নাচবাগ হৈ থকা দেখিবলৈ পাওঁ। বাজীকৰে খেল দেখুৱাইছে আৰু মানুহবোৰ নানা ধৰণৰ খেল-ধেমালিতে ব্যস্ত। মই ইয়াৰ ৰঙিয়াল ৰূপ আৰু হট্টগোল দেখি আচৰিত হৈ গৈছিলোঁ। ৰাতিপুৱাৰপৰা সন্ধিয়ালৈ আৰু সন্ধিয়াৰপৰা ৰাতিপুৱালৈ এনে কোনো এটা মুহূৰ্ত নাছিল যেতিয়া চিপাহী বা সৈন্যৰ বিউগুলৰ ধ্বনি শুনিবলৈ পোৱা নগৈছিল। প্ৰত্যেক প্ৰহৰ আৰু মুহূৰ্তবোৰ জনাবলৈ নগৰৰ শব্দ বাজে আৰু ঘড়ীবোৰৰ টং টং শব্দই কাণ-মূৰ তাল মাৰি ধৰে। ৰাস্তাৰ-পিনে চাওক—সকলো সময়তে ঘোঁৰা, হাতী, উট, গাধা চিকাৰী কুকুৰ গাই-ম'হ, বলদ, ছাগলী আৰু বৰতোপৰ লানি লাগিয়েই থাকে যিবোৰৰ গণনা কৰা টান আৰু যিবোৰৰ ৰাস্তাৰে চলা ফিৰা কৰাটোৱেই মস্কিল।

এক অদ্ভুত ৰঙৰ আৰু গহীন-গম্ভীৰ চহৰখন চকুত পৰিল, য'ত দিল্লীৰ চৌখীন মানুহতকৈ সুন্দৰ সাজ-পোছাক কৰা ডেকাদল, বিদেশী চিকিৎসক, অভিজাত বৰ্গৰ পুৰুষ-মহিলা, বেশ্যা, সকলো নগৰ আৰু সকলো ঠাইৰ বিখ্যাত, দক্ষ গায়ক চৰকাৰৰ চাকৰিত আছিল আৰু বহু বহু দৰমহা পাই বিলাস বৈভৱত দিন কটাইছিল। সৰু-ডাঙৰ সকলোৰে জেপ টকা আৰু মোহৰেৰে ভৰি আছিল আৰু এনে লাগিছিল যে ইয়াত যেন কোনোৱে কোনো দিনেই দাৰিদ্ৰ্য আৰু পৰমুখাপেক্ষী হোৱাটো সপোনতো দেখা নাই। নৱাব ৱজীৰ (চুজাউদ্দৌলাৰ) নগৰৰ ঘাৰ-ভাৰ লাহ-বিলাহ আদিৰ উন্নতিৰ বাবে সততে ব্যস্ত আছিল আৰু এনে ভাৱ হৈছিল যে খুব কম দিনৰ ভিতৰতে ফৈজাবাদে দিল্লীৰ লগত তুলনা কৰাৰ দাবী কৰিব পাৰিব।

যিহেতু কোনো ৰাজ্যই আৰু কোনো নগৰৰ ধনীশ্ৰেণী এই ধৰণৰ লাহ-বিলাহত নাথাকে যি দৰে নবাব চুজাউদ্দৌলা আছিল আৰু লগতে ইয়াৰ মানুহৰদৰে নিৰাসক্তভাবে সকলো কামত, সকলো সময়ত যি কোনো পৰিমাণৰ ধন ব্যয় কৰোঁতা অইন কোনো ঠাইত নাছিল, সেয়ে সকলো ঠাইৰ সকলো প্ৰকাৰৰ শিল্পী, কাৰিগৰ, আৰু বিদ্যাৰ্থীয়ে নিজ নিজ ৰাজ্য এৰি, ফৈজাবাদকে আপোন ঘৰ কৰি ললে। ইয়াত সকলো সময়তে ঢাকা, বঙ্গদেশ (এতিয়াৰ পশ্চিমবঙ্গ আৰু বাংলাদেশ), গুজৰাট, মালৱা, হায়দৰাবাদ, চাহজাহানাবাদ, লাহোৰ, পেছোৱাৰ, কাবুল, কাশ্মীৰ আৰু মুলতানৰ বিদ্যাৰ্থীসকলৰ একোটি ডাঙৰ দল তাত আছিল গৈ যিসকলে ফৈজাবাদত প্ৰবাহিত জ্ঞানস্ৰোতৰপৰা জ্ঞান আহৰণ কৰি পুৰ্ণ ৰূপেন তৃপ্ত হৈহে ঘৰলৈ ঘূৰি গৈছিল। হাঁয়! নবাব ৰজীৱ আৰু দহ-বাৰ বছৰ জীয়াই থকাহেঁতেন ঘঘৰাৰ পাৰত এখনি নতুন চাহজাহানাবাদ স্থাপিত হোৱা মানুহে দেখিবলৈ পালেহেঁতেন আৰু নিশ্চয় এখন নতুন জীৱন্ত দিল্লীৰ ছবি দেখিলেহেঁতেন।

নবাব চুজাউদ্দৌলাৰ কেৱল নবছৰ ৰাজত্ব কালৰ ফলতেই ফৈজাবাদৰ এই ৰূপ হৈছিল। এই নবছৰৰ ভিতৰতো কেৱল বাৰিষাৰ চাৰিমাহহে তেওঁ নগৰত আছিল, বাকী সময় ৰাজ্য নিৰীক্ষণ আৰু চিকাৰ আদিতেই অতিবাহিত কৰিছিল। চুজাউদ্দোলাই সুন্দৰী তিৰোতাৰ নৃত্য-গীতৰ প্ৰতি স্বভাৱতেই আকৰ্ষিত আছিল যাৰ ফলত বজৰুৱা তিৰোতা আৰু নৃত্য পটীয়সী বেশ্যাহঁতৰ খ্যাতি ইমান বাঢ়ি গ'ল যে কোনো ৰাস্তা পথ সিহঁত নোহোৱাকৈ নাছিল আৰু নবাবৰ পুৰস্কাৰ আদিৰে সিহঁত ইমান স্বচ্ছল আৰু ধনী হৈ পৰিছিল যে প্ৰায়েই বেশ্যাহঁতৰ বাহৰ পতা হয় যাৰ লগে লগে দুটা বা তিনিটা সুন্দৰ জাকজমকপুৰ্ণ তম্বু ও টনা হৈছিল। নবাব চাহাব যেতিয়া জিলা নিৰীক্ষণলৈ যায় আৰু ভ্ৰমণত থাকে তেতিয়াও নবাবৰ বাহৰৰ লগত সিহঁতৰ বাহৰো ৰাজকীয় ঠাট-বাটেৰে গাড়ীত বোজাই দি যাত্ৰা কৰে ইয়াৰ দুয়ো কাষে দহ· বাৰজন তৈলঙ্গ সৈন্যই পহৰা দি গৈছিল। শাসকৰ, যেতিয়া এইৰূপ তেতিয়া আমীৰ আৰু চৰ্দাৰসকলেও নিঃসংকোচে এই

পদ্ধতিকেই বাছি ললে আৰু যাত্ৰাকালত সকলোৰে লগত বেশ্যা থকাটো হ'ল। যদিও ইয়াৰ দ্বাৰা অনৈতিকতা আৰু নিৰ্লজ্জতা বাঢ়ি গ'ল কিন্তু এই কথাত নিঃসন্দেহ যে এই বেশ্যাইঁতৰ আধিক্যই নগৰৰ শোভা বহুত বঢ়ালে—ফৈজাবাদ কন্যাজনী হৈ পৰিল।

1773 খৃঃ ত চুজাউদ্দৌলাই পশ্চিমলৈ যাত্ৰা কৰিলে। এই যাত্ৰাত ৰাজকীয় বাহৰৰ সাজ-সজ্জা আৰু চলন-ফুৰণৰ বৰ্ণনা কৰিব নোৱাৰি। নবাবৰ পতাকাৰ লগে লগে বৰ ডাঙৰ নগৰ এখনহে যেন যাত্ৰা কৰিব ওলাইছে এনে অনুমান হৈছিল। লক্ষ্ণৌ হৈ তেওঁলোকে ইটাৱা পালে—ইটাৱা তেতিয়া মৰাঠাসকলৰ অধীনত আছিল। এটি আক্ৰমণতে ইয়াক কাঢ়ি নিজ দখললৈ আনিলে আৰু আহমদ খাঁ বংশৰ ৰাজ্যত উপস্থিত হৈ কোড়িয়াগঞ্জ আৰু কাচগঞ্জত বাহৰ পাতিলে। তাৰপৰাই তেওঁ বেৰেলীৰ শাসনকৰ্তা হাফিজ ৰহমত খাঁলৈ পত্ৰ লিখিলে।

"যোৱা বছৰ মই এক কোটি টকা মহাদজী চিন্ধিয়া মৰাঠালৈ পঠিয়াইছিলোঁ যিয়ে আপোনাৰ তুই আৱবৰ মাজৰ সম্পূৰ্ণ ৰাজ্য আপোনাৰ পৰা কাঢ়ি লৈছিল। সেই টকা দি মই আপোনাৰ সেই এলাকাক তাৰ দখলৰপৰা আনি আপোনাক গতাই দিছিলোঁ। গতিকে মই দিয়া 50 লাখ টকা তৎক্ষণাত আদায় দিয়ক।"

হাফিজ ৰহমত খাঁই সকলো আফগান চৰ্দাৰ আৰু ভাই বন্ধুসকলক গোটাই লৈ ক'লে—

"চুজাউদ্দৌলাই যুদ্ধৰ বাবে চেলু বিচাৰি ফুৰিছে। সি দাবী কৰা পইচা খিনি আদায় দিয়াটোৱেই মঙ্গলৰ কথা। কুৰি লাখ মই মোৰ পৰা দিওঁ বাকী ত্ৰিছ লাখ টকা তোমালোকে জমা কৰা।"

অদূৰদৰ্শী পাঠান চৰ্দাৰসকলে উত্তৰ দিলে—"চুজাউদ্দৌলাৰ সৈন্য দেখাতহে শুৱনি—সিহঁতে আমাৰ লগত কি যুঁজিব? কথা হ'ল—সিহঁতৰ লগত থকা ইংৰাজ সৈন্যৰ। সিহঁতৰ বৰতোপৰ ওচৰলৈ যি সময়ত আমি তৰোৱাল লৈ হাজিৰ হমগৈ সিহঁতৰ জীৱন্তেই উৰি যাব। দিয়া থোৱাৰ কোনো আৱশ্যকতা নাই।"

হাফিজ ৰহমত খাঁই এই কথা শুনি ক'লে—"তোমালোকৰ সামৰ্থ্য আছে— শক্তি আছে। কিন্তু মই এতিয়াই কৈ থৈছোঁ যে যুদ্ধৰ ৰং যদি পৰিৱৰ্তন হয় তেনে মই যুদ্ধক্ষেত্ৰৰপৰা জীৱিত অৱস্থাত ঘূৰি নাহিম। ইয়াৰ পৰিণতি যি হয় তোমালোকে ভুগিব লাগিব।"

কোৱাৰ প্ৰয়োজন নাই যে চুজাউদ্দৌলাই আশা কৰাৰ দৰে উত্তৰ নাপালে আৰু সৈন্যসামন্ত লৈ তেওঁ আক্ৰমণ কৰিলে। যুদ্ধ হ'ল আৰু যুদ্ধৰ ফলো সেয়েই হ'ল— যি কথা নিয়তিয়ে হাফিজ ৰহমত খাঁৰ মুখেৰে আগতেই শুনাই থৈছিল। হাফিজ শ্বহীদ হ'ল— তেওঁৰ শাসনৰ অন্ত পৰিল। কিন্তু চুজাউদ্দৌলাও বিজয়ী হ'ব নোৱাৰিলে। 13 সফৰ[1] 1188 হিজৰী (1774 খৃঃ)ত যুদ্ধ হৈছিল। 11 ছাৱান[2]ত চুজাউদ্দৌলাই বেৰেলীৰপৰা যাত্ৰা কৰি লক্ষ্ণৌলৈ আহিল। ৰমজান[3] মাহ লক্ষ্ণৌত কটালে। 8 ছৱালত[4] লক্ষ্ণৌৰ পৰা যাত্ৰা কৰি 14 তাৰিখে ফৈজাবাদত উপস্থিত হ'ল আৰু জয়ৰ 9 মাহ 10 দিন হৈছিলহে আৰু ঘৰত পুৰা 1½ মাহ আৰাম কৰিবলৈ সুবিধা নাপালেই যে 23 জীল্কাদ[5] 1188 হিঃ ( 1774 খৃঃ ) ত স্বৰ্গবাসী হ'ল। আৰু দুখৰ কথা এয়ে যে তেওঁৰ মৃত্যুৰ লগে লগে ফৈজাবাদৰ উন্নতিৰ পথো ৰুদ্ধ হৈ পৰিল।

সেই সময়ত অৱধৰ শাসনত সকলোতকৈ বেছি প্ৰভাৱ আছিল নবাব চুজাউদ্দৌলাৰ বেগম চাহেবাৰ। তেওঁ খুব ধনী বুলিও জনাজাত আছিল। তেওঁৰ সম্মতিতেই নবাব আছফউদ্দৌলা ৰাজপাটত বহিল। কিন্তু তেওঁৰ নৈতিক স্বভাৱ খুব বেয়া আছিল আৰু তাকেই দেখি পাৰিষদবৰ্গই মাক-পুতেকক বেলেগে বেলেগে ৰখাৰ ব্যৱস্থা কৰিলে। কিছুদিন ভ্ৰমণ আৰু চিকাৰত ব্যস্ত হৈ থকাৰ পিছত নবাব আছফউদ্দৌলা লক্ষ্ণৌত থাকিবলৈ ললে আৰু তাতে বহি বহিয়েই মাকক অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিলে আৰু বাৰে বাৰে টকাৰ বাবে তাগিত কৰিবলৈ ধৰিলে।

---

[1–5] ইছলাম মতে মা'হৰ নাম : চফৰ—২নং, ছাবান—৮নং, ৰমজান—৯নং, ছৱাল—১০নং, জীল্কাদ—১১নং।

বেগমচাহেবা জীয়াই থকালৈকে ফৈজাবাদত অলপ-অচৰপ জাক-জমকতা আছিল। নবাব আছফউদ্দৌলাৰ অমুপযুক্ততাৰ বাবে বেগমচাহেবাই ওৰে জীৱন কষ্ট পাইছিল; ফৈজাবাদৰ শান্তি-শৃঙ্খলা আৰু শাসন ব্যাহত হৈছিল। তথাপিও এই শ্ৰদ্ধাভাজন মহিলা গৰাকী জীয়াই থকা কাল ছোৱাত কাজিয়া-পেচাল আৰু যুঁজবাগৰৰ মাজতো সেই নগৰৰ শোভা বাঢ়িছিল হে। তেওঁৰ মৃত্যুৰ লগতে ফৈজাবাদৰ ইতিহাসো শেষ হৈ গ'ল আৰু লক্ষ্ণৌৰ কথা আৰম্ভ হ'ল— যাৰ বৰ্ণনা আমি আগলৈ কৰিম।

## 2

লক্ষ্ণৌ চহৰত বসতি কেতিয়াৰ পৰা আৰম্ভ হ'ল? ইয়াৰ স্থাপনকৰ্তা কোন আছিল? আৰু ইয়াৰ এই নাম কেনেকৈ হ'ল? সঠিককৈ কোনোৱে কব নোৱাৰে। বিভিন্ন পৰিয়ালৰ ৰাষ্ট্ৰীয় পৰম্পৰা অনুমান কৰি যি কব পৰা যায় সেয়া হ'ল—

প্ৰবাদ আছে যে ৰজা ৰামচন্দ্ৰ লঙ্কা জয় কৰি আৰু বনবাসৰ সময় অতিবাহিত কৰি আহি যেতিয়া অযোধ্যাৰ ৰাজসিংহাসনত বহিল, তেতিয়া বনবাসৰ একান্ত সঙ্গী আৰু পৰোপকাৰী ভায়েক লক্ষ্মণক জাগীৰ হিচাপে এই এলাকা দিছিল। সেয়ে তেওঁৰ নিবাস অথবা আগমনৰ বাবে নদীৰ পাৰত ওখ টিলাত বসতি স্থাপন হ'ল যাৰ নাম সেই সময়ৰপৰা লক্ষ্মণপুৰা ৰখা গ'ল আৰু সেই টিলাটি 'লক্ষ্মণ টিলা' নামে বিখ্যাত হৈ পৰিল। সেই টিলাটোত এটা বৰ ডাঙৰ গুহা বা কুঁৱা আছিল যাৰ থাউনী পোৱা নগৈছিল। আৰু সেয়ে মানুহে বিশ্বাস কৰিছিল যে এই পথ পাতাললৈ—অনন্তনাগৰ ওচৰলৈ গৈছে। সেইকাৰণে জনসাধাৰণৰ মনত আস্থাৰ ভাব জাগিল আৰু হিন্দুসকলে ভক্তিভাৱেৰে ফল-ফুলেৰে ইয়াত পূজা দিব ধৰিলে।

এনে কিম্বদন্তীও আছে যে মহাৰাজ যুধিষ্ঠিৰৰ নাতি ৰজা জন্মেজয়ে

এই ক্ষেত্ৰ তপস্বী আৰু ঋষি-মুনি সকলক উপহাৰ স্বৰূপে দিছিল— তেওঁলোকে ইয়াৰ চাৰিওপিনে বহুতো আশ্ৰম সাজিলে, আৰু ভগৱানৰ আৰাধনাত লীন হ'ল। বহুবছৰ পাছত এওঁলোকক দুৰ্বল যেন দেখি দুটা নতুন জাতিয়ে হিমালয়ৰ তৰাই অঞ্চলৰপৰা আহি এই অঞ্চল দখল কৰিলে। এই দুয়ো জাতি প্ৰায় একেধৰণৰ আৰু একে বংশৰে দুটি শাখা যেনহে লাগিছিল— এক আছিল 'ভৰ' আৰু দ্বিতীয়টো 'পাঁসী'।

এওঁলোকৰ সৈতেই 1030 খৃঃত চৈয়দ ছালাৰ মচুদ গাজীৰ যুদ্ধ হৈছিল আৰু সম্ভৱতঃ এওঁলোককেই 1202 খৃঃত বখ্তিয়াৰ খিলিজিয়ে আক্ৰমণ কৰিছিল। গতিকে এই ৰাজ্যত পোন প্ৰথমে যি কেইটা পৰিয়ালে বসবাস কৰিবলৈ লৈছিল তেওঁলোক এই দুই আক্ৰমণকাৰীদলৰ লগত অহা বিশেষকৈ চৈয়দ চালাৰ মচুদ গাজীৰ লগত।

'ভৰ, আৰু গাজীৰ বাহিৰে ব্ৰাহ্মণ আৰু কায়স্থ তাত আগৰেপৰা আছিল। এই সকলোৱে মিলি তাত সৰু নগৰ এখন পাতি লৈছিল আৰু সুখে-শান্তিৰে আছিল। কিন্তু এই এলাকাৰ নাম লক্ষ্মণপুৰৰ সলনি হৈ লক্ষ্ণৌ কেতিয়া হ'ল— সেই কথা কব পৰা নাযায়। এই নাম সম্পৰ্কে সম্ৰাট আকবৰৰ আগেয়ে একো জনা নাযায়ঃ কিন্তু এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে হিন্দু-মুছলমানৰ বসতি তাত আগৰেপৰাই আছিল। তাৰ প্ৰমাণ এই ঘটনাৰপৰা দিব পাৰি— 1540 খৃঃত ছেৰচাহৰ লগত বাদচাহ হুমায়ুঁ জৌনপুৰৰ যুদ্ধত পৰাজিত হৈ, যুদ্ধক্ষেত্ৰ এৰি চুলতানপুৰ, লক্ষ্ণৌ, পীলীভীত হৈ পলাই-ছিল। লক্ষ্ণৌত তেওঁ মাথোন চাৰি ঘণ্টাহে জিৰাইছিল। যদিও তেওঁ পৰাজিত হৈ আহিছিল আৰু তেওঁৰ কোনো শক্তি বা অধিকাৰো নাছিল তথাপি লক্ষ্ণৌ নিবাসীয়ে মানৱীয় সহানুভূতি আৰু অতিথি-পৰায়ণ হিচাপে সেই কেই ঘণ্টাৰ ভিতৰতে দহ হেজাৰ টকা আৰু পঞ্চাছটা ঘোঁড়া উপহাৰ স্বৰূপে দিছিল। ইমান কম সময়ৰ ভিতৰত ইমানখিনি বস্তু সংগ্ৰহ কৰাৰপৰা অনুমান কৰিব পাৰি যে সেই

সময়ত তাত যথেষ্ট বসতি আছিল আৰু তেতিয়াৰ লক্ষ্নৌ আজিকালিৰ বহু গাঁৱতকৈ বেছি সমৃদ্ধিশালী আৰু সন্তোষী আছিল।

তাহানি অহা সকলৰ ভিতৰত চাহ মীনাৰ পৰিয়ালো আছিল যিজনাৰ সমাধি আজিও সাধাৰণ প্ৰজাৰ আশ্ৰয়স্থল। আৰু সম্ভৱতঃ সেই সময়ত অহাসকলৰ ভিতৰত চাহ পীৰ মহম্মদো আছিল যি মূল লক্ষ্মণ টিলাত বাস কৰি তাতেই দেহত্যাগ কৰিছিল। তেওঁ তাত বাস কৰা কাৰণেই সেই পুৰণি ঢাপটো 'লক্ষ্মণ টিলাৰ' পৰা "চাহ পীৰ মুহম্মদৰ টিলা' হৈ পৰিল আৰু সময়ৰ লগে লগে সেই দ গুহাটোও মাৰ গৈ আহিল। পিছৰ কালত তাৰ ওপৰত সম্ৰাট ঔৰঙ্গজেবে ( যি স্বয়ং তালৈ আহিছিল ) এটা সুন্দৰ সুগঠিত আৰু মনোমোহা মচজিদ সজালে।

1590 খৃঃত সম্ৰাট আকবৰে সমগ্ৰ হিন্দুস্থানক যেতিয়া 12 খন প্ৰদেশত বিভক্ত কৰিলে তেতিয়া অৱধ প্ৰান্তৰ চুবেদাৰ বা শাসনকৰ্তাৰ ৰাজধানী পোন প্ৰথমে লক্ষ্নৌ বুলিয়ে ঘোষণা কৰিছিল। সেই সময়ত সংযোগ বশতঃ বিজনৌৰ জিলাৰপৰা ছেখ অব্দুৰ ৰহীম নামৰ এজন দুখীয়া আৰু পৰিশ্ৰান্ত বয়সস্থ ব্যক্তি চাকৰিৰ সন্ধানত দিল্লী পালেহি। তাতে ৰাজসভাৰ আমীৰ-ওমৰাহৰ লগত সম্পৰ্ক স্থাপন কৰি সম্ৰাটৰ দৰবাৰ পালেহি। শেষত তেওঁক ৰাজকীয় খিতাপধাৰী হিচাপে অন্তৰ্ভুক্ত কৰা হ'ল আৰু তেওঁ লক্ষ্নৌত জাগীৰো পালে। কিছুদিনৰ পাছত তেওঁ খুব ধুমধাম আৰু জাঁকজমকতাৰে নিজৰ জাগীৰলৈ আহিল আৰু তাতেই থাকিবলৈ ললে। তাত মূল লক্ষ্মণ টিলা বা পীৰ মহম্মদৰ টিলাতে নিবাসস্থান সজাই তেওঁ 'পঞ্চ মুহল্লা' সজালে, 'ছেখন' দৰৱাজা সজালে আৰু লক্ষ্নৌতেই সমাধিস্থও হ'ল। তেওঁৰ কবৰ 'নাদান মহল' নামেৰে আজিও বিখ্যাত। আজি কিছুকালৰ আগতে ভাৰত চৰকাৰে এই ভৱন সংৰক্ষণৰ অধিকাৰো লৈছে।

এই সময়তে ইয়াত ছেখ আব্দুৰ ৰহীমে লক্ষ্মণ টিলাৰে ওচৰত অইন এক ওখ ঠাইত এটি সৰুকৈ দুৰ্গ সাজিলে যিটো অইন দুৰ্গতকৈ বেছি শক্তিশালী আছিল সেয়ে এই দুৰ্গৰ প্ৰভাৱ ইয়াৰ মানুহৰ ওপৰত খুব

বেছিকৈ পৰিছিল। সম্ভৱতঃ এই বাবেও যে ছেখ আব্দুৰ ৰহীমে ৰজা ঘৰৰপৰা ইমে মাছী মৰাত্তিক (মীন বিশেষজ্ঞ) উপাধি পাইছিল অথবা এইবাবেই যে এই দুৰ্গৰ এটি ভৱনত 26 মেহৰাব (দুৱাৰৰ ওপৰত থকা ধেনুভিৰীয়া নিৰ্মাণ) সজা আছিল আৰু প্ৰতিটি মেহৰাবত শিল্পীয়ে দুটা দুটা কৈ মাছ আঁকি মুঠ 52টা মাছ অঙ্কণ কৰিছিল। এই দুৰ্গটোৰ নামেই 'মীন ভৱন' (মৎসী ভৱন) ৰূপে বিখ্যাত হৈ পৰিল। 'ভৱন' শব্দ হয় দুৰ্গৰ অৰ্থতেই প্ৰয়োগ হৈছে— নহলে 'বাৱন' শব্দয়েই পৰিৱৰ্তিত হৈ তেনে হৈছে। যি শিল্পীয়ে এই দুৰ্গটো সাজিছিল, তেওঁ লখ্না নামৰ এজন গোৱাল বংশৰ লোক আছিল। আৰু এক কিম্বদন্তী মতে এই লখ্না নাম অনুসৰিয়েই এই নগৰখনৰ নাম লক্ষ্ণৌ হ'ল। অইন কিছুলোকৰ অনুমান মতে লক্ষ্মণপুৰেই বিকৃত হৈ লক্ষ্ণৌ হ'ল। এই তথ্যবোৰৰ যিটোৱেই সঁচা নহওক কেলেই, এইটো সঁচা যে এই অঞ্চলৰ এই নাম ছেখ আব্দুৰ ৰহীমৰ পৰৱৰ্তী কালৰহে।

কিছু সময়ৰ পাছত আব্দুৰ ৰহীমৰ বংশধৰ সকলৰ উপৰিও পাঠানৰ এটি দলো দক্ষিণ দিশৰপৰা আহিল আৰু সেই পাঠান দল ৰামনগৰৰ পাঠান নামে পৰিচিত হ'ল। তেওঁলোকে তেওঁলোকৰ জমিদাৰীৰ সীমা এতিয়াৰ 'গোল দৰৱাজা' থকাৰ ঠাইলৈ বিস্তাৰ কৰিছিল, কাৰণ তাৰপৰা নদীৰপিনে আগুৱাই গলে ছেখসকলৰ মাটিৰ সীমা আৰম্ভ হৈছিল। এই পাঠানসকলৰ পাছত ছেখৰ আৰু এটি ন দলে পূবৰপিনে বসতি আৰম্ভ কৰিলেহি। তেওঁলোক 'ছুয়ুখ নবহৰা' নামে খ্যাত হ'ল। আজি কালি ৰেছিডেন্সীৰ ভগ্নাৱশেষ পৰি থকা ঠাইয়েই তেওঁলোকৰ মাটি আছিল।

এই তিনিও দলৰ নিজ নিজ এলেকাৰ ওপৰত অধিকাৰ আছিল আৰু তেওঁলোক নিজ নিজ ক্ষেত্ৰৰ প্ৰশাসকো আছিল। তথাপি ছেখ সকলৰ প্ৰভাৱ সকলোৰে ওপৰত আছিল আৰু ওচৰপাজৰৰ লোকৰ ওপৰতো তেওঁলোকৰ আধিপত্য প্ৰতিষ্ঠিত আছিল। ইয়াৰ কাৰণ আছিল এওঁলোকৰ দিল্লী দৰবাৰৰ লগত পোনপটীয়া সম্পৰ্ক আছিল

আৰু এওঁলোকৰ বংশৰ কেইবাজনো সম্পূৰ্ণ অৱধ প্ৰান্তৰে চুবেদাৰ নিযুক্ত হৈছিল। তেওঁলোকৰ দুৰ্গ মীন ভৱনৰ নিৰ্মাণৰ এনে প্ৰভাৱ আছিল যে মানুহে কৈছিলেই, "মীন ভৱন যাৰ, লক্ষ্ণৌ তাৰ।"

আকবৰৰ সময়তেই লক্ষ্ণৌৰ উন্নতি আৰম্ভ হৈছিল আৰু ইয়াৰ বসতি চাৰিওপিনে বিয়পিবলৈ ধৰিছিল। অৱধৰ চুবেদাৰ এই ছেখ বংশৰপৰা নিযুক্তি দিয়া সঁচা হলেও সাধাৰণ পৰম্পৰা এয়ে আছিল যে দিল্লীৰ প্ৰতিষ্ঠিত বংশৰ লোককহে এই পদত নিযুক্তি দিছিল, যিসকল হয়তো বছৰ বছৰ ধৰি ঘৰতেই বহি থাকিছিল। কেৱল খাজনা আদায় কৰা সময়ত এবাৰ ভ্ৰমণত যোৱা দৰে যায় আৰু তেওঁৰ সহায়কসকলহে ইয়াত থাকে। অৱশ্যে ইয়াৰ দুই এজন ছেখ যুৱক চুবেদাৰ নিযুক্ত হোৱাৰ ফলত লক্ষ্ণৌৰ বিশেষ উপকাৰেই হৈছিল।

কিন্তু এনে অনুমান হৈছিল যে আকবৰৰ লক্ষ্ণৌৰ প্ৰতি বিশেষ কোনো ৰুচি নাছিল। অৱশ্যে তেখেতে ইয়াৰ বামুণসকলক 'বাজপেয় যজ্ঞ'ৰ বাবে এক লাখ টকা দিছিল আৰু সেই সময়তেই লক্ষ্ণৌৰ বাজপেয়ী ব্ৰাহ্মণসকল বিখ্যাত হৈ পৰিল। ইয়াৰ দ্বাৰাই জানিব পাৰি যে প্ৰাচীন হিন্দু চুবুৰি যি আকবৰৰ সময়তো আছিল সেই বোৰ বাজপেয়ীটোলা, কটাৰীটোলা, সোন্ধীটোলা, বাজাৰীটোলা আৰু গোৱালটোলা আদি চ'কৰ ওচৰেপাজৰে আছিল।

মীৰ্জা চেলিমে, যিজনে সিংহাসনত বহি নুৰুদ্দীন জাহাঙ্গীৰ নাম ললে, বাপেকৰ জীৱদ্দশা আৰু যুৱৰাজ হৈ থাকোঁতেই মীৰ্জা মণ্ডীৰ ভেটি স্থাপন কৰিছিল আৰু ই মীন ভৱনৰ পশ্চিমৰপিনে আছিল। আকবৰৰ সময়ত ইয়াৰ চুবেদাৰ আছিল জন্নাহৰ খাঁ। তেওঁতো দিল্লীতেই থাকিছিল ; কিন্তু তেওঁৰ নায়েব কাজী মহমুদ বিল গ্ৰামীয়ে চ'কৰ দক্ষিণত তাৰ লগত লাগি থকা সোঁফালে মহমুদনগৰ আৰু বাওঁফালে চাহগঞ্জ স্থাপন কৰিলে আৰু এইবোৰ তথা চ'কৰ মাজতে বাদচাহৰ নামেৰেই 'আকবৰী দৰৱাজা' সজালে।

আকবৰৰ শাসনকালত যেতিয়া এই ভৱনবোৰ সজা আৰু এই চুবুৰিবোৰত বসতি আৰম্ভ হৈছিল, লক্ষ্ণৌ এখন ভাল বজাৰ হৈ

পৰিছিল। আৰু উন্নতিৰ তেনে এটি অৱস্থাত উপনীত হৈছিল যে এজন কন্দাচী বেপাৰীয়ে, যিয়ে ঘোঁৰাৰ বেহা কৰিছিল, ইয়াত থাকি লাভ কৰাৰ চেষ্টা কৰিছিল আৰু ৰাজ দৰবাৰৰ পৰা লক্ষ্ণৌত থাকিবৰ বাবে মুস্তামিনী[1] চনদ লৈ ইয়াত আস্তাবল সাজিলে আৰু প্ৰথম বছৰতেই ইমান পইচা ঘটিলে যে চ'কৰ ওচৰতে চাৰিটা সুন্দৰ অট্টালিকা সাজি উলিয়ালে। এবছৰ পাৰ হৈ যোৱাৰ পিছত এই মুস্তামিনী চনদ নবীকৃত কৰিবলৈ খোজাত তেওঁক আৰু বেছি দিন থাকিবলৈ অনুমতি দিয়া নহ'ল। ইয়াৰ পিছতো জোৰ কৰি থাকিবলৈ খোজাত বাদচাহৰ হুকুম অনুসৰি চহৰৰ শাসকসকলে তেওঁৰ ঘৰবোৰ জব্দ কৰি চৰকাৰৰ হাতত গটাই দি তেওঁক ইয়াৰপৰা উলিয়াই দিলে। এই চাৰিওটি ঘৰ বহু দিনলৈ চৰকাৰৰ অধীনত আছিল। আনকি বাদচাহ ঔৰংগজেব আলমগীৰৰ শাসন কালত যেতিয়া মোল্লা নিজামউদ্দীন স্নিং হালৱীয়ে নিজৰ এলেকাৰ উপদ্ৰৱত বিৰক্ত হৈ লক্ষ্ণৌত বাস কৰিবলৈ স্থিৰ কৰিলে তেতিয়া চৰকাৰৰ তৰফৰপৰা উপহাৰ স্বৰূপে সেই চাৰিওটা ঘৰ তেওঁক দি দিয়া হ'ল আৰু তেওঁ সপৰিয়ালে আহি সেই ঘৰত থাকিবলৈ ললে। আজিও ইয়াৰ ওচৰ-পাজৰৰ ঘৰবোৰৰ সৈতে ই 'ফিৰিঙ্গী মহল' নামে বিখ্যাত হৈ আছে। মোল্লা চাহেবৰ শুভাগমনৰ সুফল এয়ে হ'ল যে—লক্ষ্ণৌ জ্ঞান-বিজ্ঞানৰ কেন্দ্ৰ আৰু বিদ্যাৰ্থী সকলৰ আশ্ৰয়স্থল হৈ পৰিল। এই জ্ঞানপীঠৰ এনে প্ৰগতি হ'ল যে মোল্লা নিজামুদ্দীনে তৈয়াৰ কৰা পাঠ্যক্ৰম, যি সিলসিলা-এ নিজামিয়া (নিজামীৰ পাঠ্যক্ৰম) বুলি জনাজাত হৈছিল, বহু বছৰলৈ অকল ভাৰতবৰ্ষতেই নহয় সমগ্ৰ এছিয়াৰ

---

[1] মুস্তামিনৰ অৰ্থ হৈছে শান্তি খোজোঁতা। ইউৰোপবাসী সকলে যিহেতু মুছলমান আৰু হিন্দুসকলৰপৰা বিপদ আশঙ্কা কৰিছিল সেয়ে ব'তেই থাকিব খুজিছিল, তাৰ কাৰণে দিল্লী দৰবাৰৰপৰা 'মুস্তামিনী চনদ' লোৱাৰ ব্যৱস্থা কৰিছিল, যাতে শাসক আৰু প্ৰজাসকলে দিগ্ নকৰে। এই চনদ দিয়াৰ ফলত ৰাজ্যৰ দায়িত্ব বাঢ়ি যোৱা হেতুকে সেয়ে এবছৰতকৈ বেছি সময়ৰ বাবে এনে চনদ দিয়া নহৈছিল।

পাঠ্যক্ৰম হৈ পৰিছিল। ইয়াৰ ভিতৰত জ্ঞান সম্বন্ধীয় বিশেষত্বৰ লগতে আৰু কিছু লাভদায়ক গুণো আছিল। এই কথা খুব সহজেই ইয়াৰপৰাই অনুমান কৰিব পাৰি যে সেই সময়ত দূৰ-দূৰণিৰ পৰাও বহুত বিদ্যাৰ্থী আহি ইয়াত সম্মিলিত হৈছিল।

ইউৰোপীয় পৰ্যটনকাৰী লৈকেটে 1631 খ্বঃ ত অৰ্থাৎ চাহজহাঁৰ শাসনকালৰ আৰম্ভতে ভাৰতবৰ্ষ ভ্ৰমণ কৰিছিল, তেখেতে লক্ষ্ণৌৰ বিষয়ে লিখিছিল, 'ই এখন খুব ভাল বজাৰ। চাহজহাঁৰ সময়ত ইয়াৰ চুবেদাৰ আছিল চুলতান আলীচাহ কুলী খাঁ। তেওঁৰ দুজন পুতেক আছিল মীৰ্জা ফাজিল আৰু মীৰ্জা মন্সুৰ। এওঁলোকৰ দুজনৰ নামেৰেই তেওঁ মহমুদনগৰৰ দক্ষিণৰপিনে আগুৱাই দুটি নতুন চুবুৰি ফাজিলনগৰ আৰু মন্সুৰনগৰ সাজিলে।'

সেই সময়ত ইয়াত আচৰফ আলী খাঁ নামৰ এজন সেনাপতি আছিল। তেৰোঁ নিজৰ নামেৰেই আচৰফাবাদ নিৰ্মাণ কৰিলে আৰু তেওঁৰ ভায়েক মুচৰ্ৰফ আলী খাঁই নলাৰ অইন পাৰত নিজৰ ঘৰ বান্ধি মুচৰ্ৰফাবাদ নামৰ আৰু এটি নতুন চুবুৰি পাতিলে। ইয়াৰ নাম ঘঁহনি খাই খাই এতিয়া নৌৰপ্তা হৈ পৰিল। সেই সময়তে পীৰ খাঁ নামৰ আৰু এজন সেনা অধিকাৰী আছিল। তেওঁ এই সকলো চুবুৰিৰ পশ্চিমলৈ গৈ নিজৰ দুৰ্গ সাজিলে। সেই ঠাইক আজিও পীৰ খাঁৰ গ'ড বুলিয়েই কয়।

বাদচাহ ঔৰংগজেৱ আলমগীৰ কোনো কামত অযোধ্যালৈ গৈছিল। ঘূৰি আহোঁতে লক্ষ্ণৌ হৈ দিল্লীলৈ গ'ল। সেই সুযোগতে তেওঁ চাহ পীৰ মুহম্মদৰ টিলাত মচজিদটো সজালে যিটো আচল লক্ষ্মণ টিলাত হোৱা বাবে ইমান ওখত অৱস্থিত যে তাতকৈ উপযুক্ত স্থান মচজিদৰ বাবে লক্ষ্ণৌত পাব নোৱাৰি। আৰু সম্ভৱতঃ এই সুযোগতে তেওঁ ফিৰিঙ্গী মহলৰ ঘৰকেইটা সেই সময়ৰ বিদ্বান মোল্লা নিজামুদ্দীনক উপহাৰ হিচাপে দিছিল।

মুহম্মদ চাহ ৰঙ্গীলাৰ সময়ত লক্ষ্ণৌৰ চুবেদাৰ আছিল গিৰধা নাঙ্গা নামৰ এজন হিন্দু সেনাপতি। তেওঁৰ খুৰা ছবীলে ৰাম দিল্লীৰ

দৰবাৰৰ তৰফৰ পৰা এলাহাবাদৰ শাসক নিযুক্ত হৈছিল। ছুৰীলে খামৰ মৃত্যুৰ পিছত গিৰধা নাঙ্গাই বিদ্ৰোহ কৰিলে আৰু খুৰাকৰ ঠাইত জোৰ কৰি এলাহাবাদৰ শাসক হ'বলৈ মানস কৰিলে। কিন্তু পিছত নিজেই কিবা চিন্তা কৰি বিশ্বস্ততা আৰু আজ্ঞাকাৰিতা প্ৰকাশ কৰিলে। ফলত দৰবাৰৰফালৰ পৰা তেওঁক অৰধৰ চুবেদাৰৰ 'খিলাত' (বাদচাহৰ তৰফৰপৰা সম্মানার্থে দিয়া বস্ত্ৰ বিশেষ) দিয়া হ'ল। তেওঁ তাতে থাকিবলৈ ললে আৰু তেওঁৰ ঘৈণীয়েকে (তেওঁক ৰাণী বুলি মতা হৈছিল) ৰাণী কটৰা (ৰাণী বগুৰা চুবুৰি) স্থাপন কৰিলে।

কিন্তু ইয়াৰ হাকিম আৰু চুবেদাৰ যিয়েই হওক, ছেখজাদা সকলৰ এনে প্ৰভাৱ আছিল যে কোনো শাসক যিমানেই শক্তিশালী নহওক কেলেই আৰু চৰকাৰৰ তৰফৰপৰা যি চনদেই নানক কেলেই তেওঁলোকৰ এলেকাত সোমাব নোৱাৰিছিল। 'মীন ভৱনে' অৱশ্যে ধনীসকলৰ মহল হিচাপে খ্যাতি পাইছিল, কিন্তু ছেখজাদাসকলে ইয়াক নিজৰ স্থায়ী সম্পত্তি কৰি লৈছিল। দিল্লীৰপৰা যি অধিকাৰীয়ে নাহক কেলেই তেওঁলোকৰ কাষ চাপিব নোৱাৰিছিল। তেওঁলোকে মীন ভৱনৰ ওচৰতে আৰু দুটা অট্টালিকা সজাইছিল, এটাৰ নাম দিছিল 'মুবাৰক মহল', আনটোৰ নাম আছিল 'পঞ্চ মহলা'। পঞ্চ মহলাৰ বিষয়ে কোনো কোনোৱে কয় যে ইয়াৰ ওচৰাওচৰিকৈ 5টা মহল সাজিছিল আৰু দক্ষিণ দিশত "ছেখন দৰৱাজা" নামৰ কাৰুকাৰ্য্যখচিত এখন দুৱাৰ আছিল। চহৰৰ যি-সকল মানুহে এই মহললৈ যাব খোজে তেওঁলোক এই দুৱাৰেদিয়েই যাবলগীয়া হৈছিল।

এই দুৱাৰৰ ওপৰত বীৰ ছেখজাদাই এখন খোলা তৰোৱাল ওলোমাই থৈছিল আৰু আদেশ ঘোষণা কৰিছিল যে ইয়ালৈ যিয়েই আহিব, লাগিলে যিমানেই ডাঙৰ মানুহ নহওক কিয়, এই তৰোৱাল-খনক মূৰ দোৱাঁই প্ৰণাম কৰিব লাগিব—তেতিয়াহে আগলৈ খোজ দিব পাৰিব। এই আদেশ অমান্য কৰিবলৈ সাহস জানো কাৰোবাৰ আছিল? আনকি দিল্লী দৰবাৰৰ দ্বাৰা নিযুক্ত হৈ অহা

শাসনকৰ্তাৰ্য়ো ছেখসকলক সাক্ষাত্ কৰিবলৈ আহোঁতে, বাধ্য হৈ এই তৰোৱালক মূৰ দোঁৱাই প্ৰণাম কৰিব লাগিছিল।

লক্ষ্ণৌৰ অৱস্থা এয়া আছিল। 1732 খৃঃ ত নবাব ছাহাদত খাঁ বুৰহান-উল-মুল্কক দিল্লী দৰবাৰে অৱধৰ চুবেদাৰ নিযুক্ত কৰিলে। এওঁৰ দ্বাৰাই হিন্দুস্তানৰ এই অন্তিম পূৰ্বী দৰবাৰৰ ভেটি স্থাপন হ'ল যাৰ উৎকৰ্ষকেই আমি প্ৰাচ্য সংস্কৃতিৰ শেষ উদাহৰণ বুলি মানিব খোজোঁ। এই সংস্কৃতিৰ প্ৰথম পদচিহ্ন স্বৰূপ আৰু এই প্ৰাচ্য লক্ষ্ণৌ দৰবাৰৰ পৰিশিষ্ট স্বৰূপ ফৈজাবাদৰ বৰ্ণনা আমি আগতেই কৰিলোঁ। এই অধ্যায়ত এই দৰবাৰ প্ৰতিষ্ঠা হোৱাৰ আগৰ লক্ষ্ণৌৰ বৰ্ণনা কৰা হ'ল। আগলৈ কেইটামান অধ্যায়ত আমি মিশাপুৰী পৰিয়ালৰ শাসনৰ বুৰঞ্জী দাঙি ধৰিম আৰু তাৰ পাছত সেই সংস্কৃতি কি আৰু কেনে আছিল তাৰ বৰ্ণনা দিম।

## 3

নবাব বুৰহান-উল-মুল্ক কেৱল ছয় বছৰ অৱধ আৰু লক্ষ্ণৌত থাকিব পাৰিছিল এনেতে 1735 খৃঃত নাদিৰছাহে হিন্দুস্থান আক্ৰমণ কৰিলে আৰু তেওঁক বৰ আগ্ৰহেৰে দিল্লীলৈ মাতি পঠিয়ালে। সেই উপদ্ৰৱ-পীড়িত যুগত যি ঘটনা ঘটিল তাৰ সৈতে লক্ষ্ণৌৰ কোনো সম্বন্ধ নাছিল। লক্ষ্ণৌত তেওঁ নিজৰ ভতিজা আৰু জোঁৱাই চফদৰজঙ্গক প্ৰতিনিধি আৰু সহায়ক হিচাপে থৈ গৈছিল। নাদিৰে দিল্লীত লুটপাত আৰু হত্যাকাণ্ড কৰি শেষ কৰিছিল কিন্তু তাতেই আছিল। এনেতে নবাব বুৰহান-উল-মুল্কৰ দিল্লীতেই মৃত্যু ঘটিল। তেওঁৰ ভতিজাক ছেৰজঙ্গে নবাবৰ পিছত তেওঁক চুবেদাৰ পদ দিবলৈ খাটনি ধৰিলে, কিন্তু বুৰহান-উল-মুল্কৰ বিশ্বস্ত কৰ্মচাৰী ৰাজা লক্ষ্মীনাৰায়ণে এনে ভাবৰ চিঠি এখন নাদিৰছাহলৈ লিখি পঠিয়ালে।—"নবাব বুৰহান-উল-মুল্কে ছেৰজঙ্গক ভাল নাপাইছিল আৰু এই কাৰণেই জীয়েকক

চফদৰজঙ্গলৈ বিয়া দিছিল। তেওঁ নবাবৰ প্ৰতিনিধিত্ব কৰিছিল আৰু বৰ্তমানে সময়তো সেই পদতেই আছে। বুৰহান-উল-মুল্কৰ সম্পত্তিৰ মালিক চৰকাৰ- যাকেই ইচ্ছা তাকেই দিব পাৰে, কাৰণ তেওঁৰ কোনো উত্তৰাধিকাৰী নাই। এই ক্ষেত্ৰত ইয়াকো জনাব খোজোঁ যে চফদৰজঙ্গ গম্ভীৰ স্বভাৱৰ, ঈশ্বৰভক্ত, যোগ্য আৰু কথা ৰখা মানুহ। সৈন্য বাহিনীয়েও তেওঁক ভাল পায়। ইয়াৰ উপৰিও চফদৰজঙ্গে হুজুৰক বুৰহান-উল-মুল্কে দিব খোজা দুই কোটি টকা যোগাৰ কৰি থৈছে। আপুনি যি সময়তেই হুকুম দিব সেইখিনি দিব পৰা হ'ব। এইবোৰ কাৰণতেই আমি আশা ৰাখিছোঁ হুজুৰে এওঁকেই ৰাখিব।”

এই আবেদন দেখিয়েই নাদিৰছাহে চফদৰজঙ্গৰ বাবে মুহম্মদ ছাহৰ-পৰা চুবেদাৰৰ বিশেষ পোছাক নিজেই ললে আৰু এজন সহকৰ্মীৰ লগত এশজন অশ্বাৰোহী সৈন্য দি চফদৰজঙ্গৰ ওচৰলৈ পঠিয়ালে। চুবেদাৰৰ পোছাক পিন্ধি লৈ চফদৰজঙ্গে দুই কোটি টকাৰ উপহাৰ নাদিৰলৈ পঠিয়াই দিয়ালে আৰু নিজ ৰাজ্যক্ষেত্ৰত শাসন চলাবলৈ লাগিল।

চফদৰজঙ্গৰ সম্পূৰ্ণ নাম আছিল মীৰ্জা সকীম আবুল মন্সুৰ খাঁ চফদৰজঙ্গ। যদিও এওঁত বুৰহান-উল-মুল্কৰ লেখীয়া সঁচা বীৰত্ব, সৰলতা, ন্যায়নিষ্ঠতা আৰু উদ্যম নাছিল, তথাপি তেওঁ ডাঙৰ দানবীৰ, সাহসী, দয়ালু, প্ৰজাবৎসল আৰু সুশাসক আছিল। নগৰৰপৰা তিনি মাইল আঁতৰত তেওঁ জলালাবাদ দুৰ্গ সজালে আৰু মীন ভৱনৰ ভিতৰত পঞ্চ মহলৰ যি পুৰণি অট্টালিকা আছিল ছেখজাদাসকলৰ পৰা অধিগ্ৰহণ কৰিলে আৰু ইয়াৰ ক্ষতিপূৰণ হিচাপে দুখন গাঁৱত 700 একৰ মাটি বসবাস কৰিবলৈ দিলে। ছেখজাদাসকলৰ মনত অশান্তি হলেও ইয়াৰ ফলত লক্ষ্ণৌৰ বসতিও বাঢ়িল আৰু বিস্তাৰো হ'ল। 'মীন ভৱন'ক চফদৰজঙ্গে নতুনকৈ ধুনীয়াকৈ সজালে। কিন্তু চফদৰজঙ্গে পাঁচ বছৰহে নিজ এলেকাত ৰাজত্ব কৰিবলৈ পালে, এনেতে দিল্লীৰপৰা তেওঁক মাতি পঠিয়ালে। ৰাজা নৱলৰায়ক

প্ৰতিনিধিৰূপে লক্ষ্ণৌত এৰি চফদৰজঙ্গ দিল্লীলৈ গ'ল। নৱাবায় বিদ্যোৎসাহী, নিয়মানুৱৰ্তী, পৰিশ্ৰমী, বীৰ আৰু মহান শাসক আছিল। ইয়াৰ লগতে ঈশ্বৰে মালিকৰ নিচিনা উৎসাহ আৰু দানশীলতা গুণো এওঁক দিছিল। 'মীন ভৱন'ৰ সমুখত নদীত এখন দলং সাজিবলৈ তেওঁ চিন্তা কৰিলে। তলৰ 'পায়া'ৰ বুনিয়াদ সাজিবৰ বাবে দ কুঁৱা খনোৱা হ'ল, কিন্তু 'পায়া' সাজিবলৈ আৰম্ভ হোৱাৰ আগতেই মালিকৰ আদেশ মতে আহমদ খাঁ বংগশক প্ৰতিৰোধ কৰিবলৈ যাবলগীয়া হ'ল। এই অভিযানত তেওঁ যথেষ্ট সৈন্যসামন্ত লৈ গৈছিল কিন্তু তেখেতৰ মৃত্যু ঘটিল আৰু আৰম্ভ কৰা দলঙৰ কাম আধৰুৱা হৈয়েই ৰ'ল।

আহমদ খাঁ বংগশ সেই সময়ৰ মহা পৰাক্ৰমী ব্যক্তি আছিল, তেওঁক প্ৰতিদ্বন্দ্বিতা কৰিবলৈ বুৰহান-উল-মুল্কৰ প্ৰয়োজন আছিল। চফদৰজঙ্গ তেওঁৰ প্ৰতিদ্বন্দ্বীৰ যোগ্য নাছিল। ফল হ'ল আহমদ খাঁ আৰু লগতে আফগান সকলৰ শক্তি বাঢ়িল। চফদৰজঙ্গে লাখ চেষ্টা কৰিলে, খোদ দিল্লীৰ বাদচাহকেই তেওঁৰ বিৰুদ্ধে থিয় কৰালে, কিন্তু বংগশৰ একো কৰিব নোৱাৰিলে। তেওঁৰ ইঙ্গিত মতেই হাফিজ ৰহমত খাঁই অৱধৰ নগৰে-গাঁৱে লুটপাত আৰম্ভ কৰিলে। ফৈজাবাদ দখল কৰি ললে আৰু লক্ষ্ণৌ দখল কৰিবৰ উদ্দেশ্যে আহমদ খাঁ বংগশৰ আপোন পুতেক মহমুদ খাঁ সসৈন্যে আগ বাঢ়িল।

1750 খৃঃত পাঠানে মলীহাবাদত নিজা থানা পাতিলে আৰু 1751 খৃঃত মহমুদ খাঁৰ কোনো এজন সম্পৰ্কীয়ই কুৰি হেজাৰ সৈন্য লৈ লক্ষ্ণৌৰপিনে যাত্ৰা কৰিলে। চহৰৰ বাহিৰতে বাহৰ পাতিলে আৰু এজনক কটোৱাল নিযুক্ত কৰি নগৰৰপিনে পঠিয়ালে, কিন্তু নগৰত চফদৰজঙ্গৰ কোনো লোক নাছিল। যি দুই-চাৰি জন আছিল, পাঠান অহা খবৰ শুনি পলাল আৰু পাঠানৰ কটোৱালে আহি নগৰত ব্যভিচাৰ আৰম্ভ কৰি দিলে।

সেই সময়ত লক্ষ্ণৌৰ ছেখজাদাসকলৰ ভিতৰত সকলোতকৈ প্ৰতিষ্ঠিত আৰু সম্মানিত আছিল ছেখ মুইজউদ্দিন। তেওঁ আফগান

চৰ্দাৰক নগৰৰ বাহিৰত সাক্ষাৎ কৰিলে। সেই সময়ত কোনোবাই গৈ তেওঁৰ ওচৰত ওজৰ তুলিলে যে নগৰবাসীয়ে আপোনাৰ কটোৱালৰ অপমান কৰিছে আৰু তেওঁৰ আদেশ কোনোৱে নামানে। ছেখ মুইজুদ্দিনে ক'লে—'এনে ধৃষ্টতা কৰাৰ সাহস কাৰ? মই যাওঁ অত্যাচাৰীক দণ্ড দিওঁগৈ।' এই বুলি কৈ ঘূৰি আহিল আৰু সকলো ভাই বন্ধুক মাতি আনি ক'লে 'পাঠানবিলাকৰ কথা আৰু কামৰ কোনো বিশ্বাস নাই।" আমি চফদৰজঙ্গক সহায় কৰাটোৱেই উত্তম হ'ব আৰু সকলোৱে মিলি পাঠানক ইয়াৰপৰা উলিয়াই দিব লাগিব। ইয়াৰ পাছত ঘৰৰ গহনা-গাঠৰি বেছি সৈন্য গোটালে আৰু সকলো ছেখজাদাক গোটাই লৈ কটোৱালৰ ওপৰত আক্ৰমণ কৰিলে। সি প্ৰাণ লৈ পলাল আৰু ছেখচাহাবে কোনো এজন মোগলক দৰবাৰী পোছাক পিন্ধাই নিজা ঘৰত বহুৱালে আৰু ঘোষণা কৰি দিলে যে চফদৰজঙ্গে এই মোগল জনক কটোৱাল হিচাপে পঠাইছে। তাৰ লগতে অলীৰ নামৰ এখন সেউজীয়া পতাকা উৰুৱালে আৰু মানুহ-বিলাক তাৰ তলত জমা হ'লহি।

এই খবৰ শুনিয়েই পাঠানসকলে আক্ৰমণ আৰম্ভ কৰি দিলে। ছেখজাদাসকলে প্ৰাণটাকি যুঁজিলে আৰু অসীম বীৰত্ব দেখুৱালে। পাঠানে এই আক্ৰমণ সহ্য কৰিব নোৱাৰিলে। পোন্ধৰ হেজাৰ সৈন্যৰ সৈতে পলাল আৰু ছেগ পাই ছেখজাদাসকলে পাঠানহঁতক সমগ্ৰ অৱধ ৰাজ্যৰ পৰাই খেদি দিলে।

দুবছৰৰ পিছত যেতিয়া আহমদ খাঁ বংগশৰ লগত সন্ধি হ'ল, 1753 খ্ৰীঃত নবাব চফদৰজঙ্গ পুনৰ লক্ষ্ণৌলৈ আহিল আৰু মেহদী ঘাটত থাকিবলৈ ললে। নিজে থাকিবৰ বাবে এটি বিশেষ ঘৰ সাজিলে,আৰু সৈন্যবাহিনী সংগঠন কৰাত মন দিলে। কিন্তু তাৰ বাবে সময় নাপালে। সেই বছৰতে চুলতানপুৰৰ ওচৰত পাপড়ঘাটৰ বাহৰত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ শৱ প্ৰথমে ফৈজাবাদৰ গুলাব-বাড়ীলৈ নি কবৰ দিলে। কিছুদিন পাছত হাড়বোৰ দিল্লীলৈ নি কবৰ দিলে। ইয়াৰ ওপৰত সজা ভব্য মকবৰা আজিও দিল্লীত

আছে। গোটেই বিশ্বৰ ভ্ৰমণকাৰীয়ে ইয়াক বৰ মৰমৰ দৃষ্টিৰে চায়।

## 4

চফদৰজঙ্গ মন্সুৰ আলী খাঁৰ মৃত্যুৰ পিছত 1753 খৃঃত তেওঁৰ পুতেক নবাব চুজাউদ্দৌলা পাটত বহিল। তেওঁৰ বিষয়ে প্ৰথম অধ্যায়তে সাধাৰণভাৱে কোৱা হৈছে। তেওঁ এজন বীৰোদ্ধত, চঞ্চল স্বভাৱৰ লোক কিন্তু সাহসী শাসক আছিল। দুৰ্ভাগ্যবশতঃ তেওঁৰ শাসন-কালত ডাঙৰ ডাঙৰ উপদ্ৰৱ আৰু কাজিয়া-পেছাল হ'ল। বিশ্বৰ দুটি ইতিহাস প্ৰসিদ্ধ জাতি আৰু শক্তিৰ ভাগ্য পৰীক্ষা তেওঁৰ চকুৰ আগতে হ'ল। প্ৰথমতে পানীপতৰ ভয়ানক যুদ্ধ হ'ল য'ত অহমদ চাহ দুৰ্ৰাণী, চুজাউদ্দৌলা আৰু নজীবউদ্দৌলাৰ সৈতে ৰুহেলখণ্ডৰ পাঠানৰ সম্পূৰ্ণ শক্তিশালী সৈন্যদল এফালে আৰু মাৰাঠা সৈন্যবাহিনী অইনফালে। ইয়াৰ পাছত বক্সাৰত ভীষণ যুদ্ধ হ'ল য'ত ইংৰাজৰ সুশিক্ষিত সৈন্য এফালে আৰু চুজাউদ্দৌলাৰ বিৰাট বাহিনী অইনফালে। এই যুদ্ধই, পানীপত যুদ্ধৰ চাৰি বছৰৰ পিছত, 1776 খৃঃত 24 ঘণ্টাৰ ভিতৰত এই সিদ্ধান্ত কৰি দিলে যে হিন্দুস্থান এতিয়া আৰু মুছলমানৰ নহয়—ইংৰাজৰহে।

এই যুদ্ধবোৰৰ আগতে চুজাউদ্দৌলা যদিও লক্ষ্ণৌতে আছিল, তথাপি ডাঙৰ ডাঙৰ অভিযান, ৰাজনৈতিক ব্যস্ততা আৰু সৈন্য, অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ আদিৰ বাবে সিমান অৱসৰ নাপাইছিল যে নগৰখনৰ উন্নতি কৰা বা সজোৱাৰ বাবে মন দিব। তেওঁ দুৰ্গ সজালে, গড় সজালে, যুদ্ধৰ সামগ্ৰী গোটালে। তেওঁ নিজৰ ঘৰখন ঠিক কৰা আৰু নগৰখন সজাবলৈ সময়কে নাপালে। বক্সাৰ যুদ্ধৰ পিছত, আমি আগতেই কোৱা মতে, তেওঁ ফৈজাবাদত বাস কৰিবলৈ ললে আৰু সেয়ে লক্ষ্ণৌ তেওঁৰ অনুগ্ৰহৰপৰা বঞ্চিত হৈ ৰ'ল। 1775 খৃঃত

তেওঁৰ মৃত্যু হ'ল আৰু নবাব আছফউদ্দৌলা তেওঁৰ উত্তৰাধিকাৰী হ'ল।

আছফউদ্দৌলাই ৰাজসিংহাসনত বহিয়েই মাকৰ লগত কাজিয়া কৰি লক্ষ্ণৌলৈ ওলাল আৰু তেতিয়াৰ পৰাই অৱধ দৰবাৰৰ শাসন শক্তিৰ হ্ৰাস আৰু লক্ষ্ণৌৰ বাহ্যিক জাকজমকতা বাঢ়িবলৈ ধৰিলে। বক্সাৰ যুদ্ধত জয়ী হোৱাৰ পিছত ইংৰাজসকলে অৱধৰ শাসন কাৰ্যত হস্তক্ষেপ-কৰাৰ নানা অধিকাৰ লৈছিল, যাৰ ফলত ইয়াৰ সৈন্যবাহিনীৰ প্ৰগতিত সময়ে সময়ে বাধা-নিষেধ আৰোপ কৰিব ধৰিলে। তেওঁলোকৰ এই কথাৰ প্ৰতি সম্পূৰ্ণ দৃষ্টি ৰাখিলে যাতে অৱধৰ সৈন্য-বাহিনী পুনৰবাৰ ইংৰাজ সৈন্যৰ সন্মুখীন হোৱাৰ শক্তি সংগ্ৰহ কৰিব নোৱাৰে। তথাপি চুজাউদ্দৌলা জীয়াই থকালৈকে, ফৈজাবাদত সৈন্যশক্তি সবল কৰাৰ চেষ্টা চলায়েই থাকিল। ৰাতিয়ে দিনে তেওঁৰ সেই চিন্তাই আছিল। মুন্সী ফৈজ বক্সে, তেওঁ লিখা বুৰঞ্জী, 'তাৰিখ-এ-ফৰহৰত্বছ'ত সেই সময়ৰ প্ৰত্যক্ষ বিৱৰণী দি লিখিছে "...তত্তালিকে গুলী ভৰাই মৰা বন্দুকৰ দিশত চুজাউদ্দৌলাৰ সৈন্যৰ লগত ইংৰাজ সেনাৰ বন্দুকৰ কোনো মহত্ব নাছিল।"

কিন্তু আছফউদ্দৌলাৰ যুগ আৰম্ভ হোৱাৰ লগে লগে সকলো শেষ হৈ যাব ধৰিলে। ইংৰাজসকলে খুব বুদ্ধিৰে নিজৰ অধিকাৰ বঢ়াবলৈ ধৰিলে আৰু বৰ কৌশল কৰি আছফউদ্দৌলাক সৈনিক প্ৰগতি সম্পৰ্কে নিশ্চিন্ত হৈ অইন কাৰ্যকলাপত মন দিবলৈ মান্তি কৰালে। সৈন্যবাহিনী সম্বন্ধে আছফউদ্দৌলাৰ নিজৰো একো নিচা নাছিল। তেওঁক লাগিছিল—আমোদ প্ৰমোদৰ বাবে খৰচ কৰিবলৈ টকা আৰু সৈন্যবাহিনী নাইকিয়া কৰিব নোৱাৰিলে এই ধন পোৱা সম্ভৱ নাছিল। সেয়ে তেওঁ নিজৰ বাবে কম সংখ্যক সৈন্য ৰাখি, বাকীবোৰক চাকৰিৰ পৰা অব্যাহতি দি বিলাস-বাসনাত মত্ত হ'ল। তেওঁ পদচ্যুত মিত্ৰমণ্ডলীৰ আজ্ঞাবহ আছিল। তেওঁলোকৰ ইঙ্গিতমতেই উঠা-বহা কৰিছিল আৰু অইনৰ কোনো উপদেশ তেওঁ শুশুনিছিল।

এই নিষ্ঠা আৰু প্ৰেমৰ প্ৰতিদানস্বৰূপে ইংৰাজসকলে ৰুহেলখণ্ড দখল কৰি ললে। মাক বহু বেগম চাহেবাক যাতনা দিব আৰু লুটিবৰ নিমিত্তে ইংৰাজৰ সহায় ভিক্ষা কৰাত, বৰ উদাৰভাবে তেওঁক নৈতিক সহায়তা দি সমৰ্থন জনালে। কিন্তু তথাপিও তেওঁৰ শাসন-কালত, বাহ্যিক অইন কোনো শাসনৰ প্ৰভাৱ লক্ষ্ণৌৰ জনসাধাৰণে অনুভৱ কৰিব পৰা নাছিল। তাৰ কাৰণ আছিল আছফউদ্দৌলাৰ সাধাৰণ উদাৰতা আৰু বিলাসিতাই সমগ্ৰ প্ৰজা সাধাৰণকে বিলাসী কৰি তুলিছিল। এই বিলাস-বাসনাৰ-বাবেই শেষ ফল কি হ'ব সেই কথাৰ প্ৰতি মন দিয়াৰ আৱশ্যকতা অনুভৱ কৰা নাছিল।

এই বিলাসিতাৰ ফল হ'ল এয়ে যে লক্ষ্ণৌৰ দৰবাৰত যি ৰমক-জমকতাৰ জন্ম হ'ল সি অইন কোনো দৰবাৰতেই পোৱা নগৈছিল। ভোগ-বিলাসৰ এনে সামগ্ৰী সংগৃহীত হ'ল যিবোৰ অইন ঠাইত পোৱা নগৈছিল। সেই সময়ত লক্ষ্ণৌ চহৰৰ এনে জেউতি আছিল যে হিন্দুস্থানেই নহয় সমগ্ৰ পৃথিৱীৰে কোনো নগৰে লক্ষ্ণৌৰ উৎকৰ্ষতা আৰু উন্নতিৰ লগত ফেৰ মাৰিব নোৱাৰিছিল। চুজাউদ্দৌলাই যি ধন সৈন্যবাহিনী আৰু যুদ্ধৰ প্ৰস্তুতিৰ বাবে খৰচ কৰিছিল, সেই ধন আছফউদ্দৌলাই নিজ বিলাসিতা আৰু নগৰখন সজোৱা আৰু সম্পন্নশালী কৰাত খৰচ কৰিছিল আৰু অলপ দিনৰ ভিতৰতে পৃথিৱীৰ সকলো খদম-দম ইয়াত গোট খুৱালে। তেওঁৰ আকাঙ্ক্ষা আছিল এয়ে যে হায়দৰাবাদৰ নিজামেই হওক বা টীপু চুলতানেই হওক, কাৰো দৰবাৰৰ চাকচিক্যতা তেওঁৰ দৰবাৰৰ ৰমক-জমকতকৈ যেন বেছি হ'ব নোৱাৰে।

পুতেক ৱজীৰ আলীৰ বিয়াত তেওঁ এনে বিলাসিতা দেখুৱালে যে সেই বৰযাত্ৰীৰ ৰমক-জমকৰ তুলনা, বুৰঞ্জীত আৰু ক'তো পোৱা নাযায়। বৰযাত্ৰীৰ শোভাযাত্ৰাত বাৰশ হাতী আছিল আৰু দৰাই যি সাজ ৰাজ-পোছাক পিন্ধিছিল তাত কুৰি লাখ মূল্যৰ মণিমুকুতা লগোৱা আছিল। নাচ-গানৰ বাবে দুটি ভব্য আৰু সুসজ্জিত শিবিৰ সজোৱা হৈছিল—প্ৰত্যেকটোৰেই 60 ফুট বহল, 1200 ফুট দীঘল

আৰু 60 ফুট ওখ আছিল। এই দুই শিবিৰ ইমান সুন্দৰ আৰু মূল্যবান কাপোৰেৰে সজাইছিল যে এই দুটি সজাত ৰাজকোষৰ দহলাখ টকা খৰচ হ'ল।

তেওঁৰ দিনত নদীৰ পাৰত 'মীন ভৱন'ৰ পশ্চিম পিনে দৌলত খানা, ৰাণী দৰৱাজা আৰু অতুলনীয় ইমামবাড়াৰ অট্টালিকা নিৰ্মাণ আৰম্ভ হ'ল। যিহেতু অভিজাত ব্যক্তিসকলে দিনত বনুৱাৰ কাম কৰাটো অপমানজনক বুলি ভাবিছিল, সেয়ে ভৱন নিৰ্মাণৰ কাম দিনৰ দৰে ৰাতি চলিছিল। নগৰৰ দুখীয়া আৰু খাবলৈ নোপোৱা সকলে ৰাতিৰ অন্ধকাৰত বনুৱা দলত যোগ দিছিলহি আৰু মহলাৰ পোহৰত কাম কৰিছিল। এই ভৱনটো নবাৱে যি নিষ্ঠা, ভক্তি আৰু ধাৰ্মিক ভাৱেৰে সজাইছিল, তেনে পৱিত্ৰ আৰু সঁচা উৎসাহেৰে মানুহবোৰে সাজি উলিয়ালে। ফলত এনে সুন্দৰ আৰু ভব্য ভৱন নিৰ্মিত হ'ল যে ই এনে ধৰণৰ অতুলনীয় আৰু অদ্ভুত হৈ পৰিল। ইয়াৰ নক্সা তৈয়াৰ কৰিবৰ নিমিত্ত ডাঙৰ ডাঙৰ, বিখ্যাত স্থপতিবিদ আৰু শিল্পী সকলক আহ্বান কৰা হ'ল। সকলোৱে নিজৰ নক্সা অইন সকলোতকৈ ভাল কৰিবলৈ চেষ্টা চলাবলৈ ধৰিলে। কিন্তু কিফায়ত উল্লাহ নামৰ এজন অসাধাৰণ শিল্পীৰ নক্সা মঞ্জুৰ কৰা হ'ল আৰু সেই নক্সা অনুসৰি 167 ফুট দীঘল 53 ফুট বহল ভৱনৰ নিৰ্মাণকাৰ্য আৰম্ভ হ'ল। ইটা আৰু খুব ভাল চূণেৰেই এই ভৱন সজোৱা হৈছিল। মজিয়াৰ পৰা চাললৈ ক'তো কাঠৰ নাম নাই। এই ভৱনৰ মোগল বাদচাহ সকলৰ পাথৰেৰে সজা ভৱন সমূহৰ লগত কোনো সম্বন্ধ নাই, কাৰণ লক্ষ্নৌত ইমান বেছি মাৰ্বল পাথৰ পোৱা নাযায়। কিন্তু তথাপি ইমামবাড়া আৰু আছফউদ্দৌলাৰ অইন অইন ভৱনলৈ চালে এক নতুন সৌন্দৰ্য আৰু ভব্যতা দেখিবলৈ পোৱা যায়। ইমামবাড়াৰ লোহাৰ চিকেৰে সজা ইমান ডাঙৰ ভৱন যে পৃথিৱীৰ ক'তো ইমান ডাঠ আৰু গধুৰ ছাল পোৱা নাযায় আৰু, এই কাৰণেও ইয়াকো পৃথিৱীৰ ভিতৰত আশ্চৰ্যজনক শিল্প-নৈপুণ্য বুলি কোৱা হয়।

আছফউদ্দৌলাৰ ভৱন সমূহত ইউৰোপৰ প্ৰভাৱ সমূলি নাছিল।

এইবোৰ সম্পূৰ্ণ নিজা খাচ এছিয়াৰ ভৱন, যিবোৰত কেৱল বাহ্যিকতাই নাই আৰু প্ৰকৃত অৰ্থতে ভব্যতা দেখিবলৈ পোৱা যায়। নবাব আছফউদ্দৌলাৰ পাছত অইন কোনোৱে এই ভৱনবোৰৰ তত্বাৱধান নললে। চিপাহী বিদ্ৰোহৰ পিছত ইংৰাজে এইবোৰ অধিকাৰ কৰি ললে আৰু ওচৰ-পাজৰৰ ঘৰবোৰ ভাঙি দিলে। কেৱল নদীৰপিনে এৰি, বাকী তিনিওফাল সমতল কৰি ইমামবাড়াক দুৰ্গ আৰু ৰুমী দৰৱাজাক ইয়াৰ দুৱাৰ (ফটক) কৰিলে। সেই সময়ত ইমামবাড়াত বগা চাহাব সকলে বাস কৰিছিল। তাৰ ডাঙৰ হল ঘৰত অস্ত্ৰাগাৰ আছিল আৰু মজিয়াত ডাঙৰ ডাঙৰ তোপ, বৰতোপে দৌৰাদৌৰি কৰিছিল। কিন্তু কেতিয়াও মাটি খন্দা হোৱা নাছিল নাইবা বেৰ বা চালৰ কোনো অংশ খহা আছিল। এতিয়া ইংৰাজ চৰকাৰে ইমামবাড়া এৰি পুনৰ মুছলমান সকলকে গটাই দিছে। ইয়াৰ মছজিদত এজন মুজ্‌তহিদে নমাজ পঢ়ায় আৰু ইমামবাড়াত মহৰম আদি উৎসৱো পালন কৰা হয়।

নবাব আছফউদ্দৌলাৰ মজপুতীৰ কথা ইয়াৰ পৰাই অনুমান কৰিব পাৰি যে এইবোৰ সজাৰ এশ-ছকুৰি বছৰো বেছি হ'ল কিন্তু ক'তো তাৰ ভব্যতা, চিকুণতা নকমিল আৰু আজিও সেই আগৰ দৰেই শক্তিশালী হৈ তিষ্ঠি আছে। ক'তো এটুকুৰা ইটা, ক'তো এচপৰা চূণ খহা নাই। ইয়াৰ বিপৰীতে অৱধৰ অইন বাদচাহ সকলে কোটি কোটি টকা খৰচ কৰি যিবোৰ ভৱন সজালে সেইবোৰত আমাৰ দেশৰ সামান্য বেঙনিতো নায়েই, আনকি সেইবোৰ যথেষ্ট লেহুকাও। সময়ে সময়ে সেইবোৰ মেৰামতি কৰি নথকাহেঁতেন, কেতিয়াবাই ভাঙি পৰিলহেঁতেন।

আছফউদ্দৌলাই ইমামবাড়া আৰু মীন ভৱনৰ ওচৰত দৌলতখানাত বাস কৰিছিল। নগৰৰপৰা বাহিৰত, নদীৰ পাৰত, জনসমাগমৰ-পৰা দূৰৈত, সাংসাৰিক সমস্যাৰপৰা আঁতৰি থাকি বিলাসিতাত মগন হ'বলৈ বিবয়াপুৰৰ মহল সজাইছিল। চিকাৰ-পাতি লৈ গলে প্ৰায়েই এই মহলত থাকিছিল। এইদৰে চনহটত এটি স্বাস্থ্যকৰ আৰু

আৰামদায়ক ঘৰ আৰু 'চাৰিবাগ' 'এশবাগ' ( প্ৰমোদ উদ্যান )ত ফল-ফুলৰ বাগিছা সজালে। সেই সময়ত ম্লাহিয়াগঞ্জত আৰু তাৰ ওচৰত অস্তাবল সাজিলে। তাৰ পিছত 'ৰাজীৱগঞ্জ' চুবুৰি স্থাপিত হ'ল। আছফউদ্দৌলাৰ পুতেকে বাস কৰা বাবে এই চুবুৰি তেওঁৰে নামেৰেই বিখ্যাত আৰু ই তেওঁৰেই স্মৃতিচিহ্ন।

এতিয়া যিহেতু লক্ষ্ণৌত শাসক আৰু অধিকাৰীৰূপে থাকিবলৈ ললে সেয়ে জনসাধাৰণৰ মনে লক্ষ্ণৌৰপিনে ঢাল খালে। যিসকলে চুজাউদ্দৌলাৰ সময়ত ফৈজাবাদত বসবাস কৰিবলৈ লৈছিল, সেই-সকলেও ফৈজাবাদ এৰি লক্ষ্ণৌত থাকিবলৈ ললে। অইনপিনে দিল্লীৰ বাসিন্দাসকলে নিজ জন্মভূমি এৰি পোনেই লক্ষ্ণৌলৈ আহিছিল আৰু পুনৰ ঘূৰি যোৱাটো ভাগ্যত নঘটিছিল। ৰাইজৰ এই ভীৰ-ভাৰৰ বাবে নতুন নতুন চুবুৰি স্থাপন হ'বলৈ ধৰিলে। সেয়ে বাহিৰৰ পৰা অহা লোক সকলে যেয়ে য'ত পালে বাস কৰিবলৈ ললে আৰু কেইবাশ নতুন চুবুৰি গঢ়ি উঠিল।

এনেদৰে অমানীগঞ্জ, ফতেহগঞ্জ, ৰকাবগঞ্জ, নৰবাগ, দৌলতগঞ্জ, বেগমগঞ্জ, খানছামাৰ বস্তী ( এই চুবুৰি আছফউদ্দৌলাৰ এজন নিজা ডাৰোগাই প্ৰতিষ্ঠা কৰিছিল আৰু উদ্ঘাটন সমাৰোহত তেখেতকেই মাতিছিল। ) টিকটগঞ্জ, টিকৰী বা টিকলী, হসীনউদ্দীন খঁা বাহৰ, হসনগঞ্জ, বাৰলী, ভৱানীগঞ্জ, বালকগঞ্জ, কাশ্মীৰী মুহল্লা স্বুৰতসিংহৰ চুবুৰি, নৱাজগঞ্জ, তহসীনগঞ্জ, খুদাগঞ্জ, নগৰিয়া ( নবাব আছফ-উদ্দৌলাৰ মাক বহু বেগম চাহেবাই, নবাবৰ অলীগঞ্জৰ শিলান্যাস কৰিবৰ দিন্নাই শিলান্যাস কৰিছিল ), অম্বৰগঞ্জ, মহবুবগঞ্জ, তোপ দৰৱাজা, খয়ালীগঞ্জ ঝাউলালৰ দলং ( এই দুয়ো চুবুৰিৰ সংস্থাপক ৰজা ঝাউমল অৱধৰ বিত্তমন্ত্ৰী আছিল ) চুবুৰি আছফউদ্দৌলাৰ শাসনকালত স্থাপিত হৈ বসতি আৰম্ভ হ'ল আৰু সেই সময়তে নদীৰ পাৰত হচন ৰজা খঁাই হৰিণগঞ্জ চুবুৰি পাতিলে।

নবাব আছফউদ্দৌলাৰ উদাৰতাৰ খ্যাতি সকলোতে আছিল আৰু দূৰ-দূৰণিৰ নগৰতো তেওঁৰ দানশীলতাৰ আলোচনা হৈছিল। প্ৰজা

সাধাৰণে উঠোঁতে-বহোঁতে সসম্মানে আৰু বৰ প্ৰেমেৰে তেওঁৰ নাম লৈছিল আৰু তেওঁৰ সকলো ব্যক্তিগত দুৰ্গুণ দানশীলতাৰ আৱৰণেৰে ঢাক খাই গৈছিল। প্ৰজাৰ দৃষ্টিত নবাবৰ মূৰ্তি এজন বিলাসী শাসকৰ নহৈ এজন নিঃস্বাৰ্থ আৰু সৎ স্বভাবৰ লোকৰহে আছিল। হিন্দু দোকানীয়ে আজিও ৰাতিপুৱা চকু মেলিয়েই শ্ৰদ্ধাৰে কয়— 'হে আছফউদ্দৌলা বাবা'।

সেই সময়ত লক্ষৌত বাস কৰি থকা, জেনেৰেল কলাত মাৰ্টিন নামৰ এজন বৰ ধনী ফৰাচী বেপাৰীয়ে, এটা বৰ ভব্য অট্টালিকাৰ নক্সা তৈয়াৰ কৰি আছফউদ্দৌলাৰ আগত দাঙি ধৰিল। নবাব নক্সা দেখিয়েই ইমান আনন্দিত হ'ল যে তাৰ দাম দহ লাখ সোণৰ মোহৰ দিবলৈ ওলাল। বন্দোৱস্তৰ কাৰ্য পুৰ নোহওঁতেই আছফউদ্দৌলাৰ মৃত্যু হ'ল আৰু অট্টালিকাটো সজা সম্পূৰ্ণ নোহওঁতেই মোসো মাৰ্টিনো ইহ সংসাৰৰপৰা গুচি গ'ল। যিহেতু তেওঁৰ প্ৰভুত অৰ্থ আছিল আৰু উত্তৰাধিকাৰী কোনো নাছিল, সেয়ে মৰিবৰ সময়ত এখন ইচ্ছাপত্ৰ লিখি থৈ গৈছিল যে মোৰ শৱ এই ঘৰটোৰ ভিতৰতে কবৰ দিয়া হওক যাতে অৱধৰ শাসকে ইয়াক দখল কৰিব নোৱাৰে। এই অট্টালিকাটোৰ নাম তেওঁ 'কান্‌ষ্টেচিয়া' ৰাখিছিল কিন্তু আজি জনসাধাৰণে ইয়াক "মাৰকিন চাহাবৰ কৌঠি" বুলিহে জানে। ই দৰ্শনীয় স্থান। মৃত্যুৰ পিছত তেওঁক ইয়াতেই কবৰ দিয়া হৈছিল। সেই মাদ্ৰাছা খন এতিয়াও চলি আছে আৰু বহুতো বিদ্যাৰ্থীকে তাত খোৱা-লোৱা-দিয়াৰ ব্যৱস্থা আছে। কিন্তু শুনা যায় যে মাৰ্টিন চাহাবে এই স্কুল আৰু ছাত্ৰবৃত্তি আদি কোনো ধৰ্ম বিশেষৰ বিদ্যাৰ্থী বাবে সীমিত কৰি দিয়া নাছিল। তেখেতৰ ইচ্ছা আছিল খৃষ্টিয়ান, হিন্দু, মুছলমান সকলো ধৰ্মৰ মানুহে সমানে সুবিধা পাওক। কিন্তু এতিয়া ই কেৱল ইউৰোপীয়লোকৰ কাৰণে সীমিত হৈ পৰিছে। কোনো হিন্দুস্থানীয়ে ছাত্ৰবৃত্তি পোৱাটো দূৰৈৰ কথা—তাত শিক্ষা গ্ৰহণো কৰিব নোৱাৰে। সম্ভৱতঃ সেয়া এই কাৰণেই হ'ল যে বিদ্ৰোহৰ সময়ত অত্যাচাৰী আৰু উৎসাহী বিদ্ৰোহীহঁতে কবৰ খান্দি

শ্ৰীমাৰ্টিনৰ হাড়বোৰ উলিয়াইছিল আৰু সেইবোৰ য'তে ত'তে দলিয়াই পেলাইছিল। ইংৰাজৰ আধিপত্যৰ পিছত সৌভাগ্যবশতঃ হাড়ৰ এডাল টুকুৰা পালে, তাকেই মাটিৰ তলত পুতি থলে। কিন্তু এই বিদ্ৰোহীসকলৰ কামৰ বাবে সকলো হিন্দুস্থানী দায়ী হ'ব নোৱাৰে।

1798 খৃঃত নবাব আছফউদ্দৌলাৰ মৃত্যু হ'ল আৰু তেওঁৰ ঠাইত পুতেক নবাব ৰজীৰ আলী খাঁ গাদীত বহিল। এওঁৰ বিয়াৰ ধুম-ধামৰ কথা আগতে বৰ্ণোৱা হৈছে। কিন্তু চাৰি মাহৰ ভিতৰতে এনে মূৰ্খতাপূৰ্ণ আৰু ঘৃণিত কাম কৰিলে যে অধিকাংশ প্ৰজাই অসন্তুষ্ট হৈ উঠিল। বহু বেগম চাহেবাই নিজেই তেওঁৰ তুলনাত সতীয়া পুতেক য়ামীনউদ্দৌলাক বেছি ভাল পাইছিল। ইপিনে জনৰৱ ওলাল যে ৰজীৰ খাঁ আছফউদ্দৌলাৰ পুতেক নহয়েই কাৰণ আছফউদ্দৌলা সম্পৰ্কে মানুহৰ ধাৰণা আছিল যে তেওঁ জন্মৰেপৰা নপুংসক আছিল।

নবাব ছাআদত আলী খাঁ আছফউদ্দৌলাৰ বিৰোধৰ কাৰণে তেওঁৰ সময়ত বহুকাল ৰাজ্যৰপৰা বাহিৰত আছিল। বহু সময় কলি-কতাত কটালে আৰু বহুকাল ধৰি বাৰাণসীতো আছিল।

ৰজীৰ আলী খাঁ সম্পৰ্কে এনে মত প্ৰচাৰ হোৱাত ছাআদত আলী খাঁৰপিনে চকু গ'ল আৰু তেওঁক বাৰাণসীৰ পৰা মতাই আনিলে আৰু বিবয়াপুৰৰ ভৱনত গৱৰ্ণৰ জেনেৰেলে নিজে দৰবাৰ কৰি নবাব ছাআদত আলী খাঁক ৰাজপাটত বহুৱাবলৈ স্থিৰ কৰিলে। ৰজীৰ আলী খাঁক গ্ৰেপ্তাৰ কৰি বাৰাণসীলৈ পঠিওৱা হ'ল আৰু তাতেই খঙৰ কোবৃত মিৰ চৰীক হত্যা কৰিলে আৰু সেই অপৰাধত গ্ৰেপ্তাৰ কৰি চিনাৰগড়লৈ পঠিয়ালে আৰু তাতেই তেওঁৰ মৃত্যু ঘটিল। তেওঁৰ বিপদ আৰু সমস্যাৰ ভালেমান বিখ্যাত কাহিনী আছে যিবোৰৰ বৰ্ণনা এই সংক্ষিপ্ত প্ৰবন্ধত কৰিব পৰা নাযায়।

নবাব ছাআদত আলী খাঁ 1798 খৃঃত ৰাজপাটত বহিয়েই আধা ৰাজ্য ইংৰাজক উপহাৰ স্বৰূপে দিলে। খ্যাত আছে যে তেওঁ ৰাজ্য-লাভৰ আশা এৰি দি বাৰাণসীত পৰি আছিল, এনেতে খবৰ পালে যে আছফউদ্দৌলাৰ মৃত্যু হ'ল আৰু ৰাজ সিংহাসনত ৱজীৰ আলী খাঁ বহিল। এই খবৰ পাই ৰাজ্যলাভৰ শেষ আশা কণো মাৰ গ'ল। এই নিৰাশাপূৰ্ণ অৱস্থাতে এজন বাৰাণসীৰ ইউৰোপীয় অধিকাৰীয়ে আহি সুধিলে—"নবাব চাহেব, আপুনি যদি অৱধ ৰাজ্যৰ শাসনভাৰ পায় তেনেহলে ইংৰাজ চৰকাৰক কি দিব?" যি বস্তু হাতৰপৰা গৈছে তাৰ প্ৰতি মানুহৰ অন্তৰত কি মৰম থাকিব পাৰে? এনেয়ে কৈ উঠিল, "আধা ৰাজ্য মই ইংৰাজক পুৰস্কাৰ স্বৰূপে দিম।" এই প্ৰতিজ্ঞা শুনি ইংৰাজ অধিকাৰীজনে ক'লে, "তেনেহলে আনন্দ কৰক, মই আপোনাক সুখবৰটি দিওঁ যে আপোনাকেই লক্ষ্ণৌৰ শাসক বছা হৈছে।" ছাআদত আলী খাঁই হঠাতে এই সুখবৰটি পাই আনন্দিত হ'ল, অৱশ্যে, কিন্তু প্ৰতিজ্ঞাৰ কথা ভাবি চমকি উঠিল আৰু শেষত ৰাজপাটত বহিয়েই প্ৰতিজ্ঞা অনুসৰি আধা ৰাজ্য দিবলগীয়া হ'ল—যি কষ্ট গোটেই জীৱন তেওঁ সহ্য কৰিবলগীয়া হ'ল।

ইংৰাজী বুৰঞ্জীত প্ৰতিজ্ঞা কৰোৱা কথাৰ কোনো উল্লেখ নাই, কিন্তু সকলোৱে এই কথা জানে যে নবাব ছাআদত আলী খাঁক ইংৰাজ চৰকাৰে সিংহাসনত বহুৱাৰ বাবে কৃতজ্ঞতাৰ চিন স্বৰূপে আধা ৰাজ্য দান কৰিলে। সি যিয়েই হওক ছাআদত আলী খাঁৰ ৰাজ্য আধাহে ৰৈছিলগৈ। লক্ষ্ণৌৰ পুৰণি মানুহবিলাকৰ মাজত এনে প্ৰসিদ্ধি আছে যে এই দুখতে ছাআদত আলী খাঁই খুব মিতব্যয়ী হ'ল আৰু খাজনা আদি আদায় কৰাত যথেষ্ট বুদ্ধিকৌশলৰ পৰিচয় দি বাইছ-তেইছ কোটি টকা জমা কৰিলে আৰু ইংলেণ্ডৰ বৃটিছ চৰকাৰৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান কৰি এই সিদ্ধান্ত কৰিলে—হিন্দুস্থানৰ ৰাজস্বৰ দায়িত্ব ইষ্ট ইণ্ডিয়া কোম্পানীৰ সলনি তেওঁক

দিয়া হওক। চুক্তিপত্ৰ সম্পাদন হ'বলগীয়াই আছিল তেনেতে তেওঁৰ খুলশালীয়েকে কোনো ষড়যন্ত্ৰৰ লগ লাগি তেওঁক বিষ দিলে আৰু যোজনা সাৰ্থক হ'ল—'মূৰ নাথাকিলে মূৰৰ বিষেই নাথাকিব'।

আৰু এনে ধৰণৰ বহুতো ঘটনাৰ কথা প্ৰচলিত আছে যিবোৰৰ জনশ্ৰুতিৰ বাহিৰে অইন একো প্ৰমাণ নাই। কিন্তু এই কথাত অকণো সন্দেহ নাই যে ছাআদত আলী খাঁৰ নিচিনা মিতব্যয়ী আৰু সুশাসকে নিজৰ ৰাজ্যৰ কোনো অংশ সহজে এৰি দিয়া নাই। দ্বিতীয়তে তেওঁৰ চাল-চলন আৰু নীতিত এনে এক অস্থিৰতা আৰু ৰহস্যময় ব্যাকুলতা বিদ্যমান যে সঠিক কব নোৱাৰিলেও এই কথা বুজিব পাৰি যে তেওঁ কিবা ডাঙৰ কাম কৰিব খুজিছিল। তেওঁৰ দৃষ্টি বৰ সাৰ্থক আছিল।

ৰাজ্যখন ভগাই পেলোৱা বাবে সকলোতকৈ ডাঙৰ সমস্যা হ'ল ৰাজ্যখনৰ আয় আধা কমি যোৱাটো। আৰু আছফউদ্দৌলাই খৰচ অত্যন্ত বঢ়াইছিল। সেই বাবে দৰবাৰৰ খৰচ কমাবলগীয়া হ'ল, যিটো বৰ কঠিন কাম আছিল। এই প্ৰচেষ্টাৰ বাবে তেওঁ হিচাপ পৰীক্ষা কৰিলে, খুচুৰা খৰচবোৰৰ প্ৰতি মন দিলে, বেহাই আৰু খাজনা আদি সম্পৰ্কে কঠোৰ ভাব পোষণ কৰিলে আৰু যিমান-দূৰ পাৰি দৰবাৰৰ খৰচ কমাব খুজিলে। যেনেকৈ পাৰিলে সকলো বদনাম লৈ, প্ৰজাৰ প্ৰতি কঠোৰ হৈয়ো ৰাজ্যখনৰ আয় বঢ়ালে আৰু খৰচ কমালে।

এই কাৰ্যপদ্ধতি দেখি বুদ্ধিমান আৰু ন্যায়প্ৰিয় ব্যক্তি ছাআদত আলী খাঁৰ যোগ্যতা আৰু বুদ্ধি চাতুৰ্যত মোহিত হ'ল কিন্তু প্ৰজা সাধাৰণ হ'ল অসন্তুষ্ট। এপিনে বেহাই পোৱা লোক আৰু জায়গীৰদাৰসকলৰ আপত্তি আছিল; কাৰণ তেওঁলোকৰ সম্পত্তি বাজেয়াপ্ত হৈছিল, অইনপিনে অতিৰিক্তভাৱে কাম কৰি থকা চাকৰ-নাকৰবোৰেও অসন্তুষ্টি প্ৰকাশ কৰিছিল, কাৰণ, অনাৱশ্যক জানি সিহঁতক চাকৰিৰ-পৰা খেদি দিছিল। অকল এয়েই নহয় ৰজীৰ খাঁৰ সমৰ্থকৰ এটা ডাঙৰ দলো ৰাজ্যৰ ভিতৰত আছিল। তেওঁকেই ৰাজ্যৰ প্ৰকৃত আৰু

আইনসঙ্গত কানুনী উত্তৰাধিকাৰী বুলি ভাবিছিল আৰু ছাআদত আলী খাঁক এজন লুণ্ঠনকাৰী বুলিহে গণ্য কৰিছিল। মুঠতে কব লাগিব যে ৰাজ্যখনত তেওঁৰ হেজাৰ-বিজাৰ শত্ৰু আছিল আৰু সদায় তেওঁক হত্যা কৰাৰ ভয় লাগিয়েই আছিল। প্ৰজাৰ উপৰিও সৈন্য-বাহিনীও নতুন নৱাবৰ প্ৰতি অসন্তুষ্ট আছিল। চুজাউদ্দৌল্লাৰ সময়ত থকা অগণন সৈন্যবাহিনী ইংৰাজৰ পৰামৰ্শমতেই আছফউদ্দৌলাই কমাবলৈ আৰম্ভ কৰিছিল। কিন্তু আছফউদ্দৌলাৰ দানশীলতা আৰু অপব্যয়ৰ বাবে সিহঁতে মৌজ কৰিয়েই থাকিল আৰু আপত্তি বিশেষ একো নুঠিল। ছাআদত আলী খাঁই যেতিয়া সৈন্য সংখ্যা বেছিকৈ কমাই দিলে আৰু নিজেও খৰচত মিতব্যয়ী হ'ল তেতিয়া চাৰিওপিনে হাহাকাৰ লাগি পৰিল আৰু যিকেইজন আছিল, সিহঁতেও প্ৰাণৰ বাবে কান্দিব ধৰিলে।

ফলত, তেওঁৰ প্ৰাণ ৰক্ষা কৰাটো ইংৰাজ চৰকাৰে আৱশ্যক অনুভৱ কৰিলে। নিয়মানুসৰি ইংৰাজ সৈনিক গা-ৰখীয়াৰ এটি দল মূল নগৰৰ ভিতৰতে ৰখা হ'ল। কাৰণ নগৰৰ হাই-কাজিয়া আৰু বিদ্ৰোহ দমাবৰ বাবে আৰু শান্তি তথা শাসন প্ৰতিষ্ঠাৰ নিমিত্তে বাহিৰৰ বলবান শক্তি এটাৰ প্ৰয়োজন আছিল। নবাব ছাআদত আলী খাঁই খুব অনিচ্ছাৰে এই প্ৰস্তাৱত মান্তি হৈছিল।

অৱধৰ ইয়াৰ আগৰ শাসকসকল থকা-মেলাত বৰ সহজ-সৰল আছিল। প্ৰথম তিনিওজন নবাব বুৰহান-উল-মুল্ক, নবাব ছফদৰজঙ্গ, নবাব চুজাউদ্দৌলাই সাধাৰণ ঘৰতেই জীৱন কটাইছিল। সিয়ো তেওঁলোকৰ নিজা ঘৰ নহৈ ভাড়া ঘৰ হে আছিল। তেওঁলোকে নিজা ঘৰ হয় যুদ্ধক্ষেত্ৰ নাইবা তেওঁলোকৰ সম্পূৰ্ণ ৰাজ্যখনকে, য'ত তেওঁ-লোক ঘূৰি ফুৰে অথবা ৰাজ্যৰ প্ৰত্যেক চপৰা মাটিকেই নিজৰ ঘৰ বুলি ভাবিছিল। নবাব আছফউদ্দৌলা বৰ ব্যস্ত আছিল, বিলাসী আৰু অপব্যয়ী বুলি বদনামো আছিল, কিন্তু তেওঁৰো এটি সামান্য পুৰণি ধৰণৰ ঘৰ অৰ্থাৎ পঞ্চমহলাই যথেষ্ট আছিল, যদিও অট্টালিকা আদিৰ তেওঁৰ বৰ চখ আছিল। কুৰি লাখ টকা এক ইমামবাড়া

আৰু মচজিদ সজাতেই খৰচ কৰিলে, তাতকৈয়ো বেছি টকা চ'ক, বিভিন্ন বজাৰ, দলং, অতিথিশালা আদি নিৰ্মাণত খৰচ কৰিলে। অৰ্থাৎ ইয়াৰ আগৰ তিনিওজন শাসকৰ প্ৰাসাদ সজোৱাৰ চখ যদি দুৰ্গম, কোঠ আৰু সৈন্যৰ যা-যোগাৰ আদিৰে পূৰ্ণ কৰিছিল, আছফউদ্দৌলাই সেই চখ ধাৰ্মিক প্ৰাসাদ ( মচজিদ ) আৰু জনকল্যাণকৰ কামেৰে পূৰাইছিল। ইয়াৰ উপৰিও প্ৰাসাদ সজোৱাৰ পুৰণি চখ এতিয়াও পৰম্পৰানুসৰি চলিয়েই আহিছিল। আছফউদ্দৌলাৰ ইমামবাড়ালৈ, সকলো প্ৰাসাদ প্ৰাচীন স্থাপত্যৰ নিদৰ্শন। দিল্লী আৰু আগ্ৰাত ছাহজাহাঁ বাদছাহে ওচৰৰ খনিৰপৰা মাৰ্বল আৰু ৰঙা শিল আদি পাইছিল, সেয়ে তেওঁ সজোৱা অট্টালিকাবোৰত এক অঙ্গগত ভব্যতা আৰু চিক্যতা আনিব পৰিছিল। লক্ষ্ণৌত মাৰ্বল পাথৰ পোৱা সম্ভৱ নাছিল আৰু আগ্ৰা নাইবা জয়পুৰৰপৰা অনোৱাটো ইমান দুঃসাধ্য আছিল যে কোনোৱে সাহসেই নকৰিছিল। আছফউদ্দৌলাই ইটা আৰু চূণ ব্যৱহাৰ কৰিয়েই সেই চমক দেখুৱালে।

নৱাব ছাআদত আলী খাঁৰ মিতব্যয়িতা, কৃপণালি আৰু অৰ্থ সঞ্চয়ৰ নিচা থকাৰ উপৰিও ঘৰ আৰু অট্টালিকা সজাৰ চখো আছিল। কিন্তু দুখৰ কথা হ'ল এয়ে যে কলিকতাত থকা আৰু বিভিন্ন ঠাইৰ প্ৰাসাদবোৰ চাই তেওঁৰ চখ নাইকিয়াই হ'ল—তেওঁৰ সময়ত সজা ভৱন আৰু প্ৰাসাদ প্ৰাচীন বিশেষত্ববিহীন হৈ পৰিল। স্থাপত্য কলাই যেন সলনি হৈ গ'ল।

লক্ষ্ণৌত ভৱন আদি নিৰ্মাণৰ এই পৰিৱৰ্তনৰ আচল কাৰণ হ'ল—ৰাজপাটত বহাৰ আগতে নবাব ছাআদত আলী খাঁ অন্য অন্য প্ৰান্তত বাস কৰা, অঘৰী আৰু ইউৰোপীয় জাতিৰ লোকৰ লগত মিলা-মিছা কৰা, আৰু বিশেষকৈ জেনেৰেল মাৰ্টিনে নিজৰ ৰুচি অনুসৰি দুটি ঘৰ সাজি নৱাবৰ সমুখত স্থাপত্যৰ এক নতুন নিদৰ্শন দাঙি ধৰা—যিবোৰ মজবুতীৰ পিনৰপৰা মূল্যহীন কিন্তু জীৱনৰ আৱশ্যকতাৰ দিশৰপৰা খুব আকৰ্ষক আছিল। এই ভৱনবোৰৰ অৱস্থা শিশুৰ হাতত দিয়া পুতলাৰ দৰে—যিবোৰ সদায় ভাঙে আৰু নিতৌ ন ন কিনি দিয়া হয়।

ইউৰোপৰ আলোচকসকলে আলোচনা কৰিবৰ সময়ত বৰ চিঞৰি চিঞৰি আপত্তি কৰে যে আছফউদ্দৌলাৰ পিছৰ লক্ষ্ণৌ নৱাবসকলৰ ভৱন আদি সজাৰ ৰুচি অত্যন্ত বিকৃত হৈ পৰিল আৰু তেওঁলোকৰ সকলো প্ৰাসাদ ল'ৰাৰ পুতলা বা ছোৱালীয়ে সজা বালিঘৰৰ দৰে, কিন্তু এই ৰুচি নষ্ট কৰিলে কোনে তাৰ খবৰ নলয়। ইয়াৰ ৰাষ্ট্ৰীয় ৰুচি নষ্ট হোৱা বুলি কোৱা হয় এই কাৰণে যে আচলতে ইয়াত কোনো জাতিয়েই নাছিল। আৰু এই কথাত কোনোৱে কাণ নিদিয়ে যে ইয়াৰ ৰাষ্ট্ৰীয়তা নষ্ট কৰিলে কোনে আৰু কাৰ কুপ্ৰৰোচনাত ইয়াৰ মানুহে পুৰণি ৰীতি-নীতি এৰিলে? আচলতে এই সকলোবোৰ সিহঁতৰেই কুকাৰ্য্য আছিল।

ছাআদত আলী খাঁই প্ৰথমতে ফৰহত বক্সৰ ঘৰটো পঞ্চাছ হেজাৰ টকাৰে জেনেৰেল মাৰ্টিনৰপৰা কিনি ললে আৰু তাত থাকিবলৈ লৈ তাৰ আশেপাশে কেইবাটাও ঘৰ সজালে। পিছত তাৰ প্ৰায় ওচৰতেই ৰেচিডেণ্ট চাহাব থাকিবৰ বাবে "টেঢ়ী কোঠী" সজালে— ইয়াৰ ভগ্নাৱশেষ এতিয়াও ৰেচিডেন্সীৰ ভিতৰতে পৰি আছে। ইয়াৰ পিছত নিজ দৰবাৰৰ বাবে ৰঙা বৈঠকখানা (বাৰটি খুটা থকা) সজালে য'ত আজিকালি পুস্তকালয়টো আছে। সেই সময়ত ই 'কস্র-উল-সুলতান' নামেৰে বিখ্যাত আছিল। ইয়াৰ বাহিৰেও নদীৰ সিপাৰে "দিল আৰাম" নামৰ এটি নতুন ঘৰ সজালে আৰু সেই ক্ৰমতেই এটি সুন্দৰ টিলাত আজিকালি লক্ষ্ণৌৰ সৈনিক আড্ডাৰ মাজত অৱস্থিত আৰু য'ৰপৰা গোটেইখন চহৰ আৰু চাৰিওপিনৰ পথাৰ, নদীৰ সুন্দৰ দৃশ্য চাব পাৰি, 'দিলকুশা' নামৰ এটি খুব ধুনীয়া ঘৰ সজালে। এনে ধৰণৰ "হায়াতবখ্‌" নামৰ আৰু এটি প্ৰাসাদ সজালে। কিন্তু নবাব ছাআদত আলী খাঁৰ পিছত অৱধৰ কোনো ৰজাই ইয়াত বাস নকৰিলে। তাত বিদ্ৰোহৰ আগতে মেজৰ বেঙ্কে বাস কৰিছিল আৰু বিদ্ৰোহৰ পিছততো ইংৰাজ চৰকাৰৰ তৰফৰপৰা নিযুক্ত অৱধৰ ইউৰোপীয়ান চীফ্ কমিচনাৰ ইয়াত থকাটো এক প্ৰকাৰে সাধাৰণ নিয়মেই হৈ পৰিছিল।

ওপৰত উল্লেখ কৰা প্ৰাসাদ সমূহৰ উপৰিও নৱাবে প্ৰখ্যাত মহল 'মুনৱ্বৰ বখশ' আৰু 'খুৰশিদ মঞ্জিল' সজালে আৰু চৌপড়াৰ অস্তাবলো তেওঁৰেই স্মৃতি। কিন্তু এই সকলো মহল নিৰ্মাণ কৰোঁতে পুৰণি দেশীয় ৰীতি পৰিত্যাগ কৰিলে আৰু ইউৰোপৰপৰা আমদানী হোৱা নতুন শৈলী গ্ৰহণ কৰিলে আৰু ই নিশ্চিত যে লক্ষ্ণৌৰ কোনো পুৰণি মহলৰ এই নতুন, তব্য মহলৰ লগত তুলনা হ'ব নোৱাৰে যিবোৰ বৃটিছ চৰকাৰৰ প্ৰভাৱ আৰু ব্যৱস্থাৰে হিন্দুস্থানৰ বিভিন্ন নগৰত সজা হৈছিল আৰু আজিও সাজি আছে। কোৱাৰ অভিপ্ৰায় এয়ে যে লক্ষ্ণৌত পুৰণি ৰুচিৰ মহলৰ অন্ত পৰি আছিল, যিবোৰৰ ঐতিহাসিক মহত্ব আছে আৰু নিজ বিশেষত্বৰ বাবে ভ্ৰমণকাৰীক আজিও আকৃষ্ট কৰে।

নৱাব ছাআদত আলী খাঁই লক্ষ্ণৌৰ পশ্চিম অংশত এখন ডাঙৰ গাঁও পাতিলে আৰু তাৰ বাসিন্দা আদিৰ বাবে এনে ব্যৱস্থা কৰিলে, তাৰ বাবে নতুন আইন কৰা হ'ল আৰু বেপাৰী তথা দোকানী আদিক বিশেষ অধিকাৰো দিয়া হ'ল। ফলত তাৰ জেউতি বাঢ়িল আৰু আজিও চহৰৰ বাহিৰত বেলেগে থাকিলেও ই বিভিন্ন বস্তুৰ বাবে সকলোতকৈ ডাঙৰ বজাৰ আৰু আলমনগৰ ষ্টেচনে কেৱল ইয়াৰ বাবে সদায় উন্নতি কৰি যাব ধৰিছে।

ছাদতগঞ্জৰ বাহিৰেও নৱাব চাহাবৰ সময়ত যিবোৰ ডাঙৰ ডাঙৰ বজাৰ বহিল সিবোৰ হ'ল—ৰকাবগঞ্জ ( আজিকালি লোহা-লক্কৰ আৰু গম, যৱ আদিৰ সকলোতকৈ ডাঙৰ বজাৰ ), জঙ্গলীগঞ্জ, মকবুলগঞ্জ, মৌলবীগঞ্জ, পোলাগঞ্জ, আৰু ৰস্তোগী মোহল্লা, মোতী মহলত যি আচল আৰু পুৰণি মহল আছে সিও নৱাব ছাআদত আলী খাঁনে সজা সেই মহল বৰ্তমানৰ মোতী মহলৰ চোহদতে উত্তৰফালে অৱস্থিত। ইয়াত বৰ সুন্দৰ বগা গুম্বদ ( খুটা ) আছিল, য'ত শিল্পী-সবে মুকুতাৰ দৰে চকমকনিৰ সৃষ্টি কৰিছিল।

ছাআদত আলী খাঁ অৱধৰ সকলো নৱাবতকৈ বেছি বুদ্ধিমান, ৰাজনীতিজ্ঞ লগতে খুব মিতব্যয়ী অথচ বৰ কৃপণ বুলি জনাজাত ব্যক্তি

আছিল। ৰাজ্যখনৰ শাসনব্যৱস্থা তেওঁৰ অসাধাৰণ যোগ্যতা আৰু চাতুৰ্যৰে কৰিছিল আৰু এই কথাত নিঃসন্দেহ যে যদি তেওঁ শাসন-কালৰ শেষ পৰ্যন্ত সন্তোষেৰে থাকিব পাৰিলেহেঁতেন তেনেহলে আগৰ সকলো দুৰ্গুণ দূৰ হৈ ৰাজ্যখনৰ এক সুসংস্কাৰ হ'ব পাৰিলেহেঁতেন। কিন্তু দুৰ্ভাগ্য হ'ল এয়ে যে—ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত তেওঁৰ সম্পৰ্ক ভাল হৈ নাথাকিল। আনকি কেতিয়াবা কেতিয়াবা তেওঁৰ মন ৰাজসিংহাসন আৰু শাসনকাৰ্যৰ প্ৰতি বিৰক্ত হৈ পৰা হ'ল। এইবোৰ কথাতেই বিৰক্ত হৈ তেওঁ আধাৰো অধিক ৰাজ্য মহান বৃটিছ চৰকাৰক সমৰ্পণ কৰিলে আৰু নিজৰ ৰাজ্যক্ষেত্ৰত নিৰঙ্কুশ ৰাজ্য শাসন কৰিব পাৰিব বুলি ভাবিলে, কিন্তু দুৰ্ভাগ্যবশতঃ তেতিয়াও তেওঁ শান্তি নাপালে। যিখিনি ৰাজ্য তেওঁৰ নিজ দখলত আছিল, তাৰো মাজে মাজে ইংৰাজে সৈন্যবাহৰ পাতিলে আৰু তাৰো বেছি ভাগেই লক্ষ্ণৌ আৰু তাৰ ওচৰ-পাজৰে পাতিলে। সেই সৈন্যবোৰক চোৱা-মেলা কৰাটোও টান কাম আছিল আৰু সিহঁতৰ সংখ্যা বহুত বেছি হোৱাৰ কাৰণে, ৰাজ্যৰ কাৰণে এটা ডাঙৰ বোজা হৈ পৰিছিল আৰু ফলত তেওঁৰ নিজৰ সৈন্যসংখ্যা কমাই দিবলগীয়া হ'ল।

কিন্তু এইবোৰ চিন্তা আৰু সমস্যা থকা সত্বেও তেওঁ যি যি সংস্কাৰ কৰিলে সি প্ৰশংসনীয়। কিন্তু সকলোতকৈ ডাঙৰ কথা আছিল এয়ে যে বজাৰ সমূহৰ উন্নতি আৰু বেহা-বেপাৰক উৎসাহ দিয়াৰ লগে লগে তেওঁৰ দৰবাৰত গুণী আৰু প্ৰতিষ্ঠিত লোকৰ এনে সমাগম হৈছিল যে সেই সময়ত হিন্দুস্তানৰ কোনো ৰাজদৰবাৰতে তেনে সমাগম দেখিবলৈ পোৱা নগৈছিল। এনে লোক সাধাৰণতে তেনে ঠাইতেহে গোট খায় য'ত ধনীসকল সাধাৰণ মানুহৰ তুলনাত বেছি উদাৰ আৰু দানী হয়। আমি আগেয়ে বৰ্ণনা কৰা দৰে ছাআদত আলী খাঁ মিতব্যয়ী আৰু কৃপণ আছিল, কিন্তু তাৰ লগত তেওঁৰ এনে গুণো আছিল যে তেওঁৰ ব্যক্তিগত যোগ্যতা অইনে স্বীকাৰ কৰি লবলৈ বাধ্য হৈ পৰিছিল আৰু এই কথাই তেওঁৰ দ্বাৰা যোগ্য লোক সকল সম্মানিত হ'ল। লক্ষ্ণৌ

আগতকৈও বেছি প্ৰতিষ্ঠিত লোকৰ কেন্দ্ৰ স্বৰূপ হৈ পৰিল। উপযুক্ত আৰু কুশল ব্যক্তিসকল য'তেই থাকক ছাআদত আলী খাঁৰ পৃষ্ঠ-পোষকতাৰ খ্যাতি শুনি নিজ জন্মভূমি এৰি লক্ষ্ণৌৰপিনে গতি কৰে আৰু ইয়াত ইমান আৰাম আৰু সুবিধা পায় যে উলটি যাবলৈ নামকেই নলয়।

1814 চনত নৱাব ছাআদত আলী খাঁৰ মৃত্যু হ'ল আৰু তেওঁৰ পুতেক গাজীউদ্দীন হায়দৰ ৰাজপাটত বহিল। কৈশৰবাগৰ বৰ্গাকৃতি মহলৰ ভিতৰত নৱাব ছাআদত আলী খাঁ আৰু তেওঁৰ ঘৈণীয়েক মুৰ্শীদজাদীৰ কবৰ আছে। এই দুয়োটি মকবৰাৰ ঠাইত এটা মহল আছিল, যিটোত যুৱৰাজ হৈ থকা অৱস্থাত নবাব গাজীউদ্দীন হায়দৰে বাস কৰিছিল। দেউতাকে চকু মুদাৰ লগে লগে যেতিয়া তেওঁ ৰাজ-মহললৈ গ'ল, তেওঁ ক'লে—"মই পিতাৰ ঘৰ দখল অৱশ্য কৰিলোঁ। ময়ো মোৰ ঘৰটো তেওঁক থাকিবলৈ দিওঁ।" ইয়াকে ভাবিয়েই মৃত নৱাবক তাতে কবৰ দিলে আৰু পুৰণি ঘৰটো ভাঙি নতুন মকবৰা সজাই দিলে।

গাজীউদ্দীন হায়দৰৰ সময়ত নাছিল বাপেকৰ নিচিনা বুদ্ধি-চাতুৰ্য আৰু ঐশ্বৰ্য গৌৰৱ আৰু নাছিল আগৰ শাসক সকলৰদৰে সৈন্যবল। অৱশ্যে আছফউদ্দৌলাৰ সময়ৰ দৰে আৰামপ্ৰিয় আৰু বিলাসী আছিল। কিন্তু তাতো পাৰ্থক্য ঘটিল। আছফউদ্দৌলাৰ অপব্যয়ো দেশ আৰু প্ৰজাৰ লাভৰ বাবে হৈছিল আৰু এতিয়া কেৱল নিজ স্বাৰ্থসিদ্ধিৰ বাবেহে খৰচ হৈছিল।

গাজীউদ্দীন হায়দৰে বাপেকে জমা কৰি থোৱা কোটি কোটি নগদ টকাৰ ভঁৰাল পালে আৰু এই ধনৰাশি ৰাজকীয় চখ পূৰাবলৈ খুব উদাৰভাবে খৰচ কৰিবলৈ ধৰিলে। আমি আগতেই কৈছোঁ যে মোতীমহলৰ উত্তৰপিনে ছাআদত আলী খাঁই এটি মহল সজাইছিল, গাজীউদ্দীন হায়দৰে সেই চৌহদতে 'মুবাৰক মঞ্জিল' আৰু "চাহ মঞ্জিল" নামৰ দুটি মহল সজালে। 'চাহ মঞ্জিল'ৰ ওচৰতে নাৱেৰে সজা এখন দলং আছিল, "মুবাৰক মঞ্জিল" ইয়াৰ পূবপিনে আছিল।

চাহ মঞ্জিলৰ সমুখত হাজাৰীবাগ নামৰ এখন মুকলি পথাৰ আছিল আৰু কেবা মাইল জুৰি তাত সুন্দৰ বাগিছা আছিল। তাত প্ৰায়ে মতলীয়া হাতী, গড় আৰু বনৰীয়া জন্তুৰ যুঁজ হৈছিল আৰু বাদচাহে সিপাৰৰ চাহমঞ্জিলৰ কোঠালীতে বহি সেই যুঁজৰ তামছা চাইছিল। বাঘ, সিংহৰ যুঁজো তাতেই হৈছিল তাৰবাবে মজপুত কাঠঘৰা আৰু ভাল ঘেৰা এটা সজা আছিল। কিন্তু অপকাৰ কৰিব নোৱাৰা সৰু সৰু জন্তুৰ যুঁজ চাহ মঞ্জিলৰ চৌহদতে নদীৰ ইটো পাৰত হৈছিল।

এই হিংস্ৰ আৰু বনৰীয়া জন্তুৰ যুঁজৰ চখৰ কথা হিন্দুস্তানত ইয়াৰ আগতে ক'তো শুনা নাছিল। সম্ভৱতঃ ৰেচিডেণ্ট আৰু ৰাজদৰবাৰলৈ আহ্-যাহ কৰা ইউৰোপীয়ানসকলৰপৰা ৰোমৰ এম্ফিথিয়েটাৰৰ কথা শুনি জহঁাপনাৰ অন্তৰতো চখ জন্মিল, কিন্তু মৌলানা হবীবুৰ ৰহমান্ন খঁা চাহাবে কোৰাৰ পিছত গম পালেঁ। যে হিংস্ৰ জন্তুৰ যুঁজৰ নিয়ম মোগলৰ আৰম্ভিক দিনৰপৰাই আছে।

গাজীউদ্দিন হায়দৰে তেওঁৰ এজনী বিলাতী মেমৰ বাবে 'বিলাতী মহল' সজালে আৰু তাৰ নাম 'বিলাতী বাগ' দিলে। তাৰ ওচৰতেই কদম ৰচুলৰ মহল সজালে। গাজীউদ্দীন হায়দৰৰ ইচ্ছা অনুসৰি ইংৰাজ দৰবাৰৰপৰা তেওঁক 'বাদচাহ' উপাধি দিয়া হৈছিল। ইয়াৰ আগতে অৱধৰ শাসকৰ পদমৰ্যাদা মন্ত্ৰীৰ সমান আছিল আৰু 'নৱাব'ৰ বাহিৰে অইন কোনো সম্মানিত নাম তেওঁক দিয়া নহৈছিল। সেই সময়লৈ হিন্দুস্তানত মোগল সম্ৰাটৰ ইমানখিনি প্ৰতিষ্ঠা বাকী ৰৈছিলগৈ যে যদিও দেশ স্বাধীন আছিল বিদ্ৰোহী শাসক সকলত পৰিণত হৈছিল আৰু দিল্লীৰ বাদচাহৰ অধীনত কেৱল দিল্লীৰ ওচৰপাজৰৰ ক্ষেত্ৰহে বাকী ৰৈছিল গৈ। এই বেয়া পৰিস্থিতিতো সম্ৰাট আৰু জহঁাপনাহ তেৱেঁই আছিল। দিল্লীৰ সম্ৰাটৰ বাহিৰে হিন্দুস্তানৰ কাৰো 'বাদচাহ' বুলি কবৰ অধিকাৰ নাছিল আৰু নাছিল উপাধি অথবা সম্মান দিয়াৰ অধিকাৰ। তেওঁৰ সেই গৌৰৱ ভাঙিবৰ নিমিত্তে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে গাজীউদ্দীন হায়দৰক, যিয়ে বাপেকৰ ৰাজভঁৰালৰপৰা বহুতো টকা ইংৰাজক

ধাৰে দিছিল, বাদচাহ উপাধি দিলে আৰু অৱধ দৰবাৰে এই সন্মানক বৰ শ্ৰদ্ধাৰ দৃষ্টিৰে চালে। সেই সময়ৰপৰা ৰেচিডেণ্টৰ হাতৰ পুতলা স্বৰূপ অৱধৰ শাসক বাদচাহ হ'ল আৰু অন্তিম শাসক ৱাজিদ আলী চাহৰ মৰণৰ সময়লৈ তেওঁলোকৰ কৃপাপাত্ৰ হৈ ৰ'ল।

এই ৰাজকীয় উপাধিৰ সোঁৱৰণত গাজীউদ্দিন হায়দৰে নদীৰ পাৰৰ মীন ভৱনৰ সমুখত এখন নতুন বজাৰ বহুৱালে আৰু তাৰ নাম ৰাখিলে বাদচাহগঞ্জ। সেই সময়তে হেকীম মেহদীয়ে মেহদীগঞ্জ স্থাপন কৰিলে আৰু প্ৰধান মন্ত্ৰী আগা মীৰৰ ৰাজমহল বহুত দূৰলৈ বিস্তৃত হোৱা বাবে চহৰৰ সোঁমাজত "আগা মীৰৰ ড্যোঢ়ী" পতা হ'ল আৰু তাৰ লগতে আগা মীৰৰ অতিথিশালা ও স্থাপন হ'ল।

বাদচাহৰ আৰু বিশেষকৈ বাদচাহৰ বেগমৰ ধাৰ্মিক কথা সম্পৰ্কত অত্যন্ত ৰুচি আছিল। সফৰিয়া (ইৰাণৰ এটি পৰিয়াল) বংশৰ সময়ৰেপৰা ইৰাণৰ ধৰ্ম 'শীয়া ইসনা অশৰী' (বাৰটা ধৰ্ম বা নীতি মনা শীয়া) আছিল কিন্তু হিন্দুস্তানৰ সাধাৰণ মুছলমানসকল ছুন্নী আছিল। নৱাব বুৰহান-উল-মুল্ক যিহেতু বিলাতৰপৰা নতুন নতুন আহিছিল, সেয়ে তেওঁৰ আৰু তেওঁৰ গোটেই বংশৰ ধৰ্ম ছিয়া আছিল। এই সকলোবোৰ সত্বেও বহুত সময়লৈ লক্ষ্ণৌৰ সেই পুৰণি ৰীতিয়েই চলি আছিল যি ইছলামী ৰাজ্যৰ প্ৰাৰম্ভৰেপৰা হিন্দুস্তানৰ অইন অইন নগৰ আৰু গোটেই দেশতে প্ৰচলিত আছিল। কিন্তু সেই সময়ত বাদচাহ আৰু তেওঁৰ পাটৰাণীৰ ধাৰ্মিক আস্থাৰ নিমিত্তে ছিয়া মত লক্ষ্ণৌৰ শাসনৰ প্ৰমুখ অঙ্গ স্বৰূপ হৈ পৰিল। বিলাতী মহলৰ বিদ্বান সকলৰপৰা শাসকসকলৰ ধ্যান ভাঙিল, আৰু মুজ্তহিদৰ (ছিয়া সম্প্ৰদায়ৰ বিদ্বান অধিকাৰী) বংশই দোপতদোপে উন্নতি কৰি ৰাজ্যৰ প্ৰকৃত নিয়ামক ঘোষিত হৈ পৰিল।

কিন্তু ছিয়া মত প্ৰকৃত অৱস্থাত থকাহেঁতেন কোনো কথা নাছিল, বেয়া কথা হ'ল এয়ে যে বাদচাহ বেগমৰ ধনী ব্যক্তিৰ দৰে ধাৰ্মিক গতিবিধিৰে যি অজ্ঞানতাৰে পূৰ্ণ আছিল, ছিয়া মতত ন ন কথাৰ জন্ম দিলে আৰু যাৰে ফলত কেৱল বাদচাহ আৰু ধনিক বৰ্গৰ আচহুৱা

ব্যবহাৰৰ জন্মই নহ'ল আনকি লক্ষ্ণৌৰ 'ছিয়া' মত পৃথিৱীৰ ছিয়া মততকৈ নতুন বিচিত্ৰ আৰু অদ্ভুত হৈ পৰিল।

পোনপ্ৰথমে বেগম চাহেবাই সেই সময়ৰ ডাঙৰ ইমামৰ ষষ্ঠীৰ উৎসৱ পাতিলে য'ত কোনো মহফিল পাতি ইমাম চাহাবৰ গুণানুকীৰ্তন কৰি পুণ্য অৰ্জন কৰাহেঁতেন কোনো আপত্তি নাছিল কিন্তু তেনে নহ'ল; নাইবা হিন্দুৰ জন্মাষ্টমীৰ দৰে প্ৰসূতি ঘৰৰ দৃশ্যও সজা নহ'ল। তাৰ পাছত এনে উন্নতি হ'ল যে নিৰ্মল হৈ থকা চৈয়দ বংশৰ সুন্দৰী ছোৱালী বাৰ জন ইমামৰ তিৰোতা বুলি কোৱা হ'ল আৰু সিহঁতৰ নাম 'অস্পৃশ্যা' ৰখা হ'ল আৰু সিহঁত যিহেতু ইমামৰ ঘৈণীয়েক হ'ল সিহঁতৰ ঘৰত ইমামৰ জন্মও হ'ল আৰু বাৰ জন ইমামৰ জন্মোৎসৱ খুব জাকজমকভাবে পালন কৰিব ধৰিলে।

গাজীউদ্দিন হায়দৰ বৰ খঙাল আৰু উত্ৰাৱল চিত্তৰ শাসক আছিল। তেওঁৰ এনেহে প্ৰভাৱ প্ৰতিপত্তি আছিল যে তেওঁৰ সময়ত ইংৰাজৰ লগত তেওঁৰ সম্পৰ্ক ভালেই থাকিল, কিন্তু প্ৰধানমন্ত্ৰী আগা মীৰে ৰাজসভাৰ ওপৰত ইমান আধিপত্য বিস্তাৰ কৰিছিল যে বাদচাহ বেগম আৰু ৰাজকুমাৰো তেওঁৰ অত্যাচাৰৰ হাত সাৰিব নোৱাৰিছিল। গাজীউদ্দীন হায়দৰে তেওঁক ঘোঁচা আৰু লাঠীও মাৰিছিল—আনন্দমনে সেইবোৰ তেওঁ সহ্য কৰিছিল, কিন্তু তাৰ প্ৰতিশোধ ৰাজদৰবাৰৰ অইন প্ৰতিষ্ঠিত সদস্য আৰু বাদচাহৰ সম্বন্ধীয়সকলৰ ওপৰত লৈছিল।

ইয়াৰ আগতে অৱধ নৰেশে ধাৰ্মিক শ্ৰদ্ধাৰে নদীৰ পাৰত মোতী মহলৰ ওচৰত 'নজ্ফে-অশৰফ' অৰ্থাৎ হজৰত আলীৰ সমাধিৰ নমুনা এটা লক্ষ্ণৌত সজালে আৰু তাৰ বিজুলী বাতি আৰু চোৱা-মেলাৰ বাবে বহুতো টকা ইংৰাজ চৰকাৰৰ হাতত দিছিল, যিহৰ ফলত আজিও ই উজ্জ্বলভাবে বৰ্তমান। 1827 চনত নৱাব চাহাবৰ মৃত্যু হোৱাত তেওঁক তাতেই কবৰ দিয়া হ'ল।

1827 খ্রিঃ ত গাজীউদ্দীন হায়দৰৰ পুতেক নছিৰউদ্দীন হায়দৰ সিংহাসনত বহিল। আমি আগতে কোৱা দৰে গাজীউদ্দীন হায়দৰৰ সময়ৰপৰা অৱধৰ শাসক নৱাব নহৈ বাদচাহ হৈছিল। এই সন্মানৰ আৰম্ভণি দিল্লীৰ 'ৱজীৰ' পদেৰে হৈছিল আৰু আগতে শক্তিশালী, মহত্বপূৰ্ণ শাসকসকলে, 'নৱাব ৱজীৰ' আখ্যা পাইছিল। কিন্তু এতিয়া যেতিয়া প্ৰকৃত শাসন আৰু প্ৰভাৱ শেষ হ'ল আৰু হিন্দুস্তানৰ ৰাজনীতিত তেওঁলোকৰ কোনো প্ৰভাৱ বাকী নৰ'ল তেওঁলোক হ'ল বাদচাহ।

এই কথা ভাবিব পাৰি যে ইংৰাজ সকলে অৱধৰ শাসকসকলক বাদচাহৰ সন্মান দিলে যেতিয়া শক্তি অনুসাৰে তেওঁৰ প্ৰভাৱ আৰু অধিকাৰো বঢ়াই দিয়ালে, তেওঁলোকক নামত বাদচাহ নহৈ আচল অৰ্থত বাদচাহ কৰি দিলে। কিন্তু তেনে নহয়, আমি দেখিবলৈ পাওঁ যে অৱধৰ বাহিৰত তেওঁলোকৰ প্ৰভাৱ মুঠেও নাই, আনকি নিজ ৰাজ্যতো তেওঁলোক পূৰ্বপুৰুষসকলৰ দৰে স্বাধীন নাছিল। এতিয়া কোনো ৰাজ্যাভিষেক ইংৰাজৰ অনুমতি বিনে হ'ব নোৱাৰা হ'ল। ইংৰাজ সেনা ঠায়ে ঠায়ে বিয়পি পৰিল। ৰেচিডেণ্ট চাহাবে হস্তক্ষেপ নকৰাকৈ কোনো গুৰুত্বপূৰ্ণ সমস্যাৰ সমাধান হ'ব নোৱাৰে। ৰাজসিংহাসন যেন এখন ৰঙ্গমঞ্চ—তাত যি হ'ব ধৰিছে তাক অভিনেতাৰ অভিনয় বুলি কব পাৰি। কিন্তু আচলতে অভিনয়ৰ নিয়ন্তা বা গুৰি ধৰোঁতা অইন কোনো বেলেগ ব্যক্তিয়ে পৰ্দাৰ আঁৰৰ-পৰাহে যি ইচ্ছা তাকেই কৰাই আছিল।

কিন্তু খোদাৰ কৃপাত আগৰ অৱধ নৰেশ আৰু তেওঁৰ লগে লগে ৰাজ্যশাসনৰ লগত সম্বন্ধ থকা ব্যক্তিসকলৰ অনুভূতি শেষ হৈ গৈছিল, যাৰ বাবে তেওঁলোকে নিজৰ দুৰ্বলতা আৰু নিঃসহায়তা অনুভৱ কৰিব নোৱাৰিছিল। গাজীউদ্দিন হায়দৰ বাদচাহ হৈয়েই বিলাস-বাসনাত ডুব গ'ল আৰু নছিৰউদ্দিন হায়দৰ উত্তৰাধিকাৰ সূত্ৰতেই

ৰাজপাটত বহিল। নবাব ছাআদত আলী খাঁই জমা কৰা ধন তুয়ো-জনৰ বিলাসিতাৰ সামগ্ৰী হৈ পৰিল। কিছু টকা ইংৰাজক ধাৰে দিলে, কিছু ধৰ্মীয় পৰ্ব আদি পালন কৰাত খৰচ হ'ল। বাদচাহ আৰু তেওঁৰ বেগমে তেওঁলোকৰ নিজ অভিৰুচিমতে খুব ধুমধামেৰে সেইবোৰ পালন কৰিছিল আৰু বাকী অপব্যয় তথা বিলাসিতাৰ বাহন হৈ পৰিল। গাজীউদ্দীন হায়দৰে ইমানখিনিও কৰিলে যে নজ্ফে-আচৰফৰ নমুনা সাজি তেওঁৰ নিজৰ কবৰৰ দিহাও কৰিলে আৰু উত্তৰাধিকাৰীক ভৰসা নকৰি কিছু টকা ইংৰাজক দি দিলে যাতে তাৰ সুদেৰে ধৰ্মীয় সংস্কাৰৰ সৈতে সমাধিৰ তত্বাৱধান লব পাৰে। আজিও তেওঁৰ কবৰৰ চাকি জ্বলোৱা হয়, মজলিচ ( কাৰবালাৰ শ্বহীদৰ শোকসভা ) হয়, কোৰাণ পাঠ হয়, মহৰমত খুব জাকজমক কৰা হয় যাৰ যহত দুখীয়াবোৰৰ অকণমান কল্যাণো হয়। কিন্তু নছিৰউদ্দীন হায়দৰে ভোগ-বিলাসত মত্ত থাকি সিমানখিনি সময়ো নাপালে। নদীৰ পাৰত গাঁও ইবাদত নগৰত তেওঁৰ নিজৰ বাবে এটি কবৰ সজাইছিল—কিন্তু তাৰ ৰক্ষণাবেক্ষণৰ বাবে কোনো চকু-কাণ নাছিল যাৰ ফলত ভালীগঞ্জ ষ্টেচনৰ ওচৰত আজিও সি নীৰৱে আৰু উদাসভাবে আছে। সম্ভৱতঃ তাত কোনো চাকি জ্বলাওঁতাও নাই। তেওঁৰ সময়ত গণেশগঞ্জ আৰু চাঁদগঞ্জ নামৰ তুটি নতুন চুবুৰি নদীৰ পাৰত বহিল।

নছিৰউদ্দীন হায়দৰৰ জ্যোতিষৰ প্ৰতি বৰ ধাউতি আছিল, সিয়েই তেওঁক নক্ষত্ৰ শাস্ত্ৰৰ প্ৰতি আকৰ্ষিত কৰিলে আৰু তেওঁ এই চহৰতে এটি বৰ উচ্চ থাপৰ প্ৰয়োগশালা নিৰ্মাণৰ কল্পনা কৰিলে। অৱশ্যে এই উদ্দেশ্য পূৰণৰ বাবেই নৱাব ছাআদত আলী খাঁৰ মক্‌বৰা আৰু মোতী মহলৰ মাজতে এটি মহল সজালে—প্ৰয়োগশালা বাবে লক্ষ্ণৌত ই 'তাৰেৱালী কোঠী' [ নক্ষত্ৰৰ ঘৰ ] নামে বিখ্যাত হ'ল। ইয়াত ডাঙৰ ডাঙৰ দূৰবীণ আৰু বহুতো শক্তিশালী যন্ত্ৰ সংগ্ৰহ কৰা হ'ল। সেইবোৰ ভালভাবে স্থাপন কৰা আৰু ব্যৱস্থা আদিৰ বাবে কৰ্ণেল বৈলকাৰছক দায়িত্ব দিলে। এওঁ এজন সুদক্ষ নক্ষত্ৰ-বিজ্ঞানী আছিল। কিন্তু

লক্ষ্ণৌৰ এই প্ৰয়োগশালা কৰ্ণেল চাহাবৰ জীৱনৰেই যেন এক অজ্ঞাত কাহিনী। কাৰণ 1827 চনত নছিৰউদ্দীন হায়দৰৰ শাসন আৰম্ভ হ'ল—ইয়াৰ চাৰি-পাঁচ বছৰ পাছতেই সম্ভৱতঃ প্ৰয়োগশালা প্ৰতিষ্ঠিত হৈছিল আৰু তেতিয়াৰপৰা 1847 চনলৈ অৰ্থাৎ অৱধৰ শেষ সম্ৰাট ৱাজিদ আলী চাহৰ শাসনকাললৈ, এই প্ৰয়োগশালা তেওঁৰ তত্ত্বাৱধানতেই চলি থাকিল। সেই বছৰতে কৰ্ণেল চাহাবৰ মৃত্যু ঘটিল আৰু তেওঁৰ ঠাইত অইন কোনো নক্ষত্ৰ-বিজ্ঞানীক নিযুক্তি দিয়া নহ'ল। ৱাজিদ আলী চাহে তাৰ প্ৰতি উপেক্ষা কৰিলে। লক্ষ্ণৌৰ কেইজনমান গণ্যমান্য ব্যক্তিৰ মুখত শুনামতে ইয়াৰ সকলোতকৈ ডাঙৰ দূৰবীণটো খেলাৰ পুতলা বুলি হায়দৰী বেশ্যাক দি দিছিল। কিন্তু 'গেজেটিয়াৰ'ৰ-পৰা জনা যায় যে এই প্ৰয়োগশালা ৰাজ্য সমাপ্তি হোৱালৈ বৰ্তমান আছিল। সম্ভৱতঃ বিদ্ৰোহৰ সময়ত বিদ্ৰোহীসকলে ইয়াক ধ্বংস কৰিলে, কাৰণ আহমদউল্লা চাহে [ যাক ডঙ্কশাহ বুলিও কৈছিল আৰু যি ইংৰাজ সেনাৰ বিৰুদ্ধে খুব বীৰত্ব আৰু সাহসেৰে যুঁজিছিল ] 'তাৰেৱালী কোঠী' তেই বাস কৰিছিল, ইয়াতেই তেওঁৰ ৰাজসভা প্ৰতিষ্ঠা কৰিছিল আৰু বিদ্ৰোহী সেনাৰ অফিচাৰসকল ইয়াতেই গোট খাই পৰামৰ্শ আদি কৰিছিল।

সেই সময়তে তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰৌছনউদ্দৌলাই সুন্দৰ আৰু জাকজমক মহল এটা সজালে যিটোত আজিকালি উপায়ুক্তই গোচৰ সোধে। ৱাজীদ আলী চাহে কাইচৰবাগ সজা সময়ত ইযাক বাজেয়াপ্ত কৰিছিল আৰু গোটেইখন ৰাজ্য যেতিয়া ইংৰাজৰ দখললৈ আহিল. এই ঘৰটোও চৰকাৰী সম্পত্তি হৈ পৰিল।

সঁচাকৈয়ে নছিৰউদ্দীন হায়দৰৰ সময় বৰ সাংঘাতিক সময় আছিল। ইপিনে শাসন ব্যৱস্থা আছিল অত্যন্ত ঢিলা, বাদচাহে বিলাস-বাসনা আৰু নিজে সৃষ্টি কৰা ধাৰ্মিক ৰীতি সংস্কাৰৰ বাবে সময় নাপায় সকলো ব্যৱস্থা প্ৰধান মন্ত্ৰীৰ ওপৰতে এৰি দিয়া হয় আৰু মন্ত্ৰীসকলৰ অৱস্থা হ'ল এনে যে এজনো এনে মানুহ নোলায় যিয়ে ভালভাৱে আৰু বিবেকী নীতিৰে কাম চলাব পাৰে। হেকীম

মেহদীক মাতি পঠিওৱা হ'ল। তেওঁ ব্যৱস্থাপক বা প্ৰবন্ধক হিচাপে ভাল অৱশ্যে আছিল, কিন্তু ৰাজ্যখনক নিজৰ সম্পত্তি কৰি লবলৈহে বিচাৰিছিল। ৰোছনউদ্দৌলা মন্ত্ৰী হ'ল, তেওঁৰ কাম কৰাৰ কোনো সামৰ্থ্য নাইবা ৰুচি নাছিল, তেওঁৰ দ্বাৰা একো কাম নহ'ল। বাদচাহৰ অপব্যয়ৰ অৱস্থা এনে যে ছাআদত আলী খাঁই জমা কৰা সকলো ধন পানীৰ দৰে উটি গ'ল। ৰাজ্যৰ আমদানী মহলৰ খৰচৰ বাবে যথেষ্ট নোহোৱা হ'ল। এয়াই নহয়, বাদচাহ আৰু তেওঁৰ মাকৰ লগত গাজীউদ্দীনৰ পাটৰাণীৰ কাজিয়া আৰম্ভ হ'ল। তেওঁলোকে মুন্নাজানক বাদচাহৰ পুতেক বুলি কৈছিল, বাদচাহে তাক নিজৰ ল'ৰা বুলি স্বীকাৰ নকৰিছিল। এইবোৰ কথাই অৱধৰ অৱস্থা এনে কৰি পেলালে যে এনেহে লগা হ'ল যেন শাসকসকলৰ দেশখন শাসন কৰা আৰু ইয়াক ৰক্ষা কৰাৰ সামৰ্থ্য মুঠেও নাই।

ৰেচিডেণ্ট চাহাব আৰু ভাৰতৰ গৱৰ্ণৰ জেনেৰেলে বাৰে বাৰে বুজালে, ভয় দেখুৱালে, ধমক দিলে, পৰিণতিৰ কথা ক'লে আৰু সদায় কৈয়েই থাকিল কিন্তু কাৰো কাণত একো নোসোমাল। নছিৰউদ্দীন হায়দৰ তিৰোতাৰ লগত থাকি থাকি ইমান স্ত্ৰৈণ হৈ পৰিছিল যে তেওঁ তিৰোতাৰ দৰেই কথা কৈছিল আৰু তিৰোতাৰ দৰে পোছাক পিন্ধিছিল। স্ত্ৰৈণ স্বভাৱৰ লগতে ধাৰ্মিক বিশ্বাসে এনে ভাবৰ জন্ম দিলে যে বাৰ জন ইমামৰ ফৰ্জী [নামমাত্ৰ] বীবী সকল [অস্পৃশ্যা] আৰু মাকে প্ৰচলন কৰা জন্মোৎসৱ আন্ধিয়ে অধিক প্ৰশ্ৰয় পালে। আনকি ইমামৰ জন্মৰ সময়ত পতা সমাৰোহ আদিত নিজে গৰ্ভৱতী স্ত্ৰী সাজি প্ৰসূতি গৃহত বহিছিলগৈ, চেহেৰা আৰু ভাব-ভঙ্গিমাৰে প্ৰসৱ-পীড়া প্ৰকাশ কৰিছিল আৰু পিছত নিজে এক কাল্পনিক কেঁচুৱাৰ জন্ম দিয়ে যাৰ জন্ম, 'ছঠী' আৰু ধুওৱা আদিৰ ব্যৱস্থা আচলতে শিশু জন্মৰ সময়ত কৰা দৰে কৰিছিল। এই উৎসৱ ইমান বেছি আছিল যে গোটেইটো বছৰ বাদচাহে এই কামৰপৰাই সময় নাপাইছিল. ৰাজ্যৰপিনে কোনে চকু দিয়ে ?

অৱধ দৰবাৰ আৰু ইংৰাজ চৰকাৰৰ সম্বন্ধ লক্ষ্য কৰিলে বুজা যায় যে যদি গৱৰ্ণৰ জেনেৰেল আৰু ৰেচিডেণ্টৰ অনুগ্ৰহ নহয় আৰু ইংলণ্ডৰ যি বোৰ্ডে ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাম-কাজ চাইছিল কোম্পানীক হকা-বাধা কৰি নাথাকিলেহেঁতেন তেনেহলে ৰাজত্বৰ ( বাদচাহৰ ) পৰিসমাপ্তিৰ কামটো তেতিয়াই হ'লহেঁতেন। কিন্তু এই দৰবাৰৰ জীৱন, ( শাসকৰ বাচালতা থকা সত্ত্বেও ) এতিয়াও বাকী আছিল—ইংৰাজে ৰাজ্যখন দখল কৰিবলৈ চিন্তা কৰিয়েই বৈ গ'ল।

নছিৰউদ্দীন হায়দৰৰ সম্বন্ধে লক্ষ্ণৌৰ পুৰণি আৰু বিশ্বাসী মানুহৰ বৰ্ণনা মতে তেওঁ এই স্ত্ৰৈণ আৰু বাচাল স্বভাৱৰ লগে লগে অত্যন্ত নিষ্ঠুৰো আছিল। কিন্তু যিহেতু গোটেই জীৱন তিৰোতাৰ লগতে কটালে সেয়ে তেওঁৰ জুলুমৰ চিকাৰ প্ৰায় তিৰোতাই হৈছিল। বহুতো তিৰোতাক সৰু সৰু দোষৰ দোষ আৰু সাধাৰণ অহংকাৰৰ বাবে খুব শাস্তি দিছিল। প্ৰবাদ আছে যে ৰাস্তাৰে গৈ থকা কোনো এজন মতাক কোনো এজনী তিৰোতাৰ বুকুত হাত দিয়া দেখা পাই তৎক্ষণাত তিৰোতাজনীৰ বুকু ( স্তনযুগল ) আৰু মতাজনৰ হাত খন কাটি পেলালে।

অৱশেষত দহ বছৰৰ কুকাৰ্যৰ পিছত, যেতিয়া ভিতৰে বাহিৰে সকলো দৰবাৰী বিৰক্ত হৈ পৰিল, বাদচাহ আপোন বন্ধু আৰু সম্বন্ধীয় সকলোৰে চিকাৰ হ'ল আৰু কোনোবাই বিষ দি 1837 চনত তেওঁৰ জীৱন প্ৰদীপ নুমাই দিলে। নছিৰউদ্দীন নিঃসন্তান আছিল। মুন্নাজানক গাজীউদ্দীন হায়দৰ বেগমে আপোন নাতি ল'ৰা আৰু ৰাজ্যখনৰ প্ৰকৃত উত্তৰাধিকাৰী কৰি আগুৱাই দিলে। কিন্তু গাজীউদ্দীন হায়দৰ আৰু নছিৰউদ্দীন দুয়োৱে তেওঁক ৰাজবংশৰ বুলি স্বীকাৰ কৰা নাছিল। এই কাৰণতেই ইংৰাজ চৰকাৰে নৱাব ছাদত আলী খাঁৰ পুতেক নছীৰউদ্দৌলা মুহম্মদ আলী খাঁক ৰাজপাট দিবলৈ সকলো বন্দোৱস্ত কৰিছিলে, কিন্তু বেগম চাহেবাই নামানিলে। মুন্নাজানক লৈ ৰাজসিংহাসন থকা ঠাই 'লাল বাৰহদৰী' ( ৰঙা বৈঠকখানা ) লৈ গ'ল। ৰেচিডেণ্টে হেজাৰ বাধা দিলে,

বুজালে, কিন্তু একো নুশুনিলে আৰু জোৰ কৰি মুন্নাজানক ৰাজপাটত বহুৱাই বিপদ চপালে আৰু শত্ৰুৰ ওপৰত প্ৰতিশোধ লবলৈ আৰম্ভ কৰি দিলে। বহুতৰ ঘৰ-বাৰী লুট কৰিলে, কিছুমানক গ্ৰেপ্তাৰ কৰিলে, কিছুমানক হত্যা কৰিলে, গোটেই নগৰতে এক হাহাকাৰ লাগি পৰিল।

ৰেচিডেন্ট চাহাব আৰু তেওঁৰ সহায়ক খৰখেদাকৈ দৰবাৰলৈ আহিল। বাদচাহ বেগমক বুজালে যে মুন্নাজান ৰাজ্যখনৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে আৰু এই কাৰ্যত আপুনি কেতিয়াও সফল হ'ব নোৱাৰে। পিছত লাট চাহাবৰ লিখিত নোটিচ দেখুৱাই ক'লে যে মুন্নাজানে ৰাজপাট খালী কৰি দিয়ক আৰু নছীৰউদ্দৌলাক ৰাজপাটত বহুওৱা হওক, কিন্তু কোনোৱে এআষাৰ কথাও নুশুনিলে। কিন্তু কোনোবাই সহায়ক ৰেচিডেণ্টক আক্ৰমণ কৰিলে, ফলত তেওঁৰ শৰীৰ ৰক্তাক্ত হৈ পৰিল। ৰেচিডেণ্টে বিভিন্ন ঠাইৰপৰা সেনা আগতেই মাতি আনিছিল আৰু সিংহাসনৰ সমুখত বৰতোপ সাজু কৰি থৈছিল আৰু শাৰী শাৰী সৈন্য সাজু হৈ আছিল। বাধ্য হৈ ৰেচিডেণ্টে ঘড়ী হাতত লৈ ক'লে দহ মিনিট সময় দিয়া হ'ল। এই সময়ৰ ভিতৰত যদি মুন্নাজান ৰাজপাটৰপৰা নানামে তেনেহলে জোৰ-জুলুমৰ কাম কৰিব লাগিব। এই কথাৰো কোনোৱে পৰোৱা নকৰিলে, যদিও ৰেচিডেণ্টে বাৰে বাৰে কৈ আছিল, এতিয়া পাঁচ মিনিট বাকী, এতিয়া দুই মিনিট হে বৈছেগৈ আৰু চাওক এতিয়া আৰু এক মিনিটো নাই।

এই সাৱধান বাণীৰ প্ৰতিও কোনোৱে কাণ নিদিলে আৰু হঠাতে তোপে গৰজিব আৰম্ভ কৰিল। চাওঁতে চাওঁতে ত্ৰিছ-চল্লিছজন মানুহ বাগৰি পৰিল। দৰবাৰীসকল পৰি-হৰি পলাল। যি নৃত্যমণ্ডলীয়ে গান-বাজনা কৰি আছিল, তেওঁলোকৰে কেইবাজনেও আঘাত পালে। আইনাৰ বাচন-বৰ্তন জন্ জন্ কৰি ভাগিব ধৰিলে। যেতিয়া কেই-বাজনো বিশ্বাসী বীৰে আক্ৰমণ প্ৰতিৰোধ কৰোঁতে মৃত্যু বৰণ কৰিলে তেতিয়া মুন্নাজানেও সিংহাসনৰপৰা পলাবলৈ চেষ্টা কৰিলে, কিন্তু

ধৰা পৰিল। ফলত বেগম চাহেবা আৰু তেওঁক ইংৰাজে গ্ৰেপ্তাৰ কৰিলে আৰু লগতে নছীৰউদ্দৌলাক ৰাজপাটত বহুৱালে খিয়ে মুহম্মদ আলী ছাহ নামেৰে অৱধৰ বাদচাহ ঘোষিত হ'ল আৰু মুন্নাজান তথা তেওঁৰ আবুৰেকক বন্দী কৰি লক্ষ্ণৌৰপৰা কানপুৰ, কানপুৰৰপৰা চিনাৰগঢ়লৈ পঠিয়ালে আৰু দুই হেজাৰ চাৰিশ টকা মাহিলি দৰমহা লক্ষ্ণৌৰ ৰাজকোষৰপৰা নিশ্চিত কৰি দিয়া হ'ল।

ৰাজ পাটত বহা সময়ত মুহম্মদ আলী ছাহৰ বয়স তেষষ্ঠি বছৰ হৈছিল। তেওঁ বুঢ়া আৰু অনুভৱশীল আছিল, সময়ৰ খলা বমা-আৰু ৰাজদৰবাৰৰ বহুৱালি তেওঁ দেখি আছিল। সকলোতকৈ ডাঙৰ কথা আছিল, তেওঁ নৱাব ছাদত আলী খাঁৰ পুতেক আছিল আৰু তেওঁৰ দৃষ্টি পাইছিল। তেওঁ খুব চন্তালি কাৰ্য আৰম্ভ কৰিলে, মিতব্যয়িতাৰ নিয়ম কৰিলে আৰু যিমান দূৰ পাৰিলে শাসন ব্যৱস্থা চন্তালিবৰ চেষ্টা কৰিলে। কিন্তু বয়স বেছি হ'ল আৰু দেহা পৰি আহিছিল। সিংহাসনত বহিয়েই তেওঁ হেকিম মেহদীক ফৰখাবাদৰপৰা মাতি আনি ৱজীৰ পদত নিযুক্ত কৰিলে, কিন্তু কেইদিনমানৰ পিছত তেওঁ মৰি থাকিল। তেতিয়া জহীৰউদ্দৌলাক প্ৰধান মন্ত্ৰী পাতিলে। দুই-তিনি মাহৰ পিছত তেৰোঁ ইস্তফা দিলে আৰু কাৰবালালৈ গুচি গ'ল। পাছত আছৰফউদ্দৌলা মুহম্মদ ইব্ৰাহীম খাঁক ৱজীৰ পাতিলে। তেওঁ অইনৰ তুলনাত বেছি বুদ্ধিমান আৰু গম্ভীৰ প্ৰকৃতিৰ লোক আছিল.

মুহম্মদ ছাহ ৰাজপাটত বহাত ইংৰাজ চৰকাৰ আৰু অৱধ ৰাজ্যৰ মাজত এখন নতুন চুক্তিপত্ৰ হ'ল। এই চুক্তিপত্ৰ মতে ইংৰাজ চৰকাৰে অৱধৰ ৰক্ষণাবেক্ষণৰ নিমিত্তে যি সৈন্য ৰাখিছিল তাৰ সংখ্যা বহুতো বঢ়ালে আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ চৰকাৰে এই অধিকাৰ পালে যে অৱধত অথবা ইয়াৰ যি কোনো এলেকাত শাসন শিথিল হৈ পৰা দেখিলে যেতিয়ালৈ ইচ্ছা নিজ শাসনত ৰাখিব পাৰিব। বাদচাহে অনিচ্ছাৰে এই চুক্তিত চহী কৰিলে আৰু যিমান দূৰ পাৰিলে ৰাজ্যৰ পৰিস্থিতি সংস্কাৰ কৰিবলৈ ধৰিলে।

ৰাজপাটত বহাৰ দ্বিতীয় বছৰতে তেওঁ বিখ্যাত ইমামবাড়া হুছেইনাবাদ আৰু তাৰ ওচৰতে এটা ভব্য মচজিদ সজাবলৈ আৰম্ভ কৰিলে আৰু এনে ব্যৱস্থা কৰিলে যে দিল্লীৰ জামা মচজিদতকৈ ভব্যতা আৰু আকাৰতো ই ডাঙৰ হয়।

সেই সময়ত লক্ষ্ণৌৰ বসতি আৰু জাকজমকতা ইমান বাঢ়ি গৈছিল আৰু ইমান বেছি মানুহ ইয়াৰ আশে পাশে বাস কৰিছিল যে ইয়াক হিন্দুস্তানৰ বেবিলন কোৱাত আপত্তি নাছিল। আচলতে এই নগৰ সকলো দৃষ্টিতে সেই যুগৰ জীৱন্ত বেবিলন আছিল।

এই সমানতাৰ কথা সম্ভৱতঃ ইংৰাজ নাইবা অইন কোনো দৰবাৰীৰ মুখৰপৰা শুনি মুহম্মদ আলী ছাহে লক্ষ্ণৌক সম্পূৰ্ণ বেবিলন কৰাৰ কল্পনা কৰিলে আৰু এনে এটা স্মৃতিসৌধ স্থাপন কৰে যাৰ দ্বাৰা তেওঁৰ নাম অৰধৰ অইন বাদচাহতকৈ অধিক বিখ্যাত হৈ পৰে। তেওঁ বেবিলনৰ মীনাৰ বা তাৰ শূন্যোদ্যানৰ দৰে এটা মহল হুছেনাবাদৰ ওচৰত আৰু বৰ্তমানৰ ঘণ্টাঘৰৰ ওচৰতে সজাবলৈ আৰম্ভ কৰিলে, ইয়াৰ 'মেহৰাব'ৰ ঘূৰণীয়া বৃত্তৰ ওপৰত দ্বিতীয় বৃত্ত, দ্বিতীয় বৃত্তৰ ওপৰত তৃতীয় বৃত্ত অৰ্থাৎ তলে উপৰে বৃত্ত সজাই যাব ধৰিলে। ইচ্ছা আছিল এনে দৰে সাত মহলালৈ ওখ কৰি নি ইমান ডাঙৰ আৰু ওখ বুৰুজ সজাব যে পৃথিৱীৰ ভিতৰত ই এক আশ্চৰ্য বস্তু হ'ব। আৰু ইয়াৰ ওপৰৰপৰা গোটেই লক্ষ্ণৌ আৰু তাৰ ওচৰপাজৰৰ পথাৰ আদিও চকুত পৰিব। এই মহল সম্পূৰ্ণ হোৱা হলে সঁচাকৈয়ে অতুলনীয় আৰু আশ্চৰ্যজনক হ'লহেঁতেন। তাৰ নাম 'সাতখণ্ডা' বুলি কোৱা হৈছিল আৰু খুব যা-যোগাৰ কৰিয়েই তাক সাজিবলৈ আৰম্ভ কৰিছিল—কিন্তু পাঁচ মহলা সজা হৈছিলহে এনেতে মুহম্মদ আলী ছাহে 1842 চনত এই সংসাৰৰপৰা বিদায় মাগিলে।

মুহম্মদ আলী ছাহে তেওঁৰ শাসনকালত ভিতৰুৱা কাজিয়া-পেছাল হৈ দেশৰ শাসনব্যৱস্থা নষ্ট নকৰাকৈ লক্ষ্ণৌক খুব ধুনীয়া নগৰ কৰি তুলিলে। হুছেনাবাদৰ ফাটকৰ পৰা ৰোমী দৰৱাজা লৈ নদীৰ পাৰে পাৰে এটা ৰাস্তা উলিয়ালে যাক চৌক বুলি কোৱা হ'ল। এই

ৰাস্তাৰ দুয়োফালে সুন্দৰ ভব্য অট্টালিকা থকা সত্ত্বেও একালে ৰোমী দৰৱাজা, আছফউদ্দৌলাৰ ইমামবাড়া আৰু তেওঁৰ মচজিদ আছিল, অইন ফালে সাতখণ্ডা আৰু হুছেনাবাদৰ ফাটক আছিল। এই নতুন ইমামবাড়াৰ বহুতো আকাশচুম্বী মহল আছিল আৰু তাৰ কাষতেই জামা মচজিদ আছিল। আৰু সকলো মহল মিলি দুয়ো ফালে এনে এক মনোহৰ দৃশ্য সৃষ্টি কৰিছিল যিয়ে পৃথিৱীৰ সকলো বিখ্যাত আৰু সুন্দৰ দৃশ্যক চেৰ পেলাব পাৰে। আৰু যদিও মাজতে নগৰৰ মাজত ইয়াৰ মানুহৰ ঘৰ বহু ভাঙি পেলালে তথাপি ই আজিও পৃথিৱীৰ সুন্দৰতম দৃশ্যৰ ভিতৰত গণ্য হয়।

## 7

মুহম্মদ আলী ছাহৰ পিছত আমজদ আলী ছাহ ৰাজসিংহাসনত বহিল। মুহম্মদ আলী ছাহে যুৱৰাজক উচ্চশিক্ষা দিবলৈ চেষ্টা কৰিছিল। সেইবাবে বিদ্বানসকলৰ সঙ্গতেই তেওঁক ৰাখিছিল। ফলত আমজাদ আলী ছাহ পঢ়া-শুনাত বিশেষ উন্নতি কৰাৰ পৰিবৰ্তে, শিষ্টাচাৰ আৰু স্বভাৱে-চৰিত্ৰই এজন প্ৰকৃত মৌলবীহে হৈ পৰিল। শাসনৰ বাঘজৰী হাতলৈ অহাৰ পিছত তেওঁৰ যি অকণ কামনা আছিল সেয়া এই যে তেওঁৰ প্ৰজা সাধাৰণে সকলোৱে তেওঁক শ্ৰদ্ধেয় বুলি গণ্য কৰক। কিন্তু এই কথা স্পষ্ট যে ধাৰ্মিক, বিদ্বান আৰু দেশ নেতাসকলৰ ৰাজনীতিৰ লগত কোনো সম্বন্ধ নাই। তেওঁলোক ৰাজনীতিজ্ঞও নহয় নাইবা ৰাজধৰ্মজ্ঞও হ'ব নোৱাৰে। তেওঁৰপৰা পৰামৰ্শ আদি পাব পৰাৰ ভিতৰত আছিল এয়ে যে চৈয়দসকলক সেৱা-শুশ্ৰূষা কৰা হওক, ৰাজ ভঁৰাল ঈশ্বৰ ভক্তসকলৰ সহায়তা আৰু সেৱাতেই খৰচা হওক। আৰু এই কামো শ্ৰদ্ধাবান, সংযমী আৰু চৰিত্ৰবান অৱধ নৰেশ আমজদ আলী ছাহৰ দৃষ্টিত তেতিয়াহে সন্তোষজনক হ'ব পাৰে যেতিয়া খোদ মুজতাহিদ-উল-অস্ৰৰ দয়ালু

হাতেৰে ই সম্পন্ন হয়। গতিকে ৰাজ্যখনৰ আমদানীৰপৰা লাখ লাখ টকা জকাত (দান)ৰ নামত তেওঁক দিয়া হৈছিল আৰু ইয়াৰ উপৰিও আৰু বহু ধন উপহাৰস্বৰূপে তেওঁৰ ওচৰ পাইছিলগৈ।

আমজদ আলী ছাহৰ বাবে সংযম আৰু শুদ্ধতাৰ বিচাৰ এক প্ৰকাৰে বেমাৰ যেন হৈ পৰিছিল। তেওঁ এইবোৰৰ নিয়মানুৱৰ্তিতাৰ বাবে ইমান ব্যস্ত থাকিবলগীয়া হৈছিল যে শাসনব্যৱস্থাৰ পিনে চকু দিবলৈ প্ৰায় সময় নাপাইছিল। ইয়াৰ অনিবাৰ্য পৰিণাম এয়ে হ'ল যে মুহম্মদ আলী ছাহে নিজ অনুভৱ আৰু বুদ্ধিমত্তাৰে যি অলপ ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল, সকলো এনেয়ে গ'ল আৰু অৱস্থা এনে হ'লগৈ যে কাজী মুহম্মদ চাদিক খাঁৰ বিৱৰণী অনুসৰি সকলো কৰ্মচাৰী দুঃচৰিত্ৰ, বেইমান আৰু স্বাৰ্থপৰ হ'ল। প্ৰজা সাধাৰণ অতিষ্ঠ হৈ পৰিছিল। জোৰ-জুলুমৰ ৰাজত্ব আছিল, বেইমান আৰু দোষীয়ে নাপাইছিল শাস্তি, ৰাজভাণ্ডাৰ শূন্য, ভেটী খোৰাৰ ৰাজত্বৰ ভৱপক আৰু যি হাই-কাজিয়া হৈছিল তাৰ কোনো সমাধান নাছিল।

কিন্তু এই সংযম আৰু জনসাধাৰণৰ মঙ্গলৰ প্ৰতি উদাসীন আৰু বেপৰোৱা হলেও তেওঁ হজৰতগঞ্জ মোহল্লা প্ৰতিষ্ঠা কৰিলে যিটো চুবুৰি লক্ষ্ণৌৰ সকলো চুবুৰিতকৈ পৰিষ্কাৰ, ঘন বসতি, খুব ধুনীয়া আৰু ধনী বেপাৰীসকলৰ ডাঙৰ বজাৰ আৰু চিভিল লাইনৰ সকলোতকৈ বেছি জাক-জমকতাপূৰ্ণ ঠাই। তেওঁ লক্ষ্ণৌৰপৰা কানপুৰলৈ এটি পোন আৰু পকী ৰাস্তা বন্ধালে। তেওঁৰ শাসনকালৰ ভিতৰত সকলোতকৈ ডাঙৰ কাম হ'ল, লোহাৰ দলং বন্ধা কাম সম্পূৰ্ণ হ'ল। এই দলং নিৰ্মাণৰ মহত্বপূৰ্ণ দিন এটা ইও যে ইয়াৰ সকলো সামগ্ৰী গাজীউদ্দিন হায়দৰে ইংলণ্ডৰপৰা অনাইছিল, কিন্তু যন্ত্ৰপাতি আৰু সামগ্ৰী বোৰ লক্ষ্ণৌ পোৱাৰ আগতেই তেওঁ এই অসাৰ সংসাৰ ত্যাগ কৰি গুচি গ'ল। নছিৰউদ্দিন হায়দৰৰ শাসনকালত যেতিয়া এই সা-সৰঞ্জামবোৰ বিলাতৰপৰা আহিল তেতিয়া তেওঁ দৰবাৰৰ ইঞ্জিনীয়াৰ মিঃ সিং ক্লেয়াৰক সেই সৰঞ্জামবোৰ যোৰা লগাই দলং সাজি উলিয়াবলৈ ঠিকা দিলে আৰু এই আদেশো দিলে যে সেই সা-সৰঞ্জাম

ৰেচিডেন্টৰ সন্মুখত নদীৰ সিপাৰে পেলোৱা হওক। যি ঠাইত লোহাৰ এই সা-সঁজুলি পেলোৱা হৈছিল তাৰ খবৰ দিবলৈ আজিও তাত এটা ঘাট আৰু মন্দিৰ আছে। মিঃ সিং ক্লেয়াৰে নদীৰ বুকুত খুটা পুতিবৰ বাবে দ দ কুঁৱা খন্দালে আৰু সেই খুটাবোৰৰ যোৰাও লগালে, কিন্তু তাৰ পাছত তেওঁৰ দ্বাৰা আৰু একো কৰা সম্ভৱ নহ'ল। মুহম্মদ আলী ছাহৰ সময়ত এই দলং অসম্পূৰ্ণ হৈয়েই ৰ'ল, কিন্তু আমজদ আলী ছাহে তেওঁৰ শাসনকালত সেইপিনে মন দিলে আৰু দলং সজা সম্পূৰ্ণ হ'ল। কিন্তু আজি লোহাৰ যি দলং তাত আছে সেয়া মুহম্মদ আলী ছাহৰ সময়ৰ নহয়। সেইখন এখন ওলমি থকা দলং আছিল, তাৰ সকলো ওজন চাৰিটা লোহাৰ ওথ আৰু মজপুত খুটাত ওলমি আছিল। ইংৰাজ ৰাজত্বৰ সময়ত ইয়াৰ সৰঞ্জাম আদিত মামৰে ধৰিলে আৰু ই ইমান দুৰ্বল হৈ পৰিল যে সাধাৰণ মানুহ চলা-ফিৰা কৰাটোও ইয়াৰ কাৰণে টান হৈ পৰিল। তেতিয়া সেইখন ভাঙি অইন এখন লোহাৰ দলং সাজিলে আৰু সেইখনেই এতিয়ালৈ আছে।

আমজদ আলী ছাহৰ সময়ত তেওঁৰ ৱজীৰ আমীনউদ্দৌলাই আমীনাবাদ পাতিলে। ইয়াৰ বসতি আৰু চাকচিক্য দিনে দিনে বাঢ়ি যাব ধৰিলে। আমজদ আলী ছাহে তেওঁৰ শাসনকালত অৱশ্যে একো নকৰিলে। চথত কোনো-এটা মহল নাসাজিলে যি তেওঁৰ স্মৃতিচিহ্ন হৈ আজিও থাকিলহেঁতেন, কিন্তু সম্ভৱতঃ সংযম আৰু পৱিত্ৰ হৃদয়ৰ সলনি তেওঁ স্বাভাৱিক প্ৰসিদ্ধি লাভ কৰিছিল যে লক্ষ্ণৌৰ আজিকালি সকলোতকৈ অধিক বিখ্যাত, সকলোতকৈ অধিক ঘন বসতি আৰু ধনী চুবুৰি আমীনাবাদ আৰু হজৰতগঞ্জ তেওঁৰ দিনৰেই স্মৃতিসৌধ।

শেষত কালে তেওঁৰ জীৱনৰ পাতো লুটিয়াই দিলে আৰু **1848** চনত 48 বছৰতকৈ কেইদিনমান বেছি বয়সত, কেন্সাৰ ৰোগত পৰি এই পৃথিৱীৰপৰা বিদায় মাগিলে। আৰু নিজে পতা চুবুৰি হজৰত-গঞ্জৰ মেগুথাঁ সেনাপতিৰ বাহৰৰ ভিতৰত কবৰ দিয়া হ'ল। তেওঁক কবৰ দিয়া ইমামবাড়া হজৰতগঞ্জৰ পশ্চিম ভাগত দীৰ্ঘ পথ আছে।

তেওঁৰ মৃত্যুৰ পিছত ৰাজিদ আলী ছাহে দহলাখ টকা খৰচ কৰি তাত মহল সজালে। এই ইমামবাড়া হুছেনাবাদৰ এটা বেয়া ধৰণৰ নকল আৰু হুছেনাবাদৰ দৰে ইয়াতো যদি চাকি আদিৰ পোহৰ হ'লহেঁতেন তেনেহলে মহৰমত লক্ষ্ণৌৰ পূব অংশও চিকমিকাই উঠিলহেঁতেন। যদিও ইয়াৰ বাবে কোনো পেন্সন নিৰ্ধাৰিত হোৱা নাই—তথাপি ইয়াৰ আয় কম নহয়। চৌহদৰ ঘৰবোৰৰ বাহিৰৰফালৰ দোকান-বোৰত ডাঙৰ ডাঙৰ বেপাৰীৰ দোকান আছে আৰু ভিতৰৰপিনৰ ঘৰবোৰতো ইউৰেচিয়ান আদি থাকে যিবোৰৰপৰা ঘৰ ভাড়াৰ যথেষ্ট টকা উঠে। কিন্তু ঘৰ ভাড়া আদায় কৰোঁতাসকলৰ ইওতো কৰ্তব্য যে মহৰমত আচল কবৰ আৰু ইমামবাড়াত অন্ততঃ কেইটামান চাকি জ্বলাই তাক পোহৰ কৰি তোলে!

এতিয়া আমজদ আলী ছাহৰ ডাঙৰ পুতেক ৰাজিদ আলী ছাহ সিংহাসনত বহিল। তেওঁৰ শাসনকাল এই পূৰ্বী দৰবাৰৰ ইতিহাসৰ শেষ পৃষ্ঠা আৰু সেই প্ৰাচীন শোকগীতিৰ অন্তিম পদ। যিহেতু অৱধৰ শাসনৰ পৰিসমাপ্তি তেওঁৰ সময়তে ঘটিল, সেয়ে সকলো জনা-বুজা মানুহৰ ধিক্কাৰৰ পাত্ৰ তেৱেঁই হ'বলগীয়া হ'ল আৰু এই কথাও প্ৰায় সকলোৱে মানি ললে যে ৰাজ্যৰ পতনৰ কাৰণ তেঁৱেই আছিল। কিন্তু যি সময়ত তেওঁৰ ৰাজ্য শেষ হৈছিল সেইসময়ত হিন্দুস্তানৰ সকলো দেশীয় শক্তি চূৰ্ণ-বিচূৰ্ণ হৈছিল আৰু বেয়াই ভালে সকলো ধৰণৰ পুৰণি ৰাজ্যবোৰ পৃথিৱীৰপৰা নাইকিয়া হ'ব ধৰিছিল। পঞ্জাবত শিখসকলৰ আৰু দক্ষিণত মাৰাঠাসকলৰ ৰাজপাট কিয় নোহোৱা হ'ল? তেওঁলোকতো বীৰ, শক্তিশালী আৰু বৰ সতৰ্ক বুলি জনাজাত আছিল। দিল্লীত মোগল দৰবাৰ আৰু বঙ্গদেশত নবাব নাজিমৰ পতন কিয় হ'ল? তেওঁলোকৰ তো কোনো ধৰণৰ চপলতা বা বাতুলতা নাছিল যি লক্ষ্ণৌৰ শাসকৰ আছিল। উপৰোক্ত চাৰিওখন ৰাজদৰবাৰত কোনো ৰাজিদ আলী নাছিল। তেওঁলোকৰ সৰ্বনাশ লক্ষ্ণৌৰ সৰ্বনাশতকৈ কম নাছিল।

আচল কথা আছিল এয়ে যে ইফালে হিন্দুস্তানীসকলৰ বেপৰোৱা

মনোভাব আৰু মূৰ্খতাৰ পিয়লা ভৰি বাগৰি পৰিবৰ উপক্ৰম হৈছিল আৰু আনপিনে বৃটিছ সাম্ৰাজ্যৰ শক্তি আৰু বৃটিছ ৰাষ্ট্ৰৰ দূৰদৰ্শিতা, যোগ্যতা আৰু পৰিশ্ৰম এইসকলো নিজ প্ৰচেষ্টা আৰু আপোন উচ্চ সংস্কৃতি আৰু সভ্যতাৰ ফল পাবলৈ নিতৌ যোগ্যতৰ পাত্ৰ হৈ উঠিছিল। এই কথা অসম্ভৱ আছিল যে ইংৰাজ ৰাজনীতিজ্ঞসকলৰ বুদ্ধিমত্তা, অভ্যাস, বিচাৰ-বিবেচনা শক্তি, নিয়মানুৱৰ্তিতাই হিন্দুস্তানৰ মূৰ্খতা আৰু আত্মবিস্মৃতিৰ ওপৰত বিজয় লাভ নকৰিব। সেই যুগে সমগ্ৰ পৃথিৱীতে সংস্কৃতিৰ এক ন ৰূপ ধাৰণ কৰিছিল, আৰু চিঞৰি চিঞৰি প্ৰত্যেক জাতিকেই কৈছিল যে যদি মোৰ লগত নাহা তেনে-হলে ধ্বংস হৈ যাবা। কালৰ এই আহ্বান হিন্দুস্তানৰ কোনোৱে শুনিলে আৰু সকলো ধ্বংস হৈ গ'ল। এই বিলীন হৈ যোৱাসকলৰ ভিতৰত অৱধৰ ৰাজ্যও আছিল, যাৰ পতনৰ দায়িত্ব বেচাৰা ৱাজিদ আলী ছাহৰ ওপৰত জাপি দিয়াটো ইতিহাসৰ প্ৰতি অন্যায় কৰা হ'ব।

ধৰ্মশাস্ত্ৰ পালন কৰোঁতা পিতাকে ৱাজিদ আলী ছাহক বিদ্বানৰ লগত ৰাখি নিজৰ দৰে কৰিব খুজিছিল আৰু তেনে বোল ৱাজিদ আলীৰ চেহেৰাত লাগিছিলো। বয়স বঢ়াৰ লগে লগে সি গাঢ় হ'ব ধৰিলে। কিন্তু আমজদ আলী ছাহে এই কথাত একো বল দিব নোৱাৰিলে যে ৰাজ্যৰ উত্তৰাধিকাৰী ৰাজকুমাৰৰ স্বাভাৱিক প্ৰবৃত্তি বিলাসিতা আৰু ললিতকলাৰ প্ৰতিহে আছিল। অৱশ্যে দেউতাকৰ আগ্ৰহৰ বাবে পঢ়াশুনাত তেওঁ ভালেই আছিল, কিন্তু সঙ্গীতৰ নিচা বেছি আছিল। যুৱৰাজ হৈ থকা অৱস্থাতে নিজৰ ব্যক্তিগত ৰুচিৰ নিমিত্তে দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে গায়ক আৰু বাদক ৰাখি গান বাদ্য শিকিছিল। বজৰুৱা তিৰোতা আৰু নীচ স্তৰৰ লোকৰ লগত সম্পৰ্ক বঢ়ালে আৰু তাৰ পৰিণাম হ'ল যি আনন্দ সুন্দৰী তিৰোতা আৰু গায়কৰ সৈতে অনুভৱ কৰিব পাৰিছিল, জ্ঞানী-বিজ্ঞানীৰ সৎসঙ্গই তেওঁক সেই আনন্দ দিব নোৱাৰা হ'ল।

বাপেকৰ মতৰ বিপৰীতে তেওঁৰ মহল সজাৰ চখো আছিল আৰু যুৱৰাজ হৈ থাকোঁতেই তেওঁ আনন্দসভা আৰু ভোগবিলাসৰ বাবে

এখন সুন্দৰ বাগিছা আৰু দুই-এটা সৰু সৰু ধুনীয়া ঘৰ সজালে। আলী নবী খাঁ, যিজনক ৰাজপাটত বহিয়েই কোষাধ্যক্ষৰ মৰ্য্যাদা দিছিল, তেওঁ যুৱৰাজ হৈ থকা অৱস্থাতে এজনী বেশ্যাৰ ঘৰত লগ পাইছিল। তেওঁৰ যৌৱনোন্মোত্ত চঞ্চলতাই ৰাজকুমাৰক প্ৰভাৱিত কৰিলে আৰু যেতিয়া উপযুক্ত উদ্যান আৰু মহল তেওঁৰ তত্ত্বাৱধানত সজা হ'ল আৰু বাদচাহৰ পছন্দও হ'ল তেতিয়া কোষাধ্যক্ষ আৰু ৰাজ্য ব্যৱস্থাৰ বাবে তেওঁতকৈ আৰু কোনো উপযুক্ত ব্যক্তি হ'ব নোৱাৰে বুলি ধৰি লোৱা হ'ল।

ৱাজিদ আলী ছাহৰ ৰাজত্বৰ প্ৰাৰম্ভ এনে দৰে হ'ল। যুৱক আৰু সুন্দৰ বাদছাহৰ ন্যায় তথা সৈন্যবাহিনীৰ সংস্কাৰৰ প্ৰতি বিশেষ ৰুচি আছিল। তেওঁৰ সমদলৰ আগে আগে দুটা ৰূপৰ বাকচ কঢ়িয়াই নিছিল। কাৰোবাৰ কিবা ওজৰ আপত্তি থাকিলে লিখি তাত ভৰাই দিয়ে। তাৰ চাবি বাদচাহৰ লগত থাকে। মহল পোৱাৰ পিছত নিজে সেই আবেদনবোৰ উলিয়াই আৰু আদেশ লিখে। এনেদৰে কেবাজনো সেনাপতি আৰু পল্টন ভৰ্তি হ'ল। সেনাপতি সকলৰ নাম বাদচাহে আপোন লেখন শৈলীৰে—বাঁকা (সুন্দৰ) তিৰছা (বেকা) ঘনবোৰ ৰাখিলে আৰু পল্টনৰ নাম অখতৰী, নাদৰী আদি ৰাখিলে। নৱাব চাহেবে নিজে ঘোঁৰাৰ পিঠিত উঠি যায়, তেওঁলোকৰ কুচকাৱাজ আৰু যুদ্ধকৌশলৰ অভ্যাস আদি পৰিদৰ্শন কৰে—আৰু সন্তুষ্ট হৈ সুদক্ষ সৈনিকক পা-পুৰস্কাৰো দিয়ে। সৈনিক কুচকাৱাজৰ বাবে নিজে তেওঁ ফাৰ্চী শব্দাৱলী আৰু বাক্য সজালে—"ৰাস্ত ৰো (পোনেই বলা)", "পস বয়া (পিছলৈ ঘূৰা)" "দস্তৰ-চপ-বগিৰদ (বাওঁফালে ঘূৰা)"। কিছুকাল পিছত যুৱতী আৰু সুন্দৰী তিৰোতাৰ এটা সৰু সৈন্যদল ভৰ্তি কৰা হ'ল আৰু তেওঁলোককো এই শব্দাৱলীৰে কছৰত শিকোৱা হ'ল।

কিন্তু আধুনিক যুগৰ এই প্ৰথম চিন কেইদিনমানহে বাকী আছিল। পূৰা এটা বছৰ পাৰ হোৱা নাছিলেই এইবোৰৰ প্ৰতি তেওঁৰ মন বিৰক্ত হৈ পৰিল। ৰাজকুমাৰ হৈ থকা কালৰ প্ৰবৃত্তি পুনৰ উলটি

আছিল। সুন্দৰী আৰু বজৰুৱা তিৰোতাৰ সঙ্গতি বেছি হ'ল, আনন্দ মণ্ডলীৰ আয়োজন আৰম্ভ হ'ল আৰু কম দিনৰ ভিতৰতে কৈৱৰ্ত, বাদক আদিয়েই সভাসদ আৰু ৰাজ্যৰ প্ৰতিষ্ঠিত মানুহ হৈ পৰিল। বাদচাহৰ অন্তৰত যদি জ্ঞান-বিজ্ঞানৰ অথবা শিষ্ট ৰুচি বাকী আছিল সেয়া আছিল—"শায়ৰী" ( উৰ্ছু কবিতা ), কাৰণ তেওঁ নিজে "শেৰ" ( কবিতা ) আদি ৰচনা কৰিছিল আৰু কবিসকলৰ প্ৰতিও শ্ৰদ্ধা দেখুৱাইছিল।

সেই সময়ত লক্ষ্ণৌত 'শায়ৰী'ৰ চৰ্চা খুব বেছি হৈছিল। অকল লক্ষ্ণৌতে ইমান শায়ৰ ( কবি ) আছিল যে সমগ্ৰ হিন্দুস্তানৰে 'শায়ৰ' গোট খুওৱাহেঁতেন তেওঁলোকৰ সংখ্যা লক্ষ্ণৌৰ শায়ৰৰ সংখ্যাতকৈ বেছি নহ'লহেঁতেন। "মীৰ" আৰু "চওদাৰ" পুৰণি 'শায়ৰী' নিৰৰ্থক হৈ পৰিছিল। এতিয়া "নাচিখ"ৰ ভাষা আৰু "আতছৰ" কল্পনাই মস্তিষ্কত স্থান পাইছিল, ৰিন্দ আৰু "চহবা"ৰ সুৰা-সুন্দৰী বিষয়ক শায়ৰী আৰু নবাব মিৰ্জা "ছৌক"ৰ মচনবীয়ে বিষয় বাসনাক বৰ্ধিত কৰিছিল। আৰু এনে ধৰণৰ বিষয়ৰ প্ৰতি বাদচাহৰ বিশেষ ৰুচি আছিল আৰু ই তেওঁৰ স্বভাৱৰ অনুকূলেও হৈছিল।

ইচলামী শায়ৰীৰ ৰং ইচলামী খিলাফতৰ প্ৰথম শতিকালৈ এনে আছিল যে প্ৰতিজন শায়ৰ কোনো এজনী তিৰোতাৰ প্ৰতি বিশেষ ভাৱে আসক্ত হয়। তেওঁৰ নাম লৈ লৈয়েই, তেওঁৰ সুন্দৰতা আৰু তেওঁৰ দৃষ্টিভঙ্গীৰ চিত্তাকৰ্ষকতাৰ বৰ্ণনা কৰে আৰু তেওঁকেই সম্বোধন কৰি আপোন অশান্ত অৱস্থা আৰু ব্যাকুলতা প্ৰকাশ কৰে। প্ৰায়ে মনে মনে তেওঁৰ ( প্ৰেয়সী ) লগত সাক্ষাৎ কৰে, কিন্তু সভ্যতা আৰু শিষ্টতাৰ সীমা অতিক্ৰম কেতিয়াও নকৰে। কিছু দিন পাছত আৰবতে প্ৰেমিকা নাইকিয়া হ'ল আৰু সাধাৰণতে শায়ৰ প্ৰেমিকা তেওঁৰ কল্পনাৰ এটা পুতলা হৈ পৰিল যাক ভোগীয়ে কোনো সুন্দৰী তিৰোতা বা কোনো ধুনীয়া ল'ৰা বুলি কয়, কিন্তু চুফী সকলে অন্যোক্তিৰ মাধ্য-মতে তাকেই প্ৰিয়তম অৰ্থাৎ সৃষ্টিকৰ্তা বুলি বুজাব ধৰিলে। এই ভাৱনাই—( লুকাই-চুৰকৈ থকা ) ফাৰ্চী শায়ৰীত আছিল আৰু এই

ৰুচিয়েই সেই সময়ৰ উৰ্দু শায়ৰীবো হ'ল। কিন্তু নবাব মিৰ্জা ছোৱে তেওঁৰ শায়ৰীৰ ওৰণি তলত থকা সুন্দৰী তিৰোতাৰ প্ৰতি আসক্ত হৈ তেওঁক কুপথগামী কৰাৰ সাধন হিচাপে ললে। আৰু দুৰ্ভাগ্য এয়ে আছিল যে মচনবী বিলাকৰ ভাষা এনে সুন্দৰ, নিমজ আৰু পৰিষ্কাৰ আছিল আৰু তাতে প্ৰেম-প্ৰণয়ৰ ভাব ইমান বেছি আছিল যে সভ্য আৰু শিষ্ট মানুহেও নোচোৰাকৈ বা তাৰ আনন্দ গ্ৰহণ নকৰাকৈ থাকিব নোৱাৰিছিল।

ৰাজিদ আলী ছাহেও এই মচনবী দেখিছিল আৰু যিহেতু তেওঁ নিজেই কবি আছিল, এই ৰঙক আপোন কৰি বহুতো প্ৰেম আৰু যৌৱনৰ শ শ ঘটনাক 'শেৰ' ( কবিতা ) ৰচনা কৰি গোটেই ৰাজ্যতে বিয়পাই দিলে আৰু নিজেই নৈতিক অপৰাধ স্বীকাৰ কৰি ললে। মই ভাবোঁ বাদচাহ বাদচাহেই, ৰজীৰ আৰু আমীৰ সকলৰ ভিতৰতো কাচিৎহে এনে এজন ওলাব যিয়ে যৌৱনাৱস্থাত কামবাসনা নিজ ইচ্ছামতে পূৰ্ণ কৰা নাই। কিন্তু ৰাজিদ আলী ছাহৰ দৰে অইন কোনোৱে এনে নিৰ্লজ্জ অপৰাধৰ কথা স্বীকাৰ কৰা নাছিল। ৰাজিদ আলী ছাহে ফেৰ মাৰিলে শায়ৰী হিচাপে হয়তো আগবাঢ়িব নোৱাৰিব পাৰে, কিন্তু আপোন ভাব আৰু বিচাৰ তথা নিজৰ কু-কাৰ্য্যক পৃথিৱীৰ সকলোৰে আগত প্ৰকাশ কৰাত নবাব মিৰ্জাতকৈ দুই খোজ আগবাঢ়ি গৈছিল আৰু ইমান আগবাঢ়িছিল যে সময়ত ঘৃণনীয় বজৰুৱা ঠাট্টা আৰু অশ্লীল শব্দ প্ৰয়োগ কৰিবলৈও সংকোচ নকৰিছিল।

তেওঁ দোলাভাৰীৰ তিৰোতা, বেশ্যা, চাকৰণী, মহললৈ অহা যোৱা কৰা তিৰোতা, অৰ্থাৎ বহুতো তিৰোতাৰ প্ৰতি মুগ্ধ হ'ল আৰু যিহেতু তেওঁ যুৱৰাজ আছিল প্ৰেমত সম্পূৰ্ণৰূপে সফলো হ'ল। তেওঁৰ প্ৰেমৰ লজ্জাপূৰ্ণ বৰ্ণনা তেওঁৰ কবিতাত তথা অন্য ৰচনাৱলীত তেওঁৰ ভাষাৰেই শুনিব পাৰি। আৰু এই কাৰণতেই ইতিহাসত তেওঁৰ চৰিত্ৰই সকলোতকৈ বেছি অপৱিত্ৰ আৰু কলুষিত যেন দেখা যায়।

যিহেতু মহলৰ প্ৰতি বৰ চখ আছিল, সেয়ে সিংহাসনত বহিয়েই কাইচৰবাগৰ মহল সজাবলৈ আৰম্ভ কৰিলে ; যদিও আছফউদ্দৌলাৰ

মহলৰ দৰে ই মজপুত নহয়, তথাপি চাকচিক্য আৰু সৌন্দৰ্য্যত ই অতুলনীয়। ইয়াত বৰ সুন্দৰ আৰু ৰমক-জমক দুই মহলাৰ মহলৰ আয়তাকাৰ ক্ষেত্ৰ এটা বহু দূৰলৈ আছিল, যাৰ নদীৰ ফালে থকা ফালটো বিদ্ৰোহৰ পাছত খান্দি পেলোৱা হ'ল আৰু তিনিটা দিশ এতিয়াও আছে, যাক বিভিন্ন ভাগত ভগাই চৰকাৰে অৰধৰ তালুকদাৰক গটাই দিছে আৰু এই আদেশ দিছে তাত তেওঁ থাকক আৰু ইয়াক যথাৰং ৰখাৰ ব্যৱস্থা কৰক।

কাইচৰবাগৰ ভিতৰৰ গছ-গছনি থকা চোতালখনক জিলৌখানা (আস্তাবল) বুলি কৈছিল। মাজতে পাথৰেৰে সজা বৈঠকখানা আছিল। আজি ই লক্ষ্ণৌৰ টাউন-হল। তাত আৰু কেবাটাও ঘৰ আছিল যিবোৰে সেই ভূমিখণ্ডক সংসাৰৰ ভিতৰতে অদ্ভুত কৰি পেলাইছিল। এই মহলবোৰ কাইচৰবাগৰ পুবৰ দুৱাৰৰ বাহিৰত আছিল। মানুহ সেই দুৱাৰেৰে ওলালেই দুয়ো ফালে কাঠৰ পৰ্দা পাইছিল যাৰ মাজেৰে গৈ চীনীবাগ পাইছিলগৈ। তাৰ পৰা বাওঁফালে ঘূৰি আপুনি জল-পৰীৰ ভব্য দুৱাৰ পাবগৈ য'ত প্ৰধান মন্ত্ৰী নবাব আলী নকী খাঁৰ নিবাস আছিল; যাতে সকলো সময়তে জাহাঁপনাৰ ওচৰতে থাকিব পাৰে আৰু আৱশ্যকীয় সময়ত তৎক্ষণাত মাতি আনিব পাৰে। এই দুৱাৰৰ সিফালে হজৰতবাগ আৰু ভিতৰতে সোঁফালে চান্দীৱালী বৈঠকখানা। ই সাধাৰণ ইটা আৰু চূণেৰে সজা মহল আছিল যদিও চালত ৰূপৰ পাত লগোৱা বাবে চান্দীৱালী বৈঠকখানা (ৰূপেৰে সজা বৈঠকখানা) নাম দিছিল। ইয়াৰ লগতে লগা ঘৰ “খাচ মকাম” আছিল য'ত জাহাঁপনাহে নিজে থকা কৰিছিল আৰু তাতেই নবাব ছাদত আলী খাঁই সজা পুৰণিমহল বা বাদচাহ মঞ্জিলো আছিল।

এই কাঠৰ স্ক্ৰীণৰ বাটেৰে ওলাই সিফালে ঘূৰক আপুনি মহলৰ একা বেঁকা শাৰী এটা বহুদূৰলৈ দেখা পাব যিটো “চৌলক্ষী” নামে বিখ্যাত আছিল। এই ঘৰবোৰৰ ভেটি স্থাপন কৰিছিল আজীমউল্লাই আৰু বাদচাহে চাৰি লাখ টকা দি কিনি লৈছিল। নৱাবৰ পাটৰাণী আৰু অইন প্ৰতিষ্ঠিত পত্নী সকলৰ ইয়াতেই নিবাস। বিদ্ৰোহৰ

সময়ত ইয়াৰ ভিতৰতে হুজৰত থকা কৰিছিল আৰু দৰবাৰো ইয়াতেই হৈছিল।

ইয়াৰপৰা এটা ৰাস্তা কাইচৰবাগৰপিনে আহিছিল। ইয়াৰ কাষত এডাল বৰ ডাঙৰ গছ আছিল। ইয়াৰ চাৰিওপিনে মাৰ্বলৰ এটা সুন্দৰ ঘূৰণীয়া মঞ্চ সাজিছিল। ইয়াতেই কাইচৰবাগৰ মেলাৰ সময়ত জহাঁপনাই গেৰুৱা কাপোৰ পিন্ধি যোগী বেশ ধাৰণ কৰি ধুনী জ্বলাই বহিছিল। এই মঞ্চৰপৰা অলপ আগুৱাই গৈ এখন ভব্য দুৱাৰ পোৱা গৈছিল যাক চৌলক্ষী দুৱাৰ বোলা হৈছিল। কাৰণ ইয়াক সজাওঁতে এক লাখ টকা খৰচ হৈছিল। ইয়াৰে আগুৱাই গৈ পুনৰ কাইচৰবাগ পাব। কাইচৰবাগৰ ঘৰবোৰ সজাত ৰাজহৰ আশীলাখ টকা খৰচ হৈছিল আৰু ইয়াৰ চাৰিওপিনে সজা মহলবোৰত জহাঁপনাহৰ বেগম আৰু অপেশ্বৰীৰ দৰে সুন্দৰী তিৰোতাসকলে বাস কৰিছিল যাৰ ঠাইত আজি নানা অদ্ভুত কদাকাৰ চেহেৰা দেখি কোনো কোনো প্ৰাচীন-পন্থীয়ে কৈ উঠে ঃ

পৰীনহুফতা ৰুখাঁ ও দেব দৰকৰিশ্মা ও নাজ
বসোখত আক্‌ল্ হৈৰত, কি ঈঁচে বুল অজবীস্ত।

( অপেশ্বৰীয়ে নিজৰ মুখ লুকালে আৰু ৰাক্ষসে তাৰ বহুৰূপ দেখুৱাব ধৰিছে। এইবোৰ কেনে আচৰিত কথা! )

কাইচৰবাগৰ পশ্চিম দুৱাৰৰ বাহিৰত ৰৌছনউদ্দৌলাৰ মহল। তাক ৱাজিদ আলী ছাহে বাজেয়াপ্ত কৰি তাৰ নাম "কাইচাৰ পছন্দ" ৰাখিলে আৰু তেওঁৰ এজনী প্ৰেমিকা নবাব মাশূক মহল তাত থাকিছিল। এতিয়া তাত ডেপুটি কমিচনাৰ ( উপায়ুক্ত ) চাহাবৰ আদালত বহে। তাৰ সমুখত আৰু কাইচৰবাগৰ সেই পশ্চিমী অংশতেই অইন এখন আস্তাবলো আছিল।

বছৰেকত কাইচৰবাগত এখন বৰ ডাঙৰ মেলা বহিছিল। এই সময়তে জনসাধাৰণ কাইচৰবাগলৈ আহি, জহাঁপনাহৰ বিলাসিতাৰ ৰং ৰূপ চাবলৈ সুবিধা হৈছিল। বাদচাহে হিন্দুসকলৰ মাজত প্ৰচলিত শ্ৰীকৃষ্ণৰ ৰাসলীলা চাইছিল আৰু শ্ৰীকৃষ্ণৰ প্ৰণয়লীলা ইমান ভাল

পালে যে এই ৰাসক নাটক হিচাপে অভিনয় কৰিছিল। তেওঁ নিজে কন্হৈয়া কৃষ্ণ, আৰু বেগম সকল গোপী সাজিছিল আৰু মজলিছ গৰম হৈ উঠিছিল। কেতিয়াবা যৌৱনৰ উন্মাদনাত যোগী সাজি মুক্তা জ্বলাই ভগত ( ভস্ম ) কৰিছিল, ফলত ফকীৰৰো ৰাজসিক ৰূপ আহি পৰিছিল। মেলাৰ সময়ত এই সভা বা মজলিছলৈ সকলোকে আহিবলৈ অনুমতি দিয়া হৈছিল। কিন্তু চৰ্ত এটাই আছিল সকলোৱে গেৰুৱা কাপোৰ পিন্ধি আহিব লাগিব। ফল হৈছিল আশী-নব্বৈ বছৰীয়া বুঢ়াইও গেৰুৱা বসন পিন্ধি চেঙেলীয়াটো হৈ পৰিছিল আৰু বাদচাহৰ যৌৱনক আনন্দ-মদিৰাৰে নিজা বাৰ্ধক্যৰ পিয়লাত ভৰাই লৈছিল।

এনে ৰং ঢং চলি আছিল আৰু নিশ্চিন্ত ভাবে লক্ষ্ণৌত আনন্দ উৎসৱ পাতি আছিল। এই অৱস্থাৰ কথা ৰেচিডেণ্টে বৃটিছ চৰকাৰক জনালে আৰু তাৰ বোৰ্ডে অৱধ ৰাজ্যখন বৃটিছ ৰাজৰ লগত চামিল কৰাৰ সিদ্ধান্ত কৰিলে। এই আদেশ কাৰ্য্যকৰী কৰিবৰ বাবে ইংৰাজ সৈন্য লক্ষ্ণৌলৈ আহিল আৰু আকস্মিক ভাবে বাদচাহক আদেশ দিলে "আপোনাৰ ৰাজ্য ইংৰাজ ৰাজ্যৰ লগত চামিল কৰা হৈছে। আপোনাৰ বাবে বছৰেকত বাৰ লাখ টকা আৰু আপোনাৰ গা-ৰক্ষী সেনাৰ বাবে তিনি লাখ টকা পেঞ্চন নিৰ্ধাৰণ কৰা হৈছে। ই আপোনাৰ আশ্ৰিতৰ বাবে যথেষ্ট। আপুনি চহৰৰ ভিতৰত আৰামেৰে আৰু নিশ্চিন্ত হৈ আনন্দ-উৎসৱ কৰি থাকক। প্ৰজাৰ চিন্তা আপুনি কৰিব নালাগে।" এই আদেশ শুনাৰ লগে লগে চহৰখন কাঁহ পৰি জিন গ'ল। বাদচাহে নিজে কান্দি-কাটি বহুত ক্ষমা-প্ৰাৰ্থনা খুজিলে। বাদচাহৰ মাক আৰু খাচমহলৰ বেগমেও কাকুতি-মিনতি কৰিলে, কিন্তু গৱৰ্ণৰ জেনেৰেলৰ আদেশ সলনি কৰা ৰেচিডেণ্টৰ অধিকাৰৰ বাহিৰত। ইষ্ট ইণ্ডিয়া কোম্পানীৰ চৰকাৰে বিনা বাধাই অৱধ ৰাজ্য দখল কৰি ললে আৰু বাদচাহে মাক, যুৱৰাজ আৰু মুখ্য মুখ্য বেগম আৰু প্ৰকৃত বন্ধু সকলক লগত লৈ কলিকতালৈ যাত্ৰা কৰিলে যাতে ইংলণ্ডলৈ গৈ তেওঁক নিৰপৰাধী অৱস্থাৰ কথা প্ৰমাণিত কৰি ৰাজ্য বিলয়ৰ আদেশটো বাতিল কৰিব পাৰে।

৪

ৱাজিদ আলী ছাহ বৰ ভাগ্যবান আছিল যে ৰাজপাট এৰাৰ লগে লগে শেষত 1856 চনত লক্ষ্ণৌ এৰি কলিকতালৈ যাত্ৰা কৰিলে যাতে তেওঁৰ মোকৰ্দমাৰ নিয়মমতে আৰু ভালদৰে তদবীৰ কৰিব পাৰে। আৰু যদি গৱৰ্ণৰ জেনেৰেলৰ আদালতত সফল হ'ব নোৱাৰে তেনেহলে লণ্ডনলৈ গৈ পাৰ্লিয়ামেণ্ট আৰু ইংলণ্ডৰ ৰজাৰ আগত এই মোকৰ্দমা দাখিল কৰিব পাৰে। গতিকে কলিকতাত যেতিয়া কাম নহ'ল তেওঁ ইংলণ্ডলৈ যাবলৈ ইচ্ছা কৰিলে, কিন্তু তেওঁৰ চিকিৎসকসকলে সমুদ্ৰ-যাত্ৰা তেওঁৰ স্বাস্থ্যৰ কাৰণে ক্ষতিকাৰক বুলি কোৱাত উপদেষ্টা-সকলে তেওঁক নিষেধ কৰিলে। ফলত বাদচাহ নিজে কলিকতাত থাকিল যদিও মাক, আৰু ভায়েকৰ লগত যুৱৰাজক ইংলণ্ডলৈ পঠিয়ালে। এই যাত্ৰাত মোৰ ককা মুন্সী কমৰউদ্দীন চাহাবো সেই দুৰ্ভগীয়া বাদচাহী-যাত্ৰা দলত আছিল। বাদচাহে ইংৰাজৰ প্ৰস্তাৱিত বেতন লবলৈ অনিচ্ছা প্ৰকাশ কৰিছিল আৰু বিনা অপৰাধে কাঢ়ি নিয়া ৰাজ সিংহাসন লবলৈ দৃঢ় প্ৰতিজ্ঞ হৈছিল।

বাদচাহ কলিকতাত, তেওঁৰ বংশ পৰিয়াল লণ্ডনত আৰু ঘটনা সম্পৰ্কে বিচাৰ হৈ আছিল—এনেতে কাৰ্টিজৰ হৈ কাজিয়া আৰু গৱৰ্ণমেণ্টৰ জিদত লাগি 1857 চনৰ বিদ্ৰোহ জ্বলি উঠিল। আৰু মেৰঠৰপৰা বঙ্গদেশলৈ এনে জুই জ্বলিল যে আপোন-পৰ সকলো ঘৰ জ্বলি উঠিল। আৰু এনে গোলমাল উপস্থিত হ'ল যে বৃটিছ সিংহাসনো কঁপি উঠিল। যিদৰে মেৰঠ আদিৰ বিদ্ৰোহীসকল সকলোপিনৰপৰা আহি দিল্লীত জমা হ'ল আৰু ছাহ জাফৰক হিন্দুস্তানৰ সম্ৰাট পাতিলে, তেনেদৰে এলাহাবাদ আৰু ফৈজাবাদৰ বিদ্ৰোহীসকল 1857 চনৰ মে মাহত খুব উৎসাহেৰে লক্ষ্ণৌত লগ লাগিল। তেওঁলোক আহি পোৱাৰ লগে লগে ইয়াৰো বহুত মানুহ অধীৰ হৈ পৰিল আৰু অৱধৰ ৰাজপৰিয়ালৰ আৰু অন্য কোনো লোকক নাপাই ৱাজিদ আলী ছাহৰ দহ বছৰীয়া নাবালক পুতেক মিৰ্জা বীৰজীচ কদ্ৰক সিংহাসনত বহুৱালে

আৰু তেওঁৰ মাক নবাব হজৰত মহল ৰাজ্যৰ প্ৰতিনিধি হ'ল। যি অলপ ইংৰাজ সেনা তাত আছিল আৰু তাৰ সকলো ইউৰোপীয়ান কৰ্মচাৰী যিসকল বিদ্ৰোহীৰ কবলৰপৰা ৰক্ষা পাইছিল—বেলী গাৰদ দুৰ্গৰ ভিতৰত সোমাল। বিদ্ৰোহীসকল আহি পোৱাৰ আগত দুৰ্গ সাজি লৈছিল আৰু সুৰক্ষাৰ যথেষ্ট ব্যৱস্থা গ্ৰহণ কৰিছিল। সন্তোষৰ কথা বা ভাগ্য ভাল বুলিয়েই কওক যে ৰাজিদ আলী লক্ষ্ণৌৰপৰা গুচি গৈছিল নহলে এনেয়ে বাদচাহ পাতিলেহেঁতেন। তেওঁৰ পৰিণতি জাফৰ ছাহতকৈও বেয়া হ'লহেঁতেন আৰু অৱধৰ দুৰ্ভগীয়াসকলে জিৰাবৰ বাবে মাটিয়া বুৰুজৰ যি ক্ষণিক আশ্ৰয় পাইছিল সিও ভাগ্যত নিমিলিলেহেঁতেন।

এতিয়া লক্ষ্ণৌত বিদ্ৰোহী সৈন্যসকলৰ উপৰিও জমিদাৰ, তালুকদাৰ-সকলৰ আৰু বাদচাহৰ সময়ত এৰি দিয়া সৈন্যও বহুত আছিল। তেওঁলোকৰ লগত বহুত ব্যভিচাৰী আৰু সকলো শ্ৰেণীৰ বদমাচ মানুহো লগ লাগিছিল। কেইজনমান ইংৰাজৰ ওপৰত অসংখ্য বিদ্ৰোহী জপিয়াই পৰা যেন লাগিছিল। কিন্তু পাৰ্থক্য ইমানেই আছিল যে আক্ৰমণকাৰীসকলৰ ভিতৰত নগৰৰ বদমাচ আৰু নিজকেই বীৰ বুলি জহাই ফুৰা মুষ্টিমেয় কেইজনমান উদণ্ড মানুহৰ বাহিৰে এনে কোনো লোক নাছিল যিয়ে সিঁচৰতি হৈ থকা এই শক্তিপুঞ্জক একে-লগ কৰি এক নিয়মীয়া সৈন্যদল তৈয়াৰ কৰিব পাৰে। ইয়াৰ বিপৰীতে ইংৰাজসকলে জীৱন পণ কৰি নিজক ৰক্ষা কৰিছিল আৰু জীৱনক তুচ্ছজ্ঞান কৰি আক্ৰমণকাৰীসকলক বাধা দিছিল। আৰু তেওঁলোক আধুনিক যুদ্ধ কৌশলৰ সৈতে ভালদৰে পৰিচিত আছিল।

লক্ষ্ণৌত এতিয়া বিৰজীস কদ্ৰৰ সময় আৰু হজৰত মহলৰ শাসন। বিৰজীস কদ্ৰৰ নামত মুদ্ৰা প্ৰচলন হ'ল, ৰাজ্যৰ কৰ্মচাৰী নিযুক্ত হ'ল, চুবাৰপৰা খাজনা আদায় হ'ব ধৰিলে আৰু মনোৰঞ্জনৰ বাবে আৱশ্য-কীয় ব্যৱস্থা কৰিবলৈ বাকী। মানুহে হজৰত মহলৰ তৎপৰতা আৰু ন্যায় বিচাৰৰ প্ৰশংসা কৰিব ধৰিলে। তেওঁ চিপাহীবোৰকো বৰ সন্মান কৰিছিল আৰু তেওঁলোকৰ কাম আৰু বীৰত্বৰ বাবে যথেষ্ট

পুৰস্কাৰ দিছিল। কিন্তু পৰ্দাৰ আঁৰৰপৰা ওলাই সৈন্যদলৰ সেনাপতিৰ বাব লব নোৱাৰাৰ সমাধানত কি উপায় আছিল? তেওঁৰ উপদেষ্টা সকল সৎ নাছিল আৰু চিপাহীবোৰ নাছিল কাজুৱা। প্ৰত্যেকজন মানুহ স্বাৰ্থপৰায়ণ আৰু কোনোৱে কাৰো কথা নুশুনে। ইংৰাজ ফৌজৰ বিদ্ৰোহীবিলাক এই অহংকাৰতে ফুলি আছিল যে এই সকলোবোৰ আমাৰ যহতেই হৈছে, আচল শাসক আমিহে, যাকেই আমি অনুগ্ৰহ কৰিম সিয়েই হে বাদচাহ হ'ব। আহমদ উল্লাহ নামৰ এজন ৰাজপৰিয়ালৰ লোক, যি ফৈজাবাদৰ বিদ্ৰোহী দলৰ লগত আহিছিল আৰু কেইবাখনো যুদ্ধত যুঁজিছিলো তেওঁ নিজ প্ৰভাৱ বিস্তাৰ কৰিব ধৰিছিল। আনকি তেওঁ নিজে ৰাজ্য স্থাপন কৰিবলৈও খুজিছিল। বিৰজীস কদ্ৰৰ বিপৰীতে লক্ষ্ণৌতেই তেওঁৰ দৰবাৰ বেলেগেহে বহুৱাইছিল আৰু দুয়ো দৰবাৰৰ ভিতৰত ৰাজনৈতিক বিৰোধৰ লগে লগে চীয়া-চুন্নীৰ কাজিয়া আৰু পক্ষপাতিতা স্পষ্ট হ'ব ধৰিলে। ফলত বাদচাহ আৰু ছাহ চাহাবৰ মাজত শত্ৰুতা বাঢ়িবলৈ ধৰিলে। শেষত সেই বছৰ নৱেম্বৰ মাহত, বিৰজীস কদ্ৰৰ ৰাজপাটত বহাৰ ছয়-সাত মাহ হওঁতেই লক্ষ্ণৌ দখল কৰিবলৈ ইংৰাজ সৈন্য আহি পালে। এওঁলোকৰ লগত পঞ্জাবৰ শিখ আৰু ভুটানৰ পাহাৰী সৈন্যও আছিল আৰু এওঁলোকেহে বেছি অত্যাচাৰ কৰা বুলি কোৱা হয়। দুই-তিনি-দিনৰ গোলা গুলিতেই নতুন ৰাজ্যৰ যি অলপ চিন মোকাম দেখা পোৱা গৈছিল, মকৰা জালৰ দৰে ছিন্ন-ভিন্ন হৈ গ'ল। হেজাৰ হেজাৰ পলৰীয়াৰ লগত হজৰত মহল আৰু বিৰজীস কদ্ৰ নেপালৰ পিনে পলাল। ছাহ চাহাব দুই তিনি দিন যুঁজি বিৰজীস কদ্ৰক পলাবলৈ সুবিধা কৰি দিলেও নিজে হলে পলাবৰ সুযোগ নাপালে। হাৰি পলাল। বাড়ী আৰু মুহম্মদীৰ মাজেৰে পৰাই পালেগৈ। তাতেই কোনোবাই তেওঁক গুলি কৰি মাৰিলে। পৰাইৰ ৰজাই তেওঁৰ মুৰটো কাটি নি ইংৰাজৰ ওচৰলৈ পঠিয়ালে। প্ৰতিদানত পুৰস্কাৰ আৰু জাগীৰ পালে।

গোটেই অঞ্চলটোৰপৰা বিদ্ৰোহী নিৰ্মূল কৰিবলৈ ইংৰাজে গোটেই নগৰ খনতে ভয়ানকভাবে গুলী চলালে। সমস্ত প্ৰজা ভয় খাই উঠিল,

মতা-তিৰোতা ঘৰ এৰি পলাল আৰু এনে এক প্ৰলয় উপস্থিত হ'ল যে যিয়ে দেখিছিল আজিও সেই কথা মনত পেলাই কঁপি উঠে। চুবুৰিৰ যিবোৰ চেহেৰা সূৰ্য্যইও দেখা পোৱা নাছিল, সেইবোৰে খালী ভৰিৰে জঙ্গলৰ মাজে মাজে ঘূৰি ফুৰিছিল। নিঃসহায় হৈ এজনে এজনৰ আঁচলত ধৰিছিল আৰু যাক পাইছিল শত্ৰুহে পাইছিল আৰু "সাদী" (কবি বিশেষ)ৰ এই বাক্য শাৰী চৰিতাৰ্থ হৈছিল যে "যাৰাঁ ফৰামোশ কবদন্দা ইস্ক" (প্ৰেমীয়ে প্ৰেম কৰিবলৈ পাহৰি গ'ল)। এই অৱস্থাত বিজেতা সেনাই নগৰত লুটপাট কৰিলে আৰু যেতিয়া সকলো নষ্ট ভ্ৰষ্ট হ'ল তেতিয়াহে 'খোদা-খোদা' বুলি নিজ নিজ ঘৰলৈ আহিবলৈ অনুমতি দিয়া হ'ল। এটা ধুমুহাৰ পিছত যি শান্তি বিৰাজ কৰিলে সি আজিও স্থাপিত হৈ আছে আৰু সি এতিয়া ক্ৰমোন্নতিৰ পথত। কিন্তু পুৰণি ৰাজত্বৰ হৰ্তাকৰ্তা আৰু বাদচাহৰ সম্বন্ধীয় তথা বন্ধুবৰ্গ ৰাজ্য যোৱাৰ পিছত নিবনুৱা হৈ পৰিল, নতুন শাসনৰ লগত খাপ খাবলৈ যি সকলৰ যোগ্যতা নাছিল, নিশ্চিহ্ন হৈ যাব ধৰিলে। তেতিয়াৰপৰা বছা বছা ডাঙৰ ডাঙৰ ধনী আৰু প্ৰতিষ্ঠিত বংশৰ অধঃপতনৰ পৰম্পৰা বহুত দিনলৈ চলি থাকিল। চুবুৰিৰ পিছত চুবুৰি উচন যাবলৈ ধৰিলে আৰু বংশৰ পিছত বংশ শেষ হৈ যাবলৈ আৰম্ভ হ'ল আৰু মানুহৰ বিশ্বাস হৈ গ'ল যে আৰু কেইদিনমানৰ পিছত লক্ষ্ণৌৰ নামো লুপ্ত হৈ যাব। কিন্তু যি নীতিৰ বলত ইংৰাজসকলে গোটেই পৃথিৱীতে উপনিবেশ পাতিবলৈ সক্ষম হ'ল, সফল হ'ল আৰু লক্ষ্ণৌ দুৰ্ঘটনাৰপৰা ৰক্ষা পৰিল লাহে লাহে ঠন ধৰিবলৈ ধৰিলে। যি নাইকিয়া হৈ যাব লগা আছিল সি শেষ হৈ গ'ল আৰু যি বাকী ৰ'ল চম্ভালি গ'ল আৰু মিঃ বটলৰৰ দৰে আৰু কেইজনমান অধিকাৰী লক্ষ্ণৌৱে পালে আৰু বহুতো উন্নতি কৰিব বুলি আশা কৰা যায়।

ঘটনাৰ এই ক্ৰমতে ৱাজিদ আলীৰ বাকী জীৱন আৰু কলিকতাত থকা কালত তেওঁৰ অৱস্থাৰ বিষয়ে পাঠকক জনোৱাটো মই আৱশ্যক অনুভৱ কৰিছোঁ—কাৰণ ইয়াৰ অবিহনে ইতিহাস সম্পূৰ্ণ নহ'ব। কলিকতাত মোৰ নিজা বাল্যকাল বাদচাহৰ ছত্ৰছায়াতে অতিবাহিত

হৈছে আৰু আগৰ কথাবোৰ যদি মই মানুহৰ মুখৰপৰা শুনি আৰু বুৰঞ্জী পঢ়ি বৰ্ণনা দিছিলোঁ। এতিয়াৰপৰা নিজে দেখা কথাৰহে বৰ্ণনা কৰিম।

কলিকতাপৰা তিনি-চাৰি মাইল দূৰৈত দক্ষিণৰপিনে হুগলী নদীৰ পাৰত গাৰ্ডেন ৰিজ নামৰ শান্ত এলেকা আছিল আৰু যিহেতু তাত মাটিৰ গড়ৰ দৰে আছিল, সেয়ে সাধাৰণ মানুহে তাক "মাটিয়া বুৰ্জ" বুলি কয়। ইয়াত কেইবাটাও ভব্য অট্টালিকা আছিল যিবোৰৰ সীমা নদীৰ পাৰে পাৰে প্ৰায় দুই মাইল দূৰলৈ বিয়পি আছিল। ৱাজিদ আলী ছাহ কলিকতালৈ অহাত গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়াই এই অট্টালিকা-বোৰ তেওঁক দি দিলে, দুটি বাদচাহৰ নিজৰ বাবে, এটা নবাবৰ পাট-ৰাণীৰ বাবে, আৰু এটা আলী নকী খাঁ থাকিবৰ বাবে ( এওঁ বাদচাহৰ লগতে আহিছিল ) আৰু তাৰ কাষৰ এক বিৰাট অঞ্চল যি বহলে নদীৰ পাৰৰপৰা প্ৰায় ডেড় মাইল হ'ব আৰু দীঘল ছয়-সাত মাইলৰ কম নহ'ব—বাদচাহৰ নিজৰ আৰু কৰ্মচাৰীসকলৰ বাবে দি দিলে। মিউ-নিচিপালিটিৰ ৰাস্তা দীঘলে দীঘলে এই ভূমিখণ্ডৰ মাজেদি গৈছিল। বাদচাহক দিয়া মহল দুটাৰ নাম "চুল্‌তান খানা" আৰু "আছদ মঞ্জিল" ৰাখিলে। নবাবে খাচ মহলৰ ঘৰটো দখল কৰাৰ পিছত বাদচাহে তাৰ নাম "মুৰচ্ছা মঞ্জিল" ৰাখিলে। আলী নকী খাঁৰ মহল শেষ পৰ্যন্ত তেওঁৰ দখলতেই থাকিল আৰু তেওঁৰ সন্তান, বিশেষকৈ নবাব আখতৰ মহলৰ দখলত থাকিলে। এওঁ আলী নকী খাঁৰ জীয়েক, বাদচাহৰ খাচ বেগম, তেওঁৰ দ্বিতীয় যুৱৰাজ মিৰ্জা খুশবক্ত বাহাদুৰৰ মাক। বিদ্ৰোহৰ সময়ত ইংৰাজ বিৰোধী বিদ্ৰোহী অফিচাৰসকলে মন কৰিলে যে যদি বাদচাহ তেওঁলোকৰ শাসক হ'বলৈ স্বীকাৰ কৰে, তেনেহলে কলিকতাতো বিদ্ৰোহ কৰা হওক। কিন্তু বাদচাহে তেওঁক সিংহাসনৰপৰা খেদি পঠিওৱাৰ সময়তে ভাৰত চৰকাৰৰ প্ৰতি তেনে নীতি গ্ৰহণ কৰা নাছিল আৰু এতিয়াও এই কথা পছন্দ নকৰিলে। তাৰ সলনি লাটচাহাবক তেওঁলোকৰ সেই মতলবৰ কথা জনাইহে দিলে যাৰ বাবে বৰলাটে তেওঁক ধন্যবাদ দিলে। কিন্তু দুই-চাৰি

দিনৰ ভিতৰতে বাদচাহক ফোৰ্টউলিয়ামৰ ভিতৰত ৰখাটো উচিত বুলি ভাবিলে যাতে বিদ্ৰোহী সকলে তেওঁৰ লগ লাগিব নোৱাৰে। লণ্ডনত থকা তেওঁৰ মোকৰ্দমাও এই কাৰণে স্থগিত কৰি দিয়া হ'ল যে যি ৰাজ্যৰ বাবে তেওঁ দাবী কৰিছে সেই ৰাজ্য বৰ্তমানে আমাৰ হাতত নাই আৰু যেতিয়া বৃটিছ সাম্ৰাজ্যৰ দখললৈ আহিব তেতিয়া সেই বিষয়ে বিবেচনা কৰা হ'ব।

বাদচাহ নজৰবন্দী থকা অৱস্থাতে লক্ষ্ণৌৰ উপদ্ৰৱ শান্ত হৈ পৰিল আৰু লণ্ডনত থকা বাদচাহৰ মুখ্য উকীলে পুনৰ দাবী দাখিল কৰিলে। আৰম্ভণিতে পূৰ্ণ সফলতা আৰু ৰাজ্য ফিৰাই পোৱাৰ সম্পূৰ্ণ আশাই তেওঁ কৰিছিল, কিন্তু দুৰ্ভাগ্যবশতঃ বাহ্যিক প্ৰেৰণাতেই হওক বা নিজৰ লাভৰ চিন্তা কৰিয়েই হওক—দুৰ্গৰ ভিতৰতে থকা বাদচাহৰ উপদেষ্টা সকলৰ মাজত এক ষড়যন্ত্ৰ হ'ল। সিহঁতে ভাবিলে যে যদি মোকৰ্দমাত মছীহউদ্দীন বিজয়ী হয় তেনেহলে সিয়ে উঠি ৰজা হ'ব, আমাক কোনে সুধিব? সেয়ে সকলোৱে বাদচাহক বুজাবলৈ আৰম্ভ কৰিলে যে "জহাঁপনা, ৰাজ্য লৈনো কোনোবাই ফিৰাই দিছেনে? মছীহউদ্দীনে হুজুৰক ফাকি দি আছে। হ'ব-লবৰ একো নাই আৰু জহাঁপনাই মিছাতেই কষ্ট কৰি আছে। ডেড়-দুই বছৰে আজি বেতন লোৱা নাই চাৰিওপিনে মুস্কিল হৈছে, আমি হুজুৰৰ কৰ্মচাৰীবোৰেও এটা পইচাৰ বাবে হাহাকাৰ কৰিবলগীয়া হৈছে। ভাল কথা এয়ে হ'ব যে হুজুৰে ইংৰাজ চৰকাৰৰ প্ৰস্তাৱ মানি লওক আৰু বেতন লৈ শান্তিৰে নিশ্চিত ভাবে ৰাণী আৰু কৰ্মচাৰীবৃন্দৰে সুখেৰে জীৱন কটাওক। বাদচাহৰো খৰচৰ বিষয়ত যথেষ্ট কষ্ট হৈছিল আৰু বাদচাহতকৈও তেওঁৰ লগৰীয়া-সকল বেছি বিপৰ্যস্ত হৈছিল। তোষামোদকাৰীসকলে বাৰে বাৰে যেতিয়া এই প্ৰস্তাৱকে দিব ধৰিলে, তেওঁ নভবা-নিচিন্তাকৈয়ে ভাই-চৰয়লৈ লিখি পঠিয়ালে—"মই ইংৰাজ চৰকাৰৰ দ্বাৰা প্ৰস্তাৱিত পেন্সন স্বীকাৰ কৰিছোঁ, গতিকে তুৰন্তে মোৰ বেতন দিয়া হওক আৰু লণ্ডনত যি মোকৰ্দমা উত্থাপিত হৈছে তাক খাৰিজ কৰা হওক। উত্তৰ পালে, "এতিয়া আপুনি আগৰ কেইদিনৰ বাবে পেন্সন

নাপাব, কেৱল এতিয়াৰপৰা হে পেন্সন পাব। দ্বিতীয়তে কেৱল বাৰ লাখ টকাহে দিয়া হ'ব আৰু যি তিনি লাখ টকা বছৰি আপোনাৰ কৰ্মচাৰী সকলৰ বাবে নিৰ্ধাৰিত হৈছিল, তাক দিয়াৰ আৱশ্যকতা অনুভৱ কৰা নাই।"

বাদচাহে এই লোকচান সহ্য কৰাটো হয়তো সম্ভাৱনা নাছিল, কিন্তু তোষামোদকাৰীসকলে এই কথাটো মান্তি কৰাই ললে। ভাৰত চৰকাৰে ইংলণ্ডক খবৰও দিলে যে ৱাজিদ আলী ছাহে চৰকাৰৰ প্ৰস্তাৱ স্বীকাৰ কৰি লৈছে। গতিকে তেওঁৰ মোকৰ্দমা খাৰিজ কৰা হওক। এই ঘটনা মই নিজে মোৰ ককা মুন্সী কমৰউদ্দীন চাহাবৰ মুখে শুনিছোঁ, যিজন বাদচাহৰ লগত যোৱা কাৰ্যালয়ৰ মীৰ মুন্সী আৰু মৌলবী মছীহউদ্দীন খাঁৰ খাচ নায়েব আছিল আৰু সম্পূৰ্ণ কাৰ্যাৱলী তেওঁৰ হাতেৰেই সম্পন্ন হৈছিল। বাদচাহে পেন্সন লবলৈ সন্মত হোৱাৰ খবৰ লণ্ডন পোৱাৰ লগে লগে, মছীহউদ্দিন খাঁৰ জ্ঞান হেৰুৱাৰ উপক্ৰম। বাদচাহৰ মাক, তেওঁৰ ভায়েক আৰু যুৱৰাজে মূৰ আফলিয়ালে আৰু আচৰিত হৈছিল যে এই অদ্ভূত কাৰ্য কেনেকৈ হ'ল? এতিয়ালৈ কৰা সকলোখিনি মাটি হৈ গ'ল। শেষত মছীহউদ্দীন খাঁই ভাবি ভাবি এটা কথা উলিয়ালে আৰু পালিয়ামেণ্টত এই আইনগত আপত্তি উঠালে—"বাদচাহ বৰ্তমানে ভাৰত চৰকাৰৰ নজৰবন্দী হৈ আছে আৰু এনে অৱস্থাত তেওঁৰ কোনো কথাই বিশ্বাস কৰিব পৰা নাযায়।" আপত্তি ঠিকেই আছিল আৰু মানি লোৱা হ'ল। ভাৰত চৰকাৰক বাদচাহৰ উকীলৰ আপত্তিৰ কথা জনালে। লগতে মছীহউদ্দীন খাঁ আৰু ৰাজপৰিয়ালৰ সকলো সদস্যই বাদচাহলৈ লিখিলে—"আপুনি এইবোৰ কি অদ্ভুত কাম কৰিব ধৰিছে? অৱধ ৰাজ্য ফিৰাই পোৱাৰ আমাৰ সম্পূৰ্ণ আশা আছে।" বিদ্ৰোহ শেষ হ'ল। চৰকাৰে বাদচাহক এৰি দিলে আৰু বৰ আনন্দ মনে দুৰ্গৰপৰা ওলাই মাটিয়া বুৰ্জলৈ আহিল আৰু স্বাধীনতা পাইছিল মাত্ৰ, মোচাহিবসকলে প্ৰাৰ্থনা আৰম্ভ কৰিলে। "হুজুৰ, মছীহউদ্দীন খাঁই লণ্ডনত ইয়াকেই কৈছে যে জহাঁপনাই বন্দী

হোৱা বাবেহে বেতন লবলৈ মান্তি হৈছে।” এই কথা শুনিয়েই উত্তেজিত হৈ তেতিয়াই লিখি পঠিয়ালে—“মই স্বেচ্ছাই আৰু স্বাধীন ভাবেই চৰকাৰৰ প্ৰস্তাৱ স্বীকাৰ কৰি লৈছোঁ আৰু মছীহউদ্দীন খাঁৰ এই কথা সম্পূৰ্ণ মিছা যে মই বন্দী হৈ থকা বাবে আৰু কোনো জোৰ-জুলুমৰ বাবে এই কথাত মান্তি হৈছোঁ। গতিকে ভৱিষ্যতৰ বাবে তেওঁৰ ওকালতনামা নাকচ কৰি দিয়া হ'ল—যাৰ দ্বাৰা তেওঁক মোৰ মুখ্য উকীল নিযুক্ত কৰা হৈছিল।”

এতিয়া আৰু কি? সকলো শেষ হ'ল। বাদচাহে মাটিয়া বুৰ্জত মহাস্ফূৰ্তি কৰিব ধৰিলে। তোষামোদকাৰীসকলৰ ঘৰত টকাৰ বৃষ্টি আৰম্ভ হ'ল। আৰু ৰাজবংশৰ সেই দুৰ্ভগীয়া যাত্ৰীদল ইংলণ্ডতেই প্ৰায় শেষ হৈ গ'ল। প্ৰায় সকলোৱে লগ এৰা দিলে, বাদচাহৰ মাক এই দুখতে বেমাৰ পৰিল আৰু বেমাৰী গাৰেই যাত্ৰা কৰিলে। ইচ্ছা আছিল ফ্ৰান্সৰ মাজেৰে মুছলমান তীৰ্থস্থান সমূহলৈ যাব আৰু সেইবোৰ চাই-মেলি কলিকতা পাবগৈ। কিন্তু মৃত্যুৱে পেৰিচৰপৰা এক খোজো আগবাঢ়িবলৈ নিদিলে আৰু তাতেই তেওঁৰ মৃত্যু ঘটিল। ফ্ৰান্সৰ ওচমানী দূতাবাসৰ মচজিদৰ ওচৰত মুছলমানৰ বাবে এখন কবৰস্থান আছে। তাতেই তেওঁক কবৰ দিয়া হ'ল। মাক মৰা বাবে মিৰ্জা সিকন্দৰ ইস্মতে ইমান দুঃখ পালে যে মাকৰ মৃত্যুৰ লগে লগে তেওঁ বেমাৰত পৰিল আৰু মাকৰ মৃত্যুৰ চৌদ্ধ-পোন্ধৰ দিনৰ পিছতেই মাকৰ কাষতেই তেওঁক শুৱাই দিওৱা হ'ল। কেৱল যুৱৰাজহে উভতি আহি মাক-দেউতাকৰ লগ লাগিলহি।

কোৱা শুনা যায় যে আৰম্ভণিতে মাটিয়া বুৰ্জতো বাদচাহৰ জীৱন খুব বিবেক-বুদ্ধিৰে আৰু সাৱধানেই চলিছিল। এই অৱস্থা দেখি ওচৰপাজৰৰ মানুহে কিছুমান বাদ্য আনি দিলে আৰু 'এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনিয়েকৰ বিয়া' ফকৰা ফাকি সাৰ্থক হৈ পৰিল। আনন্দ মণ্ডলী তাত জমা হ'ব ধৰিলে। হিন্দুস্তানৰ ভাল ভাল সঙ্গীতজ্ঞ আহি তাত জমা হ'ব ধৰিলে। মাটিয়া বুৰ্জত সঙ্গীতজ্ঞৰ এনে সমাগম হ'ল যিটো অইন ঠাইত নাছিল।

সুন্দৰী তিৰোতা সংগ্ৰহ কৰা আৰু প্ৰেম-প্ৰণয়ত মজি থকা নিচা লক্ষ্ণৌত যেনে আছিল ইয়াতো তেনেই আছিল। কেৱল মাটিয়া বুৰুজত ধৰ্মবিশ্বাসৰ কথাত অলপ লক্ষ্য বখা হ'ল। বাদচাহ চীয়া আছিল আৰু চীয়া ধৰ্মমতে মুংআ (এক নিশ্চিত সময়লৈ কৰোৱা বিয়া) একো বাধা নোহোৱাকৈ নীতিসঙ্গত আছিল। এই ধৰ্মীয় স্বাধীনতাৰ গয়না লৈ বাদচাহে ইচ্ছামতে চখ পূৰাই লৈছিল আৰু তেওঁৰ স্বভাৱ আছিল এনে যে যি তিৰোতাৰ লগত 'মুংআ' হোৱা নাই তেওঁলোকৰ মুখ দেখাও তেওঁ পছন্দ নকৰিছিল। এই অত্যাচাৰ ইমান বাঢ়িল যে বাদচাহৰ সমুখেৰে অন্দৰ মহললৈ পানী লৈ যোৱা এজনী দাসী যুৱতীক মুংআ কৰি নৱাব আবৰসাঁ বেগম উপাধি দিছিল। এজনী যুৱতী মেতৰণীক, যিজনীয়ে ৰাজদৰবাৰৰ চাৰিওপিনে আহ-যাহ কৰিছিল—মুংআ বিবাহিত হিচাপে গ্ৰহণ কৰি 'নৱাব মুসফ্‌ফা বেগম' উপাধি দিছিল। এই দৰেই সঙ্গীতৰ নিচাও মুংআ বিবাহিত তিৰোতালৈহে সীমিত আছিল। কদাচিতহে বাদচাহে বজৰুৱা বেশ্যাৰ মুজৰা (নাচ-গানৰ মজলিচ) চাইছিল। নিজেই তেওঁ মুংআ বিবাহিত বেগম সকলৰ দল বান্ধি দিছিল, সিবোৰক নাচগানৰ-শিক্ষা দিয়া হৈছিল। এক বাধা মঞ্জিলৱালী, এক ঝুমুৰৱালী, এক লট্‌কন্‌-ৱালী, এক শাৰদা মঞ্জিলৱালী, এক নথৱালী, এক ঘুঁঘটৱালী, এক ৰাসৱালী, এক নকলৱালী, আৰু এনে ধৰণৰ বহুতো দল আছিল যিবোৰক নাচগানৰ শিক্ষা দিয়া হৈছিল আৰু তেওঁলোকৰ নাচ-গানেৰেই বাদচাহে আনন্দ কৰিছিল। এই সকলোৰে লগত বাদচাহৰ মুংআ হৈছিল সেয়ে বেগম বোলা হৈছিল। দুই এটি দলত যদি কোনো নাবালক ছোৱালী এনে আছিল যাৰ লগত মুংআ হোৱা নাছিল, তাৰ কাৰণ আছিল এয়ে যে সাবালক হোৱাৰ লগে লগে মুংআ কৰি লব লাগিব। এওঁলোকৰ ভিতৰত বেছি ভাগেই বাদচাহৰ ওচৰতে খাচ চুলতান খানাত থাকিছিল আৰু অন্য বিলাকক বেলেগ বেলেগ মহল আদি দিয়া হৈছিল। এনে ধৰণৰ মুংআ বিবাহিত যিসকল তিৰোতাৰ সন্তান হৈছিল তেওঁলোকক মহল বোলা

হৈছিল। থাকিবৰ বাবে পৃথক মহল ঘৰ পাইছিল আৰু বেতন তথা সন্মানো বাঢ়ি গৈছিল।

এইবোৰ কথাৰে ইয়াকেই প্ৰমাণিত হয় যে সঙ্গীতৰ বাহিৰে বাকী অইন সকলো কামত বাদচাহ সংযমী আছিল আৰু ধাৰ্মিক মতবাদ পালন কৰিছিল। নমাজত তেওঁ কেতিয়াও পলম নকৰিছিল, ৰোজা ত্ৰিছো দিনেই ৰাখিছিল। আফিং, মদ আৰু অইন ধৰণৰ নিচা জীৱনত খোৱা নাছিল আৰু মহৰমৰ শোক বৰ নিষ্ঠাৰে পালন কৰিছিল।

তৃতীয় বিধ নিচা তেওঁৰ আছিল মহলৰ। চুলতান খানাৰ ওচৰত বহুতো মহল আৰু অট্টালিকা সজা হৈছিল আৰু বহুতো নতুন নতুন ঘৰ আৰু মহল, চৰাই ঘৰ (অতিথিশালা) সজা হৈছিল। চৰকাৰৰপৰা কেৱল চুলতানখানা, আচদ মঞ্জিল আৰু মুৰসৃসা মঞ্জিলহে পাইছিল, কিন্তু বাদচাহৰ চখে কম সময়ৰ ভিতৰতে বহুতো মহল সজালে আৰু তাৰ আশেপাশে বহুতো সেউজীয়া আৰু মনোমোহা বাগিছা সজাই-ছিল। মই যি সময়ত দেখিছিলোঁ বাদচাহৰ দখলত তলত দিয়া দৰে ভব্য মহলবোৰ দক্ষিণৰপৰা উত্তৰলৈ ক্ৰমানুসাৰে আছিল—চুলতান-খানা, কস্র-উল-বৈজা, গৌশ-এ-চুলতানী, শহনশাহ মঞ্জিল, মুৰসৃসা মঞ্জিল, আচাদ মঞ্জিল, চাহ মঞ্জিল, নূৰ মঞ্জিল, তফৰীহ বখ্‌শ, বাদামী, আসমানী, তহনিয়ত মঞ্জিল, হদ্‌দ-এ-চুলতানী, সদ্দ-এ চুল-তানী, আদালত মঞ্জিল। ইয়াৰ বাহিৰেও আৰু কেইটামান ঘৰ আছিল, সেইবোৰৰ নাম আজি মোৰ মনত নাই।

ইয়াৰ বাহিৰেও বাগিছাবোৰৰ ভিতৰত, পুখুৰী পাৰত বহুতো কোঠালী, বঙলা আৰু সৰু সৰু মহল আছিল। এই সকলোবোৰ কোঠালী, বঙলা আৰু মহলত চাফ-চিকুণ কালীন পাৰি থোৱা আছিল, ৰূপৰ পালেঙৰ ওপৰত বিছনা আৰু গাৰু পাৰি থোৱা আছিল, ছবি আৰু নানা প্ৰকাৰৰ আচবাব-পত্ৰ আছিল আৰু তাক চোৱা-মেলা কৰিবৰ বাবে আৱশ্যকতকৈ বেছি ঘৰুৱা চাকৰ নিযুক্ত কৰিছিল যিয়ে এইবোৰ সাৰি মচি চিকুণাই ৰাখিছিল। ফলত প্ৰত্যেকটো ঘৰ ইমান

সুন্দৰকৈ সজোৱা আছিল যে মানুহ ৰ লাগি বৈছিল। এইবোৰৰ ওচৰপাজৰৰ বাগিছা সমূহ এনে ধৰণত অংক আৰু জ্যামিতিৰ আকৃতিৰে সজাইছিল যিবোৰত বাদচাহৰ স্থপতি কলাৰ স্বাভাৱিক ৰুচি দেখি আচৰিত হ'বলগীয়া হয়।

লক্ষ্ণৌত বাদচাহে কেৱল কাইচৰবাগ আৰু তাৰ ওচৰৰে কেইটামান মহল বা দেউতাকৰ ইমামবাড়া আৰু মক্‌বৰাই সজাইছিল, যদিও মাটিয়া বুৰ্জত সুন্দৰ আৰু ওখ খাপৰ মহলৰ এখন সুন্দৰ নগৰ সজাই ছিল। নদীৰ সিটো পাৰে মাটিয়া বুৰ্জৰ ঠিক সমুখতে কলিকতাৰ বিখ্যাত বোটানিকেল গাৰ্ডেন, কিন্তু মাটিয়া বুৰ্জৰ মাটিৰ স্বৰ্গ আৰু তাৰ আচৰিত আচৰিত বস্তুবোৰৰ সমুখত নাইকিয়া হ'ল। এই সকলো মহল, বাগিছা, বুৰ্জ আৰু বিশাল শস্য শ্যামলা পাৰৰ চাৰিওফালে বিৰাট দেৱালেৰে আগুৰা। মিউনিচিপালিটিৰ বাজহুৱা ৰাস্তাটোৰ কাষে কাষে প্ৰায় এক মাইললৈ সুন্দৰ দোকান আছিল আৰু তাত নিম্ন খাপৰ চাকৰহে থাকিবলৈ পাইছিল—যিবিলাকে নিজ কৰ্তব্য পালনৰ বাবে থাকিবলগীয়া হৈছিল। কিন্তু ভিতৰলৈ যোৱা ৰাস্তা পহৰা থকা দুৱাৰৰ বাহিৰে, দোকানবোৰৰ দুৱাৰ নাই। খাচ চুলতানখানাৰ দুৱাৰৰ ওপৰত সুন্দৰ নহবতখানা আছিল। বাদকে নহবত বজায় আৰু পুৰণি প্ৰহৰ আৰু সময় অনুসৰি ৱৰকাঁহ বজায়।

পৃথিৱীত মহলৰ চখ থকা হেজাৰ-বিজাৰ বাদচাহ হয়তো হৈ গ'ল কিন্তু নিজৰ পছন্দ আৰু চখেৰে কোনো বাদচাহে ইমান মহল আৰু ইমান বাগিছা সজোৱা নাছিল, ৱাজিদ আলী ছাহে যিমানবোৰ তেওঁৰ অসফল জীৱন আৰু নাম মাত্ৰ ৰাজত্ব কালত সজালে। ছাহজহাঁৰ পিছত এই ক্ষেত্ৰত যদি কাৰোবাৰ নাম লবলগীয়া হয় তেনেহলে এইজন অত্যাচাৰ প্ৰপীড়িত অৱধ-নৰেশৰ নামেই লব লাগিব। সেইটো অৱশ্যে অইন কথা যে কোনো এটি মহল শ-হেজাৰ বছৰ টিকি থাকিল আৰু কাৰোবাৰ শ শ মহল কালে কিছু সময়ৰ ভিতৰতে শেষ কৰি পেলালে।

মহলৰ বাহিৰেও জন্তুৰ প্ৰতিও বাদচাহৰ চখ আছিল আৰু সেই

চথৰো পৃথিৱীৰ কাৰো লগত তুলনা কৰিব পৰা নাযায় আৰু সম্ভৱতঃ অইন কোনো ব্যক্তিয়ে তেওঁৰ চেষ্টাৰ আধা কৰাৰ দাবীও কৰিব নোৱাৰে।

নূৰ মঞ্জিলৰ সমুখত লোহাৰ কাঠঘৰাৰ দৰে ঘেৰি এটা দীঘল ৰাস্তা বন্ধা হৈছিল, য'ত বহু শ ফুটুকী হৰিণ আৰু অইন প্ৰকাৰৰ হৰিণ আৰু বনৰীয়া চতুষ্পদ বিচৰণ কৰিছিল। তাৰ মাজতে মাৰ্বল পাথৰেৰে পাৰ বন্ধোৱা এটা পুখুৰী আছিল য'ত সকলো সময়ত পানী চপচপীয়া হৈ থাকে আৰু তাত শুতুৰমুৰ্গ ( পক্ষী বিশেষ ), ফীলমুৰ্গ ( বিশেষ প্ৰকাৰৰ চৰাই ), সাৰস, কাজে, বগলী, কৰকৰা, হাঁহ, ময়ূৰ, চাকৈ-চকোৱা আৰু শ শ প্ৰকাৰৰ চৰাই আৰু কাছ এৰি দিয়া আছিল। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ এনে ভাল ব্যৱস্থা আছিল যে ক'তো অকণো ময়লা বা চৰাইৰ পাখি এটাও পাবলৈ নাই। এফালে পুখুৰীৰ পাৰৰ কাঠ-গঁড়ালত সিংহ আছিল আৰু তাৰ ওচৰতে কাঠৰ নঙলাৰে তৈয়াৰী বাকচবোৰত নানা প্ৰকাৰৰ বান্দৰ ক'ৰ ক'ৰ পৰা আনি সংগ্ৰহ কৰি থৈছিল, সিহঁতে নানা প্ৰকাৰৰ কাৰ্য কৰি থাকে আৰু সিহঁতৰ খেল নোচোৱাকৈ কোনো মানুহকে সিহঁতে আগবাঢ়িব নিদিয়ে।

কুণ্ডবোৰত বহুতো মাছ জীয়াই থোৱা আছিল আৰু মাতিলেই সিহঁত গোট খাইছিলহি। খাবলৈ কিবা বস্তু দিলেই জপিয়াই জপিয়াই খুব তামাচা দেখুৱাইছিল। সকলোতকৈ ভাল বস্তু আছিল এয়ে যে ছাহনচাহ মঞ্জিলৰ সমুখত এটা ডাঙৰ দীঘল আৰু দ কুণ্ড খান্দি আৰু তাৰ পাৰৰ চাৰিওপিনে খুব চক্‌চকীয়া কৰি আৰু আগলৈ অকণমান হলাই দি তাৰ মাজত কৃত্ৰিম পাহাৰ সজোৱা হৈছিল যাৰ মাজেৰে শ শ নলা বোৱাই দিয়া হৈছিল আৰু ওপৰৰ দুই এক ঠাইত কাটি নিজৰা বোৱাই দিছিল। সেই পাহাৰত হেজাৰ বিজাৰ ডাঙৰ দুই তিনি গজ দীঘল সাপ এৰি দিছিল, যিবোৰে দৌৰাদৌৰি কৰি অগাই-বগাই ফুৰিছিল। পাহাৰৰ ওপৰলৈ উঠি যায় আৰু নামি আহে। পাহাৰৰ চাৰিওপিনে খালৰ দৰে এটা সৰু নলা আছিল। তাত সাপবোৰ একা বেঁকা কৰি দৌৰি ফুৰে আৰু বেং খেদি ফুৰে

আৰু মানুহে নিৰ্ভয়ে তাৰ পাৰত থিয় দি সিহঁতৰ তামাচা চাই থাকে। সেই পাহাৰৰ নামনিতো ছুটা কাঠগড়াল আছিল, তাত ছুটা ডাঙৰ ডাঙৰ নাহৰ ফুটুকী বাঘ ৰখা আছিল সিহঁতেতো এনেয়ে মনে মনে পৰি থাকে, কিন্তু যেতিয়াই মুৰ্গীটো সমুখত আনি দিয়ে জাপ মাৰি তাক ধৰে আৰু সম্পূৰ্ণ ই গিলি থয়। সাপ পোহাৰ এনে ব্যৱস্থা ইয়াৰ আগতে বোধহয় ক'তো নাছিল আৰু ই ৱাজিদ আলী ছাহৰ নিজা আৱিষ্কাৰ আছিল, যাক ইউৰোপৰ পৰ্য্যটকসকলে আচৰিত হৈ চায় আৰু তাৰ ছবি তথা বৰ্ণনা লিখি লৈ যায়।

এইবোৰ জন্তুৰ বাহিৰেও হেজাৰ হেজাৰ চৰাই পিতলৰ পিঞ্জৰাত ভৰাই থাচ চুলতানখানাৰ ভিতৰত থোৱা আছিল। লোৰ জালেৰে অধিক সুৰক্ষিত কৰি থোৱা গজ নামৰ কুৰি কুৰি ডাঙৰ হল আছিল। তাত নানা তৰহৰ হেজাৰ হেজাৰ পক্ষী এৰি দিছিল আৰু সিহঁতৰ বাবে আৱশ্যকীয় সকলো বস্তু গোটাই দিয়া হৈছিল। বাদচাহৰ ইচ্ছা আছিল পৃথিৱীৰ যিমান প্ৰকাৰৰ জন্তু পাৰ পাৰি সকলোবোৰ জমা কৰা যাওক আৰু ইমান সম্পূৰ্ণ জীৱন্ত চিৰিয়াঘৰ পৃথিৱীৰ আৰু ক'ৰবাত পোৱা যাব যে সন্দেহ। এই জন্তুবোৰ সংগ্ৰহ কৰোঁতে বিনা দ্বিধাই পইচা খৰচ কৰিছিল আৰু কোনোবাই নতুন জন্তু লৈ আহিলে তাৰ ইচ্ছামতেই দাম দিছিল। প্ৰবাদ আছে যে বাদচাহে ৰেছমপাখিৰ পাৰ চৰাইৰ যোৰা 24,000 টকাত আৰু বগা মযূৰৰ যোৰা 11,000 টকাত কিনিছিল। আফ্ৰিকাৰ ভিতৰত ডাঙৰ আৰু অদ্ভুত জন্তু জিৰাফ এযোৰো তাত আছিল। ছুটা কুঁজৰ বাগদাদী উট হিন্দুস্তানত ক'তো পোৱা নাযায় কিন্তু বাদচাহৰ তাত আছিল। কলিকতাত হাতীৰ নাম নাছিল, কিন্তু বাদচাহৰ সেই জীৱিত নেচাৰেল হিষ্ট্ৰি মিউজিয়ামত এটা হাতীও আছিল। যি কোনো জন্তু যাতে বাদ পৰি নাযায়, কেৱল সেই উদ্দেশ্যেৰেই ছুটা গাধও তাত আনি ৰাখিছিল। হিংস্ৰ জন্তুৰ ভিতৰত সিংহ (বৰৰ), দেশীয় সিংহ, ফুটকী বাঘ, কুকুৰনেচীয়া বাঘ, ভালুক, সিয়াহগোশ, (কুকুৰ জাতীয় জন্তু বিশেষ) ক'লা শহাপহু আদি বিবিধ জন্তু কাঠঘৰাত

বন্ধ হৈ আছিল আৰু খুব ভাল ধৰণে সিহঁতক চোৱা মেলা কৰা হৈছিল।

পাৰচৰাইৰ ব্যৱস্থা অইন জন্তুতকৈ বেলেগে আছিল। বাদচাহৰ বিভিন্ন মহলত সৰ্ব্বমুঠ চৌব্বিছ-পঁচিছ হেজাৰ পাৰ আছিল। সেইবোৰক উৰাওঁতে কবুতৰবাজ (পাৰ চৰাইৰ খেল দেখাওঁতা) হঁতে নানা কৌশল প্ৰদৰ্শন কৰিছিল।

জন্তুৰ ওপৰত যি খৰচ হৈছিল তাৰ অনুমান ইয়াৰেপৰা কৰিব পাৰি যে আঠশতকৈও বেছি জন্তু পালক, তিনিশৰ ওচৰাওচৰি পাৰ পালক, প্ৰায় ইমানেই মাছ পালক, ত্ৰিছ-চল্লিছটা সাপ ৰখীয়া আছিল সেই বিলাকে মাহে ছয় টকাৰ পৰা দহ টকালৈকে বেতন পাইছিল। অফিচাৰসকলৰ বেতন কুৰিৰপৰা ত্ৰিছলৈ আৰু পাৰ, সাপ, মাছ আৰু হিংস্ৰ জন্তুৰ আহাৰৰ বাবে অলপ কম হেজাৰ টকা মাহে খৰচ হৈছিল।

মহলৰ কামৰ দায়িত্ব বেছিভাগেই মুনিছউদ্দৌলা আৰু ৰেহানউদ্দৌলাৰ গাতেই আছিল। তেওঁলোকক মহল নিৰ্মাণৰ বাবে প্ৰায় পোন্ধৰ হেজাৰ টকা মাহে দিয়া হৈছিল।

প্ৰায় এহেজাৰ ৰক্ষী সেনা আছিল—সিহঁতৰ দৰমহা সাধাৰণতে মাহে ছয় টকা আছিল, কিছুমানে আঠ আঠ, দহ দহ টকাও পাইছিল। ইমানেই দৰমহা ঘৰুৱা চাকৰৰ আছিল, সিহঁতৰ সংখ্যাও পাঁচশৰ বেছি আছিল। দহৰপৰা ত্ৰিছ টকালৈ মাহে বেতন পোৱা প্ৰায় আশী জন মহৰী আছিল। প্ৰতিষ্ঠিত মোচাহিব আৰু ওখ খাপৰ বিষয়াৰ সংখ্যা চলিছ-পঞ্চাছৰ কম নহয়—তেওঁলোকৰ দৰমহা অষ্টাশী টকাকৈ, এশৰো অধিক দোলাভাৰী আছিল।

এইবোৰৰ উপৰিও বহুতো সৰু সৰু স্থান আছিল—বাবুৰ্চীখানা আবদাৰ খানা, ভিস্তিখানা, খসখানা, ঈশ্বৰে জানে আৰু কি কি? এদল মুত্‌আ বিবাহিত বেগম সকলৰ ভাই-বন্ধু, ইষ্ট-কুটুম্ব সিহতেওঁ নিজৰ মৰ্যাদা অনুসৰি দৰমহা পাইছিল।

এই সকলোৱে মহলৰ সীমাৰ বাহিৰত, বাদচাহক দিয়া মাটিত আৰু

বহুতে ওচৰৰ অইন মাটিত ঘৰ সাজি লৈছিল আৰু নগৰ প্ৰতিষ্ঠা কৰিছিল। চহৰখনৰ লোক সংখ্যা চল্লিছ হেজাৰৰ বেছি আছিল। এই সকলোৰে জীৱনৰ আশ্ৰয় বাদচাহৰ মাহিলি বেতনৰ এক লাখ টকাই আছিল। কোনোৱে এই কথা বুজি নাপাইছিল যে ইমানবোৰ মানুহ এই তাকৰীয়া টকাৰে কেনেকৈ জীৱিকা নিৰ্বাহ কৰে? বঙ্গদেশত এই কথা বিখ্যাত আছিল যে বাদচাহৰ পৰশমণি আছে—যেতিয়াই আৱশ্যক হয় লো অথবা তামক স্পৰ্শ কৰি সোণ তৈয়াৰ কৰি লয়।

আচল কথা এয়ে যে বাদচাহ থকা বাবে কলিকতাৰ ওচৰতে দ্বিতীয় লক্ষ্ণৌ এখন বহিছিল, আচল লক্ষ্ণৌ শেষ হৈ গৈছিল আৰু তাৰপৰা বাচকবনীয়া কেইজনমান মাটিয়া বুৰুজলৈ গুচি গৈছিল— আচলতে সঁচা কথাটো এয়ে আছিল যে লক্ষ্ণৌ লক্ষ্ণৌ নাছিলেই মাটিয়া বুৰ্জহে লক্ষ্ণৌ হৈ পৰিছিল। সেই ৰমক-জমক, সেই যৌৱন, সেই শায়ৰী, সেই মহফিল আৰু ঠিক তেনেই মনোৰঞ্জনৰ সামগ্ৰী আছিল। ইয়াৰেই বিদ্বান আৰু সন্তলোক, ইযাৰেই আমীৰ আৰু ধনী সকল আৰু ইয়াৰেই জনতা আছিল। কোনোৰে এই কথা কল্পনা কৰিব নোৱাৰিছিল যে তেওঁলোক বঙ্গদেশত আছে। সেয়ে চিলাৰ খেল, মুৰ্গী-যুঁজো আছিল, বটেৰ যুঁজো একেই, সেই কানীয়াই, সেই সাধুখণ্ডতা (কথাবাচক) আৰু সেই তাজিয়া মাৰ্সিয়াদাৰ আছিল সেই ইমামবাড়াই আছিল আৰু আছিল সেই কাৰবালা। আনকি, যি জাকজমক ভাবে বাদচাহৰ নিজা তাজিয়া উঠিছিল লক্ষ্ণৌত বাদচাহৰ সময়ত, কিজানি তেনে উঠাই নাছিল। কলিকতাত হেজাৰ হেজাৰ মানুহ আৰু ইংৰাজ লোকো জিয়াৰত ( দৰ্শন )ৰ বাবে মাটিয়া বুৰ্জলৈ আহিছিল।

বাদচাহ চীয়া আছিল যদিও কিন্তু তেওঁৰ স্বভাৱত ধাৰ্মিক পক্ষপাতিতা নাছিল। তেওঁৰ পুৰণি মান্যতা আছিল— "মোৰ চকু দুটাৰ এটা চীয়া আৰু এটা চুন্নী।" এবাৰ দুজন মানুহৰ মাজত ধৰ্মীয় মতভেদ হৈ মাৰপিট হ'ল। বাদচাহে দুয়োকো উলিয়াই দিবলৈ আদেশ দিলে আৰু আনকি তেওঁৰ এলেকাত সিহঁতৰ প্ৰৱেশো

নিষিদ্ধ কৰিলে আৰু ক'লে—" এনে লোকে মোৰ ইয়াত বাস কৰিব নোৱাৰে।" শেষত বাদচাহৰ এখন কিতাপত এনে কিছুমান আপত্তি-জনক শব্দ ছপা হৈছিল যাৰ বাবে কলিকতাৰ চুন্নীসকলৰ মাজত হাহাকাৰ লাগি পৰিল। কিন্তু মানুহবোৰে এই কথা জনা নাছিল যে সেই শব্দবোৰ মূল কিতাপখনত নহয়, আনৰ ইতিহাস আৰু আলোচনাৰহে আছিল আৰু বাদচাহে গম পোৱাৰ লগে লগে কোনোৱে একো নোকোৱা সত্বেও ক্ষমা খুজিবলৈ সাজু হ'ল। পক্ষপাতহীনতাৰ ইয়াতকৈ আৰু কি ডাঙৰ প্ৰমাণ হ'ব পাৰে যে শাসন ব্যৱস্থাৰ সকলো দায়িত্বপূৰ্ণ পদতেই চুন্নীসকল আছিল। প্ৰধানমন্ত্ৰী মুন্সৰিমউদ্দৌলা বাহাদুৰ চুন্নী আছিল, মুন্সী উনচুলতান যিজন বহু দিনলৈ বাদচাহৰ সকলোতকৈ ওচৰৰ মানুহ আছিল আৰু যিজন গোটেই চিৰিয়াখানা, গোটেই মহৰী আৰু কেইবাটাও ক্ষেত্ৰৰ ডাঙৰ বিষয়া আছিল—তেওঁও চুন্নী আছিল। বখছী অমানতউদ্দৌলা বাহাদুৰ যাৰ হাতেৰে সকলো চাকৰ-নাকৰ আনকি বেগম আৰু ছাহজাদা সকলেও দৰমহা পাইছিল চুন্নী আছিল। ইয়াতকৈ বেছি আৰু কি হ'ব যে চিবৈতনাবাদৰ ইমামবাড়া আৰু খাচ ইমামবাড়া "বৈতুলবকা"ৰ ব্যৱস্থা আৰু মজলিচ ধাৰ্মিক সমাৰোহ আয়োজনৰ দায়িত্ব চুন্নী সকলৰ হাততেই আছিল। তাত কেতিয়াও কোনোৱে এই কথা অনুভৱ কৰা নাছিল যে কোন চুন্নী আৰু কোন চীয়া।

মাটিয়া বুৰ্জৰ দোকানী আৰু মহাজনলৈকে সকলো লক্ষ্ণৌৰ আছিল আৰু লক্ষ্ণৌৰ এনে কোনো বস্তু নাছিল যি ইয়াত পাবলৈ নাছিল। যিপিনেই যাওক এক অদ্ভুত উজ্জ্বলতা আৰু বেছ জাকজমকতা চকুত পৰিছিল আৰু তাৰ মানুহবোৰ ইমান মতলীয়া আৰু আপোন পাহৰা হৈ আছিল যে কাৰো এই কথা চিন্তাই নাছিল যে এইবোৰৰ পৰিণাম কি হ'ব? ৰাজমহল আৰু উদ্যান আদিৰ ভিতৰলৈ যাবৰ বাবে লক্ষ্ণৌবাসীৰ তুলনাত মাটিয়া বুৰ্জ নিবাসী সকলৰ স্বাধীনতা বেছি আছিল। বাগিছাত ফুৰক—তাতকৈ আৰু একো ৰমণীয় স্থান পাব নোৱাৰে। নদীৰ পাৰত থিয় দিয়ক—সুন্দৰ মনোমোহা দৃশ্য দেখিবলৈ

পাব। কলিকতালৈ অহা যোৱা কৰা জাহাজবোৰে সমুখেৰে যাবৰ সময়ত ফোৰ্টউইলিয়ামক চেলামী দিবৰ বাবে ইয়াৰপৰা পতাকা উৰুৱাবলৈ আৰম্ভ কৰে—মানুহে ভাবে বাদচাহে চেলামী লৈ আছে। বেগমসকলৰ দুৱাৰদলিত নাইবা মহলচৰাই দুৱাৰ মুখত থিয় হওক—অদ্ভুত ধুমধামৰ মাজত কেতিয়াবা এনে সুন্দৰ চেহেৰা দেখা পাব—এনে সুন্দৰ জতুৱা ঠাঁট সম্বলিত ভাষা আৰু এনে মধুৰ কথা শুনিবলৈ পাব যে—মানুহে বহু সময়লৈ, আনকি ওৰে জীৱনলৈ ইয়াৰ আনন্দ উপভোগ কৰে।

আহা! এই সুন্দৰ আৰু মনোমোহা দৃশ্য বিলীন হ'বলগীয়া নাছিল। কিন্তু হায়! সময়ৰ দুষ্ট হাতে সকলো নাইকিয়া কৰিলে আৰু এনে ধৰণে নাইকিয়া কৰিলে ইবোৰ যেন কোনো দিনে নাঁছিলেই। 1887 চনত হঠাৎ বাদচাহ চকু মুদিলে আৰু অনুভৱ হ'ল যে "যি কিবা দেখিলোঁ। সপোন আছিল, যি শুনিলোঁ। সি গল্প আছিল।" সকলো কথা সপোন কল্পনা আছিল। এটা ৰহস্য আছিল হঠাৎ ভাগি থাকিল আৰু সেই সুন্দৰ ক্ষেত্ৰ যাক চাবৰ বাবে ইউৰোপৰ বাদচাহ আৰু হিন্দুস্তানৰ ৰজাসকলে কামনা কৰিছিলি—আজি সি এক নীৰৱ ক্ষেত্ৰ, তাত একোৱেই নাই সকলে সেই আছৰ ৰঙকো দেখিছিল-এতিয়া তাৰ নীৰৱতা দেখি দুঃখ আৰু ক্ষোভত এটা দীঘল হুমুনিয়াহ কাঢ়ি "আল্লাহৰ নাম ৰওক" বুলি কোৱাৰ বাহিৰে আৰু কৰিবই বা কি পাৰে!

## 9

এই দৰবাৰৰ বাদচাহসকলৰ বিষয়ে এইখিনি কবলৈয়ে বাকী আছে যে মিৰ্জা বিৰজীস কদ্ৰে বাহাদুৰে লক্ষ্ণৌৰপৰা পলাই নেপালৰ সীমাতহে গৈ জিৰালে। তেওঁৰ লগত প্ৰায় একলাখ মানুহ আছিল। তেওঁলোকে ঠিক কৰিলে যে এতিয়া হিমালয়ৰ উপত্যকাতেই শৰণ

লোৱা হওক আৰু সুবিধা পালে ওলাই ইংৰাজক আক্ৰমণ কৰা যাব। জয়ী হলে আপোন ঘৰলৈ যামগৈ আৰু পৰাজিত হলে পলাই পাহাৰত লুকোৱা যাব। কিন্তু ই ব্যৱহাৰিক প্ৰস্তাৱ নাছিল। নেপাল ৰাজ্যই ইমানবোৰ মানুহক আশ্ৰয়ো দিব নোৱাৰে নাইবা তেওঁলোকৰ কাৰণে ইংৰাজৰ সৈতে যুঁজিবই পাৰে ? ইংৰাজৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰাৰ শক্তিয়েই তেওঁলোকৰ নাছিল। গতিকে নেপাল চৰকাৰে কেৱল মিৰ্জা বিৰজীস কদ্ৰে আৰু তেওঁৰ মাকক আশ্ৰয় দিলে আৰু তেওঁৰ লগৰীয়া সকলক ঘূৰি যাবলৈ, ঘূৰি নগলে মাৰ-ধৰ কৰি উলিয়াই দিব বুলি আদেশ শুনালে। নেপাল ৰাজ্য সোনকালে খালী হ'ব লাগে। ফলত সকলোৱে ইয়াৰপৰা ওলাই ওলাই পলাব ধৰিলে। বহুতো মৰিল, বহুতে ভেশ বদল কৰি কোনোফালে পলাল আৰু মিৰ্জা বিৰজীস কদ্ৰে মাকৰ সৈতে নেপালত থাকিবলৈ ললে। নেপাল দৰবাৰৰ সামান্য এটি বৃত্তি তেওঁৰ বাবে নিৰ্ধাৰিত হ'ল আৰু তেওঁৰ লগত নিয়া সকলো ধন-সোণ নেপালৰ ৰাজভঁড়ালত জমা কৰি লোৱা বুলি শুনা যায়। হজৰত মহলৰ তাতেই মৃত্যু ঘটিল আৰু তেওঁৰ পিছত মহাৰাণী ভিক্টোৰিয়াৰ জুবিলীৰ সময়ত বৃটিছ সাম্ৰাজ্যই (চৰকাৰে) মিৰ্জা বিৰজীস কদ্ৰেৰ দোষ ক্ষমা কৰিলে। তেওঁ উলটি আহিবলৈ অনুমতি পোৱাত কাকো একো নজনোৱাকৈ নেপালৰপৰা পলাই কলিকতা পালেগৈ। তাত ৱাজিদ আলী ছাহৰ মৃত্যু ঘটিছিল আৰু জ্যেষ্ঠ যুৱৰাজ হিচাপে মিৰ্জা কমৰ কদ্ৰেই সকলোতকৈ বেছি বেতন পাই আছিল। বিৰজীস কদ্ৰেই দাবী জনালে যে বাদচাহৰ সকলো কেইজন পুতেকৰ ভিতৰত সকলোতকৈ প্ৰতিষ্ঠিত আৰু অধিকাৰী মই। আইন অনুসৰি বাদচাহৰ পেন্সন এক তৃতীয়াংশ কমাই বাকী খিনি মোক দিয়ক আৰু তেওঁৰ সকলো উত্তৰাধিকাৰী, সম্বন্ধীয় আদিৰ দায়িত্ব মোৰ ওপৰত দিয়া হওক। ইয়াৰ ওকালতি কৰিবৰ নিমিত্তে ইংলণ্ডলৈ যাবলৈ সাজু হৈছিল এনেতে তেওঁক বংশৰ এজনে ভোজলৈ নিমন্ত্ৰণ কৰিলে। ভোজৰপৰা ঘূৰি অহাত শৌচ আৰম্ভ হ'ল। চাই থাকোঁতে থাকোঁতেই তেওঁৰ অৱস্থা বেয়াবফালে

ঢাল খালে আৰু একে দিনৰ ভিতৰতে তেওঁ, তেওঁৰ বৈগীয়েক আৰু তেওঁৰ পুতেক-সকলোৱে জীৱন-লীলা শেষ হৈ গ'ল আৰু এসময়ত যি ৰাজবংশই ৰাজসিংহাসনৰ মুখ দেখা পাইছিল সেই ৰাজবংশৰ সকলো স্মৃতি পৃথিৱীৰ বুকৰপৰা লগে লগে শেষ হৈ গ'ল।

এই সকলোবোৰ হোৱা সত্বেও মাটিয়া বুৰ্জৰ ৰমক-জমক আৰু নতুন চহৰ খনৰ চাক-চিক্যতা আৰু তাৰ বাসিন্দাসকলে এনে এটা ৰূপ দেখুৱালে যে যদি সেই স্থান দুৰ্ঘটনাৰ কুদৃষ্টিৰ প্ৰভাৱৰপৰা ৰক্ষা পৰিলে বহুকাললৈ সেই দুৰ্ভগীয়া বাদচাহৰ দৰবাৰৰ আৰু তেওঁৰ ইষ্টকুটুম্বৰ ঠাট-বাট আৰু তেওঁলোকৰ জীৱন-স্তৰৰ কথা মনত পেলাই থাকিলেহেঁতেন। কিন্তু বৃটিছ চৰকাৰৰ ন্যায়প্ৰিয়তাই ৰাজিদ আলী ছাহৰ সম্পত্তি ভগাই দিলে আৰু তেওঁৰ উত্তৰাধিকাৰী সকলৰ লগত এনে ন্যায় কৰিলে যে সকলো সম্পত্তি আৰু ঘৰ বিক্ৰী কৰি যাৰ যি অংশ সেইদৰে ভাগ কৰি দিলে আৰু বাকী নগদ টকালৈ সলনি কৰি দিলে। ইয়াৰ ফল হ'ল মাটিয়া বুৰ্জৰ সকলো শেষ হৈ গ'ল। লাখ লাখ টকাৰ বস্তু কড়িৰ ভাৰত বিক্ৰী হ'ল আৰু যি ক্ষেত্ৰ এদিন "বাগে ইৰম্" (ছদ্দাদ নামৰ বাদচাহ এজনে পৃথিৱীত এখন কৃত্ৰিম স্বৰ্গ ৰচনা কৰিছিল—যাক "বাগে ইৰম্" বোলা হৈছিল। প্ৰবাদ আছে যে তাত প্ৰৱেশ কৰিবৰ সময়ত ঘোঁৰাৰপৰা পৰি মৰি থাকিল) আছিল, আজি সি বিনাশ আৰু পতনৰ নৰক হৈ পৰিছে। আজি তালৈ গৈ ধূলি উৰোৱা, একো নাপাবা। যদি পুৰণি চমক-দমক অথবা তাৰ গৌৰৱ বিচাৰা তেনে কোনোবা "ইমৰো-উল-কৈস" (ইছলাম পূৰ্ব যুগৰ এজন বিখ্যাত কবি যিয়ে প্ৰাচীন ৰঙ্গশালা বিনাশৰ অপূৰ্ব বৰ্ণনা মৰ্মস্পৰ্শী ভাষাৰে কৰিছিল।)ক মাতা—যিয়ে চকুলো মচি মচি তোমাক কৈ যাব—ইয়াতেই মুৰব্বা মঞ্জিল আছিল, ইয়াতেই আছিল নূৰ মঞ্জিল, ইয়াত চুলতানখানা আছিল, আৰু ইয়াত আছিল আছদ মঞ্জিল। ইয়াত মুশায়ৰা হৈছিল, ইয়াতেই ডাঙৰ ডাঙৰ বিদ্বানসকলে সমবেত হৈছিল, ইয়াতে বন্ধুমহলে নিঃশঙ্কচিত্তে ব্যঙ্গ-বিনোদ কৰিছিল। আৰু তাত যাদুৰ মন্ত্ৰৰ দৰে প্ৰভাৱ সৃষ্টিকাৰী

কবি আৰু লেখকে তেওঁলোকৰ প্ৰতিভা দেখুৱাইছিল। সেই ঠাইত পৃথিৱীৰ সুন্দৰীসকলৰ কুঞ্জ আছিল, তাত অপেশ্বৰীসকলৰদৰে সুন্দৰীসকলক নৃত্য-গীতৰ শিক্ষা দিয়া হৈছিল, আৰু ইয়াতেই জহাঁপনাই তেওঁৰ সুন্দৰী মুৎআ বিবাহিত বেগমসকলৰ মাজত বহি উৎসৱ কৰিছিল। এই ঠাইত কানীয়াসকলৰ মেল বহিছিল, ইয়াত পাৰ উৰোৱা হৈছিল আৰু সেই টুকুৰা "কণকৌৱা"ৰ (ডাঙৰ চিলা) কাৰণে ঠাই। এই ঘৰবোৰৰ পৰ্দাৰ আঁৰৰপৰা চন্দ্ৰবদনীসকলে ভুমুকিয়াই চোৱা দেখা গৈছিল আৰু এই দুৱাৰমুখত ৰাক্ষনিসকলৰ আহ-যাহেৰে উখল মাখল হৈ থকা সকলো সময়ত মুখ্য শায়ৰ উপস্থিত থাকিছিল, এই কাৰণেই যে মহলছৰাৰ মালিকে শায়ৰী ভাল পাইছিল, আৰু সেই দুৱাৰ মুখত সদায় ৰঙিয়াল কবিতা লিখিব পৰা যুবক কবিসকলক বিচৰা হৈছিল এই কাৰণেই যে দ্বিতীয়-তৃতীয় দিনত তাৰপৰা এখন নতুন ৰঙৰ তোহ্নামা (তোহ্নামা তেনেবোৰ চিঠিক কোৱা হয় যিবোৰ বেগমসকলে জহাঁপনাহলৈ পঠিয়াই আৰু যিবোৰ প্ৰেম পৰিণয় সম্বন্ধীয়) বাদচাহ হুজুৰক দিয়া হৈছিল।

কিন্তু মাটিয়াবুৰ্জ বিলীন হৈ গলেও সেই দৰবাৰৰ হেজাৰ স্মৃতি আজিও ৰৈ আছে। খোদ লক্ষ্ণৌ চহৰ আৰু তাৰ সমাজে এই দৰবাৰৰ স্মৃতিকেই সোঁৱৰাই আৰু অৱধৰ প্ৰতি চপৰা মাটিয়েই ইয়াৰ মহত্বৰ কথা মনত পেলাই দিয়ে কাৰণ ইয়াৰ অ'ত ত'ত ৰাজ্যৰ চিহ্ন আজিও বৰ্তমান। লক্ষ্ণৌবাসীৰ প্ৰতিটি কাৰ্য আৰু অভ্যাস পুৰণি দৰবাৰৰ সদস্য সকলৰ জীৱিত ইতিহাস আৰু এওঁলোকৰ চলন ফুৰণ দেখি মুখৰপৰা আপোনা-আপুনি ওলাই পৰে 'ঐ গুল বতু খুৰ চন্‌দম তু বুত্ৰ কসে দাৰী।' (হে ফুল, মোৰ তোক দেখি ভাল লাগিছে, তোৰ গাত আছে কাৰোবাৰ গাৰ গোন্ধ)। সেয়ে এই প্ৰাচীন অৱশেষৰ স্মৃতি সেউজীয়া কৰিবৰ উদ্দেশ্যেৰে আমি আজি কব খুজিছোঁ যে এই দৰবাৰ প্ৰতিষ্ঠিত হোৱাৰ ফলত লক্ষ্ণৌত যি সমাজে গঢ় লৈ উঠিছিল সি কেনে আছিল আৰু সেয়ে কেনে কেনে ধৰণে ভাৰতীয় সংস্কৃতিৰ ওপৰত প্ৰভাৱ পেলালে।

হিন্দুস্তানত সেই সময়ত ফাৰ্চী ৰাজভাষা আছিল আৰু হিন্দুস্তানী সংস্কৃতি ইৰাণী সভ্যতাৰ দ্বাৰা প্ৰভাৱিত হৈছিল। চফৱিয়া সাম্ৰাজ্যৰ সময়ত ইৰাণী সকলৰ সাধাৰণ ধৰ্ম আছিল ছীয়া ইচ্না আশীৰী আৰু হিন্দুস্তানৰ মোগল সম্ৰাট চুগতাঙ্গয়া মজহব-উল-মিলতৰ অনুসৰণ কাৰী আছিল। কিন্তু যিহেতু সংস্কৃতিৰ ওপৰত ইৰাণী প্ৰভাৱ আছিল সেয়ে ধাৰ্মিক মতভেদ থাকিলেও দৰবাৰত ইৰাণী সকলক বৰ সম্মান দেখুৱা হৈছিল। এই শিষ্ট ব্যৱহাৰৰ কাৰণে নুৰজহাঁ বেগম জাহাঙ্গীৰ ৰাজসিংহাসনৰ মালিক হৈ পৰিছিল। ইয়াৰ অনুগ্ৰহতেই দিল্লীৰ বেছিভাগ প্ৰতিষ্ঠিত অধিকাৰী সেই যুগত ছীয়াই আছিল আৰু একে কাৰণতেই অমীনউদ্দিন খাঁ নৈশাপুৰী এই খিনি পাইয়েই নবাব বুৰহান-উল-মুল্ক সাজি গঙ্গাৰ বিশাল ক্ষেত্ৰৰ মালিক হৈছিল। বুৰহান-উল-মুল্কৰ প্ৰভাঁৱ আৰু প্ৰভুত্ব যিমানেই বাঢ়িল আৰু উন্নতি হৈ গ'ল সিমানেই দিল্লীৰ বিভিন্ন ক্ষেত্ৰৰ সুদক্ষ লোকসকলৰ সংৰক্ষক হৈ পৰিল। যিহেতু তেওঁৰ আৰু নবাব চফদৰজঙ্গৰ জীৱন এক নতুন ৰাজ্যৰ ভেটি স্থাপন কৰোঁতেই কটাবলগীয়া হ'ল সেয়ে বীৰ চিপাহী-সকলৰ প্ৰতি সম্মান দেখুওৱাৰ বাহিৰে ৰাষ্ট্ৰীয় সংস্কৃতি আৰু সামাজিক বিষয়ৰ প্ৰতি চকু দিবলৈ খুব কম সময় তেওঁলোকে পালে। কাৰণ এইবোৰ কথাৰ সম্বন্ধ যুদ্ধ আৰু বিজয়ৰ যুগৰ তুলনাত শান্তি আৰু সমৃদ্ধিৰ যুগৰ লগতহে বেছি।

কিন্তু চুজাউদ্দৌলাই যেতিয়া বক্সাৰ যুদ্ধত সাহস হেৰুৱাই পাছত ইংৰাজৰ লগত সন্ধি কৰিলে আৰু বাধ্য হৈ ফৈজাবাদত মনে মনে বহি থাকিলগৈ তেতিয়া অৱধত এক নতুন সংস্কৃতি আৰম্ভ হ'ল। এই লেখনিমালাৰ আৰম্ভণিতে আমি এই কথা কৈ আহিছোঁ যে চুজাউদ্দৌলাৰ সময়ত কিমান বেছি সুদক্ষ লোক দিল্লী এৰি ইয়ালৈ আহিব ধৰিছিল দিল্লীৰপৰা ফৈজাবাদলৈ সকলো ব্যৱসায়ৰ আৰু সকলো বৰ্গৰে মানুহে অহাৰ এটি লানি নিছিগা সোঁত বৈছিল আৰু কেৱল ন বছৰৰ ভিতৰত ফৈজাবাদ কিহৰপৰা কি হৈ গৈছিল? চুজাউদ্দৌলাৰ পাছত নবাব আছফউদ্দৌলা যেতিয়া লক্ষ্ণৌত আহি

থাকিবলৈ ললে, তেতিয়া সুন্দৰভাৱে পাতি লোৱা ফৈজাবাদ উঠি লক্ষ্ণৌলৈ আহিল। আৰু দিল্লীৰ অভিজাত পৰিয়াল আৰু কলা-কুশলীৰ যি দল ফৈজাবাদলৈ গৈ আছিল—তেওঁলোকক বাটতে থকা লক্ষ্ণৌতে ৰাখি থলে। আৰু শেষত যি অলপ কেইজনমান ভদ্ৰলোক আৰু শিল্পী ফৈজাবাদৰ বেগমসবৰ চৰকাৰৰ লগত ওলমি আছিল লাহে লাহে তেওঁলোকো লক্ষ্ণৌলৈ আহিল—এই কাৰণেই যে আছফ-উদ্দৌলাই ইয়াত ধন সম্পত্তিৰ এনে গঙ্গা প্ৰবাহিত কৰি দিছিল যে যিয়ে শুনিছিল সিয়ে এবাৰ ইয়াত স্নান কৰিবৰ বাবে দৌৰ দিছিল।

সেই সময়ত বহুতো হিন্দু ৰাজ্য আছিল, কিন্তু সংস্কৃতি আৰু শিষ্ট দৰবাৰ বুলি মুছলমান শাসকসকলকহে বুজাইছিল। হিন্দু ৰজা-সকলেই এই কথাৰ প্ৰশংসা কৰিছিল যে সভ্যতা আৰু সংস্কৃতিত আমি মুছলমান দৰবাৰৰ প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰোঁ, কাৰণ নিজা প্ৰাচীন সংস্কৃতিক পুনৰ জীৱিত কৰি নতুন সংস্কৃতি আৰু নবীন সাহিত্য ৰচনা কৰাৰ মনোভাব ইংৰাজী শিক্ষাই জন্ম দিয়া নাই। তাৰ ফল হৈছিল এয়ে যে যদি কোনো উচ্চ শ্ৰেণীৰ বিদ্বান, কবি বা চিপাহী মুছলমান সামন্তৰপৰা নিৰাশ হৈ হিন্দু ধনীৰ ক্ষেত্ৰত উপস্থিত হয় তেওঁক সম্মানেৰে আনি আদৰ সৎকাৰ কৰা হয।

মুছলমান দৰবাৰো সেই সময়ত আঙুলিমূৰত লেখিবপৰা আছিল। পোন প্ৰথমে আছিল দিল্লীৰ মোগল দৰবাৰ আৰু তাৰ প্ৰাচীন বৈভৱৰ কাৰণে সকলো প্ৰকাৰৰ কলা প্ৰবীণ আৰু অধিকাৰী ভদ্ৰজনৰ দিল্লী কেন্দ্ৰ আছিল। ইয়াৰ বাধা স্বৰূপ আছিল দূৰদূৰণিলৈ গৈ নতুন নতুন দৰকাৰ (ৰাজ্য) যিসকলে স্থাপন কৰিছিল সি সকলৰ ভিতৰত দক্ষিণত আছিল আছফজাহৰ দৰবাৰ। তাৰপৰা আগুৱাই গৈ টিপু চুলতান আৰু নৱাব অৰ্কাটৰ দৰবাৰ আছিল। উত্তৰফালে দিল্লীৰপৰা যাওক, প্ৰথমে ৰুহেলখণ্ডৰ মীৰ পাঠানৰ ৰাজ্য পাব, তাৰ পাছত এই অৱধ দৰবাৰ। ইয়াৰ আগত মুৰ্ছিদাবাদত নৱাব নাজিম-এ বঙ্গালৰ ৰাজ্য আছিল। এই ইছলামী ৰাজ্যসমূহৰ দক্ষিণৰ ৰাজ্যবোৰ বহুত দূৰৈত। তেওঁলোকৰ পথ জঙ্গল আৰু পাহাৰৰ বাবে আছিল অত্যন্ত

দুৰ্গম আৰু তাৰ উপৰিও জেদ কৰি কোনোবা যদি যায়ো তেনেহলে ঠগ আৰু ডকাইতহঁতে ( সিহঁত গোটেই দেশখনতে বিয়পি আছিল। ) বাটতে জীৱন শেষ কৰি দিয়ে। টিপু চুলতান আৰু নৱাব কৰ্ণাটকৰ ৰাজ্যলৈ যোৱাটো দূৰৈৰ কথা, কাৰো হায়দৰাবাদৰ নিজামৰ ৰাজ্য পোৱাৰ সৌভাগ্য ঘটা নাছিল। সেয়ে যেতিয়া দিল্লীৰ অধঃপতন আৰম্ভ হয়, মোগল সম্ৰাট সকলৰ অৱস্থা বেয়া হোৱাত তাৰ আশ্ৰিতৰ প্ৰতি আদৰ কমি যাবলৈ ধৰিলে—তেতিয়া মানুহবোৰ দক্ষিণৰ পিনে যাবলৈ আৰম্ভ কৰিলে। এই কথাও নিঃসন্দেহ যে ৰুহেলখণ্ড তেনেই কাষতে আছিল, ইয়াৰ পাঠান শাসকে তেওঁলোকক আশ্ৰয় দিয়া-হেঁতেন তাতকৈ বেছি সুবিধা একো নহ'লহেঁতেন। কিন্তু তেওঁৰ ধাৰ্মিকতা, বীৰত্ব আৰু অন্য গুণ আছিল হয়, কিন্তু জ্ঞান-বিজ্ঞান আৰু সাংস্কৃতিক কাৰ্য্য কলাপৰ প্ৰতি কোনো ৰুচি নাছিল। তেওঁৰ অৱস্থা যদি সঁচাকৈয়ে পৰীক্ষা কৰা যায় তেনেহলে জনা যাব যে তেওঁলোক নিভাজ সৈনিক ৰুচিৰ মানুহ আছিল। তেওঁলোকৰ নিজ দেশৰ মানুহ সংগ্ৰহ কৰি নিজৰ বংশৰ লোকসংখ্যা বঢ়াই নিজা সৈন্য শক্তি বৃদ্ধি কৰাৰ বাহিৰে অইন একো চখ নাছিল। সংস্কৃতি আৰু সভ্যতাৰ দৃষ্টিৰে চাওক, তেওঁলোকৰ অৱস্থা বনৰীয়া জন্তুৰ দৰে আছিল। এনে মানুহে বাৰু কবি, সাহিত্যিক আৰু অন্য কলাকাৰৰ মহত্ব কি বুজিব? সেয়ে তেওঁলোকৰ ৰাজ্যত যিয়ে প্ৰৱেশ কৰিলে খোজ দি আগুৱাই গ'লগৈ আৰু লাহে লাহে গৈ লক্ষ্ণৌ যেতিয়া পালে দেখিলে যে ধনীসকলকে আৰম্ভ কৰি সৰু সৰু মানুহবোৰেও তেওঁলোকক আদৰিছে আৰু সকলো প্ৰকাৰৰ সেৱা শুশ্ৰূষা কৰিবলৈ তৎপৰ হৈছে। এনে ঠাই পাই বাৰু কোন উলটি যাব? যি গ'ল সি তাৰেই হৈ পৰিল। দিল্লীৰ সৰ্বস্ব হেৰুওৱা মানুহো তাত লেপেতা কাঢ়ি বহি পৰিল তেওঁলোকৰ আপোন জন্মভূমিৰ কথা মনত নৰ'ল নাইবা অইন কোনো দৰবাৰ চোৱাৰ হেপাহেই মনত নৰ'ল। কিছুমান ইয়াৰপৰাও আগুৱাই নৱাব নাজিম-এ-বঙ্গাল পালেগৈ। কিন্তু তেওঁলোক আছিল সেইসকল যি

সকলক লক্ষ্ণৌৱে আদৰ দেখুৱাব নোৱাৰিলে। কিন্তু এনে লোকৰ সংখ্যা তেনেই নগণ্য, নহলে দিল্লীৰপৰা অহা সকলো মানুহেই ইয়াত বৈ গৈছিল। খুব কম দিনৰ ভিতৰতে এনে অৱস্থা হৈ পৰিল যে সেই সময়ৰ সকলো শ্ৰেষ্ঠ সুসংস্কৃত সমাজৰ যিমান শ্ৰেষ্ঠ ব্যক্তি আছিল সকলো লক্ষ্ণৌত জমা হ'লহি।

কেৱল এটা বস্তু দৰবাৰ প্ৰতিষ্ঠা হোৱাৰ আগৰেপৰা ইয়াত বৰ্তমান আছিল আৰু সি আছিল আৰবী ভাষাৰ জ্ঞান। ছাহনছাহ ঔৰঙ্গজেৱে ফিৰিঙ্গীমহলৰ ঘৰদুৱাৰবোৰ মুল্লা নিজামউদ্দিন ছিহালৱীক দিয়াৰ সময়ৰপৰা ইয়াৰ ভেটি স্থাপন হৈছিল। মুল্লা চাহাব আৰু তেওঁৰ পৰিয়ালে কম সময়ৰ ভিতৰতে ফিৰিঙ্গী মহলক এনে এক ওখ থাপৰ হিন্দুস্তানী বিশ্ববিদ্যালয়ত পৰিণত কৰি দিলে যে হিন্দুস্তানৰ সকলো বিদ্বান লোকৰ কেন্দ্ৰ এই সৰু ক্ষেত্ৰ টুকুৰা হৈ পৰিল। ছেখ আব্দুল হক দেহলৱীৰ পাছত দিল্লীত কোনো প্ৰসিদ্ধ বিদ্বান হোৱা নাই। শেষত অৱশ্যে ছাহ ৱলীউল্লাহ চাহাবৰ বংশই খুব প্ৰগতি কৰিলে কিন্তু তেওঁৰ খ্যাতি কেৱল বিদ্বান সমাজতেই সীমাবদ্ধ আছিল। হদীস (হজৰত মুহম্মদ চাহাবৰ কোৱা কথা)ৰ বাহিৰে জ্ঞানৰ আৰু যিমান শাখা আছে তাৰ বাবে বিশ্ববিদ্যালয় কেৱল লক্ষ্ণৌৱেই আছিল। সেই সময়ত লক্ষ্ণৌ এক অখ্যাত নগৰ আছিল, কিন্তু এনে অখ্যাত ক্ষেত্ৰত ইমান ডাঙৰ বিশ্ববিদ্যালয় হোৱা, য'ত হিন্দুস্তানৰ কথাটো বাদেই, বুখাৰা, খৱাৰজম, হিৰাত আৰু কাবুলেও মুখ দোঁৱাইছিল, যথেষ্ট আশ্চৰ্যৰ কথা। সমগ্ৰ ইছলামী জগতে ইয়াৰ শিষ্যত্বৰ গৰ্ব অনুভৱ কৰিছিল আৰু ইয়াৰ নিৰ্বাচিত পাঠ্যক্ৰম অৰ্থাৎ “সিলসিলা-এ-নিজামিয়া”কেই চলাইছিল। অৰ্থাৎ ফিৰিঙ্গীমহলৰ বিদ্বানসকলৰ কাৰণে এই নতুন দৰবাৰ প্ৰতিষ্ঠা হোৱাৰ আগতে লক্ষ্ণৌ দৰ্শন, তৰ্কশাস্ত্ৰ, ইছলামী ধৰ্মশাস্ত্ৰ তথা তাৰ সিদ্ধান্ত আৰু জ্ঞান-বিজ্ঞানৰ অন্য অনেক শাখা-প্ৰশাখাৰ কেন্দ্ৰ হৈ পৰিছিল। সেয়ে কেৱল এই এটা বস্তুৰ বাবে লক্ষ্ণৌ এই দৰবাৰৰ ঋণী নহয়, বাকী আৰু সকলো প্ৰকাৰৰ উন্নতি এই ৰাজ্য প্ৰতিষ্ঠা হোৱাৰ পাছতহে হৈছে।

এতিয়া আমি দিল্লীৰপৰা লক্ষ্ণৌলৈ কি কি বস্তু আহিল আৰু ইয়াত সেইবোৰে কেনে ৰং ললেহি সেই বিষয়ে বেলেগে বেলেগে আলচ কৰিম। সকলোতকৈ প্ৰথম বস্তু হ'ল উৰ্দু ভাষা। ই দিল্লীৰ ভদ্ৰলোক আৰু সৈন্যদলৰ চৰ্দাৰসকলৰ ভাষা আছিল আৰু ই বুৰহান-উল-মুল্কৰ লগতে লক্ষ্ণৌলৈ আহিছিল। এই ভাষাৰ জন্ম হ'ল দিল্লীত আৰু ইয়াৰ শায়ৰী আৰম্ভ হ'ল দক্ষিণত। 'ৱলী গুজৰাতী'য়ে দিল্লীলৈ আহি তেওঁৰ কবিতা শুনালে আৰু মৰ্মস্পৰ্শী শায়ৰীৰে উৰ্দু ভাষীক টোপনিৰপৰা জগালে। তেওঁৰ লেখনীত এনে যাছু আছিল যে তাক শুনাৰ লগে লগে সকলোৰে মনত ৰয় আৰু এই দৰে দিল্লীত উৰ্দু শায়ৰী আৰম্ভ হ'ল।

আৰম্ভণিতে কেইজনমানহে অভিজ্ঞ লোক আছিল যি সকলে ওস্তাদৰ ভাষাতে দিল্লীৰ শায়ৰীৰ প্ৰশংসা কৰিছিল। কিন্তু উৰ্দু-ভাষাৰ বাল্যকাল বুলি কবই লাগিব। উৰ্দু জগতৰ সেই সময়ৰ সকলোতকৈ অধিক বিদ্বান আৰু পাৰ্গত শায়ৰ আছিল 'খনি' আৰজু যিজনক মৌলানা মুহম্মদ হুছেন আজাদে দ্বিতীয় শ্ৰেণীৰ শায়ৰীত স্থান দিছে। পিছৰ সময়ত ডাঙৰ ডাঙৰ শ্ৰেষ্ঠ কবি যেনে চওদা, মীৰ, মিৰ্জা মজ্‌হৰ, 'জানে জানা' আৰু খাজা মীৰ দৰ্দ' আদি তেওঁৰেই শিষ্য আছিল। শায়ৰী আৰু ভাষাৰ অপূৰ্ব অধিকাৰৰ নমুনা লক্ষ্ণৌত পোন প্ৰথমে ওস্তাদ 'খান' আৰজুৱে দাঙি ধৰিছিল। নৱাব চুজা-উদ্দৌলাৰ মোমায়েক চালাৰজঙ্গে খুব কাকুতি-মিনতি কৰি লক্ষ্ণৌলৈ মাতি আনিছিল আৰু কিছুকাল অৱধত থাকি চুজাউদ্দৌলাই ৰাজপাটত বহাৰ দুই বছৰ পাছত অৰ্থাৎ 1752 চনত লক্ষ্ণৌতে তেওঁৰ মৃত্যু ঘটিল। উৰ্দু শায়ৰীৰ তেৰেঁই প্ৰথম ওস্তাদ আছিল আৰু তেওঁৰ পৰাই লক্ষ্ণৌত উৰ্দু কাব্যৰ পৰম্পৰা আৰম্ভ হ'ল। কিন্তু দুৰ্ভাগ্যৰ কথা তেওঁৰ হাড় লক্ষ্ণৌৰ মাটিৰপৰা কাঢ়ি নি দিল্লীৰ মাটিত হে কবৰ দিলেগৈ।

ইয়াৰ পিছত এই ক্ৰমতে অইনজন প্ৰখ্যাত ওস্তাদ আছৰফ আলী খাঁ "ফু গাঁই" ( এওঁ আহমদ ছাহ বাদচাহৰ সহোদৰ ভাই আছিল )

সহামুভূতি আৰু আদৰৰ বাবে লক্ষ্ণৌৰ বাত্তা ললে। চুজাউদ্দৌলাই তেওঁক বৰ আদৰ সম্মান কৰিলে, তেওঁক আদৰ-সাদৰ কৰি বহু সময়লৈ নিজ দৰবাৰতেই ৰাখিলে। কিন্তু শায়ৰৰ ভাৱনা ক্ষুদ্ৰ নহলেও বুদ্ধি কিন্তু কম হয়। সাধাৰণ কথা এটাত খং কৰি তেওঁ আজীমাবাদলৈ গুচি গ'ল আৰু চুজাউদ্দৌলাৰ মৃত্যুৰ দুই বছৰ আগেয়ে তাতেই তেওঁৰ মৃত্যু ঘটিল।

এইবাৰ মৌলানা মুহম্মদ হুছেইন আজাদৰ দ্বাৰা নিযুক্ত শায়ৰৰ তৃতীয় দল আৰম্ভ হ'ল যি সময়ত 'খান' আৰজুৰ শিষ্যসকলৰ উৰ্দু শায়ৰীৰ ওপৰত একছত্ৰী ৰাজত্ব আৰম্ভ হ'ল। সেই সময়ৰ অৱস্থা চালে এই কথা বুজা যায় যে দিল্লীয়ে কলাকাৰসকলক নিজৰ কোলাত চম্ভালিব নোৱাৰা হৈছিল। সকলো ধৰণৰ কলাকাৰ তাৰপৰা ওলাই যায় আৰু যিসকল ওলাই যায় তেওঁলোক আৰু উভতি নাহে। ইয়াৰ তুলনাত লক্ষ্ণৌৰ অৱস্থা এনে যে যি কলাকাৰেই আহে, য'ৰ পৰাই আহে, ইয়াৰে হৈ ৰৈ যায়। মিৰ্জা ৰফী 'চওদা' মীৰ তকী 'মীৰ', চৈয়দ মুহম্মদ মীৰ চোজ তৃতীয় দলৰ এই মহাকবিসকল দিল্লী এৰি এৰি লক্ষ্ণৌলৈ আহিছিল আৰু ইয়াৰ মাটিতেই চিৰনিদ্ৰাত লীন হ'ল।

এওঁলোকৰ বাহিৰেও যিসকল মহাকবি সেইসময়ত লক্ষ্ণৌলৈ আহি ইয়াৰেই হৈ পৰিছিল তেওঁলোক হ'ল মীৰজা জাফৰ আলী হছৰত, মীৰ হায়দৰ আলী 'হায়ৰণ', খাৱাজা হচন 'হচন' মীৰজা 'ফখৰ' মকী, মীৰ 'জাহক', বকাউল্লাহ খাঁ 'বকা' মীৰ হচন দেহলৱী, মীৰ জাহকৰ পুতেক ( যি মছনবী শৈলীত লিখিছিল ) আৰু এওঁলোকৰ নিচিনা কেবা কুৰিও শায়ৰ আছিল। মীৰ কমৰউদ্দীন মিন্নত, মীৰ জিয়াউদ্দীন 'জিঁয়া', অছৰফ আলী খাঁ ফুগাঁ' দিল্লীৰপৰা লক্ষ্ণৌলৈ আহি বহু সময়লৈ থাকিল আৰু ইয়াতেই বিখ্যাত হৈ পৰিল। কিন্তু শেষত বাহিৰৰ আশ্ৰয়দাতাৰ চেষ্টাত কলিকতা আৰু অজীমাবাদত গৈ মৃত্যুৰ কোলাত শয়ন কৰিলে। ছেখ মুহম্মদ কায়ুম 'কায়ুমৰ' মৃত্যু যদিও তেওঁৰ জন্মভূমি নগীনাত হ'ল, তথাপি তেওঁ বহু দিনলৈ এই লক্ষ্ণৌ দৰবাৰৰে এজন মঞ্চ নায়ক আছিল।

কেৱল মীৰজা মজহৰ জান জানাঁ আৰু খ্বাজা মীৰ "দৰ্দ"ৰ বিচিনা পুৰণি শায়ৰহে দিল্লীত পৰি থাকিল; তেওঁলোক তাত টিকি থকাৰ সুবিধা হ'ল এই বাবেই যে তেওঁলোকৰ ফকীৰৰ দৰে সংযম আৰু সন্তোষ বৰ্তমান আছিল আৰু চজ্জাদানচীনী ( কোনো ডাঙৰ ফকীৰৰ মৃত্যুৰ পিছত উত্তৰাধিকাৰীৰ গাদীত বহা )ৰ কাৰণে দৰবেশী পদ এৰিব নোৱাৰা হৈছিল। অৰ্থাৎ শায়ৰীৰ এই তৃতীয় ক্ৰমৰ সময় এনে যে যেতিয়া দিল্লী দৰবাৰ এৰি এৰি লক্ষ্ণৌত গোট খাইছিলহি আৰু লক্ষ্ণৌত তেওঁলোকৰ এনে আদৰ সন্মান হৈছিল যাৰ তুলনা গোটেই হিন্দুস্তানতে পাবলৈ নাছিল।

এইবাৰ চতুৰ্থ ক্ৰম আৰম্ভ হ'ল। এইবোৰ শায়ৰো যদিও দিল্লী আৰু আকবৰাপুৰ আদিৰ ভূমিত জন্মগ্ৰহণ কৰিছিল কিন্তু তেওঁলোকৰ শায়ৰী উজ্বলি উঠিল লক্ষ্ণৌতহে। ইয়াৰপৰাই এওঁলোকৰ নাম বিখ্যাত হৈ পৰিল আৰু ইয়াতেই তেওঁলোক মুশায়ৰাৰ প্ৰধান হৈ পৰিল। এওঁলোক সাধাৰণতে ইয়াৰেপৰা ওলাইছিল, ইয়াতে থাকিল, ইয়াতেই তেওঁলোকৰ উৎকৰ্ষ হ'ল আৰু ইয়াতেই তেওঁলোক মৰিহাজি গ'ল। এই ক্ৰমৰ শায়ৰ 'জুৰঅত' 'চৈয়াদ ইনৃছা', মুস্তফী, কাতীল, আৰু 'ৰঙ্গীন' আদি আছিল। সেই সময়ৰ মন্তুহৰ ভাষাৰ ওপৰত সমান অধিকাৰ আছিল। তেওঁলোকৰ কবিতাৰ লোকপ্ৰিয়তা ইমান বাঢ়ি গৈছিল যে তেওঁলোকৰ আগত অইন কোন উৰ্দু শায়ৰৰ নাম বিখ্যাত হ'ব নোৱাৰিলে। এইসকলৰ হাড় ক'ত? লক্ষ্ণৌৰ মাটিত।

সেই সময়ত দিল্লীৰ সাহিত্যিক সকল যি সংখ্যাত লক্ষ্ণৌলৈ আহিছিল তাৰ অনুমান চৈয়দ ইনৃছাৰ এটা গল্পৰে পাব পাৰি যিটোত তেওঁ সেই যুগৰ এজন জ্ঞানী সৎ বৃদ্ধ আৰু নূৰণ নামৰ বেশ্যা এজনীৰ কথোপকথন চিত্ৰিত কৰিছে। সেই বৃদ্ধ আৰু বেশ্যাজনী দুয়ো দিল্লীৰ, কিন্তু দুয়ো লক্ষ্ণৌত কথা পাতিছে। নূৰণ বীবীয়ে কৈছে —"হে মীৰ চাহাব, আহা। তুমি তো আজিকালি দেখা নিদিয়াই হলা। দিল্লীলৈ আহিছিলা আৰু দুই দুই প্ৰহৰ ৰাতিলৈ বহি থাকিছিলা। লক্ষ্ণৌত আহি তোমাৰ কি হ'ল যে তোমাৰ মুখখনকেই

দেখা নাপাওঁ। এইবাৰৰ কাৰ্বলাত তোমাক কিমান বিচাৰিলোঁ, ক'তো তোমাৰ চিন মোকামেই নাপালোঁ। অষ্টমীৰ দিনা নোযোৱা নহবা। আল্লাৰ শপত অষ্টমীৰ দিনা নিশ্চয় ওলাবা। "ইয়াৰ উত্তৰ মীৰ চাহাবে যি দিলে সি খুব মনোৰঞ্জক হলেও বিস্তাৰৰ ভয়ত দিব এৰিলোঁ। তেওঁ দিল্লী আৰু লক্ষ্ণৌৰ বৰ্তমান ৰং-ঢঙত আপত্তি কৰিছিল আৰু সমসাময়িক শায়ৰসকলৰ আলোচনা কৰিছিল, সিবোৰৰ লগত আমাৰ সম্পৰ্ক নাই। আমি কেৱল ইয়াকেই কব লাগে যে সেই সময়ত সৎ আৰু জ্ঞানীৰ কথাটো এৰকেই, বেশ্যা পৰ্যন্ত আহি আহি লক্ষ্ণৌত বসতি লৈছিলহি। আৰু যিসকলৰ দিল্লীত ফুলমালা আদি পিন্ধি ঘূৰি ফুৰাৰ চখ আছিল তেওঁলোকে এতিয়া কাৰ্বলা আৰু অষ্টমীৰ মেলাত আনন্দ উপভোগ কৰে।

শস-উল-উলমা মৌলানা আজাদে পাছৰ দিল্লীৰ সকলো শায়ৰকেই তেওঁলোকৰ যুগ বা অন্য বিশেষত্বৰ কথা নভবাকৈয়ে এঠাইত জমা কৰি আৰু সময়ৰ জৰী টানি লৈ পঞ্চম ক্ৰম সাজিলে, কিন্তু ই অন্যায় আছিল। আচলতে পঞ্চম ক্ৰম কেৱল "নাচিখ" আৰু "আতিছ" ৰহে আছিল যি সকলৰ ৰচনাত ভাষাই নতুন ৰূপ ধাৰণ কৰিছিল। পুৰণি বহুতো ফকৰা-যোজনা বাদ দিয়া হ'ল নতুন যোজনা সৃষ্টি হ'ল আৰু সেই ভাষাৰ ভেটি গঠিত হ'ল যিটোক দিল্লী আৰু লক্ষ্ণৌৰ পিছত সকলো শায়ৰৰ মাজত সমানে লোকপ্ৰিয় হৈ পৰিছিল আৰু ই হিন্দুস্তানৰ মানক ভাষা আছিল। আৰু সেয়া সময় এই আছিল যেতিয়া কবিতাৰ সাম্ৰাজ্যত পোনপ্ৰথমবাৰ লক্ষ্ণৌৰ ছাপ বহিল।

ইয়াৰ পাছত ষষ্ঠ ক্ৰম আছিল সেয়া যেতিয়া লক্ষ্ণৌত 'ৰজীৰ', 'জিয়া', 'বিন্দ', 'গোয়া', 'ৰঞ্চ' 'নচীম' দেহলৱী, 'আছীৰ' মচনবী—লেখক নবাব মিৰ্জা 'চৌস্ক আৰু পণ্ডিত দয়া শঙ্কৰ 'নচীম'ৰ প্ৰভাৱ আছিল আৰু দিল্লীত 'মোমিন', 'জোক', আৰু 'গালিবে' কবিতা নীতি শুনাইছিল। সেই দলৰ কবি সকলে সঁচাকৈয়ে ভাষা ভাৱনাৰ দৃষ্টিৰে যথেষ্ট উন্নতি কৰিছিল।

ইয়াৰ পাছত সপ্তম ক্ৰম 'আমীৰ', 'দাগ', 'মুনীৰ', 'তসলীম', 'মজৰূপ', 'জলাল', 'লত্তাফত', 'আফজল' আৰু 'হাকীম' আদি আছিল।

এই শেষ ক্ৰমৰ ওপৰত ওপৰে ওপৰে দৃষ্টি ঘূৰালে এই কথা স্পষ্ট হৈ পৰে যে ভাষাৰ বিশেষত্ব আৰু শায়ৰীয়ে লক্ষ্ণৌত কেনে শক্তিশালী ৰূপ ধাৰণ কৰিছিল। খুব কম সময়ৰ ভিতৰতে "শেৰ" (কবিতা-উৰ্দু) কোৱাটো এক প্ৰকাৰে ফেশ্যন হৈ পৰিছিল আৰু শায়ৰৰ ইমান বেছি সমাগম অইন ভাষা আৰু স্থানত আগতে কেতিয়াও হোৱা নাছিল। তিৰোতা মহলতো আনকি শেৰ শায়ৰীৰ চৰ্চা হৈছিল আৰু অশিক্ষিত মুৰ্খৰ মুখতো কবিৰ ভাৱনা, উপমা আৰু অলঙ্কাৰৰ আভাস পোৱা গৈছিল।

## 10

ফাৰ্চী শায়ৰীৰ আচল উত্থান মছনৱী (উৰ্দু কাব্যৰ এটা ৰূপ, য'ত কোনো গল্প বা উপদেশ এটা ছন্দতেই থাকে। ইয়াৰ প্ৰত্যেকটো ছন্দই স্বতন্ত্ৰ আৰু অইন ছন্দৰ লগত মিল নাই। আৰু প্ৰত্যেকটি 'শেৰ'ৰ দুয়ো শাৰী অনুপ্ৰাসযুক্ত হয়।) আৰু এই কাব্যৰূপ সদায় বেছি মহত্বপূৰ্ণ আৰু লোকপ্ৰিয় বুলি গণ্য হৈছিল। ইয়াৰ আৰম্ভণি ফিৰদৌসীৰ মহাকাব্য 'ছাহানামা'ৰে হৈছিল। পাছত 'নিজামী', 'সাদী', মৌলানা 'ৰুম', 'খুচৰো', 'জামী' আৰু 'হাতিফী' আদিয়ে এই ক্ষেত্ৰত অদ্ভুত খ্যাতি লভিলে। উৰ্দুত মীৰ তকী 'মীৰে' সৰু সৰু বহুতো মছনৱী দিল্লী আৰু লক্ষ্ণৌৰ প্ৰবাসত লিখিছিল, কিন্তু সেইবোৰ ইমান নিঃকিন যে মছনৱীৰ লগত তাৰ উল্লেখ কৰাটো অনুচিত যেন নালাগে।

উৰ্দুত মছনৱী লিখাৰ আৰম্ভ মীৰ 'জাহক'ৰ পুতেক মীৰ গুলাম হছন 'হছন'ৰ পৰা হৈছিল। এওঁ সৰুকালতে মাক-দেউতাকৰ লগত

লক্ষ্নৌতে আছিছিল। ইয়াৰ বাতাৱৰণতে তেওঁৰ পালন-পোষণ হ'ল আৰু কাব্য প্ৰতিভাৰ বিকাশো তেওঁৰ ইয়াতেই ঘটিল। কাৰণ যি শিক্ষা আৰু যি সমাজে তেওঁৰ মছনবী 'বেনজীৰ' আৰু 'বদ্ৰ-এ-মুনীৰ' লিখালে সি বিশুদ্ধৰূপে লক্ষ্নৌৰে আছিল। সেই সময়তে মিৰ্জা মুহম্মদ তকী খাঁ 'হৱসে' 'মছনবী লয়লা'-মজ্‌নু লিখিলে আৰু লগে লগে মছনবীৰ প্ৰতি লক্ষ্নৌৰ জনপ্ৰিয়তা বাঢ়ি গ'ল। 'আতিচ' আৰু 'নাছিখ'ৰ সময়ত অলপ মৌন হৈয়েই ৰ'ল, তাৰ পিছত যি লিচা লাগিল পণ্ডিত দয়া শঙ্কৰ 'নসীমে' গুলজাৰ-এ-নসীম, আফতাউদ্দৌলা 'কলৰ' এ "তিলিম-এ-উলফত" আৰু নবাব মিৰ্জা শোকে "বাহৰ-এ-ইস্ক" 'জহৰ-এ-ইস্ক' আৰু 'ফৰেৰ-এ-ইস্ক' লিখিলে আৰু তেওঁ ইমান বিখ্যাত আৰু লোকপ্ৰিয় হ'ল যে ডাঙৰ সৰু সকলোৰে এই 'শেৰ' মুখস্থ হৈ পৰিল। ইয়াৰ আগতে কোনোবাই 'মছনবী মীৰ হছন'ৰ উত্তৰত লজ্জত-এ-ইস্ক নামৰ মছনবীৰ লগে লগে প্ৰকাশিত হোৱা বাবে এইখনো তেওঁৰ নামেৰে সংযুক্ত হৈ পৰিল। কিন্তু আচলত সেইখন তেওঁৰ ৰচনাও নহয় নাইবা তেওঁৰ সময়ৰে ৰচনাও নহয়।

এই সকলোবোৰ মছনবী, বহুত লোকপ্ৰিয় হলেও "গুলজাৰ-এ-নচীম'ৰ মছনবীত বহুতো ভুল আছে। পঢ়ি চালে বুজা যায় যে ই ন-শিকাৰুৰ সুকুমাৰ মনোভাব যাক সকলো ধৰণৰ কাব্যাত্মক গুণেৰে কবিতাত বৰ্ণনা কৰিবলৈ বিচাৰিছে। কিন্তু যিহেতু তেওঁৰ কাব্য-কলা সম্পৰ্কে সম্যক জ্ঞান নাই, সেয়ে প্ৰতি খোজে খোজে খুন্দা খায় আৰু কোনো ক্ষেত্ৰতে লক্ষ্যস্থান পাব নোৱাৰে। ইয়াৰ বিপৰীতে অনুভৱী শায়ৰ আগা আলী 'শন্স'এ বহৰ ছন্দত মছনবী লিখিছিল—য'ত ভুলতো ক'তো নাছিলেই—কিন্তু উপমা, অলঙ্কাৰ আৰু শব্দালঙ্কাৰৰ চমৎকাৰিতা অৱশ্যে আছিল। কিন্তু দুখৰ কথা সেই মছনবী নাইকিয়া হৈ গ'ল আৰু গুলজাৰ-এ-নসীমে যি প্ৰসিদ্ধি পালে তাৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব নোৱাৰিলে। দিল্লীত সেই সময়ত মোমেন খাঁই কেইটামান সৰু সৰু অতুলনীয় মছনবী ৰচনা কৰিছিল যি অত্যন্ত প্ৰসিদ্ধ আৰু লোকপ্ৰিয় হৈছিল।

মোমিন খাঁৰ শায়ৰীত সুক্ষ্ম মনোভাৱ যথেষ্ট আছিল। কাল্পনিক উপমা আৰু অলঙ্কাৰৰ ওপৰত তেওঁৰ কবিতাৰ মহল সজাইছিল। মছনবী বিলাকৰ ভিতৰত তেওঁ কাল্পনিক ভাব আৰু বিচাৰক, মানবী ৰূপ দি কবিতাত বিশুদ্ধ ৰস সৃষ্টি কৰিছিল। মোমিন খাঁৰ এজন শিষ্য 'নচীম' দেহলৱী লক্ষ্ণৌলৈ আহিল আৰু মুশায়ৰাত এনে কলা প্ৰদৰ্শন কৰিলে যে বহুতো মানুহ তেওঁৰ শিষ্য হৈ পৰিল। 'নচীম' দেহলৱীয়ে লক্ষ্ণৌত গুৰুৰ প্ৰতিভা খুব উজ্জলালে আৰু তেওঁৰ শিষ্য 'তসলীম' লখনৱীয়ে উৰ্দু মছনবীত 'নজীৰী', 'উৰ্ফী' আৰু 'সাইবৰ উৰ্বৰ কল্পনা কৰিলে আৰু উৰ্দু কাব্যত জীৱন্ত 'ফৈজী' আৰু গণীমত আনি দিলে। ইপিনে শেষ কালত মৌলবী মীৰ আলী হাইদৰ তথা বতাঙ্গী লখ্‌নৱীয়ে মদক নিন্দা কৰি "চাকীনামা সচকিয়া 'নামেৰে এনে এক অনুপম নীতি-বিষয়ক কৱিতা উৰ্দু ৰাইজৰ সমুখত দাঙি ধৰিলে যে তাৰ প্ৰতিদ্বন্দ্বী কোনো নোলাল। অৰ্থাৎ মোমিন খাঁৰ কেইটা মান সংক্ষিপ্ত মছনবীৰ কথা যদি ধৰা নাযায় তেনেহলে উৰ্দু মছনবী ৰচনাৰ প্ৰাৰম্ভও লক্ষ্ণৌতে আৰম্ভ হৈছিল আৰু ইয়াৰ প্ৰগতিও ইয়াতেই হৈছিল।

কিছুমান মানুহে মীৰ হচনৰ মছনবী আৰু 'গুলজাৰ-এ নচীম'ৰ মাজেৰে দিল্লী আৰু লক্ষ্ণৌৰ ভাষাৰ তুলনা কৰে। এই মনোভাৱক মৌলানা মুহম্মদ হুছেন আজাদে আৰু বেছি পুৰঠ কৰি তুলিলে, কিন্তু 'গুলজাৰ-এ-নচীম'ক নজীৰ আকবৰাবাদীৰ 'বঞ্জাৰা-নামৰ' দৰে প্ৰসিদ্ধি পালেও মীৰ হছনৰ মছনবীৰ সৈতে তাৰ তুলনা কৰাটো উৰ্দু কবিতাৰ ঘোৰ অপমানৰ কথা। তুলনাই যদি কৰিব লাগে তেনেহলে মীৰ হছনৰ আৰু মছনবী 'তিলিস্ম এ-উল্‌ফত'ৰ হ'ব পাৰে আৰু যদি 'গুলজাৰ এ নচীম'ৰ ভাষা জোৰ কৰি লক্ষ্ণৌৰ ভাষা বুলি মনা যায় তেতিয়াও মীৰ হছনৰ মছনৱী আৰু 'গুলজাৰ এ নচীম'ৰ তুলনা দিল্লী লক্ষ্ণৌৰ কবিতাৰ নহৈ লক্ষ্ণৌৰ আগৰ আৰু পিছৰ ভাষাৰহে তুলনা হ'ব; কাৰণ মীৰ হছনৰ মছনবী প্ৰথম উদাহৰণ আৰু ই পিছৰ ৰূপৰ।

শায়ৰীৰ আৰু এটি মহত্বপূৰ্ণ আৰু প্ৰাচীন ৰূপ হ'ল 'মৰ্সিয়া' (শোকগীত)। প্ৰাচীন আৰবী শায়ৰীৰ বেছিভাগেই মৰ্সিয়া আৰু ৰজেৱই (যুদ্ধৰ সময়ত নিজ বংশৰ বীৰত্ব সম্বলিত কবিতা) কবিতাত চমৎকাৰিতা দেখুওৱাৰ মাধ্যম আছিল। ফাৰ্চী ভাষাত 'মৰ্সিয়া' পঢ়াৰ প্ৰথা কমি গৈছিল, কিন্তু চফৰিয়া বংশৰ শাসনকালত ইৰাণত ছীয়া সম্প্ৰদায়ে যেতিয়া প্ৰশ্ৰয় পালে তেতিয়া হজৰত মুহম্মদ চাহাবৰ ইষ্ট-কুটুম্বৰ ওপৰত হোৱা বিপদৰ স্মৃতি সেউজীয়া কৰিবলৈ শায়ৰৰ মৰ্সিয়া লিখাৰ পিনে গ'ল। মৌলানা মোহ্তশিম কাশফীয়ে কেইটামান এনে অনুপম মৰ্সিয়া লিখিলে যে সকলো ঠাইতে সি লোকপ্ৰিয় হৈ পৰিল। ইয়াৰ পিছত এক প্ৰকাৰ নিয়মেই হৈ পৰিল যে শায়ৰসকলে কেতিয়াবা কেতিয়াবা হুছেইনৰ শোকত দুই এটা মৰ্সিয়া লিখিব। কিন্তু কাব্য জগতত মৰ্সিয়া লেখকৰ মহত্ব ইমান কম আছিল যে মানুহে কৈছিলেই, "বিগড়া শায়ৰ মৰ্সিয়াগো" (বেয়া শায়ৰহে শোকগীতি লেখক হয়)। পিছত ধাৰ্মিক দৃষ্টিৰে চফৰিয়া সাম্ৰাজ্যৰ উত্তৰাধিকাৰী অৱধ ৰাজ্য হ'ল তেতিয়া লক্ষ্ণৌত মজলিচৰ সংখ্যা বৃদ্ধি আৰু তাজিয়াদাৰী (শোক সমদল)ৰ উৎসাহৰ বাবে মৰ্সিয়া লেখকসকলৰ ইমান আদৰ বাঢ়িল যে এই কলাৰ অসাধাৰণ প্ৰগতি হ'ল আৰু আচলতে যদি চোৱা যায় তেনেহলে লক্ষ্ণৌৰ উৎকৰ্ষৰ ৰহস্যও এই ঐতিহাসিক ঘটনাতে নিহিত আছে। হিন্দুস্তানত মোগলৰ ৰাজ্য আছিল। তেওঁ লোকে ফাৰচী ভাষাকেই ৰাজভাষা বুলি ঘোষণা কৰিছিল আৰু ফাৰচী সংস্কৃতি তেওঁলোকৰ জীৱন আৰু অন্য সকলো কাৰ্য্যকলাপৰ কেন্দ্ৰবিন্দু আছিল। ফলত হিন্দুস্তানলৈ অহা প্ৰতিজন ইৰাণীক অদ্ভুত সমাদৰ কৰা হ'ল আৰু তেওঁলোকৰ প্ৰত্যেকটো কাম আৰু প্ৰতিটো স্বভাৱ লোকপ্ৰিয় হৈ পৰিল। দিল্লীৰ বাদচাহৰ ধৰ্ম চুন্নী হোৱা বাবে ইৰাণীসকলে বহুতো কথা লুকাবলগীয়া হ'ল আৰু মহফিলত তেওঁলোক আচলতে যিমান মুখৰ সিমান নোহোৱা হ'ল। অৱধৰ ৰাজবংশ ছীয়া আছিল আৰু এই শাসক পৰিবাৰ আচল খোৰাচানৰপৰা আহিছিল। সেয়ে ইৰাণীসকল ইয়াত

মুকলিমুৰীয়া হৈ পৰিল আৰু নিজ ৰূপত নিজকেই প্ৰকাশ কৰিবলৈ পাই যিমান মুখৰ আৰু আনন্দিত হ'ল ইয়াৰ দৰবাৰীসকলৰ ধাৰ্মিক একতাৰ বাবে তাতোকৈ বেছি তেওঁলোকৰ বিশেষত্বক আঁকোৱালি লব ধৰিলে আৰু ইৰাণী সংস্কৃতি যি দৰাচলতে লক্ষ্ণৌৰ ভিতৰতে সংস্কৃতিৰ অঙ্গস্বৰূপ হৈ পৰিল।

অৰ্থাৎ "চওদা" আৰু "মীৰ"ৰ সময়ত মিঞা 'চিকন্দৰ', গদা, 'মিস্কীন' আৰু 'অফ্সুদা' শোকগীতি লেখক আছিল যিসকলে ইমাম হুছেইনৰ মৃত্যুৰ বিষয়ে সৰু সৰু ছন্দ লিখি মজলিচত শুনাইছিল। তেওঁলোকৰ পাছত মীৰ খালীক আৰু মীৰ জমীৰে শোকগীতৰ বিকাশ কৰিলে আৰু মৰ্সিয়াই আধুনিক ৰূপ তেওঁলোকৰ হাততেই পালে। আনকি কালে মীৰ জমীৰৰ শিষ্য মিৰ্জা 'দবীৰ' আৰু মীৰ খালীকৰ পুতেক মীৰ 'আনিস'ক খুব প্ৰসিদ্ধি দিয়ালে আৰু এওঁলোক দুয়োজনে মৰ্সিয়া লিখাত এনে কৌশল দেখুৱালে যে তেওঁলোক সাহিত্যাকাশৰ সূৰ্য্য আৰু চন্দ্ৰ হৈ জিলিকি উঠিল। যি প্ৰতিদ্বন্দ্বিতা 'মীৰ' আৰু 'চৌদা' 'আতিছ' আৰু 'নাচিখ'ৰ মাজত হৈ আছিল এতিয়া মীৰ 'আনিচ' আৰু মিৰ্জা 'দবীৰ'ৰ মাজত চলিল। মিৰ্জা 'দবীৰ'ৰ ৰচনাত ভাষাৰ গৰিমা, উচ্চ কল্পনা আৰু পাণ্ডিত্য আছিল। মীৰ 'আনীচ'ত সৰলতা, সহজতা আৰু মানবীয় ভাবৰাশিক প্ৰভাৱান্বিত কৰিবপৰা ভাষাৰ এনে বিশেষত্ব আছিল যি ঈশ্বৰ প্ৰদত্ত প্ৰতিভাৰেহে সম্ভৱ, শিকি তাক পাব পৰা বিধৰ নাছিল। এওঁলোক দুয়ো ডাঙৰীয়াই শোক কবিতাৰ কলাক কবিতাৰ অন্য ৰূপতকৈ আগুৱাই দিলে আৰু উৰ্দু সাহিত্যত এক নতুন বিদ্যাৰ জন্ম দিলে যিটো ইংৰাজ শিক্ষাৰে প্ৰভাৱিত লোকসকলে বিচাৰি ফুৰিছিল।

'আনীচ' আৰু 'দবীৰ'এ শোকগীতক এনে এক চৰম সীমাত উপনীত কৰালে যে এতিয়া মৰ্সিয়া এটা দোষ নহৈ সৰ্বশ্ৰেষ্ঠ কাব্যাত্মক গুণ হৈ পৰিল। লক্ষ্ণৌবাসীসকলো এই দুই মহাকবিৰ এনে প্ৰশংসক আৰু গুণগ্ৰাহক হৈ পৰিছিল যে চহৰবাসী দুই দলত ভাগ হৈ পৰিছিল আৰু প্ৰতিজন হৃদয়বান ব্যক্তি হয়, 'আনীচিয়া' (আনীচিৰ প্ৰশংসক)

নহলে দবীৰীয়া (দবীৰৰ প্ৰশংসক) আছিল আৰু দুয়ো দলৰ মাজতে সদায় বিৰোধ আছিল।

মীৰ 'আনীচে' শোকগীতিৰ লগতে 'মৰ্সিয়া খৱানী' (শোকগীতি বাচন)ৰ কলাকো এটা ন ৰূপ দিলে। গ্ৰীচৰ কিছুমান বক্তাৰ বিষয়ে শুনা যায় যে তেওঁলোকে ভাষণত প্ৰভাৱ পেলাবলৈ নানা ধৰণৰ চেষ্টা কৰিছিল আৰু তেওঁলোকৰ মাতৰ আৰোহ অৱৰোহ, অঙ্গী-ভঙ্গী আৰু মুদ্ৰা পৰিৱৰ্তনৰ দ্বাৰা প্ৰভাৱ উৎপন্ন কৰিছিল। ইছলামৰ এই দীঘলীয়া ইতিহাসত এই অত্যন্ত আৱশ্যকীয় কলাক মীৰ 'আনীচে' হে জীৱিত কৰিলে। সমুচিত শব্দৰ ধ্বনিৰে বৈচিত্ৰ্য অনা, বিষয়ানুসৰি মুখৰ চেহেৰাৰ পৰিৱৰ্তন কৰা, মৰ্সিয়া পঢ়িবৰ সময়ত অঙ্গ-প্ৰত্যঙ্গৰ অঙ্গী-ভঙ্গী দেখুৱাই অধিক প্ৰভাৱশালী কৰা কলা লক্ষ্ণৌৰ অৱদান আৰু সিও আনীচৰ ঘৰৰহে আৱিষ্কাৰ। ইয়াৰ প্ৰগতিৰ বাবে আজিও চেষ্টা চলি আছে আৰু আমাৰ বক্তাসকল সেই ওস্তাদসকলৰপৰা যদি কিবা অলপ শিকে তেনেহলে ভাষণৰ দ্বাৰা প্ৰভাৱ পেলোৱা কাৰ্যতঃ সফল হ'ব পাৰে।

নাটক ( ড্ৰামা ) পাশ্চাত্য কাব্যৰ এক মহত্বপূৰ্ণ অংশ। আৰবী আৰু ফাৰ্চী সাহিত্যত ই সমূলি নাছিল আৰু যিহেতু ফাৰ্চী ভাষাৰ আশ্ৰয়তে উৰ্দুৱে গঢ় লৈছিল গতিকে ইয়াতো এই বিষয়ে মন দিয়া নাছিল। সংস্কৃতত বহুতো ওখ খাপৰ নাটক আছিল, কিন্তু হিন্দুস্তানৰ পিছৰ সমাজ সেইবোৰৰ বিষয়ে সম্পূৰ্ণ অনভিজ্ঞ হৈ পৰিছিল। ৰামচন্দ্ৰ আৰু শ্ৰীকৃষ্ণৰ কাহিনী পৰম নিষ্ঠাৰে হিন্দুসকলক দেখুওৱা গৈছিল। কিন্তু উৰ্দু শায়ৰীৰ এইবোৰৰ লগত কোনো সম্পৰ্ক নাছিল। ৰামচন্দ্ৰৰ বৰ্ণনা ইংলণ্ডৰ অলিম্পিয়াৰ দৰে মুকলি পথাৰত মহাকাব্য প্ৰদৰ্শনৰ দৰে দেখুৱায়। আৰু শ্ৰীকৃষ্ণৰ বৰ্ণনা, নাচ, গান আৰু সঙ্গীতৰ জৰিয়তে ধাৰ্মিক মঞ্চত 'অপেৰা'ৰ দৰে দেখুৱাই ইয়াক 'ৰাস' বোলা হয়। ৱাজিদ আলীয়ে 'ৰাস' খুব ভাল পোৱা হ'ল আৰু 'ৰাস'ৰ প্লটকে লৈ তেওঁ অভিনয় কৰিলে য'ত তেওঁ শ্ৰীকৃষ্ণ হয় নাইবা প্ৰেমত অসফল এজন যোগীৰ বেশ লৈ ধুনী জ্বলাই বহি থাকে আৰু বহুতো

তিৰোতা, অপেশ্বৰী আৰু গোপী সকলে তেওঁক বিচাৰি ফুৰে। পাছত যেতিয়া কাইচৰ বাগৰ মেলাৰ দুৱাৰ জনসাধাৰণৰ বাবে মুকলি হৈ পৰিল তেতিয়া নগৰৰ চৌখীনসকলৰ মাজত নাচে কলা স্বয়ং বিকশিত হ'ব ধৰিলে আৰু কম দিনৰ ভিতৰতে এই কলাৰ ইমান উন্নতি হ'ল যে কেইজনমান বিখ্যাত শায়েৰে সেই যুগৰ ৰুচি অনুসৰি নাটক লিখিবলৈ ধৰিলে। ৱাজিদ আলী ছাহৰ চখৰ লগতে অনুভৱী কবি মিঞা আমানতে 'ইন্দৰ সভা' লিখিলে আৰু আজ্ঞিৰ কোম্পানী-বোৰৰ দৰে নগৰৰ বিভিন্ন ঠাইত, বিভিন্ন মণ্ডলীয়ে তেওঁৰ 'ইন্দৰসভা' মঞ্চস্থ কৰিলে, য'ত ক'ৰবাত তিৰোতাই আৰু ক'ৰবাত ল'ৰাই অভিনয় কৰিছিল। এই নাটকত বৰ শ্ৰুতি মধুৰ, সুৰদী গীতো সংযোজিত হ'ল আৰু সমগ্ৰ নগৰৰ লোক 'ইন্দৰ সভা' চাবলৈ লালায়িত হৈ পৰিল। মিঞা আমানতৰ 'ইন্দৰ সভা'ৰ সফলতা দেখি অইন মানুহবো মিচা হ'ল আৰু এই দৰে বহুতো নাটক ৰচিত হ'ল আৰু সকলোৰে নাম 'সভা' ৰখা হ'ল। তেনেকৈ মদাৰী লাল আদিৰ বহুতো 'সভা' ৰচিত হ'ল—যিবোৰৰ প্লটৰ সামান্য পাৰ্থক্য আছিল।

'সভাৰ' এই নতুন ৰঙে এনে প্ৰাণ সঞ্চাৰ কৰিলে যে ইন্দৰ সভাৰ বাহিৰে অইন প্ৰকাৰৰ নাচ-গান মুঠেও পছন্দ নকৰা হ'ল। চাৰিও পিনে সভাৰে প্ৰশংসা আৰু এনে এক পৰম্পৰাৰে জন্ম হ'ল যে সমাজৰ ৰুচৰ অনুসৰি পুৰণি প্ৰেমাখ্যানক ভাল কবিতাৰ ৰূপেৰে সজাই আৰু তাক খুব ভাল ভাবে জনতাৰ সমুখত উত্থাপন কৰা হওক। এই কথাত সন্দেহ নাই যে কাৰ্চী থিয়েটাৰৰ সুপ্ৰবন্ধ আৰু আকৰ্ষণীয় প্ৰদৰ্শনৰ দ্বাৰা সভাৰ উজ্জ্বলতা ম্লান পেলালে। কিন্তু এই কথা ভবা ভুল হ'ব যে নাটকৰ যি ৰূপ লক্ষ্ণৌত জন্ম হৈ প্ৰচলিত হ'ল সি নাইকিয়া হৈ গ'ল। অৰন্তুণিতে পাৰ্চীইঁতেও এই বস্তু লক্ষ্ণৌৰপৰাই ললে, সিইঁতৰো প্ৰথম অভিনয় আমানতৰ 'ইন্দৰসভাই' আছিল। লক্ষ্ণৌৰ সকলো ৰাষ্ট্ৰীয় সমাৰোহত আজিও সাপবাজীকৰ, হৰিশ্চন্দ্ৰ আদিৰ বহুতো প্ৰদৰ্শন হৈ আহিছে আৰু এনে ধৰণৰ অভিনেতাৰ এটা স্থানীয় দলো গঢ়ি উঠিছে যিসকলে জনতাৰ মনোৰঞ্জন কৰি আহিছে—কিন্তু ইয়াৰ ভদ্ৰলোক-

সকলৰ মাজত ৰাষ্ট্ৰীয় ৰুচি শেষ হৈ গৈছে। যিয়েই হওক, এই কথাত সন্দেহ নাই যে উৰ্দু নাটকৰ বুনিয়াদ খাচ লক্ষ্ণৌতে আৰম্ভ হৈছিল আৰু ইয়াৰেপৰাই সমগ্ৰ হিন্দুস্তানত ই বিয়পি পৰিছিল।

উৰ্দু কবিতাৰ আন এটা ৰূপ হ'ল 'বাসোখ্‌ত'। ই এক বিশেষ প্ৰকাৰৰ প্ৰেম-প্ৰণয় সম্বন্ধী পদ। ইয়াৰ বিষয় বস্তু সাধাৰণতে এনে যে কবিয়ে প্ৰথমতে প্ৰেম নিবেদন কৰে আৰু তাৰ পিছত প্ৰেমিকাৰ চেহেৰাৰ ৰূপ বৰ্ণনা কৰে। পাছত তেওঁৰ বিশ্বাস ঘাতকতা, তেওঁক খং কৰি অইন এক প্ৰেমিকাৰ প্ৰতি আসক্ত হোৱা বুলি বিশ্বাস কৰাব খোজা কাল্পনিক প্ৰেমিকাৰ ৰূপ সৌন্দৰ্য বৰ্ণনা কৰি প্ৰেমিকাৰ খং তোলা, জোকোৱা, নানা কথা শুনোৱা আৰু এনেধৰণে দৰ্প চূৰ্ণ কৰি মিলন ঘটায়। উৰ্দু কাব্যৰ এই ৰূপো লক্ষ্ণৌৰপৰাই প্ৰচলন হ'ল। মধ্য যুগলৈ সকলো শায়ৰে 'বাসোখ্‌ত' লিখিলে আৰু তাৰ জৰিয়তে এক নতুন চমতকাৰহে সৃষ্টি কৰিলে। দিল্লীতো পিছৰ কালত বহুতো 'বাসোখ্‌ত' লিখা হৈছিল বিশেষকৈ মোমিন খাঁই বহুতো ভাল 'বাসোখ্‌ত' লিখিলে, কিন্তু আৰম্ভ হলে লক্ষ্ণৌৰপৰাই হৈছিল।

ধনী সকলৰ বিলাসপ্ৰিয়তাই আৰু কেবাবিধো কাব্য ৰূপৰ জন্ম দিলে যাৰ আৰম্ভ দিল্লীত হৈছিল। সিবোৰৰ ভিতৰত আছিল নিৰৰ্থক হজলগোঈ ( অশ্লীল কবিতা )। হজলগোঈৰ আৰম্ভ দিল্লীত জাফৰ জটল্লীৰপৰা হ'ল। এওঁ সম্ভৱতঃ মুহম্মদ ছাহৰ সময়ৰ আছিল। তেওঁৰ কাব্য সমূহৰ গুৰিৰেপৰা শেষলৈকে মই চাইছোঁ—তাত অশ্লীলতা আৰু সীমা অতিক্ৰম কৰা নিৰ্লজ্জতাৰ বাহিৰে কাব্যাত্মক সৌন্দৰ্য্যও নাই, নাইবা ভাষাৰ কোনো ৰসো পোৱা নাযায়। ইয়াৰ পাছত দিল্লীৰ মাটিৰেই বিলগ্ৰাম এজন 'হজলগোঈ' কবি আছিল। তেওঁৰ উপনাম আছিল 'চাহেব কৰাঁ'। এওঁ পিছলৈ লক্ষ্ণৌলৈ আহি বিখ্যাত হৈছিল। এওঁৰ নাম চৈয়দ ইমাম আলী আছিল আৰু আছফ-উদ্দৌলাৰ সময়ত এওঁ লক্ষ্ণৌলৈ আহিছিল। লক্ষ্ণৌৰ পতনোন্মুখী ধনী সকলৰ মাজত এওঁ বেছি লোকপ্ৰিয় হোৱা বুলি অনুমান হয়। তেওঁৰ কবিতা সংকলন পোৱা হৈছে আৰু যদিও তেওঁৰ কবিতা অশ্লীল

আৰু শিষ্টতাৰপৰা কেবা যোজনো দূৰৈত, তথাপি তাত কথা এটা আছে। কাব্যাত্মক গুণৰ নৈতে ভাষা আৰু জতুৱা ঠাঁচৰ সুন্দৰ প্ৰয়োগ তেওঁ কৰিছে। এই কলাক কিন্তু লক্ষ্ণৌৰ শেষ পৰ্য্যায়ত মীৰ্জা 'দবীৰ'ৰ শিষ্য মিঞা মুন্সীৰে শ্ৰেষ্ঠতাৰ শ্ৰেণীলৈ তুলি দিলে।

হজলগোঁসাৰ লগতে মিঞা 'চিৰকীৰ' নামো উল্লেখ কৰিব লগীয়া। মাজভাগত আছুৰ আলী খাঁ নামৰ এজন উৎসাহী যোগ্য আৰু সুহৃদয় ধনী ব্যক্তি আছিল। তেওঁৰ তাত বহা গোষ্ঠী সেই সময়ৰ সমাজৰ সজীৱ উদাহৰণ আছিল। তেৱেঁই জান চাহাব আৰু 'চিৰকী'ৰ সৃষ্টি কৰিলে আৰু কিছুমানৰ মতে তেওঁৰ সঙ্গতে 'চাহৰকৰা'ইও উন্নতি কৰিছিল।' 'চিৰকী'য়ে তেওঁৰ প্ৰত্যেকটি 'শেৰ'তে পেছাব-পায়খানা উল্লেখ কৰে আৰু প্ৰত্যেকটি 'শেৰ'ৰপৰা এনে দুৰ্গন্ধ ওলায় যে তাৰ নাম শুনিলেই পাঠকৰ মন বিৰক্ত হয় কিজানি, কিন্তু যিহেতু তেওঁৰ এক বিশেষত্ব আছিল সেয়েহে ইয়াত উল্লেখ কৰিলোঁ। তেওঁৰ কবিতাত কিছু কাব্যাত্মক সৌন্দৰ্য আৰু সুন্দৰ উপমাৰ প্ৰয়োগ হৈছিল কিন্তু তেওঁৰ ৰুচিয়ে সেই বিশেষত্ববোৰকো লেতেৰা আৰু দুৰ্গন্ধময় কৰি তুলিলে।

কিন্তু 'ৰেখতী'ৰ কলা অশিষ্ট হলেও আকৰ্ষক আৰু 'চিৰকী'ৰ শায়ৰীৰ দৰে ভয় লগা নহয়। পুৰুষ আৰু তিৰোতাৰ যোজনা আৰু শব্দাৱলীৰ মাজত অলপ অচৰপ পাৰ্থক্য সকলো ভাষাতেই থাকে, কিন্তু আমাৰ ভাষাত ( উৰ্দু ) যিমান, তেনে অইন ভাষাত দেখিবলৈ পোৱা নাযায়। ফাৰ্চী, আৰবী সকলো ভাষাতেই এই পাৰ্থক্য বৰ্ত্তমান কিন্তু উৰ্দুত এই পাৰ্থক্য বেছি স্পষ্ট। ফাৰ্চী আৰু আৰবীৰ প্ৰাচীন ৰুচি মতে তিৰোতাই কবিতা লিখিলে নিজা ভাষাৰূপতেই কৰিছিল আৰু পুৰুষে যদি কেতিয়াবা সিহঁতৰ ( তিৰোতাৰ ) ভাষাত কোনো ভাব প্ৰকাশ কৰে তেনেহলে ভাষাৰ লালিত্যৰ বাবেহে তেনে কৰে। একেই অৱস্থা ইংৰাজীৰো। উৰ্দু শায়ৰী সদায় পুৰুষৰ ভাষাতেই ৰচিত আনকি ইয়াত তিৰোতাৰ কথনতো পুৰুষৰ ভাষাই প্ৰয়োগ কৰা হয় আৰু সৰ্বনাম পৰ্যন্ত পুংলিঙ্গত প্ৰয়োগ কৰে। শায়ৰৰ নাম

নাজানিলে পুৰুষৰ ৰচনাই নে তিৰোতাৰ এই কথা কোনোৱে ধৰিব নোৱাৰে।

উৰ্দু শায়ৰীৰ তৃতীয় নে চতুৰ্থ পৰ্যায়তে চঞ্চল স্বভাৱৰ নৱযুৱক-সকলৰ মনত খেলালে যে "ৰেখেত"ৰ দৰে "ৰেখতী"ৰ ৰচনা আৰম্ভ কৰা যাওক। মীৰ হছনে মচনবীত আৱশ্যকানুসৰি এই ভাষাৰ প্ৰয়োগ কৰিছিল। কিন্তু ইয়ালৈকে একো নাছিল। দিল্লীত থকা মিঞা 'ৰংগীনে' লক্ষ্ণৌৰ গোষ্ঠীত ভাগ লৈ এই ৰঙক স্থায়ী ৰূপ দিলে। অৱশ্যে সভ্য আৰু শিষ্ট সমাজে এই ৰূপক নিৰ্লজ্জ আৰু অশিষ্ট বুলি ভাবিছিল। চৈয়দ ইন্‌শাৰ কথাতে লক্ষ্ণৌত দিল্লীৰ যি সভ্য আৰু বয়োবৃদ্ধ ব্যক্তি আৰু তাৰ বেশ্যা নূৰণৰ কথোপকথনৰ কথা ইতিমধ্যে লিখা হৈছে তাতে বুঢ়া জনে কৈছিল—আৰু সবাতকৈ ডাঙৰ কথা এটা শুনা যে সআদতয়াৰ তহমাস্পৰ পুতেক আনৱৰী ৰেখতা বুলি জানে। ৰঙিয়াল মনোবৃত্তিৰ এটা গল্প লিখিছে আৰু সেই মছনবীৰ নাম 'দিলপঞ্জীৰ' ৰাখিলে। তিৰোতাৰ ভাষা ইয়াত ব্যৱহাৰ কৰিছে। মীৰ 'হছন'ৰ নামত বিষ খাইছে—সেই বেটাৰো কোনো বুদ্ধি আদি নাছিল।" বদ্ৰ-এ-মুনীৰ'ৰ মছনবী নহয়—তেল বেচা শব্দহে যেন। তাক বাৰু 'শেৰ' বুলি কেনেকৈ কোৱা যায়?

দিল্লীৰ, লক্ষ্ণৌৰ, তিৰোতা পুৰুষ সকলোৱে পঢ়ে—

চলী ৱহঁা সে দামন উঠাতী হুঈ
কড়ে সে কড়ে কো বজাতী হুঈ—

( খাৰুৰে খাৰুত বাজনা তুলি তাই আঁচল সামৰি ইয়াৰপৰা যায় )

সেয়ে বেচাৰা 'ৰঙ্গীনেও তেনেধৰণৰ গল্পই কৈছে। কোনোবাই যদি সোধে যে ভাই, তোৰ দেউতাৰা আচল সেনাপতি, কিন্তু বেচাৰা ঢাল ঘূৰোৱা, তলোৱাৰ চলাওঁতা আছিল—তই তেনে যোগ্যৰ কেনেকৈ হলি? আৰু গুণ্ডামিৰ লগে লগে বেশ্যামিও আহিল। ৰেখেতৰ কাম এৰি এক 'ৰেখতী' আৰম্ভ কৰিলে যাতে ভাল ঘৰৰ জীয়ৰী বোৱাৰীয়েও পঢ়ি উদগ্ৰীব হয় আৰু মুখত কালিমা সানে—এই ৰচনানো কি বাৰু?

জৰা ঘৰ কো 'ৰং গী'ক কে তহকীক কৰ লো

যহাঁ সে হৈ কৈ পৈদে ডোলী কহাৰো।

[ বংগীনে কৈছে যে যবৰ খবৰটো ( নায়কৰ ) কৰ চোন ইয়াৰপৰা দোলাভাৰীহঁতক পইচা ভাৰা লাগিব। ]

পুৰুষ হৈ কয়—মই মৰি নাযাওঁ কিয়। আৰু এখন কিতাপ লিখিছে তাতো তিৰোতাৰ ভাষা ( য'ত উপৰৱালিয়াঁ চলীঁ উপৰৱালা চাঁদ, উজলী যোবন আদি আছে ) ব্যৱহাৰ হৈছে।

কিন্তু বেচেৰা বুঢ়াই আপত্তি কৰি কৰি মৰি গ'ল। নবযুৱক সকলৰ ৰঙিয়াল মনে 'ৰঙীন'ৰ এই কচিক উৎসাহহে দিলে আৰু ৰেখতী উৰ্দুৰ এক কাব্যাংগ হৈ পৰিল। ইয়াৰ আৱিষ্কাৰ যদিও দিল্লীত হৈছিল, কিন্তু ইয়াৰ বিকাশ আৰু উন্নতি লক্ষ্ণৌতহে হৈছিল। কাহিনী ক্ৰমত এই ভাষাক মীৰ 'হছন'ৰ পাছত নবাব মিৰ্জা 'ছৌক'এ যি প্ৰসিদ্ধি আনি দিলে তাৰ প্ৰশংসা হ'ব নোৱাৰে। পৃষ্ঠাৰে পিছত পৃষ্ঠা পঢ়ি যাওক আপুনি গমেই নাপাব শায়ৰে 'শেৰ' লিখোঁতে কথিত ভাষাৰ ক'ৰবাত পৰিৱৰ্তন কৰিছে নে নাই। কিন্তু গজল গোৱাত 'ৰঙ্গীন'ৰ উত্তৰাধিকাৰী জান চাহাব হ'ল। এওঁ লক্ষ্ণৌৰ এজন সাধাৰণ মানুহ আছিল আৰু আছুৰ আলী খাঁৰ আদৰ্শত গঢ়ি উঠিছিল। জান চাহাবৰ পিছত আৰু ৰেখতী লেখকে লক্ষ্ণৌত জন্ম গ্ৰহণ কৰিলে, কিন্তু যি লোকপ্ৰিয়তা জান চাহাবে পাইছিল সেই সীমালৈ কোনো যাব পৰা নাছিল। তেওঁ গজল লিখিলে, বাচোখতী ৰচনা কৰিল আৰু বহুতো ছন্দ ৰচিলে।

ৰেখতীত যদি অশ্লীলতা আৰু স্পষ্টতা এৰি সুন্দৰ সৰল ভাব ব্যক্ত কৰিলেহেঁতেন, এই কলাইয়ো প্ৰগতি কৰিলহেঁতেন, কিন্তু বেয়া কথা হ'ল এয়ে যে ইয়াৰ ভেটিয়েই প্ৰতিষ্ঠা হৈছিল—লম্পট ভাৱনা আৰু অশ্লীল বিচাৰক ভিত্তি কৰি। সেয়ে ৰেখতী লেখকসকলৰ খোজ সদায়েই শিষ্টাচাৰ আৰু সংযমৰ পথৰপৰা দূৰলৈ গ'ল। ফলত তাৰ দ্বাৰা ভাষাৰ কিবা লাভ হলেও—নৈতিকতাৰ দিশৰপৰা লোকচান হ'ল।

উৰ্দু গদ্য উৰ্দু পদ্যতকৈ যথেষ্ট পিছত আৰম্ভ। বহুদিনলৈ শিক্ষিত সমাজত ফাৰ্চী ভাষাত 'শেৰ' ৰচনা কৰাৰ প্ৰবৃত্তি থাকিলেও সাধাৰণ জনৰ মনোবৃত্তি উৰ্দু গজলৰ প্ৰতিহে ঢাল খোৱা আছিল আৰু সেয়ে হিন্দুস্তানত ফাৰ্চী শায়ৰতকৈ উৰ্দু শায়ৰৰ সংখ্যা বেছি। কিন্তু গদ্য হলে গোটেই ৰাজ্যৰ মানুহে ফাৰ্চী ভাষাতহে পঢ়িবলৈ ইচ্ছা কৰিছিল। জ্ঞান বিজ্ঞানৰ কিতাপ ফাৰ্চী ভাষাতেই লিখিছিল, ধাৰ্মিক গ্ৰন্থও ফাৰ্চী ভাষাতেই প্ৰণয়ন হৈছিল। আনকি বুঢ়াৰপৰা শিশুলৈকে সকলোৱে ফাৰ্চী ভাষাতেই চিঠি-পত্ৰৰ আদান প্ৰদান কৰিছিল। মাদ্ৰাছাত ল'ৰা-ছোৱালীবোৰক ফাৰ্চী ৰচনা আৰু ফাৰ্চীত চিঠি লিখি-বলৈয়ে শিকাইছিল। ফল হ'ল কথিত ৰূপত উৰ্দু ভাষা যিমানেই মধুৰ হৈ নপৰক কিয়, লিখিবলগীয়া হোৱাত সকলো বোবা হৈ পৰিল।

পোন প্ৰথমে মীৰ অম্মন দেহলৱীয়ে ইংৰাজসকলৰ প্ৰোত্সাহন আৰু তেওঁলোকৰ প্ৰেৰণাতেই 'চাৰ দৰবেজ' নামৰ কিতাপ খন লিখিলে। এই সময়তে মীৰজা আলী লুত্ফে 'তজ্কীৰা-এ-শোঅৰা-এ উৰ্দু' লিখিলে আৰু তেতিয়া হায়দৰাবাদত থকা আবদুল্লা খাঁ চাহাবৰ জন্মত ই ছপাও হ'ল। প্ৰায় এই সময়তে মৌলবী ইছমাইল চাহাব 'শ্বহীদ' এ তৌমুদ (অদ্বৈত) আৰু 'ইত্তিবাঅ-এ-ছুন্নত' (পয়গম্বৰৰ প্ৰদৰ্শিত মাৰ্গ অনুসৰণ)ৰ বিষয়ে তকৃবিয়ত-উল-ঈমান (ধৰ্ম-শক্তি) লিখিলে : এই গ্ৰন্থসমূহ আজি যি দৃষ্টিৰে চোৱা নহওক কেলেই, সেই সময়ত কোনো সাহিত্যিক চমৎকাৰিতা দেখুৱাবলৈ লিখা হোৱা নাছিল। সেইবোৰ ৰচনা কৰাৰ উদ্দেশ্য আছিল— সৰল সহজ ভাষাত নিজৰ বক্তব্য উপস্থাপন কৰা, যাতে জনসাধাৰণ তাৰপৰা লাভবান হ'ব পাৰে। উপৰোক্ত মহানুভৱে যদি উৰ্দু সাহিত্যত চমৎকাৰিতা দেখুৱাব খুজিলে হেঁতেন, তেনেহলে সেই সময়ৰ লেখন পদ্ধতি অনুসৰি 'জহুৰী' নে'মত খান-এ-আলী আবুল ফজল আৰু

তাহিৰ ৰহীদৰ পন্থা অনুসৰণ কৰিলেহেঁতেন—যি সেই সময়ত সাহিত্য জগতত আচ্ছাদিত হৈ আছিল আৰু যাৰ বাহিৰে অইন ৰচনা প্ৰশংসাৰ যোগ্য বুলি ভবা নহৈছিল। লিখাতেই নহয়, কোৱাতো যদি শিষ্টাচাৰৰ কথা ভালকৈ মনত ৰাখিলেহেঁতেন তেনেহলে তাকেই গ্ৰহণ কৰিলেহেঁতেন, যেনেদৰে চৈয়দ ইন্‌শাই মিৰজা মজহৰ জানে জানাঁৰ ভাষণৰ কিছুমান শব্দ উদ্ধৃত কৰি লিখি দিছিল।

সঁচা কথা কবলৈ হলে উৰ্দূৰ গদ্য ৰচনা লক্ষ্ণৌৰপৰাই আৰম্ভ হ'ল প্ৰথমে মিৰজা ৰজব আলী ৱেগ সুৰূৰ এ 'ফসানা-এ-অজায়েব' আৰু তেওঁৰ দ্বিতীয়খন কিতাপ প্ৰকাশ কৰিছিল। সেই সময়তে লক্ষ্ণৌত 'নৌৰত' ৰচিত হ'ল। এই গ্ৰন্থৰ লেখক 'জুৰঅত'ৰ শিষ্য মুহম্মদ বখছ 'মহজুৰ' লক্ষ্ণৌতেই ডাঙৰ দীঘল হৈছিল।

ৰজব আলী বেগ 'সুৰূৰ' এ সঁচাকৈয়ে, গদ্য ৰচনাৰ চমৎকাৰিতা দেখুৱালে। যি সময়ত এই কিতাপ প্ৰকাশ হৈ ওলাল, উৰ্দূ জগতে বৰ আশ্চৰ্যচকিত হৈ ইয়াক চালে। কিন্তু দুৰ্ভাগ্যবশতঃ ইয়াৰ ভূমিকাত মীৰ আম্মনৰ ওপৰত আক্ৰমণ কৰিলে, যাৰ বাবে দিল্লীবাসীৰ মনত তেওঁৰ বিশেষত্বৰ কোনো মহত্বই নাথাকিল। আনকি মীৰ মুহম্মদ হুছৈন আজাদৰ নিচিনা সজ্জন লোকেও তেওঁক "লক্ষ্ণৌৰ গুণ্ডা" বুলি কৈছিল আৰু নাজানো ৰজব আলী বেগৰ এই অপৰাধৰ প্ৰতিশোধ কেতিয়ালৈ লৈ থাকিব। মীৰ আম্মনৰ গদ্যৰ সৌন্দৰ্য ইংৰাজ সকলৰ দৃষ্টিত যদি পৰিছিলে কব নোৱাৰি, কিন্তু হিন্দুস্তানৰ উৰ্দূভাষীৰ কাৰো চকুত পৰা নাছিল। তাৰ কাৰণ আছিল এয়ে যে ইংৰাজী শিক্ষাৰ প্ৰভাৱে সেই সময়লৈ হিন্দুস্তানৰ সাহিত্যিক ৰুচি বদলোৱা নাছিল আৰু আগৰ সাহিত্য মন আৰু মস্তিষ্কত নিবাস কৰি আছিল।

সাহিত্যিক শৈলী সম্পৰ্কত মই কেইবাবাৰো লিখিছোঁ আৰু পুনৰ লিখোঁ যে তাৰ সম্বন্ধ শিক্ষা আৰু ৰুচি বিশেষৰ বিকাশৰ লগত হে। যিদৰে খাদ্য পদাৰ্থ, সুগন্ধি আৰু ৰং তথা অন্য সকলো

বস্তুৱেই নগৰ বিশেষৰ সংস্কৃতিক ভাল বা বেয়া কৰে আৰু বিভিন্ন জাতি তথা দেশৰ মাজত ইমান মত পাৰ্থক্য যে এখন দেশৰ স্বাদিষ্টতম আৰু অত্যন্ত প্ৰিয় বস্তু অইনৰ বাবে খুব নীৰস আৰু গৰ্হিত হয়, তেনেদৰে সাহিত্য আৰু তাৰ ৰুচিৰ কথাও আহি পৰে। যি শৈলী এটা জাতিত বিকশিত হৈ লোকপ্ৰিয় হয়, সিয়েই অইন জাতিৰ দৃষ্টিত, নীৰস, নিৰৰ্থক আৰু মূৰ্খতাপূৰ্ণ হয় আৰু সিহঁত দুজনে ইয়াৰ কোনটো ভাল, কোনটো বেয়া তাৰ নিৰ্ণয় কৰিব নোৱাৰে।

ইছলাম-পূৰ্ব আৰবদেশত সেই শৈলীয়েই সুন্দৰ আৰু অলংকৃত বুলি গণ্য কৰা হৈছিল য'ত অনুপ্ৰাসযুক্ত বাক্য লিখা হয়, শিক্ষাত উচিত আৰু প্ৰচলিত শব্দ আৰু তাৰ পৰ্যায়ৰ প্ৰয়োগ হয়, আৰু একেটা ভাবকে বাৰে বাৰে কৈ প্ৰভাৱশালী আৰু চিত্তাকৰ্ষক কৰিবলৈ চেষ্টা কৰা হয়। এই শৈলীকেই কোৰাণে (যদিও এইখন তেওঁলোকৰ জাতীয় ভাষাত ৰচিত হৈছিল) বৰ সুন্দৰভাবে বিকশিত কৰিলে আৰু এই শৈলীয়েই আৰবী সাহিত্যৰ এক আৱশ্যকীয় তত্ত্ব হৈ পৰিল। আজিকালিৰ স্তৰত যদি চোৱা যায় তেনে আৰবী ভাষাৰ মানক কৃতি "মুকামাত-এ-অৰীবী" আৰু "তাৰীখ-এ-তৈমুৰী" আদিত অত্যধিক অনুপ্ৰাস, অনাৱশ্যক বিস্তাৰ আৰু শব্দৰ আড়ম্বৰৰ বাহিৰে একো নাই আৰু বহু সময়লৈ সংসাৰৰ লোকে ইয়াৰেই আনন্দ লৈ থাকিল। এই শৈলীকেই ফাৰ্চী সাহিত্যকাৰ সকলে গ্ৰহণ কৰিলে আৰু সাহিত্যই যি ভাবে প্ৰগতি কৰি গ'ল, সেই শৈলী প্ৰৌঢ় আৰু স্থায়ী হৈ পৰিল আৰু যিহেতু প্ৰাৰম্ভিক উৰ্দু লেখক সকল এই শৈলীৰ দ্বাৰা প্ৰভাৱিত হৈছিল। সেয়ে এওঁলোকেও ইয়াৰেই অনুসৰণ কৰিলে আৰু সকলোৱে প্ৰশংসাও কৰিব ধৰিলে। যি সময়ত 'চাৰ দৰবেশ' লিখা হৈছিল, সেই সময়ত যি ইংৰাজসকলে উৰ্দু নাজানিছিল, তেওঁলোকৰ পছন্দৰ বাবে লিখা হৈছিল, হিন্দুস্তানৰ শিক্ষিতজনে ইয়াক কিবা চমৎকাৰ বুলি গণ্য কৰা কথাটো ভুল হ'ব।

এতিয়া ইংৰাজীৰ প্ৰভাৱৰ এনে সময়ত আহিল যে উৰ্দুৰ প্ৰাচীন সাহিত্যই যি অলংকাৰ আৰু পোছাক পিন্ধিছিল সেইবোৰ খহাই থৈ, পশ্চিমীয়া কাপোৰ পিন্ধালে। 'চাৰ দৰবেশ' আৰু তেনে ধৰণৰ অইন কিতাপ যেহেতু পুৰণি সাহিত্যিক অলঙ্কাৰ আৰু বেশভূষা আদিৰপৰা বঞ্চিত আছিল সেয়ে তেওঁলোকৰ পছন্দ হ'ল। এইবাবে নহয় যে তাত কিবা কিবি বিশেষত্ব আছিল, কিন্তু এই কাৰণেহে যে তাত আজিৰ মানুহৰ অপছন্দ প্ৰাচীন আৰু লোকপ্ৰিয় সাহিত্যৰ বিশেষত্ববোৰ নাছিল।

সেই সময়তে লক্ষ্ণৌত মৌলবী গুলাম 'ইমাম' ছদী'এ তেওঁৰ বিখ্যাত "অমৌলুদ শৰীফ" লিখিলে যি সেই সময়ৰ সাহিত্যিক ৰুচিৰ ইমান অনুকূল আছিল যে মানুহৰ ই খুব পছন্দ হ'ল আৰু ধাৰ্মিক লোকপ্ৰিয়তাৰ বাবে আজিও ইয়াক মানুহে ভাল পায়।

কিন্তু আধুনিক উৰ্দু গদ্য আচলতে দিল্লীৰপৰাহে আৰম্ভ হ'ল আৰু চিৰদিন দিল্লীৰেই ঋণী হৈ থাকিব। আধুনিক ৰুচিৰ খুব অনুকূল সৰল আৰু সহজ শৈলীত মিৰ্জা গালিবে উৰ্দু গদ্য লিখিলে। অৱশ্যে তেওঁৰ তাতো ক'ৰবাত অনুপ্ৰাসৰ আভাস পোৱা যায় যদিও ই ইমান সহজে যে ভালকৈ মন কৰিলেহে তাক ধৰিব পাৰি। আধুনিক শিক্ষাই এই শৈলীক আপোন কৰি লবলৈ মানুহক সম্পূৰ্ণৰূপে সাজু কৰি তুলিছিল, সেয়ে সকলো ঠাইৰপৰাই ই বাঃ বাঃ পাব ধৰিলে। ইয়াৰ পিছত চাৰ চৈয়দে এই সৰলতাক গাম্ভীৰ্য দিলে, কিন্তু চেষ্টা কৰিল যাতে ভাষা কঠিন নহয় আৰু সৰু ডাঙৰ সকলোৱে বুজিব পাৰে। মৌলবী মুহম্মদ হুছৈন আজাদে এই গাম্ভীৰ্যৰ লগত আৰু সৰলতা আনি দিলে যদিও লক্ষ্ণৌৰ মানুহবোৰ ইংৰাজীৰ প্ৰভাৱৰপৰা দূৰৈত থকা বাবে এতিয়ালৈ পুৰণি শৈলীৰ ওচৰতে মুগ্ধ হৈ আছিল। ইয়াত ৰাজিদ আলী চাহৰ জীৱনৰ শেষ ছোৱাত ৰঙীন আৰু অনুপ্ৰাস যুক্ত সাহিত্য ৰচিত হৈছিল আৰু সেয়ে মানুহে ইয়াৰ সহজ সৰল ভাবৰ আনন্দ উপভোগ কৰিব পৰা নাছিল।

এতিয়া আলীগড়ৰপৰা 'তহজীব-উল-অখলাক, আগবাবপৰা

'তেৰহৱী সদী' আৰু লক্ষ্ণৌৰপৰা 'অৱধ পঞ্চ' প্ৰকাশিত হৈছিল আৰু [illegible]তে উৰ্দু গদ্যৰ এক এক বিশিষ্ট নমুনা পোৱা গৈছিল। '[illegible]-উল-অখলাক'ত গম্ভীৰতা আৰু বিৰত্তাৰ লগতে ৰাষ্ট্ৰীয় সহানুভূতিৰ মনোভাবো আছিল। পৰিষ্কাৰ সুন্দৰ ভাষা আছিল আৰু নবীন পাশ্চাত্ত্য সাহিত্য আৰু দৰ্শনৰপৰা অনা বিচাৰ, প্ৰভাৱশালী প্ৰবন্ধ আৰু ভাষণ আদি প্ৰকাশিত হৈছিল। 'তেৰহৱী সদী'ত ওখ থাপৰ লেখন কৌশলৰ লগে লগে নবীন বিচাৰ আৰু নতুন নতুন কথাৰ মাধ্যমেৰে প্ৰাচীন সাহিত্যিক ৰুচিবো ৰক্ষা কৰিছিল আৰু পুৰণা প্ৰাচ্য সাহিত্য এনে কিছু নবীন সম্ভাৱনাৰ দ্বাৰা নতুন শৈলীৰে প্ৰস্তুত কৰা হৈছিল যে নতুন পুৰণি উভয় শ্ৰেণীৰে ই প্ৰশংসা পাইছিল।

'অৱধ পঞ্চ'ত ভাষাৰ আচল ৰূপ দেখুওৱা হৈছিল য'ত ব্যঙ্গ ভাবৰ প্ৰাধান্য আছিল। ইয়াৰ বিভিন্ন লেখক আছিল আৰু প্ৰতিজনৰ ব্যংগতে এক বিশেষত্ব আৰু আনন্দ আছিল। মুন্সী ছজ্জাদ হুছেন এডিটৰৰ বৈশিষ্ট্য, মিৰ্জা মস্ত বেগ চাহাবৰ কোচৰ (স্বৰ্গৰ পুণ্ড বিশেষ')ত ধুই অহা ভাষা, মুন্সী আহমদ আলী কসমণ্ডৰীৰ ফাৰ্চীনিষ্ঠ সাহিত্যিক আৰু কাব্যাত্মক ৰুচিৰ শৈলী, পণ্ডিত ত্ৰিভুবন নাথ 'হিজ্ৰ'ৰ হিন্দী কবিতা আৰু তেওঁৰ মৰ্মস্পৰ্শী ভাষাত প্ৰকাশ কৰিব পৰা প্ৰবন্ধই উৰ্দু গদ্যত এক অদ্ভুত সজীৱতা আৰু প্ৰফুল্লতা আনি দিছিল।

এই সময়তে অৱধ অখ্‌বাৰত পণ্ডিত ৰতন নাথ 'সৰশাৰ'ৰ উপন্যাস "ফচানা-এ-আজাদ" প্ৰকাশিত হ'বলৈ আৰম্ভ কৰিলে, যিয়ে দেশত খুব প্ৰভাৱ পেলালে আৰু উৰ্দু জগত উপন্যাস কলাৰে পৰিচিত হৈ মুগ্ধ হৈ পৰিল। ফসানা-এ-আজাদ ত, য'ত লেখকে কোনো দৃশ্য চিত্ৰিত কৰিছে নাইবা কোনো ঘটনাৰ বৰ্ণনা কৰিছে। 'ফসানা-এ-অজায়ব'ত পুৰণি শৈলীৰ অলপ বিকশিত ৰূপ গ্ৰহণ কৰিছে আৰু য'ত অইনৰ হতুৱাই কথোপকথন কৰাইছে তাত খুব সহজ আৰু সৰল ভাষা দিছে। বিশেষকৈ তিৰোতাৰ ভাষা বৰ সুন্দৰ হৈছে, যদিও মাজে মাজে ক'ৰবাত ভুলো ৰৈছে। কিন্তু সঁচাকৈয়ে প্ৰচেষ্টাৰ ফলত তেওঁ যি

সফলতা পালে যেয়া তেওঁৰ আগৰ কোনোৱে পোৱা নাছিল।

সেই সময়তে মৌলবী নজীৰ আহমদ চাহেবে চৰকাৰৰ আদেশ অনুসৰি তাজীৰাত এ-হিন্দৰ অনুবাদ কৰিলে আৰু তেওঁৰ কিতাপৰ জৰিয়তে এনে এক ভাষা দেশৰ সমুখত দাঙি ধৰিলে যি ক'ৰবাত ভাৰ সহজাত আৰু প্ৰবাহৰ বাবে কাৰো লগত তুলনা কৰিব পৰা নহয়, আৰু ক'ৰবাত আৰবী শব্দ প্ৰয়োগৰ দ্বাৰা ভাৰাক্ৰান্ত হোৱা বাবে দুৰ্বোধ্য আৰু অলঙ্কৃত হৈ পৰিল। এই সময়ত মৌলবী মুহম্মদ হুছেন আজাদৰ সাহিত্যও খুব লোকপ্ৰিয় হৈ পৰিছিল. বিশেষকৈ উৰ্দু ভাষাৰ ইতিহাস আৰু উৰ্দু কবি সকলৰ আলোচনা লিখি উৰ্দু সাহিত্যত তেওঁ যথেষ্ট খ্যাতি অৰ্জন কৰিছিল। এই সময়তে 1882 চনত 'মহশৰ' নামৰ এক সাপ্তাহিক পত্ৰিকা মই মৌলবী মুহম্মদ অব্দুল বাসিত চাহাৰ' মহশৰ'ৰ নামত উলিয়ালোঁ। যাৰ মাধ্যমত এডিচনৰ শৈলী উৰ্দুত এনে সুন্দৰ শীৰ্ষক, আৰু সমুচিত শব্দৰ আৰু বিচাৰৰ সৈতে প্ৰস্তুত কৰা হ'ল, যে দেশবাসী চঁক খাই উঠিল, লগতে মোৰ প্ৰবন্ধ 'অৱধ অখবাৰ'ৰ স্তম্ভত প্ৰকাশিত হ'বলৈ ধৰিলে, যাৰ দ্বাৰা দেশত এক সৰ্বথা নতুন সাহিত্য উত্থাপন হ'ল আৰু ই যথেষ্ট লোকপ্ৰিয় হৈ পৰিল, সকলো ফালৰ পৰা প্ৰশংসা বাণী হ'ব ধৰিলে। লগে লগে দেখিবলৈ পোৱা হ'ল যে বেছিভাগ লেখকেই এই শৈলীকেই আঁকোৱালি লৈছে আৰু মানুহৰ ৰুচিও সেইপিনেই গৈছে। ইয়াৰ মাজতে মই মোৰ মনোৰঞ্জক আৰু প্ৰভাৱশালী নাটক 'শহীদ-এ-ৱফা' পাঠকৰ আগত দাঙি ধৰিছিলোঁ। আৰু সকলো পিনৰপৰা মই উৎসাহ পাব ধৰিলোঁ।

শেষত দেশবাসীৰ আগ্ৰহ দেখি 1887 চনৰ আৰম্ভণিত মই মোৰ আলোচনী 'দিল গুদাজ' প্ৰকাশ কৰিলোঁ। যাক ইংৰাজী জনা আৰু পুৰণি লিকত চলা দুইবিধ মানুহে সমানে পছন্দ কৰিলে। পাছত 1888 চনৰপৰা তাৰ লগতে ঐতিহাসিক উপন্যাসৰ ক্ৰমো আৰম্ভ কৰা হ'ল, ইয়াৰ ভিতৰত সকলোতকৈ প্ৰথম উপন্যাস হ'ল 'মালিকুল অজ্জীজ বুৰ্জিনা।' "এই উপন্যাস সমূহক দেশত যি প্ৰকাৰৰ স্বাগত

জনালে তাক দোহাৰিবৰ সকাম নাই। কিন্তু এইখিনি কোৱাটো উচিত হ'ব যে এই উপন্যাস কেইখনৰ জৰিয়তে দেশখনৰ বুৰঞ্জী জনাৰ আৰু সংসাৰৰ বিষয়ে কচি লোৱাৰ চখ জন্মিল আৰু এই উপন্যাস আৰু 'দিল গুদাজ'ৰ পাততে সেই শৈলীৰ জন্ম হ'ল, যাৰ ওপৰতে বৰ্তমানে উৰ্দু সাহিত্যৰ ভেটি স্থাপন কৰা হৈছে।

প্ৰাচীন সাহিত্যিক শৈলীৰ সম্বন্ধ থকা উৰ্দু গদ্য সাহিত্যৰ বুনিয়াদ লক্ষ্ণৌতে পৰিছিল। অৱশ্যে, আধুনিক শৈলীৰ আৰম্ভ দিল্লীৰপৰাই হৈছিল, কিন্তু এই প্ৰচেষ্টাত যিমান পাৰে লক্ষ্ণৌৱে দিল্লীক সহায় কৰিছে। বিশেষকৈ হাস্য-ব্যঙ্গ সম্পৰ্কীয় কচিৰ জন্ম আৰু ইয়াৰ বিকাশো লক্ষ্ণৌতে হৈছে।

## 12

কিন্তু উৰ্দু ভাষাৰ যি বিকাশ লক্ষ্ণৌত হ'ল সি কবি, সাহিত্যিক গদ্যকাৰ আৰু অন্য লেখকৰ মাজতেই সীমিত নাছিল। বিভিন্ন অনুস্থান আৰু বৰ্গৰ মাজত ভাষাৰ প্ৰগতি আৰু বিস্তাৰৰ নতুন নতুন সম্ভাৱনাৰ জন্ম হ'ল ; আৰু সিয়ে সকলো বৰ্গৰ বাবে বিশেষ আকৰ্ষণৰ সামগ্ৰী গোটাই দিলে।

এই সকলোবোৰৰ ভিতৰত সকলোতকৈ মহত্বপূৰ্ণ হ'ল 'দাস্তান-গোঈ।' ( গল্প কওঁতা.বা বৰ্ণনাকাৰী ) দৰাচলতে আশু-কবিতা কৰাকে দাস্তান গোঈ বুলি কোৱা হয়। এই কলা আচলতে আৰবৰ। তাত ইছলাম-পূৰ্ব যুগতো দাস্তানগোঈৰ অনুষ্ঠান আয়োজিত হৈছিল। কিন্তু হিন্দুস্তানৰ দাস্তানগোঈৰ কোনো সম্বন্ধ আৰবৰ লগত আছে নেকি আমি নাজানো। আমীৰ হাজাৰ দাস্তান ( গল্প ) যি দাস্তান-গোঈৰ প্ৰকৃত প্ৰেৰণা-স্ৰোত আচলতে ফাৰ্চী ভাষাত আছিল। আৰু কথিত আছে চাহনচাহ আকবৰৰ সময়ত আমীৰ খুছৰো নামৰ এক সুযোগ্য ব্যক্তিয়ে ইয়াৰ ৰচনা কৰিছিল। তোগলক বংশৰ বাদচাহৰ

শাসনকালতেই যে “দাস্তান-এ হুৰ্জা বৰ্ত্তমান আছিল তাৰ ইতিহাস সাক্ষী আছে।

দিল্লীৰ প্ৰসিদ্ধ দাস্তান লেখকসকল লক্ষ্ণৌলৈ আহিব ধৰিলে। ইয়াৰ কানীয়া দলে তেওঁলোকক এনে আদৰ-সম্মান কৰিলে যে দাস্তান শুনাটো সিহঁতৰ গোষ্ঠীৰ এটি আৱশ্যকীয় অঙ্গ হৈ পৰিল। অলপ দিনৰ ভিতৰতে লক্ষ্ণৌত এনে নিয়ম হৈ পৰিল যে এনে কোনো ধনী মানুহ নাথাকিল যিয়ে কোনো দাস্তান-লেখকক নিযুক্তি দিয়া নাই। শ শ দাস্তান গোঁহৰ সৃষ্টি হ'ল। সঁচা কবলৈ গলে আজি-কালি আমাৰ বৰ বৰ বক্তাসকলৰ বক্তৃতাই আজিও সেই প্ৰতিষ্ঠা পোৱা নাই যি সেই সময়ৰ দাস্তান গোৱাসকলে পাইছিল। তেওঁলোকৰ ভাষা আৰু বিষয়ৰ ওপৰত পূৰ্ণ অধিকাৰ আছিল। দিল্লীতো দুই এজন উচ্চ খাপৰ দাস্তান লেখক আজিও আছে—কিন্তু লক্ষ্ণৌত তেওঁলোকৰ সংখ্যা বহুত বেছি আৰু তেওঁলোকৰ বৰ্ণনা শৈলীৰ প্ৰভাৱ নগৰৰ মানুহৰ কথিত ভাষাৰ ওপৰতো যথেষ্ট পৰিছে। উপন্যাস সাহিত্যৰ প্ৰতি আকৰ্ষণ হোৱাৰ পাছত যেতিয়া এই কথাৰ চেষ্টা কৰা হ'ল যে দাস্তান লেখকৰ ভাষাতেই দাস্তান সমূহ লিখি পেলোৱা হওক তেতিয়া লক্ষ্ণৌতেই এনে সুদক্ষ দাস্তান লেখক ওলাই আহিল যি সকলে বৃহৎ বৃহৎ গ্ৰন্থ উৰ্দূ পাঠকসকলৰ আগত দাঙি ধৰিলে। এওঁলোকৰ ভিতৰত 'জাহ আৰু কমৰৰ' ৰচনা বৰ আদৰৰ বস্তু।

দাস্তানৰ চাৰিটা লক্ষণ নিৰ্ধাৰিত হৈছে—ৰজা, বজা, হুস্ন-ও-ইস্ক, আৰু এয়াৰী। (সংগ্ৰাম, সভা বা গোষ্ঠী, সৌন্দৰ্য-প্ৰেম-ৰহস্যাত্মক)। এই চাৰিও প্ৰকাৰতে লক্ষ্ণৌৰ দাস্তান লেখকসকলে এনে দক্ষতা চমৎকাৰ দেখুৱালে যে তাক নেদেখিলে বা নুশুনিলে অনুমান কৰা টান। শব্দ-চিত্ৰ অঙ্কন কৰা আৰু সেই চিত্ৰৰ দ্বাৰা শ্ৰোতাৰ মনত গভীৰ আৰু স্থায়ী প্ৰভাৱ পেলাব পৰাতো তেওঁলোকৰ বিশেষ পাৰদৰ্শিতা আছিল।

সামাজিক [illegible]নাৰঞ্জন, ঠাট্টা-মস্কৰা, হাস্য, আৰু ব্যঙ্গৰ মাধ্যমেৰে

লক্ষ্ণৌত ভাষাৰ কেইবাটাও ৰূপে জন্মগ্ৰহণ কৰিছিল—যিবিলাকৰ সম্পৰ্কত আইন স্থানে লক্ষ্ণৌৰ লগত স্পৰ্ধা কৰিব নোৱাৰে। ইয়াৰ ভিতৰতে এটা ফক্তি কোৱাটো। আচলতে ইয়াৰ সম্বন্ধ কাব্যগত উপমা আৰু অলঙ্কাৰৰ লগতহে কিন্তু ইয়াত ইমান বিশেষত্ব আছে যি ইয়ে কাকো বেয়াকৈ দেখুওৱা, তাৰ দোষ আদি স্পষ্ট কৰাত আৰু সময়মতে কোনো অদ্ভুত হাঁহি উঠা কথা আৰু অবগুণ প্ৰকট কৰা উপমা প্ৰয়োগ কৰাতেই সীমিত। লক্ষ্ণৌৰ নিম্ন শ্ৰেণীৰ ল'ৰা, বজকৰা তিৰোতা, বদমাচ দোকানী, আৰু শিল্পী লৈ এনে ফক্তি (হেক্‌না) ব্যঙ্গভাবে উচিত কথা কোৱা) কোৱা হয় যে বাহিৰৰ মানুহ আচৰিত হয়। এজন ডাঙৰীয়াই কাৰবালাৰ (হজৰত ইমাম হুছেন শ্বহীদ হোৱা ইৰাকৰ প্ৰসিদ্ধ স্থান—তাত তেওঁৰ কবৰো আছে।) যাত্ৰা কৰি ঘূৰি আহিছে আৰু শুধ বগা কাপোৰ পিন্ধি বন্ধু মহলৰ মাজত বহিছে। এনেতে এটা ল'ৰাই ক'লে—"হঁা এই ফৰাতৰ বগলীটো ক'ৰপৰা আহিল?" এজনা বুঢ়া দৰাই খিজাব (চুলিৰ ৰং) লগাই বিয়া কৰাবলৈ আহিল আৰু খুব ধুমধাম কৰি বৰযাত্ৰী লৈ আহিল। ভিতৰৰপৰা তেওঁ মহফিললৈ আহিবহে ধৰিছে। জোতা সোলোকাবলৈ কঁকাল হলাইছে আৰু কেই খোজমান আঁঠু কাঢ়ি গৈছে। কোনোবাই কৈ উঠিল—"দৰা ক'ত?" বুদ্ধিমতী বেশ্যাই থিয় হৈ গীত গাই আছিল, হাঁহি হাঁহি ক'লে "সোটো-সোটো মেও মেও কৰি আহি তো আছে।" এজন বেপাৰীয়ে চ'কত কুঁহিয়াৰ বেছি আছিল, সি চিঞৰিছিল—"আৰে ভাই, চিলা কোনে কোনে লবি?" ইয়াতকৈ বিনোদপূৰ্ণ অলঙ্কাৰ আৰু কিবা হ'ব পাৰেনে? সূক্ষ্ম অলঙ্কাৰ বা অৰ্থ এয়ে যে অপমানৰ বিশেষ কথা বিচিত্ৰ উক্তিৰে প্ৰকাশ কৰে। ইয়াৰ ইয়াতকৈ আৰু কি ভাল উদাহৰণ হ'ব পাৰে যে না কুঁহিয়াৰৰ নাম ললে চিলা পাৰিবৰ বাবে হাকোটাৰ নামো নললে আৰু ইয়াতকৈ বেছি উপযুক্ত বজকৰা স্তৰৰ মানুহৰ আইন একো ভাল উপমা হ'ব নোৱাৰে। এনে ধৰণৰ এশ হেজাৰ উদাহৰণ আছে যিবোৰ ইয়াৰ গোষ্ঠীত উঠোঁতে বহোঁতে শুনা যায়।

দ্বিতীয়তে জিলা ( দ্ব্যৰ্থক কথা বা ব্যঙ্গোক্তি )। ই আচলতে কাব্যাত্মক অলঙ্কাৰ। ইয়ে সাধাৰণ প্ৰজাৰ কথা-বতৰা আৰু হাঁহি বিনোদত এক বিশেষ আকৰ্ষণ আনি দিয়ে। "জিলা" ত এই চেষ্টাও কৰা হয় যে যি বস্তুৰ উল্লেখ কৰা হয় তাৰ লগৰ সকলো বস্তু যি কোনো উপায়ে কথাৰ মাজলৈ যাতে আহে। আপোন বিশেষত্ব থকা আজাদ ফকীৰৰ তুলনা 'জিলা' কোৱাত কাৰো লগত হ'ব নোৱাৰে। আমানতে ছাহিৰীত অলঙ্কাৰ প্ৰয়োগৰ ইমান প্ৰভূত চেষ্টা কৰিলে যে অন্য কাব্যিক গুণ সকলো পাহৰি কেৱল অলঙ্কাৰকে লক্ষ্য কৰিলে। ফলত তেওঁৰ কবিতা কবিতা নহৈ 'জিলা' মাত্ৰ হ'ল।' তথাপি লক্ষ্ণৌৰ অধিকাংশ মানুহে অনোপচাৰিক গোষ্ঠীত এই কলাক ইমান উৎসাহিত কৰিলে যে 'আমানতৰ শায়ৰী' পিছ পৰি গ'ল। সঁচা কথা কবলৈ হলে কোনো ঠাইৰ মানুহেই 'জিলা' কোৱাত লক্ষ্ণৌতকৈ আগবাঢ়িব পৰা নাছিল। এই কলাৰ বিষয়ে এখন কিতাপো প্ৰকাশিত হ'ল।

তৃতীয় প্ৰকাৰৰ শৈলী হ'ল তুকবন্দী—ছন্দ মিলাই—আখৰ মিলাই কবিতা কৰা শৈলী। এই শৈলীৰ পিনে নিচা দি বহুতো—ধুৰন্ধৰে প্ৰশ্নোত্তৰ প্ৰসংগতে সাজু নোহোৱা কৈয়ে যিদৰে অন্ত্যানুপ্ৰাসৰ প্ৰয়োগ কৰে তাক দেখি ডাঙৰ ডাঙৰ কবিও আচৰিত হ'ব লগা হয়। আমি ছাত্ৰাৱস্থাত ৰাতিপুৱাই দোকান মুৰত লৈ ওলোৱা এজনী হিন্দু বুঢ়ীক দেখিছিলোঁ। তাইক দেখিলেই বজাৰৰ সকলো ল'ৰাই ঘেৰি ধৰে আৰু ৰাস্তাতেই দোকান থৈ তাই বহি পৰে। তৎক্ষণাত ল'ৰাবোৰৰ সৈতে তাইৰ মিলিত ছন্দৰ যুদ্ধ আৰম্ভ হয়। সম্পূৰ্ণ জনতা এফালে—দুয়োফালৰপৰা গালি আৰম্ভ হয় কিন্তু এটা চৰ্তত, কোনো গালি মিলিত ছন্দৰ বাহিৰত হ'ব নোৱাৰে। আমি এনে ঘটনা বহুবাৰ দেখিছোঁ—ঘণ্টাৰ পিছত ঘণ্টা ধৰি প্ৰতিদ্বন্দ্বিতা চলিছে। কিন্তু তাইক কেতিয়াও পৰাজিত হোৱা দেখা নাই। কিবা নহয় কিবা এটা ছন্দ মিলাই দিছেই।

এনেদৰে ঠাট্টা মস্ক'ৰা আৰু সাধাৰণ কথা-বতৰা পাতোঁতে নানা

ধৰণৰ নতুন বিচাৰ আৰু কল্পনাৰ উদ্ভৱ হৈছিল আৰু অশিক্ষিত মানুহেও কেতিয়াবা এনে ভাব উত্থাপন কৰিছিল যে তাৰ কথা ভাবি ডাঙৰ ডাঙৰ শায়ৰো আচৰিত হৈছিল। সেই সময়ছোৱা আচলতে লক্ষ্ণৌৰ বাবে 'স্বৰ্ণযুগ' আছিল। কবিতা আৰু সাহিত্যিক গুণ সকলো মানুহৰ সিৰা উপসিৰাতেই ব্যাপ্ত আছিল। সাধাৰণ লিখা-পঢ়া জনা মানুহেও কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। বদমাচ (মানুহ) নিম্নবৰ্গৰ লোক আৰু ঘৰত বহি থকা তিৰোতা সকলেও কবিসকলৰ দৰে ৰস আৰু সাহিত্যিক কোমলতা সৃষ্টি কৰিছিল। অশিক্ষিত সাধাৰণ বেপাৰীও শায়ৰ আছিল আৰু বদমাচৰ ভাষাও ইমান পৰিষ্কাৰ, শিষ্টাচাৰী আৰু সুসংস্কৃত আছিল যে শিক্ষিত লোকে তাৰ কথা-বতৰা শুনি আচৰিত হৈ গৈছিল আৰু সি যে পঢ়া-শুনা নকৰা মানুহ তাৰ কল্পনাই কৰিব নোৱাৰিছিল। বস্ত্ৰ বেপাৰী সকলেও সদায় এনে কাব্যিক অলঙ্কৃত আৰু উক্তি বৈচিত্ৰ্যৰে ভৰা কথা কৈছিল যে অইনে তাক বুজিয়ে নাপাইছিল।

নিম্ন বৰ্গৰ লোক সকলেও আপোন ৰুচি অনুসৰি সাহিত্যিক ৰুচি জাগ্ৰত কৰিছিল। উদাহৰণ হিচাপে 'খেয়াল' শৈলীৰ উদাৰণ দিব পাৰি। মানুহে নভৰাকৈ বা সাজু নোহোৱাকৈয়ে 'শেৰ' লিখি মণ্ডলীত গাব। তাৰ নাম 'খেয়াল' এই বাবেই থলে যে প্ৰত্যেক মানুহে নিজ কল্পনা শক্তিৰে কোনো নতুন বস্তুৰ জন্ম দিয়ক। এই কলাৰ অনেক মৰ্মজ্ঞৰ ইয়াত জন্ম হ'ল অৱশ্যে উচ্চবৰ্গৰ সমাজ আৰু শিক্ষিত গোষ্ঠীৰ লগত ইয়াৰ কোনো সম্বন্ধ নাছিল; কিন্তু আচলতে যদি চোৱা হয় তেনেহলে এইবোৰ বাস্তৱিক আৰু প্ৰাকৃতিক কবিতাই আছিল আৰু ইছলাম পূৰ্ব আৰব যুগত থকাৰ দৰে এইবোৰ কবিতা ৰচিত হৈছিল।

এনেধৰণৰ আন এটা দল হ'ল 'ভণ্ডাৱালা'ৰ। এওঁলোকৰ বিশেষত্ব এয়ে আছিল যে আগৰ যুগৰ মহত্বপূৰ্ণ আৰু বিখ্যাত ঘটনা সমূহক খুব চমৎকাৰ ভাবে কবিতাবদ্ধ কৰি বৰ্ণনা কৰা। যি যেনে লাগিলে সি যিমানেই ধনী আৰু প্ৰভাৱশালী নহওক তাক তেনে নিৰ্ভীক ভাবে বৰ্ণনা কৰে আৰু প্ৰমাণ কৰে যে ইয়াৰ দ্বাৰা দেশৰ কি লাভ হ'ল

বা লোকচান হ'ল। এই কবিতাবোৰ 'শেৰ' পঢ়াৰ দৰে এক বিশেষ ভঙ্গিমাত লাঠী বজাই গাই শুনায়।

প্ৰত্যেক দেশৰে তিৰোতাসকলৰ ভাষা পুৰুষতকৈ বেছি পৰিষ্কাৰ আৰু আকৰ্ষক। কিন্তু লক্ষ্ণৌৰ বিশেষত্ব আছিল যে মহল আৰু সম্ভ্ৰান্ত পৰিয়ালৰ সম্মানিত বেগমৰ ভাষাত স্ত্ৰৈন (স্ত্ৰী-সুলভ) আকৰ্ষণৰ উপৰি সাহিত্যিক কোমলতাও আছিল। কথা কওঁতে এনেহে ভাব হৈছিল যেন ফুলহে পৰিছে, আৰু যদি মন দিয়ে তেনেহলে শব্দৰ শুদ্ধ প্ৰয়োগ, সুন্দৰ শব্দ বিন্যাস আৰু ব্যঞ্জনা শৈলীৰে আপুনি বুজি পাব এই দেশৰ ভাষাই কিমান উন্নতি কৰিছে।

আৰবীৰ ডাঙৰ ডাঙৰ বিদ্বান লক্ষ্ণৌত জন্মগ্ৰহণ কৰিলেও এই কথা ফুই কৰিব নোৱাৰি যে আৰবী শিক্ষা দেশৰ ধৰ্মগুৰু আৰু নেতৃবৃন্দৰ মাজতেই "সীমিত আছিল। হিন্দুস্তানৰ ৰাজভাষা ফাৰ্চী আছিল। চাকৰি পাবৰ কাৰণে, আৰু সম্মানিত গোষ্ঠী বা সভাত আসন পাবৰ নিমিত্তে ফাৰ্চীৰ শিক্ষাই যথেষ্ট আছিল। অৱধেই নহয় সমগ্ৰ হিন্দুস্তানৰ সাহিত্যিক আৰু নৈতিক প্ৰগতিৰ সাধন কেৱল ফাৰ্চী ভাষাকেই জ্ঞান কৰা হৈছিল। মুছলমান তো মুছলমানেই অভিজাত শ্ৰেণীৰ হিন্দুৰো সাধাৰণ ৰুচি ফাৰ্চী সাহিত্যৰ পিনে আছিল। আনকি ওখ খাপৰ প্ৰবন্ধ আদি হিন্দু লেখকৰ লেখনীতহে ওলাইছিল। চৈকচন্দ 'বহাৰু এ বহাৰ-এ-আজমৰ' নিচিনা অনুপম কিতাপ লিখি উলিয়ালে যিখন ফাৰ্চী ভাষাৰ এক সুন্দৰ অভিধান আৰু য'ত প্ৰত্যেকটো জতুৰা ঠাঁচৰ প্ৰমাণত মান্য কবি' শেৰ' উদাহৰণ হিচাপে দিয়া হৈছে। লক্ষ্ণৌৰ প্ৰথম উত্থানত মুন্না 'ফায়কৰ পাছত মিৰজা 'কাতীল'ৰ নাম বিখ্যাত হৈছিল। তেওঁলোক নব মুছলমান ফাৰ্চী পণ্ডিত আছিল। তেওঁলোকে ফুৰ্তিতে কৈছিল—"বু এ-কৰাৱ মোৰা মুছলমান কৰ্দ" (কবাবৰ গন্ধই মোক মুছলমান কৰিলে) কিন্তু আচলতে ফাৰ্চী শিক্ষা আৰু তাৰ প্ৰতি থকা ৰুচি, তথা তাত পাৰঙ্গত হ'বলৈ কৰা ইচ্ছাই হে মুছলমান হ'বলৈ বাধ্য কৰালে। তেওঁ কেৱল ইয়াৰ নিমিত্তেই ইৰাণ ভ্ৰমণ কৰিলে। বহু বছৰ চিৰাজ,

ইস্পাহান, তেহেৰাণ আৰু আজৰবাইজানৰ ধূলি গচকিলে আৰু ফাৰ্চী সাহিত্যত এনে ব্যুৎপত্তি লভিলে যে খোদ ফাৰ্চী ভাষীয়েও এই মহান ভাষাবিদ জনক যদি ঈৰ্ষা কৰে তেন্তে আচৰিত হ'ব লগা একো নাই।

মিৰ্জা গালিবে উচিত-অনুচিত মিৰ্জা 'কাতীলৰ ওপৰত আক্ৰমণ আৰম্ভ কৰিলে। নিঃসন্দেহে মিৰ্জা গালিবৰ ফাৰ্চী জ্ঞান বৰ ওখ খাপৰ আছিল। তেওঁ এই সিদ্ধান্তৰ ওপৰত বাৰে বাৰে গুৰুত্ব দিছিল যে যাৰ মাতৃভাষা সেই ভাষা নহয়, তেনে ব্যক্তিৰ কথা প্ৰামাণিক বুলি ধৰিব নোৱাৰি। কিন্তু সেই সময়ত যিহেতু অৰ্ধৰপৰা বংগলৈকে সকলো মানুহ 'কাতীল'ৰ অনুগামী আছিল আৰু কথাই কথাই 'কাতীল'ৰ নাম মুখত আহিছিল, সেয়ে মিৰ্জা গালিবৰ প্ৰায়েই গৰম উঠি আহে, আৰু যেতিয়া 'কাতীল'ৰ প্ৰশংসক-সকলে তেওঁক জব্দ কৰিব খুজিলে তেওঁ কৈ উঠিল—

> ফৈজে অজ চোহবত-এ-কতীলম নীস্ত,
> ৰস্ক বৰ চোহৰত-এ কতীলম নীস্ত
> মগৰ আঁমা কি ফাৰসী দানন্দ
> হম বৰী অহদ-ও-ৰাত্ৰ প্ৰেমানন্দ
> কি জঅহল-এ-জবাঁ ন বূদ কতীল
> হৰগিজ অজ ইস্ফহাঁ ন বুদ কতীল
> নাজৰম এতিমাদ ৰা ন চজদ
> গুফ্‌তা অছ ইস্তনাদ ৰা ন চজদ
> কী-জুবান খাস অহল এ ঈৰাণ অস্ত
> মুস্কিল-এ-মা-ও চহল-এ-ঈৰাণ অস্ত
> সুখনস্ত আস্কাৰ-ও-পিছা নীস্ত
> দেহলী ও লখনউ জ-ঈৰাঁ নীস্ত

( 'কাতীল'ৰ লগত বহাৰ আৰু তেওঁৰপৰা লাভবান হোৱাৰ সুযোগ মোৰ নহ'ল। বা তেওঁৰ খ্যাতিৰ প্ৰতি মোৰ কোনো দ্বেষো নাই। মোৰ ঈৰ্ষা আৰু দ্বেষ যদি কাৰোবাৰ প্ৰতি থাকে তেওঁ এনে ফাৰ্চীবিদ

হ'ব লাগিব যাৰ মাতৃভাষা ফাৰ্চী। 'কাতীল'ৰ মাতৃভাষা ফাৰ্চী নাছিল, নাইবা তেওঁ ইস্ফাহানবাসীও নাছিল, গতিকে তেওঁৰ কাব্যক প্ৰামাণিক বা মান্য বুলি ধৰিব নোৱাৰি, কাৰণ এই ভাষা ইৰাণী সকলৰ, তেওঁলোকৰ কাৰণে সৰল, আমাৰ বাবে কঠিন। তেওঁৰ কবিতাত এনে কোনো প্ৰকাশ্য বা প্ৰচ্ছন্ন কথা নাই—কাৰণ দিল্লী আৰু লক্ষ্ণৌ ইৰাণৰ নগৰ নহয়। )

কিন্তু ইয়াৰ দ্বাৰা ইয়াকে কব নোৱাৰি যে 'কাতীলে' ফাৰ্চী ভাষাৰ জ্ঞানৰ বাবে যি যত্ন কৰিলে আৰু তাত দক্ষতা পাবৰ বাবে জীৱন কটালে সকলো অথলে গ'ল। এই কথা মানি লোৱাত কাৰো একো আপত্তি থাকিব নোৱাৰে যে যেতিয়ালৈকে তেওঁ ফাৰ্চী ভাষী বিদ্বান হোৱাৰ প্ৰমাণ দিব নোৱাৰে, তেতিয়ালৈ 'কাতীল'ৰ কোনো দাবী স্বীকাৰ কঁৰিব নোৱাৰি আৰু 'কাতীল'ৰ মনতো বোধহয় কেতিয়াও এইভাব খেলোৱা নাছিল। কিন্তু.ই অকল 'কাতীল'ৰ ওপৰতে নিৰ্ভৰ-শীল নহয, হিন্দুস্তানৰ কোনো ব্যক্তি নিজেই প্ৰমাণ হ'ব নোৱাৰে। খোদ মিৰ্জা নৌশা গালীবেও কোনো ফাৰ্চী জতুৰা ঠাঁচ কোনো ইৰাণী প্ৰমাণ নোহোৱাকৈ প্ৰয়োগ কৰিব নোৱাৰে। হিন্দুস্তানৰ ফাৰ্চীবিদৰ যদি প্ৰতিষ্ঠা হ'ব পাৰে তেনেহলে কেৱল এই আধাৰতহে হ'ব যে ফাৰ্চী কাব্যৰ তেওঁ গভীৰ অধ্যয়ন কৰিছে আৰু তেওঁ ফাৰ্চীৰ প্ৰত্যেকটো শব্দৰ ঠিক প্ৰয়োগ ক'ত হ'ব পাৰে তাকো জানে। এই দৃষ্টিকোণৰ-পৰা চালে সঁচা কবলৈ হলে গালিবৰ তুলনাত 'কাতীল' বেছি প্ৰামাণিক। গালিবে গোটেইটো জীৱন হিন্দুস্তানৰ ধূলি উৰুৱালে আৰু লগতে জীৱিকাৰ বাবে চেষ্টা চলালে। 'কাতীল'ৰ জীৱন সুখ সন্তোষেৰেই অতিবাহিত হৈছিল আৰু তেওঁ কেইবাবছৰো ইৰাণত থাকি তাৰ গাঁৱে গাঁৱে থুন্দা খাই ফুৰিছিল।

লক্ষ্ণৌত ফাৰ্চীৰ প্ৰতি কিমান আগ্ৰহ বাঢ়িছিল, তাৰ অনুমান লক্ষ্ণৌৰ উৰ্দু ভাষাৰে লগাব পাৰি। বদমাচ আৰু তিৰোতাৰ মুখতো ফাৰ্চী সন্ধি, শব্দ বিন্যাস আৰু কাৰকৰ প্ৰয়োগ শুনা গৈছিল আৰু লক্ষ্ণৌৰ ভাষাৰ ওপৰত আক্ৰমণকাৰী সকলৰ আপত্তিৰ কথা যদি কিবা

হ'ব পাৰে এই সময়ত তেনেহলে সি হ'ব—ফাৰ্চীৰ প্ৰভাৱ আৱশ্যকতকৈ বেছি বাঢ়ি যোৱাটো। কিন্তু এই পৰ্যায়ত হোৱা প্ৰগতিৰ স্তৰলৈ চাই কব পাৰি যে এই বস্তুটোৱেই আছিল লক্ষ্ণৌৰ ভাষাৰ বিশেষত্ব আৰু ইয়াৰ সমাজৰ উন্নতিৰ কাৰণ। খোদ দিল্লীত উৰ্দু ভাষাৰ উন্নতিৰ যিমান পৰ্যায় কৰা হয় তাতো আগৰ পিছৰ পৰ্যায়ৰ মাজত ব্যৱধান কেৱল হ'ব পাৰে এয়ে যে আগতকৈ পিছৰ কালৰ ভাষাত ফাৰ্চীৰ প্ৰভাৱ বেছি।

মুছলমানৰ দৰে হিন্দুৱে ও ফাৰ্চীত ব্যুৎপত্তি লাভ কৰিব ধৰিছিল। মোগল ৰাজত্বৰ আৰম্ভণিৰ কালছোৱাৰেপৰা তেওঁলোকৰ এই ৰুচি ফুটি ওলাইছিল। সেই সময়তো যিমান বিখ্যাত আৰু মান্য ফাৰ্চীবিদ হিন্দু লক্ষ্ণৌ আৰু তাৰ ওচৰেপাজৰে আছিল আৰু ক'তো নাছিল। কায়স্থ আৰু কাশ্মীৰী পণ্ডিতসকলে ফাৰ্চী শিক্ষা নিজৰ বাবে বাধ্যতামূলক কৰি পেলালে আৰু ইমান উন্নতি কৰিলে যে কাশ্মীৰী পণ্ডিতসকলৰ মাতৃভাষাই উৰ্দু হৈ পৰিল আৰু তেওঁলোক তথা মুছলমানৰ ফাৰ্চী জ্ঞানৰ মাজত বৰ কম পাৰ্থক্য ৰ'লগৈ। ইয়াৰেই নিবাসী হোৱা বাবে কায়স্থসকলৰ ভাষা খড়ীবোলী (ভাষা) আছিল। কিন্তু ফাৰ্চী শিক্ষাত কায়স্থসকল ইমান পৈণত হৈ উঠিছিল যে ফাৰ্চী জতুৱা ঠাঁচৰ প্ৰয়োগ খুব বেছি কৰিব ধৰিলে। এনে কথা আৰু কোনো হিন্দুৰ ক্ষেত্ৰত হোৱা নাছিল। সেই সময়ত কায়স্থ সকলৰ ভাষাক মানুহে বিদ্ৰূপ কৰিছিল, কিন্তু সঁচাকৈয়ে বিদ্ৰূপ কৰাৰ সলনি তাক আদৰ কৰাহে উচিত আছিল—এই কাৰণেই যে তেওঁলোকৰ ভাষা শিক্ষাৰ উন্নতিৰ প্ৰতীক স্বৰূপ আছিল—যিদৰে আজিকালি ইংৰাজী শব্দৰ উচিত অনুচিত প্ৰয়োগক, ইংৰাজী জনাসকলে উন্নতিৰ প্ৰমাণ বুলি মানে আৰু খুব ধূৰ্ত্তামিৰে নিজৰ ভাষাত ইংৰাজী শব্দ ভৰাই যায়।

লক্ষ্ণৌত সেই সময়ত ফাৰ্চী ভাষাৰ কেইবা শ গদ্য লেখক আৰু কবি আছিল আৰু উৰ্দুৰ দৰে ফাৰ্চী মুশায়ৰাৰ কাৰ্য্যক্ৰমো চলিছিল। ফাৰ্চী সজ্জনৰেই নহয় প্ৰজা সাধাৰণৰ ভাষা হৈ পৰিছিল। ফাৰ্চী

ভাষা ৰাজভাষা নহলেও আৰু ৰাজগাদীত উৰ্দু ভাষাৰ স্থাপনা হলেও সভ্য সমাজত আজিও ফাৰ্চীভাষাৰ প্ৰভাৱ বৰ্তমান। অৱশ্যে সাধাৰণ জনৰ মনোভাৱ হ'ল এয়ে যে ফাৰ্চী ভাষা মাত্ৰাছাৰপৰা বিতাৰিত হ'ল গতিকে জীৱিকা উপাৰ্জনৰ বাবে ইয়াৰ আৱশ্যকতা নোহোৱা হ'ল। কিন্তু ফাৰ্চী নপঢ়াকৈ সভ্য সমাজত বহিবৰ যোগ্য নহয় আৰু আচল অৰ্থত মানুহো হ'ব নোৱাৰে।

ইংলণ্ডত এসময়ত ফৰাচী ৰাজভাষা আছিল। আজি বহুদিন হ'ল ইয়াক ৰাজকাৰ্য্যৰপৰা অব্যাহতি দিয়া হৈছে কিন্তু তথাপি সাংস্কৃতিক আৰু নৈতিক প্ৰগতি আজিও ফৰাচী ভাষা নিশিকাকৈ পাব নোৱাৰি। খোৱা-লোৱা, উঠা-বহা, পিন্ধা-উৰা আৰু হহঁা-মতা জীৱনৰ সকলো চাল-চলনত ফৰাচী সাম্ৰাজ্য আজিও সেই একে ধৰণেই আছে আৰু ছোৱালীবোৰেও ফ্ৰেঞ্চ নিশিকিলে শিষ্ট মহিলা হ'ব নোৱাৰে। একেই অৱস্থা লক্ষ্ণৌৰ, ফাৰ্চী দৰবাৰৰপৰা গ'ল, পত্ৰ ব্যৱহাৰৰপৰা গ'ল, কিন্তু সমাজৰ সকলো ক্ষেত্ৰতেই তাৰ আধিপত্য থাকিল আৰু ফাৰ্চী শিক্ষা নহলে আমাৰ ৰুচি পৰিস্কৃত নহয় আৰু না কথা কোৱাৰ পদ্ধতিয়ে আমি জানিব পাৰোঁ।

মাটিয়া বুৰ্জত অন্তিম আৰু দুৰ্ভগীয়া বাদচাহৰ লগত যি কেইজন মানুহ তালৈ গৈ বাস কৰিছিল তাৰ ভিতৰত এনে এজনো লিখা-পঢ়া জনা মানুহ নাছিল, যিয়ে ফাৰ্চী নাজানে। কাৰ্য্যালয়ৰ ভাষা ফাৰ্চী আছিল আৰু হিন্দু মুছলমানৰ ভিতৰত কেবা শ ফাৰ্চী শায়ৰ আছিল। তিৰোতাইও ফাৰ্চী ভাষাত কবিতা ৰচিছিল আৰু সৰু সৰু ল'ৰা-ছোৱালীয়েও ফাৰ্চী ভাষাত নিজৰ বক্তব্য কব পাৰিছিল।

আজিকালি লক্ষ্ণৌত ফাৰ্চী ভাষাৰ শিক্ষা বহু কমি গৈছে। হিন্দু-সকলে ইয়াক এৰিয়েই দিলে। যি সকলক ভাষা গোষ্ঠীত উপহাস কৰাই হৈছিল সেই কায়স্থ সকলেও ভাষা এৰি দিলে আৰু ভাট সকলেও যি সকলে ফাৰ্চী শিষ্ট ভাষাৰ নকল কৰিছিল কিন্তু তথাপি পুৰণি বৃদ্ধ আৰু বিশেষকৈ মুছলমান সমাজত এতিয়াও ফাৰ্চী প্ৰেম বিদ্যমান। সেয়ে তেওঁলোকৰ উৰ্দু কিছু পৰিমাণে ফাৰ্চী যেন হৈ

পৰে। মুছলমানৰ ভিতৰত আজিও খ্বাজা আজীজুউদ্দীন চাহেবৰ নিচিনা ফাৰ্চী ভাষাৰ গৱেষক অতীতৰ সাহিত্য গোষ্ঠীৰ সোঁৱৰণী জগাবলৈ জীৱিত আছে, যিজন তেওঁৰ পাণ্ডিত্যৰ বাবে ভাৰতত্তে বিখ্যাত। হিন্দু বৃদ্ধ সকলৰ ভিতৰতো ফাৰ্চী ভাষাৰ অনেক পণ্ডিত ওলাব তাৰে এটা উদাহৰণ হ'ল ৰজা দুৰ্গা প্ৰসাদ, যিজনৰ সকলোতকৈ ডাঙৰ উপলব্ধি হ'ল যে সময়ৰ পৰিৱৰ্তন হ'ল, মাটি পানী সলনি হ'ল, বতৰ বদলিল, কিন্তু তেওঁ আজিও সেয়েই আছে—ফাৰ্চীৰ প্ৰশংসা কৰিবলৈ আজিও জীয়াই আছে আৰু অতীত ইতিহাসৰ এটা পোকে খোৱা পৃষ্ঠাৰ দৰে চুম্বন আদি খোৱা আৰু প্ৰণাম কৰাৰ যোগ্য হৈছে।

## 14

বিদ্যাৰ ভিতৰতো সুলেখ (ভাল হাতৰ আখৰ) আৰু লিখাৰ কলা আছে মুছলমানৰ প্ৰাচীন লিপি আৰবী আছিল যাক 'নস্খ' বুলি কোৱা হয়। বাগদাদৰ খিলাফতৰপৰা আৰম্ভ কৰি মধ্য যুগলৈ সমগ্ৰ ইছলামী ৰাজ্যত পুবৰপৰা পশ্চিমলৈ এই লিপিয়েই আছিল। হীৰা ( দক্ষিণ আৰবৰ জিলা বিশেষ )ৰ প্ৰাচীন লিপিৰপৰা কুফী লিপি আৰু কুফী লিপিৰ পৰা নস্খ লিপি ওলাইছিল। তাহিৰিয়া বংশৰ সময়ৰেপৰা সেই সকলো বিদ্যা আৰু কলা যিবোৰ বাগদাদত বিকশিত হৈছিল, ইৰাণ আৰু খুৰাছানৰ পিনে আহিব ধৰিলে আৰু ৰেলমী তথা চল্‌জুকি ( ইৰাণত ৰাজত্ব কৰা দুটি ৰাজবংশ )ৰ সময়ত বাগদাদৰ অধিকাংশ কলাই ইৰাণত থূপ খালেহি, বিশেষকৈ ৰেলমী সকলৰ বিদ্যা-প্ৰেম আৰু আমোদ-প্ৰমোদেৰে ইৰাণৰ পশ্চিম প্ৰান্ত আজৰ-বাইজান যি আচলতে ইৰাণ, ইৰাক আৰু আৰব ইৰাকৰ মাজতে অৱস্থিত, সকলো প্ৰকাৰৰ ভাল গুণ আৰু প্ৰগতিৰ কেন্দ্ৰ হৈ পৰিল।

এই এলেকাতে পোন প্ৰথমে লিপিয়েও এক নতুন ৰূপ লবলৈ

আৰম্ভ কৰিলে। ভাল হাতৰ আখৰে সুলেখৰ সীমা অতিক্ৰম কৰি নক্সালী ( চিত্ৰ আদি অঙ্কন কৰা কলা )ৰ ক্ষেত্ৰ পালে আৰু তাত চিত্ৰকলাৰ নিচিনা সূক্ষ্মতাই ৰূপ লব ধৰিলে। ইৰাণী সুকুমাৰতা ভালপোৱা সকলে আৰবী লিপিৰ প্ৰাচীন সহজতাত কুৰূপতা দেখা পালে আৰু পুৰণি লিপিক লাহে লাহে এৰি দিব ধৰিলে। নস্খত কলম প্ৰত্যেকটো আখৰ আৰু শব্দৰ আকৃতিত আৰম্ভণিৰ পৰা শেষলৈ একেদৰেই থাকিছিল। আখৰৰ অসমান ঘেৰ আৰু অকুচিত অসমানতা হৈছিল। আকাৰ ঘূৰণীয়া নাছিল, তলৰ পিনে আৰু চেপেটা আৰু ইপিনে সিপিনে কোণ তৈয়াৰ হৈছিল। এতিয়া নক্সালী আৰু সুলেখ মিলি লেখাত আকৃতি গঠন হ'ব ধৰিলে। আকাৰ সুন্দৰ আৰু ঘূৰণীয়াকৈ লিখিব ধৰিলে। এই আধুনিক স্তৱক লক্ষ্য ৰাখিয়েই পোন প্ৰথমে আলী তব্ৰেজীয়ে, যি খাচ ৰেলম নিবাসী আছিল, এই নতুন লিপি নিয়মীয়া ৰূপ দি পূবৰ নগৰবোৰত প্ৰচলন কৰিলে আৰু তাৰ নাম দিলে 'নস্তালীক' যি আচলতে নস্খ তালীক অৰ্থাৎ নস্খৰ পৰিশিষ্ট আছিল।

এই কথা কব নোৱাৰোঁ যে মীৰ আলী তব্ৰেজী কোন সময়ৰ আছিল। মুন্সী ছমসউদ্দিন চাহেব, যি আজি লক্ষ্ণৌৰ বিখ্যাত আৰু গণ্য মান্য খুশনবীস ( ভাল হাতৰ আখৰ লেখক ) তেওঁৰ সময় তৈমুৰৰ আগৰ বুলি কয়, কিন্তু 'নস্তালীকৰ কিতাপ ইমান পুৰণি পোৱা যায় যে তৈমুৰটো দূৰৈৰ কথা, আমি ভাবোঁ এই লিপিৰ আবিষ্কাৰ মহমুদ গজনবীৰ আগতেই হৈছিল। এই কথাত সন্দেহ নাই যে মহমুদৰ আক্ৰমণৰ লগে লগে হিন্দুস্তানত ফাৰচী সুলেখ লেখক সকলৰো আগমন সম্ভৱতঃ আৰম্ভ হৈছিল যাৰ প্ৰভাৱতে ইয়াত লিপিৰ প্ৰচলন হ'ল আৰু হিন্দুস্তানৰ প্ৰত্যেক ৰাজ্য আৰু প্ৰতি জিলাত নস্তালীকৰ খুশনবীস সৃষ্টি হ'ল। গতিকে হয় মীৰ আলী তব্ৰেজীৰ যুগ বহু প্ৰাচীন আৰু নহলে তেওঁ এই লিপিৰ আবিষ্কাৰক নহয়। কিন্তু এই কথাত সন্দেহ নাই যে দিল্লী আৰু লক্ষ্ণৌৰ আনকি সমগ্ৰ হিন্দুস্তানৰ বৰ্ত্তমান খুশনবীস সকলে মীৰ আলী তব্ৰেজীকেই আদি গুৰু বুলি

কয়। তেওঁৰ বহু কাল পিছত ইৰাণত নস্তালীকৰ গুৰু মীৰ ইমাছুল হসনী বিখ্যাত হ'ল। তেওঁ এজন বিখ্যাত সুলেখক আছিল আৰু এই কলাৰ গুৰু বুলি খ্যাতি পাইছিল। তেওঁৰ ভতিজা আগা আবহুৰ ৰছীদ দৈলী নাদিৰছাহৰ আক্ৰমণৰ সময়ত হিন্দুস্তানলৈ আহিছিল আৰু লাহোৰত বৈ গ'ল। লাহোৰত তেওঁৰ শ শ শিষ্য হ'ল যি সকলে গোটেই হিন্দুস্তানত বিয়পি তেওঁক খুশনবীসীৰ প্ৰথম ব্যক্তি বুলি নহলেও পয়গম্বৰ বুলি প্ৰমাণিত কৰিলে।

তেওঁৰ দুজন শিষ্য ( যি সকল ইৰাণী আছিল ) লক্ষ্ণৌলৈ আহিল। এওঁলোক দুজনৰ এজন হ'ল হাফিজ নুৰুল্লা আৰু আনজন কাজী নে'মতুল্লা। শুনা যায় যে আবহুল্লা বেগ নামৰ আগা আবহুৰ ৰছীদৰ অইন এজন শিষ্যও লক্ষ্ণৌলৈ আহিছিল। এওঁলোক অহাৰ সময় সম্ভৱতঃ নবাব আছফউদ্দৌলা বাহাদুৰৰ সময় হ'ব যেতিয়া ইয়ালৈ কোনো শিল্পী বা কলাকাৰ আহি ঘূৰি যাব নোৱাৰিছিল। কাজী নে'মতুল্লা আহি পোৱাৰ লগে লগে ছাহজাদা ( যুবৰাজ-ৰাজকুমাৰ ) সকলৰ হাতৰ আখৰ ভাল কৰিবলৈ লগাই দিয়া হ'ল আৰু হাফিজ নুৰুল্লাৰো সম্বন্ধ ৰাজ দৰবাৰৰ সৈতে ঘটিল। ইয়াতে থাকি দুয়ো-জনেই ইয়াৰ মানুহক সুন্দৰ হাতৰ আখৰ লিখিবলৈ শিকাব ধৰিলে।

এই সকলৰ বাহিৰেও আৰু পুৰণি খুশনীবসো আছিল যি সকলৰ ভিতৰত নামজ্বলা আছিল মুন্সী মুহম্মদ আলী। কিন্তু আগা আবহুৰ ৰছীদৰ শিষ্যসকলে তেওঁলোকৰ ওপৰত এনে প্ৰভাৱ পেলাই-ছিল যে খুশনবীসীৰ সকলো চখীন গোটেই নগৰৰ মানুহেই তেওঁলোকৰ প্ৰতি আকৃষ্ট হৈ পৰিল। খুশনবীসীৰ চখ যাৰেই আছিল তেওঁলোকৰ শিষ্যত্ব ললেগৈ আৰু পুৰণি সকলো লেখনিৰ নাম মচ খাই গ'ল—বিস্মৃতিৰ অটল গহ্বৰত ডুব গ'ল। আৰু সঁচাকৈয়ে সেই সকলে নিজৰ পাৰ্গতালিৰ বাবে ইয়াৰ অধিকাৰীও আছিল।

হাফিজ নুৰুল্লাই লক্ষ্ণৌত যি আদৰ পালে তাৰ অনুমান তেওঁ পোৱা চৰকাৰী চাকৰিৰে কৰিব নোৱাৰি। লক্ষ্ণৌৰে দেখুওৱা সন্মানৰ প্ৰকৃত অনুমান কৰিব পাৰি এই কথাৰে যে তেওঁৰ হাতেৰে লিখা

কাগজৰ টুকুৰাবোৰ মুকুতাৰ দামত মানুহে কিনি লৈছিল। আনকি খুব সাধাৰণ আখৰো বজাৰত প্ৰতিটি আখৰত এটকা হিচাপে থিতাতে বিক্ৰী হৈ গৈছিল।

সেই সময়ত ধনী আৰু চখীন মানুহ বিলাকে চিত্ৰৰ সলনি আখৰেৰ (বন্ধাই) ঘৰ সজাইছিল যাৰ কাৰণেই এই কাগজৰ খুব বেছি দাম আছিল। য'তে ক'ৰবাত খুশনবীসৰ হাতৰ পৰ্চা (কাগজৰ টুকুৰা) প্ৰায় পতঙ্গৰ দৰে তাৰ ওপৰত জপিয়াই পৰে আৰু বৰ শ্ৰদ্ধাৰ দৃষ্টিৰে চায়। ইয়াৰ দ্বাৰা সমাজৰ এই লাভ হয় যে বহুতো নৈতিক সিদ্ধান্ত আৰু উপদেশপূৰ্ণ বাক্য অথবা কবিতা সদায় সমুখত থাকে আৰু প্ৰতি মুহূৰ্ত্ততে ঘৰত নীতি পাঠ পাই থকা যায় আৰু খুশনবীসীৰ (ভাল হাতৰ আখৰ) লাভ হৈছিল যে খুশনবীসসকলে নিজৰ যোগ্যতা দেখুৱাবৰ বাবে কিতআ (কাগজৰ টুকুৰা) লিখাতেই সীমিত থকা হ'ল। তেওঁলোকে চকমকীয়া আৰু স্থায়ী আখৰ লিখি উলিয়াই আৰু তাৰ দ্বাৰাই ঘৰত বহিয়েই ধনবান হৈ পৰে। কিন্তু দুখৰ কথা লাহে লাহে হিন্দুস্তানৰপৰা কিৎআ আৰু কৎব (শিলালেখ) লিখাৰ পৰম্পৰা উঠি যাব ধৰিছে আৰু তাৰ স্থান লৈছে ছবিয়ে, যাৰ কাৰণে সাজ-সজ্জাৰ আগৰ সভ্য আৰু সুসংস্কৃত ৰুচি নাইকিয়া হোৱাৰ লগে লগে খুশনবীসীৰ কলাও ইয়াৰপৰা উঠি গ'ল। এতিয়া কাতিব (প্ৰেছৰ আখৰ লিখোঁতা) আছে, খুশনবীস নাই আৰু যি দুই এজন বিখ্যাত যি খুশনবীস আছে তেওঁলোকো বাধ্য হৈ "কপি নবীসী" আৰু (প্ৰেছৰ লিখা কাম)' কিতাবত'ৰ দ্বাৰা নিজৰ পেট প্ৰৱৰ্ত্তন কৰে আচলতে যিটো খুশনবীসীৰ শত্ৰুস্বৰূপ। ইয়াৰ বিপৰীতে সেই সময়ত এটা দলেই গঠন হৈছিল যাৰ কাম আছিল কেৱল খুশনবীসীৰ নিয়ম পালন কৰা আৰু সময়ে সময়ে ইয়াৰ সমুচিত বিকাশ কৰা। এই কাৰণেই আগৰ খুশনবীসসকলে লিথো প্ৰেছৰ বাবে লিখা কাৰ্য্য সম্মান হানিকৰ বুলি ভাবিছিল আৰু ভাবিছিল যে যি মানুহে সম্পূৰ্ণ কিতাপখন লিখিব তাৰ কাৰণে, আৰম্ভণিৰপৰা শেষলৈ খুশনবীসীৰ নিয়ম পালন কৰি যোৱাটো অসম্ভৱ আৰু

সঁচাকৈয়ে তেওঁলোকে একোটা আখৰ ঠিক কৰোঁতে যিমান পৰিশ্ৰম কৰে, কা'তিবে ( লিখো প্ৰেছৰ লেখক ) সম্পূৰ্ণ কিতাপখন লিখোঁতে তাৰ লেশমাত্ৰও পৰিশ্ৰম নকৰে।

তেওঁলোকৰ পৰিশ্ৰমৰ অনুমান ইয়াৰ দ্বাৰাই কৰিব পাৰি যে হাফিজ নুৰুল্লাক এবাৰ ছাদত আলী খাঁই ফৰমাচ দিলে যে "মোক গুলিস্তাঁ ( ফাৰ্চী কবি শেখ ছাদীৰ গল্প সংগ্ৰহ )ৰ এখন নুস্খা ( প্ৰতিলিপি ) লিখি দিয়ক।" নবাব ছাদত আলী খাঁ ছাদীৰ গুলিস্তাঁৰ ভক্ত আছিল আৰু কোৱা শুনা যায় যে সকলো সময়তে তেওঁৰ মূৰ শিতানত 'গুলিস্তাঁ' থৈ দিয়াই আছিল। আন কোনোবাই এনে ফৰমাচ দিয়া হলে হাফিজ নুৰুল্লাই নিজৰ অপমান বুলি ভাবি তাৰ মুখকেই আঁচুৰি দিলেহেঁতেন। কিন্তু শাসকৰ কথা, সেয়ে মানি ললে আৰু প্ৰাৰ্থনা কৰিলে, "তেনেহলে মোক আশী গড্ডী কাগজ ( সেই সময়ত ৰীমক গড্ডী বুলি কোৱা হৈছিল ), এশ কলম, ধাৰ দিয়া ছুৰী, আৰু খোদাই জানে কিমান হেজাৰ কলমৰ খাগৰি অনাই দিয়ক।" ছাদত খাঁই আচৰিত হৈ সুধিলে "কেৱল এখন মাত্ৰ গুলিস্তাঁৰ বাবে ইমান বয়বস্তুৰ দৰকাৰ হ'ব নে? কলে—"হয় বাদচাহ, মই ইমান বস্তুৰেই খৰচ কৰোঁ।" নবাবৰ বাবে ইমান খিনি বস্তু গোটাই দিয়া একো টান কাম নাছিল অনাই দিলে। হাফিজ চাহাবে গুলিস্তাঁ লিখা আৰম্ভ কৰিলে, কিন্তু সম্পূৰ্ণ হ'বলৈ নাপালে—সাত অধ্যায় লিখা হৈছিল আৰু অষ্টম অধ্যায় বাকী আছিল—এনেতে তেওঁৰ মৃত্যু হ'ল। তেওঁৰ পিছত পুতেক হাফিজ ইব্ৰাহিমে দৰবাৰলৈ অহাত তেওঁক সমবেদনা স্বৰূপে ক'লা পোছাক দিয়া হ'ল। ছাদত আলী খাঁই ক'লে, "ভাই, হাফিজ চাহাবৰ হতুৱাই গুলিস্তাঁ লিখাইছিলোঁ। খোদাই জানে তাৰ কি অৱস্থা হ'ল?" হাফিজ ইব্ৰাহিমে নিবেদন কৰিলে—"তেওঁ লিখা সাতটা অধ্যায় পূৰা হৈছে—অষ্টম অধ্যায় বাকী আছে, তাক এই অকিঞ্চনে লিখি দিব আৰু হুজুৰে পাৰ্থক্য ধৰিব নোৱাৰাকৈ সেই খিনিও বৰ ধুনীয়াকৈ কৰি দিয়া হ'ব। কিন্তু যদি কোনো সূক্ষ্মদৰ্শী খুশনবীসে চায়, নিঃসন্দেহে তাক ধৰি

পেলাব।” নবাবে অনুমতি দিলে আৰু সেই গুলিস্তাঁ হাফিজ ইব্ৰাহিমে সম্পূৰ্ণ কৰিলে।

হাফিজ নূৰুল্লাৰ শিষ্যসকলৰ ভিতৰত অধিক প্ৰতিষ্ঠিত পোন প্ৰথমে তেওঁৰ পুতেক হাফিজ মুহম্মদ ইব্ৰাহিম আছিল। দ্বিতীয় মুন্সী সৰৱ সিংহ নামৰ এজন হিন্দু ব্যক্তি আছিল যাক কোনোৱে কায়স্থ আৰু কোনোবাই কাশ্মীৰী পণ্ডিত বুলি কয়। আৰু তৃতীয় মুহম্মদ আব্বাস নামৰ লক্ষ্ণৌৰ এজন খুশনবীস আছিল। হাফিজ ইব্ৰাহিমে যথেষ্ট নাম যশ লভিলে—শ শ মানুহক খুশনবীস কৰি দিলে আৰু এই কলাক এক নবীন ৰূপ দি পিতাকতকৈ এক অইন গৰিমা ইয়াক প্ৰদান কৰিলে। হাফিজ নূৰুল্লাৰ আকৃতিবোৰ একেবাৰে ঘূৰণীয়া আছিল, হাফিজ ইব্ৰাহিমে তাক অলপমান ডিম্বাকৃতি কৰি দিলে। মুন্সী সৰৱ সিংহৰ বিষয়ে কোৱা শুনা যায় যে তেওঁ তেওঁৰ গুৰুৰ গৰিমা এনে ভাবে আত্মসাত কৰিছিল যে শ শ লেখ ফলক হাফিজ নুৰুল্লাৰ নামত প্ৰচাৰ কৰি দিলে আৰু বৰ বৰ খুশনবীসৰ ইয়াক ধৰিবৰ সাধ্য নহ'ল আৰু এইটো সেই সময়ত খুশনবীসীৰ বৰ ডাঙৰ সফলতা আছিল।

হাফিজ ইব্ৰাহিমৰ প্ৰধান শিষ্য সকলৰ ভিতৰত তেওঁৰ বৰপুত্ৰ হাফিজ চঈদউদ্দীন আছিল। তেওঁৰ বাহিৰেও মুন্সী নজীৰ হামীদ, মুন্সী আবতুল মজীদ, যিজনক চৰকাৰৰ ৰাজকীয় আদেশ আৰু অন্য চিঠিৰ আদান প্ৰদানৰ ( ইংৰাজ সাম্ৰাজ্য আৰু অৱধ ৰাজ্যৰ মাজত ) বাবে নিযুক্তি দিছিল। কিন্তু হাফিজ ইব্ৰাহিমৰ দুইজন শিষ্যই বহুত প্ৰসিদ্ধি পাইছিল। যিসকলক সেই সময়ত লক্ষ্ণৌৰ ওস্তাদ বুলি গণ্য কৰা হৈছিল তেওঁলোকৰ এজন হ'ল মুন্সী মন্সাৰাম কাশ্মীৰী পণ্ডিত – এওঁ এই কলাৰ এজন খুব ডাঙৰ কলাকাৰ আৰু দ্বিতীয়জন হ'ল মুন্সী মুহম্মদ হাদী আলী, যাৰ নস্তালীকৰ বাহিৰেও নস্খ আৰু তুগৰানৱীসী ( বাদচাহৰ ফৰমানত ৰাজকীয় সম্বোধন, অভিবাদন লিখাৰ লিপি—এক প্ৰকাৰৰ লিপি ) লিখাতো লক্ষ্ণৌত কোনো অইন সমকক্ষ নাছিল।

ইপিনে কাজী নেইমতউল্লাৰ শিষ্য এজন হ'ল পুত্তেক মৌলবী মুহম্মদ আছৰফ আৰু দ্বিতীয়জন হ'ল মৌলবী কুল আহমদ।

লক্ষ্নৌত খুশনবীসীক শীৰ্ষস্থানলৈ নিওৱা, নস্তালীকৰ এওঁলোকেই আছিল ওস্তাদ। পাছত প্ৰেছ চলিবলৈ ধৰাত 'কিতাবত' আৰু "কপীনবীসী" (প্ৰেছৰ বাবে লিখোঁতাসকল) য়ে প্ৰগতি কৰিলে আৰু দৰাচলতে এই বংশৰ অনুগ্ৰহতে লক্ষ্নৌত হেজাৰ হেজাৰ মুছলমান, কায়স্থ যাৰে নৌঘস্তা আৰু আছৰফাবাদ মুহৰ্ল্লা ভৰি আছে, আৰু শ শ কাশ্মীৰী পণ্ডিত খুশনবীস হ'ল। কিন্তু দুৰ্ভাগ্যবশতঃ কাশ্মীৰী পণ্ডিতসকলে ইংৰাজী শিক্ষাৰ নিচাত, আৰু খুশনবীসীৰ মহত্ব কমি অহা দেখা পাই এই কলাক একেবাৰে এৰি দিলে আৰু এতিয়া যিমান ভাল লিখোঁতা আছে তেওঁলোক সকলোৱেই হয় মুছলমান নহয় কায়স্থ।

শেষছোৱাত সন্দেলাৰ এজন মুন্সী আৰ্গতুল হঙ্গি বৰ পাৰ্গত খুশনবীস আছিল। তেওঁৰ শিষ্য মুন্সী আমীৰউল্লা তস্‌লীম, তেওঁৰ ককায়েক মুন্সী মুহম্মদ আবদুল লতীফ আৰু মুন্সী আছৰফ আলী আছিল। বৰ্ত্তমানে নস্তালীকত মুন্সী ছমছুদ্দীন চাহেব আৰু নথত মুন্সী হামিদ আলী চাহেব বিখ্যাত আৰু এওঁলোক দুয়ো জনেই মুন্সী হাদী আলী চাহাবৰ শিষ্য।

হিন্দুস্তানত নস্থ লিখা সম্বন্ধে যিসকলৰ নাম লোৱা হয় তেওঁলোকৰ ভিতৰত পোন প্ৰথম ব্যক্তি য়াকুত (ৰঙাপাথৰ) মুস্তাসীৰ উপনামেৰে বিখ্যাত। তেওঁক য়াকুত আওবল (প্ৰথম) বুলি কোৱা হয়। এই নামৰ কোনো পাৰদৰ্শী কাতিক (প্ৰেছৰ কাৰণে লিখোঁতা) মুঅতসিম বিল্লাৰ সময়ত আমাৰ চকুত পৰা নাই। কি আচৰিত যে এই নামৰ অভিপ্ৰায় ইমাদ কাতিব হয় যাৰ "খৰীদা" নামৰ বিখ্যাত কিতাপ আছে—আৰু যি প্ৰথমে চীৰিয়াৰ চুলতান আতাবক নুৰুদ্দীন জঙ্গীৰ আৰু তাৰ পাছত মিচৰৰ চুলতান চালাহউদ্দীন আয়ুবী যে'তুসল-মুকদ্দম বিজেতাৰ খুশনবীস আছিল, সেয়ে এওঁকেই নস্থৰ সৰ্ব্বশ্ৰেষ্ঠ অন্তিম খুশনবীস বুলি কোৱা হয়। তেওঁৰ পাছত

চুলতান ঔৰঙ্গজেব আলমগীৰৰ শাসনকালত মুহম্মদ আৰিফ নামৰ নস্থ লিখা এজন নিপুণ কলাকাৰ হ'ল, তেওঁক "য়াকূত ৰকম-এ-ছানী" উপাধি দিয়া হৈছিল। সাধাৰণতে কোৱা শুনা যায় যে তেৱেঁই নস্থৰ নতুন গৌৰৱ প্ৰদান কৰিলে আৰু আগৰ তুলনাত ইয়াক বেছি সুন্দৰ কৰি তুলিলে। আনকি নস্থৰ লক্ষ্ণৌৰ ওস্তাদে দাবী কৰিব খোজে যে তেওঁৰ সাফল্য সমগ্ৰ ইছলামী তুনিয়াই স্বীকাৰ কৰে। মই এই কথা মানি লবলৈ মান্তি নহওঁ। য়াকূত-ৰকম-এ-ছানীক হিন্দুস্তানত যি ধৰণৰ মহত্বই দিয়া নহওক কেলেই, কিন্তু সেই দেশবোৰত য'ত ৰাষ্ট্ৰীয় লিপিয়েই নস্থ আৰু ৰাষ্ট্ৰভাষা আৰবী, মানুহে য়াকূত ৰকমৰ নামটোৱেই নাজানে আৰু তেওঁৰ প্ৰশংসকো নহয়।

মুহম্মদ আৰিফ য়াকূত ৰকমৰ সময়ত আব্দুল বাকী নামৰ এজন ব্যক্তি আছিল—যাৰ পেছা আছিল কমানৰ। য়াকূত ৰকমৰ লোকপ্ৰিয়তা দেখি তেওঁবোঁ নিচা হ'ল—এই কলাত প্ৰসিদ্ধি পাবলৈ। সংযোগবশতঃ আব্দুল্লা তস্বাহ নামৰ নস্থৰ এজন আৰু খুশনবীস সেই সময়ত বিখ্যাত হৈছিল, তেওঁৰ তালৈ গৈ শিষ্য হ'ল আৰু ইমান পৰিশ্ৰম কৰিলে যে বিখ্যাত ওস্তাদ হৈ পৰিল। যেতিয়া এওঁলোক তুজনৰ সময় পাৰ হৈ গ'ল য়াকূত ৰকমৰ ঠাই তেওঁৰ ভতিজাক কাজী অজমতউল্লাই ললে আৰু হব্দাদৰ স্মৃতি তেওঁৰ আলী আকবৰ আৰু আলী আসগৰ নামৰ পুতেক তুজনক গণ্য কৰা হ'ল।

ইয়াৰ পিছত হিন্দুস্তানৰ বৰেণ্য খুশনবীসৰ জন্ম হ'ল আৰু নস্থৰ লিপিয়ে ( আখৰে ) হিন্দুস্তানত ক্ৰমে উন্নতি কৰিব ধৰিলে। শেষত ছাহ গুলাম আলী চাহেবৰ খ্যাতি বিয়পিল। এওঁ নস্থৰ এজন নিপুণ খুশনবীস আছিল। ইয়াৰ পাছত লক্ষ্ণৌত এফালে মৌলবী হাদী আলী চাহেবৰ যশ বিয়পিল যাৰ পূৰ্ব্বপুৰুষ দিল্লীৰপৰা আহিছিল আৰু কালপীৰ এজন খুশনবীস, মীৰ আকবৰ আলীৰ এওঁ শিষ্য আছিল। মৌলবী হাদী আলী চাহেব তুগৰাবা গিৰীত বৰ সিদ্ধহস্ত আছিল।

মুন্সী হাদী আলীৰ সমসাময়িক নস্থৰ এজন বিখ্যাত খুশনবীস আছিল মীৰ বন্দা আলী 'মুৰ্তইশ'। তেওঁৰ ওস্তাদ আছিল পুৰণিকালৰ

ধনী আৰু নস্খৰ ভাল ওস্তাদ নবাব আহম্মদ আলী। মীৰ বন্দা আলীৰ হাতত "ৰাশা" আছিল। কিন্তু কলম সেই কাগজৰ ওপৰত লিখিবলৈ আৰম্ভ কৰে, লোহাৰ হাত যেন অনুভৱ হয়—কি শক্তি সি ইফাল সিফাল কৰে। আখৰ চিনি পোৱাত তেওঁৰ যি পৈণত দৃষ্টি তাক দেখি বৰ বৰ লোকেও সেও মানিছিল।

মুন্সী হামিদ আলী চাহাবে কয় যে এবাৰ মুন্সী হাদী আলী, মুন্সী মুহম্মদ য়াহিয়া ( এওঁ নস্খৰ বৰ ওস্তাদ আছিল—ছপা কৰিবলৈ এওঁৱেই লক্ষ্ণৌত প্ৰথমে কুৰাণ ছৰীফ লিখে ), মুন্সী আব্দুল হাঈ চন্দেলৱী আৰু মীৰ বান্দা আলী 'মুৰ্তইশ' এক গোষ্ঠীত লগ লাগিছিল। এইখন নস্খৰ ওস্তাদ সকলৰ গোষ্ঠী আছিল। কোনোবাই নস্খত লিখা এটা কিত্আ বিক্ৰীৰ বাবে আনি আগত থলে। যদিও তাত কাতিবৰ নাম লিখা নাছিল, কিন্তু সেই ওস্তাদ সকলে একমত হৈ চিনাক্ত কৰিলে যে ই খাচ য়াকূতৰ হাতৰ আৰু সকলোৰে ইচ্ছা হ'ল ইয়াক নিজৰ কৰিবৰ বাবে। কিন্তু মুন্সী হাদী আলী চাহাবে ক'লে "ই যদি মোৰ লগত এদিন থাকে তেনেহলে ই আচলতে য়াকূতৰ হাতৰ লেখা হয় নে নহয় তাক ভালকৈ চাবলৈ সুবিধা হয়।" কিত্আৰ গৰাকীয়ে দি দিলে আৰু তেওঁ ঘৰলৈ নিলে। পিছ দিনা লৈ গৈ দিলে আৰু ক'লে "আচলতে ই য়াকূতৰ হাতৰেই হয়। ইয়াৰ লগৰেই য়াকূতৰ এখন কিত্আৰ মোৰ লগত আছিল, মই এইখন নি তাৰ লগত মিলাই চালোঁ যে একেবাৰে মিলে আৰু মোৰ বিশ্বাস হয় যে এইখন সঁচাকৈয়ে য়াকূতে লিখা।" আৰু দুয়োখন কিত্আ সকলোৰে আগত থলে। সকলোৱে দুয়োখন য়াকূতৰ লিখা বুলি নিঃসংকোচে স্বীকাৰ কৰি ললে। কিন্তু মীৰ কদা আলীয়ে মুন্সী হাদী আলীৰ কিত্আখন মনোযোগেৰে চালে আৰু হাঁহি তলত লিখি দিলে "ঈ কাৰঅজ তু আয়দ-ও-মৰ্দা চুনী কুনন্দ" ( এই কাম তই কৰিছ। আৰু পুৰুষে এনে কামেই কৰে। ) এই লেখা দেখি মুন্সী আব্দুল হাঈ চাহাবৰ খং উঠিল আৰু ক'লে "ইয়াত আপোনাৰ সন্দেহ আছে নেকি ?" মীৰ কদা আলীয়ে ক'লে—"এই কিত্আ য়াকূতৰ হাতৰ হ'ব নোৱাৰে।" মুন্সী

আব্দুল হাঈ আৰু আনবোৰে দাবী কৰিব ধৰিলে য়াকূতৰ হাতৰ বুলি। মীৰ বান্দা আলীয়ে তাৰ "ৱাৱ"ৰ মূৰটো দেখুৱালে আৰু ক'লে" এইটো য়াকূতৰ লিখা হ'ব নোৱাৰে।" এতিয়া সকলো বৰ চিন্তাত পৰিল—এনেতে মুন্সী হাদী আলিয়ে তাৰ এটা কোণো ফালি আনি কাগজৰ ভাজৰপৰা নিজৰ নামটো দেখুৱাই দিলে আৰু মুন্সী হাদী আলীৰ কাৰ্য্য বুলি সকলোৰে বিশ্বাস হ'ল। সকলোৱে তেওঁৰ খুব প্ৰশংসা কৰিলে আৰু তেওঁ ক'লে, "কিন্তু মই মীৰ বন্দা আলী চাহাবৰ চকুৰ দৃষ্টিৰ ওচৰত সেও মানিলোঁ।"

খুশনবীসীৰ সাধাৰণ ৰুচি অনুসৰি মীৰ বান্দা আলী চাহাবৰো কিতআ নবীসীৰ বাহিৰে "কিতাবত" হোৱা অসম্ভৱ আছিল। গোটেই জীৱনতেই কেতিয়াও তেওঁ এখন সৰু কিতাপো লিখা নাই। হাজী হৰমৈন শৰীফৈনে যেতিয়া প্ৰেছ আৰম্ভ কৰিলে মীৰ বান্দা আলীক বৰ কাকুতি মিনতি কৰি তেওঁক এই কথাত মান্তি কৰা হ'ল যে তেওঁ এটা পঞ্জসুৰা (কুৰাণৰ ফাতিহাত পঢ়া পাঁচটা বৰ সৰু চুৰত) লিখি দিব। মীৰ বান্দা আলীয়ে বৰ কষ্ট কৰি (খোদাই জানে কিমান দিন) লিখি লৈ গ'ল। কিন্তু হাজী চাহাবৰ সমুখত যেতিয়া শেষবাৰৰ কাৰণে তাত চকু ফুৰালে তেওঁৰ ইমান অপছন্দ হ'ল যে হাজী চাহাবক গটাই দিয়াৰ সলনি সেইখন ফালি পেলালে আৰু ক'লে—"ভাই, মোৰ দ্বাৰা নহ'ব।"

এই মহানুভৱসকলৰ চৰ্চ্চা কৰাৰ উদ্দেশ্য মোৰ এয়া নহয় যে খুশনবীসীতো লক্ষ্ণৌত এনে প্ৰতিষ্ঠা পাইছিল যাৰ তুলনা হিন্দুস্তানৰ আনৰ লগত হ'ব নোৱাৰে। আনকি মোৰ মত ইয়াৰ বিপৰীতহে নস্খৰ খুশনবীস মোগল ৰাজত্বৰ সময়ত যেনে পাৰঙ্গতৰ জন্ম হৈছিল তাৰ লেশ মাত্ৰ এওঁলোকত নাছিল—আনকি নস্খৰ কৌশল তেতিয়া নাইকিয়া হ'বহে আৰম্ভ কৰিছিল। অৱশ্যে নাস্তালীকৰ বিষয়ে এইখিনি কব পৰা যায় যে হাফিজ নুৰুল্লা আৰু হাফিজ ইব্ৰাহিমৰ হাতৰ 'কিত্‌আ' হিন্দুস্তানত যিমান লোকপ্ৰিয় আছিল অন্য কোনো খুশনবীসৰ সম্ভৱতঃ হোৱা নাছিল। কিন্তু ইমান খিনি হলেও এই

কলাৰ ক্ষেত্ৰ লক্ষ্ণৌৰ স্থানো সেয়াই আছিল যি অইন সুসংস্কৃত নগৰৰ আছিল।

কিন্তু লক্ষ্ণৌৰ খুশনবীসীয়ে প্ৰেছৰ প্ৰগতিত যি অৰিহণা যোগালে সি ক'ৰো খুশনবীসীয়ে কৰা নাই। হিন্দুস্তানত পোন প্ৰথমে ছপা কাম কেতিয়া আৰম্ভ হ'ল সেই কথা মই নাজানো। কলিকতাত উৰ্দু সাহিত্যৰ উন্নতি আৰু সাধাৰণ প্ৰাচ্য বিদ্যাক প্ৰোত্সাহন দিবৰ নিমিত্তে বহুতো কিবাকিবি কৰিলে—কিন্তু ছপা আখৰৰ বাহিৰে শিলৰ ছাপৰ পুৰণি কিতাপ মই দেখা নাই।

লক্ষ্ণৌত গাজীউদ্দীন হায়দৰৰ শাসনকালত ( 1814—1827 চন ) অৰ্স'ল নামৰ এজন ইউৰোপীয়ানে আহি মানুহৰ মনত প্ৰেছৰ ভাবনা জগাই দিলে আৰু যেতিয়া লিখা-পঢ়া জনা লোক ইয়াৰ প্ৰতি আকৃষ্ট হ'ল তেওঁ প্ৰথম প্ৰেছটো লক্ষ্ণৌত খুলিলে। তেওঁ প্ৰেছ আৰু ইয়াৰ সকলো সা-সামগ্ৰী ইয়াতে তৈয়াৰ কৰি ছপা কাম আৰম্ভ কৰিলে আৰু 'জাদ-উল-মআদ' 'হফত বুল জুম' আৰু 'তাজ-উল-লুগাত' ( কেবা খণ্ডতো বিভক্ত ) ছপাই ৰাইজৰ আগত দাঙি ধৰিলে। তাৰপৰাই শিকি আৰু অন্য মানুহেও প্ৰেছ খুলিবলৈ আৰম্ভ কৰিলে, যিসকলৰ ভিতৰত প্ৰথম প্ৰেছটো আছিল সম্ভৱতঃ হাজী হৰমৈন শৰীফেণৰ। সেই সময়তে আইনাৰ বস্তুৰ এজন ধনী বেপাৰী মুস্তফা খাঁই কিবা ছপাবলৈ হাজী হৰমেণৰ ওচৰলে লৈ গ'ল আৰু হাজী চাহাবৰ মুখৰ-পৰা এনে কঠোৰ বাক্য ওলাল যে মুস্তফা খাঁই ঘৰলৈ আহি নিজেই মুস্তফাই প্ৰেছ আৰম্ভ কৰিলে আৰু ই খুব উন্নতি কৰিলে। অলপ দিন পিছত আলী বখা খাঁই অলৱী প্ৰেছ আৰম্ভ কৰিলে আৰু লক্ষ্ণৌত বহুতো বেছি ছাপাখানা হ'বলৈ ধৰিলে।

আৰম্ভণিতে ছপাৰ কাম ইয়াত চখৰ বস্তু বুলিহে কৰা হৈছিল, ব্যৱসায় হিচাপে নহয়। ভাল ভাল কাগজ ব্যৱহাৰ কৰা হৈছিল শিলৰ ছাপাৰ বাবে ই বৰ উপযোগী আছিল। বৰ বৰ খুশনবীসক বাধ্য কৰি, বেছি বেছি দৰমহা দি কিতাবত ( কিতাপ লিখা কাম—প্ৰেছৰ বাবে )ৰ কাম কৰাইছিল। তেওঁৰ লগত কামৰ কোনো

চৰ্ত্ত নাছিল, দিনটোত কিমান লিখিছে বা লিখিছেনে নাই তাক চোৱা নহৈছিল। চিয়াহীৰ বাবে মিঠাতেলৰ হেজাৰ চাকি জ্বলাই ভাল কাজল তৈয়াৰ কৰিছিল, টেঙাৰ ঠাইত কাজী নেমু খৰচ হৈছিল আৰু কাপোৰৰ ঠাইত আচল স্পঞ্জেৰে কাম চলাইছিল। অৰ্থাৎ সকলো বস্তু উচ্চস্তৰৰহে ব্যৱহাৰ কৰিছিল। ইয়াৰ ফলত নবাবী শাসনৰ সময়ত ফাৰ্চী আৰু আৰবীৰ পাঠ্য পুস্তক আৰু ধৰ্ম গ্ৰন্থ যিমান লক্ষ্ণৌত ছপা হৈ ওলাল সম্ভৱতঃ সিমান অইন কোনো ঠাইতে ছপা হোৱা নাছিল। সেই সময়ৰ ছপা কিতাপ যাৰ লগত আছে সি এক প্ৰকাৰৰ সম্পত্তিয়ে—মানুহে বিচাৰি ফুৰে কিন্তু নাপায়।

মোৰ পিতাৰ নিজা থুৰা মৌলবী আহমদ চাহাবৰ ভ্ৰমণ আৰু বেহা-বেপাৰ কৰাৰ বৰ চখ আছিল আৰু সেই সময়ত ঘৰৰ বাহিৰ ওলাবলৈ যেতিয়া ভয় কৰিছিল, তেতিয়াই তেওঁ হাজী হৰমেণ শৰীফেণৰ এজেণ্ট ৰূপে ৰথ আৰু গৰু গাড়ীত উঠি হেজাৰ হেজাৰ কিতাপ লৈ লক্ষ্ণৌৰপৰা ৰাৱলপিণ্ডিলৈ যাত্ৰা কৰিছিল। তেৱেঁই, কিতাপ সেই সময়ত বৰ দুৰ্লভ আছিল বুলি কৈছিল। ইয়াৰ ছপা কিতাপ দেখি মানুহৰ চকু মুকলি হৈছিল আৰু পতঙ্গৰ দৰে ইয়াৰ ওপৰত জপিয়াই পৰে। মানুহৰ নিচাৰ এই অৱস্থা যে, আমি যোৱাৰ আগতে নগৰ বা গাঁৱত খবৰ বিয়পি পৰে আৰু এক অদ্ভুত জাকজমকতাৰে আমাৰ প্ৰৱেশ হয়। কোনো এলেকাত আমি সোমালেই মানুহে আমাক বেৰি ধৰে। ভিৰ জমা হয় আৰু আমি যি কিতাপৰ যি দামেই কওঁ নিঃসঙ্কোচভাবে তাকে দি পৰম আগ্ৰহেৰে লয়। আমি 'মৰীমা' মামকীয়াঁ (ফাৰ্চী ভাষাৰ দুখন প্ৰায়মাৰৰ নাম) আদি ছয় বা আঠ অনা দৰত, গুলিস্তাঁ বোস্তাঁ আদিৰ প্ৰতিখন তিনি বা চাৰিটকা দৰত বিক্ৰী কৰিছিলোঁ। এনে অৱস্থাতো মানুহৰ চাহিদা পূৰণ কৰিব পৰা নাছিলোঁ। এখন নগৰৰপৰা সিখন নগৰলৈ যাওঁ কিতাপৰ ভঁড়াল শেষ হৈ যায় আৰু নতুন কিতাপ আহি পোৱাৰ প্ৰতীক্ষাত কেবা মাহো কটাবলগীয়া হয়, কাৰণ সেই সময়ত বস্তু আহি পোৱাটো বৰ কঠিন কাৰ্য্য আছিল। কিন্তু মাল

যাতে আহিয়েই থাকে তেনে আগতীয়া ব্যৱস্থা কৰিছিলোঁ।।

ছাহী ৰাজত্বৰ শেষ পৰ্যায়ত মুস্তফাই প্ৰেছৰ ছপা কাম হিচাপে খুব অতুলনীয় আছিল। ৰাজ্য নাইকিয়া হোৱাত মুন্সী নবল-কিশোৰে তেওঁৰ প্ৰেছ খুলিলে। অৱশ্যে ছপা কামৰ বিশেষত্বত তেওঁ প্ৰতিদ্বন্দ্বিতা কৰিব পৰা নাছিল ; কিন্তু ব্যৱসায়িক সিদ্ধান্ত লৈ ফাৰ্চী আৰু আৰবীৰ এনে ডাঙৰ ডাঙৰ আৰু শকত কিতাপ ছপাই উলিয়ালে যি আজিও কোনো প্ৰেছে ছপাবলৈ সাহস নকৰে। সঁচাকৈয়ে লক্ষ্ণৌত সেই সময়ত চখীন সকলে যিমান সামগ্ৰী সংগ্ৰহ কৰি থৈছিল তাৰপৰা লাভান্বিত হ'বলৈ মুন্সী নবলকিশোৰৰ দৰে সাহসী মুদ্ৰকৰ আৱশ্যকতা আছিল। শেষত নবলকিশোৰ প্ৰেছে ইমান প্ৰগতি কৰিলে যে ইয়ে প্ৰাচ্য সাহিত্যক জীৱন্ত কৰি তুলিলে। বিশ্বস্ততা আৰু সুন্দৰ ছপাৰ যি খ্যাতি লক্ষ্ণৌৰ হ'ল সি আৰু অইন চহৰে পাব নোৱাৰে। আৰু ইয়াৰ অনুগ্ৰহতে মধ্য এছিয়াত কাশগৰ আৰু বুখাৰালৈ আৰু আফগানিস্তান আৰু ইৰাণৰ সকলো আৱশ্যকতা লক্ষ্ণৌৱেই পূৰণ কৰিছিল। আজিও নবলকিশোৰ প্ৰেছ জ্ঞান বিজ্ঞানৰ ব্যৱসায়ৰ চাবি-কাঠি আৰু যাৰ সহায় নোলোৱাকৈ কোনোৱে জ্ঞান-বিজ্ঞানৰ ক্ষেত্ৰত খোজ দিব নোৱাৰে।

কিন্তু দুৰ্ভাগ্যৰ কথা এতিয়া লক্ষ্ণৌত প্ৰেছ ইমানবোৰ হোৱা সত্বেও ছপাৰ অৱস্থা ইমান বেয়া আৰু ক্ৰমেই বেয়াৰ পিনে ঢাল খোৱাত অইন চহৰৰ লোক ইয়াতকৈ আগবাঢ়ি গ'ল। আৰু আমাৰ মতে প্ৰেছমেনৰ নৈতিক অৱস্থা বেয়া হোৱা কাৰণে এতিয়া লক্ষ্ণৌৰ ছপা কাম অইন চহৰৰ ছপা কামতকৈ বেয়া হৈছে। আমাৰ সন্তোষৰ বাবে এয়ে যথেষ্ট যে কানপুৰত মুন্সী ৰহমতউল্লা চাহাবৰ অনুগ্ৰহত ছপাৰ কাম ভাল হৈছে আৰু কানপুৰ আচলতে লক্ষ্ণৌৰ প্ৰগতিৰে এক ক্ষুদ্ৰ সংস্কৰণ।

প্ৰেছৰ লগে লগে লক্ষ্ণৌত পাথৰৰ ছপা কামৰ সংশোধনৰ কলাও আৰম্ভ হ'ল। পাথৰত যি কথা লিখা হয় তাক কিছু পৰিমাণে মহী আৰু লিখনী লগাই সংশোধন কাৰ্য্য সম্ভৱতঃ ইউৰোপতে আৰম্ভ

হৈছিল আৰু তাত আজিও আচৰিত এই সংশোধন প্ৰক্ৰিয়া চলিয়েই আছে। কিন্তু নস্খ আৰু নস্তালীকৰ আখৰবোৰ এনে ধৰণে শুধৰোৱা যাতে খুশনবীসৰ নিজস্ব শৈলীও থাকে আৰু কোনোৱে অনুভৱ কৰিব নোৱাৰে যে ইয়াত আনৰ কলম লাগিছে—খাচ লক্ষৌৰ বিশেষত্ব। আৰম্ভণিতে এই কলা কেৱল ইয়াতেই সীমিত আছিল যে আখৰ আৰু অন্য লতা-পটা আদি যিমানেই উৰি নাযাওক অথবা চেপেটা হৈ ৰহি নাযাওক তাক ঠিক কৰি দিয়া হয়। কিন্তু কিছু দিন পিছত ইয়াৰ নবীনতাৰ প্ৰবৃত্তিয়ে এই সীমা অতিক্ৰম কৰি গ'ল আৰু এনে সুদক্ষ সংগসাজ ( পাথৰৰ ওপৰত লিখা সংশোধন কৰা লেখক )ৰ সৃষ্টি হ'ল যে পাথৰৰ ওপৰত সম্পূৰ্ণ কিতাপ খনেই উল্টাকৈ লিখি দিছিল। লেখা নিজ নিজ ঠাইত একেদৰেই থাকে আৰু কাৰ সাহস যে ইয়াক উল্টাকৈ লিখা বুলি ধৰিব পাৰে। আৰম্ভিণিতে ইয়াৰ আবিষ্কৰ্ত্তা আছিল এজনা পুৰণি মহানুভৱ যি মুস্তফাই প্ৰেছৰ যহতে বিখ্যাত হৈছিল। তেওঁৰ সময়তে তেওঁৰ শিষ্য সংখ্যাৰ বহুলতাই প্ৰেছৰ খুব উপকাৰ কৰিলে। বহুতেই বহু উন্নতি কৰিলে আৰু ইয়াৰপৰা সংগসাজ বাহিৰলৈ পঠিওৱা হ'ল। যেতিয়া এই কাম হ'ল তেতিয়া মুন্সী জাফৰ হুছৈন নামৰ এজন বিখ্যাত সংগসাজৰ পাৰ্গতালিয়ে এই কথাব বাবে সাজু কৰিলে যে ছাপাখানাবোৰক কপীনবীসীৰ গোলমালৰপৰা ৰক্ষা কৰা হওক। তেওঁ পাথৰৰ ওপৰত উল্টাই লিখা আৰম্ভ কৰিলে। আৰম্ভণিতে এই কাম সৰু সৰু বজৰুৱা প্ৰেছবোৰে কৰিছিল, পাছলৈ ডাঙৰ-সৰু সকলোৱে ইয়াক গ্ৰহণ কৰিলে! মুন্সী চৈয়দ আলী হুছৈন চাহাবে ইমান প্ৰগতি কৰিলে যে তেওঁৰ উল্টা লিখাক বহুতো বিখ্যাত খুশনবীসে প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰে। তেওঁৰেই উল্টী কিতাপতৰ উদাহৰণ আমাৰ 'দিলগুদাজো' যাৰ কপি লিখা হোৱা নাই, মুন্সী আলী হুছেন চাহাবে লেখা সমূহ পাথৰৰ ওপৰত উল্টাকৈ লিখি দিছিল। 'দিলগুদাজ'ৰ পাঠকে ইয়াক পঢ়ি আৰু ইয়াৰ লেখাৰ প্ৰতি মন দি অনুমান কৰিব পাৰিব যে সঙ্গসাজৰ কলাই

লক্ষ্ণৌত কিমান বিকাশ লাভ কৰিছিল। অৱশ্যে হিন্দুস্তানৰ অধিকাংশ চহৰৰ সংগসাজ লক্ষ্ণৌৰেই ; কিন্তু অইন কোনো চহৰৰ ভাগ্যত কপি বহাই দিয়াৰ পৰিৱৰ্ত্তে কথাখিনি পাথৰত উল্টাকৈ লিখি ছপোৱা কথা ভাগ্যত ঘটা নাই। এই কলা এতিয়াও লক্ষ্ণৌতে সীমিত ! কিন্তু দুৰ্ভাগ্যৰ কথা প্ৰেছমেনৰ অৱস্থা বেয়া হোৱা কাৰণে লক্ষ্ণৌৰে সংগসাজৰ এই কলাৰ যিমান উপকাৰ পাব লাগিছিল সিমান পাব পৰা নাই।

## 15

এতিয়া আমি লক্ষ্ণৌৰ বহুবোৰ বিশেষত্বৰ কথা কম, যিবোৰৰ বেছিভাগৰেই সম্বন্ধ নৈতিকতা আৰু সাংস্কৃতিক কাৰ্য্যকলাপৰ লগত আছে। কিন্তু সংক্ষেপতে যুদ্ধ কৌশলৰ অলপ আভাষ দিয়া উচিত বুলি ভাবিলোঁ।

সঁচা কথা এয়ে যে পূৰ্ব্বৰ অন্তিম দৰবাৰ সেই সময়ত প্ৰতিষ্ঠিত হৈছিল, যেতিয়া মুছলমান আৰু সাধাৰণ হিন্দুস্তানী সৈনিক শক্তি দুৰ্বল হৈ পৰিছিল আনকি ইয়াতকৈয়ো বেছি সঁচা কোৱা হ'ব যে পুৰণি যুদ্ধ কৌশল ইমান নাইকিয়া হোৱা নাছিল যিমান নতুন যুদ্ধ কৌশল আৰু নতুন অস্ত্ৰৰ সমুখত পুৰণি অস্ত্ৰ নিৰৰ্থক হৈ পৰিছিল। যাৰ ফলত পুৰণি যুদ্ধ কৌশল মুছলমান বা হিন্দুস্তানীৰ হাতৰপৰা গৈ কোনো নতুন প্ৰগতিশীল বীৰ জাতিৰ হাতত পৰি প্ৰগতি কৰাৰ সলনি পৃথিৱীৰপৰাই নাইকিয়া হৈ গ'ল, আৰু ই এনে ভাবে নোহোৱা হ'ল যে বৰ্ত্তমানৰ বংশধৰসকলে পূৰ্ব্ব পুৰুষৰ বীৰত্বৰ কাহিনী আৰু তেওঁলোকৰ যুদ্ধকৌশল সম্বন্ধে অপৰিচিত হৈ পৰিল। আজি আমি এই কলাৰ আলোচনাৰ বাবে যেতিয়া কলম হাতত লৈছোঁ এই বিষয়ে কিবা অলপ কব পৰা কোনো ব্যক্তিকেই মই পোৱা নাই। আমি চাহজাদা মির্জা মস্যূদ কদ্ৰ বাহাদুৰ বী, এ আৰু লক্ষ্ণৌৰ বহুত পুৰণি

মহানুভৱ চুলেমান খাঁ চাহেব ( এওঁ বৰেলী নৰেশ হাফিজ ৰহমত খাঁৰ বংশৰ )ৰ প্ৰতি কৃতজ্ঞ। এই পুৰণি যুদ্ধ-কলাৰ বিষয়ে যি অলপ লিখিছোঁ সেয়া তেওঁলোকৰ সহায়তে লিখা।

যুদ্ধৰ যি কলা সমূহৰ বিকাশ দিল্লীৰ পাছত লক্ষ্ণৌত হ'ল সি বাস্তৱতে তিনিটা বিভিন্ন জাতিৰ লগত সম্বন্ধিত আছিল। আৰু তিনিওটা জাতিৰ পৰস্পৰৰ মিলনত এই কলাৰ সমুচিত বিকাশ হৈছিল আৰু আচিৰিত কথা এই মিলামিছা সত্বেও আপোন বিশেষত্ব সকলোৰে শেষ পৰ্যন্ত বৰ্ত্তি থাকিল। কিছু কলা আৰ্য্য জাতিৰ যোদ্ধাসকলে দিছিল, কিছু তুৰ্ক আৰু তাতাৰ বীৰসকলে লগত লৈ আহিছিল আৰু কিছুমান কলা আৰবৰ অৱদান আছিল, যি ইৰাণ হৈ ইয়ালৈ আহিছিল। লক্ষ্ণৌত যি কলাসমূহৰ প্ৰচলন আছিল আৰু যিবোৰৰ ওস্তাদ ইয়াত আছিল সেইবোৰ তলত দিয়া হ'ল : (1) লকড়ী-কলা বল্লম দলিওৱা (2) পটা-হিলনা (ঢালৰ নিচিনা লোহাৰ পাত ঘূৰোৱা) (3) বাঁক-ছুৰী (4) বিন্নোট— (5) কুস্তী (6) বৰ্ছা (7) বানা (৪) তীৰন্দাজী (9) কটাৰ ছুৰী (10) জলবাঁক।

## 1 লকড়ী-(বল্লম দলিওৱা কলা)

এই কলা মূলতঃ আৰ্য্যসকলৰ আছিল যাক "ফিকৈতী" বোলা হৈছিল। ই হিন্দুস্তান আৰু ইৰাণ দুয়ো দেশৰ আৰ্য্যৰ মাজত প্ৰচলিত আছিল। আৰবৰ বিজয়ৰ পাছত ইৰাণৰ ফিকৈতী ( বল্লম দলিওৱা বিদ্যা )ৰ ওপৰত আৰবী যোদ্ধাসকলৰ প্ৰভাৱ পৰিল আৰু তাৰ ফিকৈতীয়ে হিন্দুস্তানতকৈ বেছি প্ৰগতি কৰিলে। হিন্দুস্তানত শেষলৈকে এই দুয়ো কলা আপোন আপোন বৈশিষ্ট্যৰে জীয়াই আছিল আৰু লক্ষ্ণৌত দুয়ো প্ৰকাৰৰ বিদ্যাই মৌজুদ আছিল। ইৰাণৰ আৰবী মিশ্ৰিত ফিকৈতী ইয়াত "আলী মদ" নামেৰে বিখ্যাত আছিল আৰু শুদ্ধ হিন্দুস্তানী ফ্ৰিকৈত "ৰুস্তমখানী" নামেৰে জনাজাত আছিল। 'আলী মদ'ত যোদ্ধাৰ বাঁও ভৰি একে ঠাইতে থাকে আৰু কেৱল

সোঁভৰি আগ পিছ কৰি পেছ বদলায়। ইয়াৰ বিপৰীত, ৰুস্তমখানীত যোদ্ধাই দাৱ সলনিৰ সময়ত সোঁ বাঁৱে আৰু আগে পাছে যিমান খোজ বা ঠাই পায়, অগা বঢ়া কৰি একেবাৰে প্ৰতিদ্বন্দীৰ ওপৰত পৰেহি। এটা আৰু পাৰ্থক্য আছিল যে আলীমদৰ কলা খাচ ধনী আৰু অভিজাত সকলৰহে আছিল। ইয়াৰ ওস্তাদসকলে কেতিয়াও নীচ জাতৰ বা নিম্নবৰ্গৰ মানুহক শিষ্যত্ব নিদিছিল আৰু এই কলাৰ লগত পৰিচয় হোৱাৰ সুযোগো নিদিছিল। কিন্তু আনপিনে 'ৰুস্তমখানী' কলা নিম্নবৰ্গৰ মাজতে সাধাৰণতে প্ৰচলিতআছিল।

আলীমদৰ এজন খুব শক্তিশালী ওস্তাদৰ ফৈজাবাদত চুজাউদ্দৌলা বাহাদুৰ আৰু তেওঁৰ পিছত তেওঁৰ বিধবা বহু বেগম চাহিবাৰ চৰকাৰৰ লগত সম্বন্ধ আছিল। এওঁৰ উল্লেখ ফৈজাবাদৰ ইতিহাসত আছে আৰু তেওঁকেই এই কলাৰ সৰ্ব্বপ্ৰথম ওস্তাদ বুলি জনা যায়। এওঁ ফৈজাবাদত থাকি পিছত লক্ষ্ণৌলৈ আহিল। এই কলাৰ অইন এজন ওস্তাদ আছিল মুহম্মদ আলী খাঁ। এওঁ আমাৰ নিজা চুবুৰী বিজ্ঞানখাঁতেই আছিল আৰু এওঁকেই আলীমদৰ আবিষ্কাৰক বুলি ধৰা হৈছিল। তৃতীয়জন ওস্তাদ মীৰ মিজাউদ্দীন আছিল। এওঁ দিল্লীৰ চাহজাদা সকলৰ লগত প্ৰথমে বাৰাণসীলৈ গ'ল আৰু তাৰ পিছত লক্ষ্ণৌলৈ আহিল। তেওঁৰ নিয়ম আছিল কেৱল সজ্জনকেহে শিষ্যত্ব দিব আৰু শিষ্যত্ব দিবৰ সময়ত চাহজাদাসকলৰপৰা ধন সম্পত্তি আৰু শৰীফ ( সজ্জন )ৰপৰা কেৱল মিঠাইহে গ্ৰহণ কৰিছিল আৰু সেইবোৰ নিজৰ কামত নলগাই নিজে নি চৈয়দসকলক উপহাৰ দিছিল। এওঁ নবাব আচফউদ্দৌলাৰ সময়ৰ আছিল। এজন বৰ ডাঙৰ ওস্তাদ আছিল ওস্তাদ পটেবাজ খাঁ, যিয়ে নিজ প্ৰসিদ্ধিৰ কাৰণে গাজীউদ্দিন হায়দৰৰ সময়ত আলী মদৰ আবিষ্কাৰ কৰ্ত্তা আৰু সংস্থাপক হিচাপে বিখ্যাত হৈ পৰিছিল। তেওঁকো ন-মুছলমান বুলি কোৱা হয়। তেওঁ অভিজাত মানুহৰ বাহিৰে নিম্নবৰ্গৰ লোকক শিক্ষা নিদিছিল। তেওঁৰ স্মৃতিচিন হিচাপে ধনিয়া মেহৰীৰ দলঙৰ আগত, আলমনগৰৰ ওচৰত এটা মচজিদ এৰি গৈছে।

ৰুস্তমখানীৰ পৰম্পৰা জনতাৰ মাজত থাকিল আৰু এই কাৰণে হিন্দু অথবা মুছলমানৰ মাজত ই প্ৰমুখ স্থান নাপালে। ইয়াৰ শ শ ওস্তাদ অৰধৰ সকলো গাঁৱে-ভূঞে বিয়পি আছিল। তথাপি লক্ষ্মৌতে য়াহিয়া খাঁ, বিন মুহম্মদ চিদ্দীক খাঁই যি বাহাদুৰী আৰু নাম ৰুস্তম-খানীত পালে সি কাৰো ভাগ্যত ঘটা নাই। নবাব ফতেহয়াৰ খাঁক যদিও বৰ ধনী মানুহৰ লগত গণনা কৰা হৈছিল কিন্তু তেওঁ এজন ডাঙৰ খুশনবীসো অছিল আৰু ৰুস্তমখানীত তেওঁ সাফল্যও লাভ কৰিছিল। এনে ধৰণৰ লক্ষ্মৌৰ এজন বিখ্যাত বীৰ পালোৱান মীৰ লংগৰ বাজো ৰুস্তমখানীত ওস্তাদ আছিল। আজি যি অলপ অচৰপ বাকী সি নিম্ন বৰ্গৰ মাজত আছে আলী মদৰ কলা আভিজাত শ্ৰেণীৰ মাজত প্ৰচলিত আছিল আৰু এই শ্ৰেণীৰ মানুহৰ যুদ্ধ কলাৰ প্ৰতি কোনো স্পৃহা নাছিল। সেয়েহে এই কলাও নষ্ট হ'ল। ৰুস্তমখানীৰ নিম্নবৰ্গৰ মাজত প্ৰচলন আছিল আৰু সিহঁতে আজিও যুঁজবাগৰ কৰে—সেয়ে ৰুস্তমখানীৰ পৰম্পৰা-সিহঁতৰ মাজত আজিও বৰ্ত্তমান।

আলী মদৰ দুই এজন ওস্তাদ মই মাটিয়া বুৰ্জত দেখিছিলোঁ। সকলোৰে শেষত আছিল মীৰ ফজল আলী। এওঁ মহমুদ নগৰ মোহলাত আছিল।

## 2 পটা ঘুৰোৱা—ঢাল চলোৱা

এই কলাৰ মূল উদ্দেশ্য আছিল এই যে যদি কোনো লোক শত্ৰুৰ কবলত পৰে, বল্লম চাৰিও পিনে মাৰি সকলোকে খেদি, সকলোৰেপৰা ৰক্ষা পৰি, সকলোকে মাৰি ওলাই অহা। পটা ( তৰোৱালৰ আক্ৰমণ ৰোধ কৰা লোহাৰ অস্ত্ৰ বিশেষ ) ঠিক কৰি উৰোৱা এই কলাৰ বিশেষত্ব আছিল ; আৰু সকলোতকৈ প্ৰশংসাৰ কথা আছিল এয়ে যে মানুহৰ গাত যদি একেলগে দহডাল বাণো আহি পৰে তাকো কাটি দিয়ে। এই কলা দিল্লীত নাছিল, লক্ষ্মৌলৈ ইউৰোপৰপৰা আহিছিল আৰু তাঁতী সমাজত ইয়াৰ বেছি প্ৰচলন আছিল। শেষত অৱশ্যে বহুতো অভিজাত লোকে বিশেষকৈ সৰু নগৰৰ চেখজাদা সকলে

গ্ৰহণ কৰিছিল। গুলাম ৰছুল খাঁৰ ল'ৰা গৌৰী পটেৰাজ লক্ষ্ণৌতে এই কলাৰ সৰ্ব্বশ্ৰেষ্ঠ ওস্তাদ বুলি গণ্য হৈছিল যাৰ শ শ গল্প জন-সাধাৰণৰ মাজত প্ৰচলিত হৈ আছে। কিন্তু দুখৰ কথা আজিৰ পুৰুষে এই গল্পও পাহৰিব ধৰিছে।

মীৰ ৰুস্তম আলীৰ 'সৈফে' ( দফটৰীৰ কাগজ কটা যতন বিশেষ)ত দুয়ো ফালে ধাৰ আছিল আৰু তাকে ঘূৰাই শ শ প্ৰতিদ্বন্দ্বীক ফালি ওলাই আহে। আছেৰনৰ এজন চেখজাদা চেখ মুহম্মদ হুছৈনে দুয়ো হাতেৰে 'পটা' ঘূৰাইছিল। এবাৰ গাজীউদ্দীন হায়দৰৰ সময়ত এদিন ৰেচিডেণ্ট চাহাব বাহাদুৰ আৰু কেইজনমান ইউৰোপীয়ান অতিথিয়ে এই কলাৰ কোনো এজন ওস্তাদৰ খেল চাবলৈ খুজিলে। চেখ মুহম্মদ হুছেন আহি উপস্থিত হ'ল। যিহেতু তেওঁৰ হাতত 'পটা' নাছিল, ৰাজ অস্ত্ৰাগাৰৰপৰা এটা সজোৱা-পৰোৱা টুপী থকা 'পটা' দিয়া হ'ল। তাকে লৈ তেওঁ এনে কিছুমান কৌশল দেখুৱালে যে চাৰিও পিনৰপৰা বাঃ বাঃ পাব ধৰিলে আৰু জয় জয় ৰৱৰ উৎসাহতে পটা ঘূৰাই জনতাৰ মাজৰপৰা ওলাই ঘৰ পালেহি। কলাকাৰ সকলৰ মাজত এই প্ৰসিদ্ধি আছিল যে যি মানুহে 'পটা' ঘূৰাব জানে সি দহজন তলোৱাৰধাৰীকো ওচৰলৈ আহিব নিদিয়ে।

এই কলাৰ প্ৰবীণ লক্ষ্ণৌত এজন আছিল মীৰ বিলায়ত আলী ডণ্ডাতোড়। তেওঁৰ বিষয়ে এই কথা বিখ্যাত আছিল যে প্ৰতিদ্বন্দ্বীৰ হাতত যিমান শক্তিশালী ডাণ্ডাই নাথাকক তেওঁ তাক ভাঙিবই।

### 3 বাঁক এক প্ৰকাৰ ডাঙৰ বেঁকা ছুৰী

যুদ্ধ কৌশলত ইয়াৰ বৰ মহত্ব আছিল আৰু সিদ্ধান্ততঃ অইন যুদ্ধ কলাতকৈ ইয়াক অগ্ৰাধিকাৰ দিয়া হৈছিল। ভাল ঘৰৰ ল'ৰাই বিশেষ যত্ন আৰু খুব ৰুচিৰে এই কলা শিকিছিল। ইয়াৰ মুল উদ্দেশ্য আছিল ; ছুৰীৰ দ্বাৰাই প্ৰতিদ্বন্দ্বীৰ সমুখীন হোৱা। এই কলা প্ৰাচীন কালত হিন্দুসকলৰ মাজতো আছিল ; আৰবতো আছিল, কিন্তু ছুৰী-বোৰ বেলেগ বেলেগ ধৰণৰ আছিল। হিন্দুসকলৰ ছুৰী পোন তাৰ

দুয়োফালে ধাৰ থকা আৰু আৰবৰ ছুৰী ভাজলগা আৰু ডেগাৰৰ দৰে এফালেহে ধাৰ। আৰবৰ শেষৰ ছুৰী জম্বিয়া ইয়াৰ আগৰ কিছু দূৰলৈ চাৰিফালে চাৰি ধাৰ আৰু তাৰপৰা এনে চাৰি সিৰা ঘা হয় যে তাক চিলাই কৰাও মুস্কিল হয়। এই অস্ত্ৰেৰে যুদ্ধ কৰা কলাৰ নামেই 'বাঁক'। ইয়াৰ শিক্ষা এনে ধৰণে দিয়া হয়—ওস্তাদ আৰু ছেলা দুয়ো সমুখা-সমুখিকৈ আঁঠু কাঢ়ি বহে। কিন্তু হিন্দুবিলাকৰ পোন ছুৰী শিক্ষাৰ নিয়ম আছিল দুয়োজন প্ৰতিদ্বন্দ্বী আঁঠুকাঢ়ি বহিলেও এটা আঁঠু থিয় কৰি থয় আৰু আৰবী ছুৰী শিক্ষাত একেবাৰে আঁঠুকাঢ়ি বহে আৰু আক্ৰমণৰ লগে লগে খুব জোৰদাৰ পেচ লগাই, যাৰ সমুখত কুস্তীৰ পেচৰ কোন মহত্বই নোহোৱা হয়। এই পাৰ্থক্যও কোৱা হয় যে আৰবৰ কৌশলৰ মুঠ সাতটা আক্ৰমণ আছিল আৰু হিন্দুৰ কৌশল আছিল ন টা। আৰবৰ বাঁকত পেচত সম্পূৰ্ণভাবে বান্ধ খালে প্ৰতিদ্বন্দ্বীক জীৱিত এৰি দিয়াটো বান্ধোতাজনৰ বাবে অসম্ভৱ হৈ পৰে আৰু হিন্দুস্তানবাসীৰ কলাত শেষ পৰ্যন্ত নিজৰ গণ্ডীতেই থাকে, আৰু যেতিয়াই ইচ্ছা কৰে পেচ খুলি দি প্ৰতিদ্বন্দ্বীক ৰক্ষা কৰিবও পাৰে।

এই কলাত কেৱল আঘাত কৰাই নহয় ডাঙৰ ডাঙৰ শক্তিশালী পেচো আছে। দুয়োজন প্ৰতিদ্বন্দ্বীয়ে কেইবা ঘণ্টা জুৰি যুঁজি থাকে আৰু নিৰন্তৰ পেচ লগাই ইজনে সিজনক বান্ধি জখম কৰিবলৈ চেষ্টাও কৰে। এই কলাৰ পেচ ইমান সঁচা, অব্যৰ্থ আৰু নিয়মবদ্ধ আছিল যে কুস্তী আৰু ঢালৰ সকলো পেচো 'বাঁক'ৰ পৰাই ওলোৱা বুলি কয়। বাঁকৰ ওস্তাদ সকলৰ মাজত এই কথা প্ৰচলিত আছিল যে বাঁক শুইহে সম্পূৰ্ণ হৈছিল, বহি ললে আধা আৰু থিয় চতুৰ্থাংশহে পূৰ্ণ আছিল। প্ৰতিদ্বন্দ্বীক ছুৰীৰে জখম কৰাটোকে বাঁক যোদ্ধাৰ কাম বুলি ভাবিব নালাগে। তেওঁ লোকৰ আচল কাম হ'ল প্ৰতিদ্বন্দ্বীক জীয়াই বন্ধাটো আৰু অৱশ কৰি গ্ৰেপ্তাৰ কৰি অনাহে।

এটা আৰু বিশেষত্ব আছিল যে বাঁক যুঁজাজনে আপোন কৌশল যিমান পাৰে গোপনে ৰাখে। তেওঁৰ ৰং-ঢং আৰু চাল-চলন আদিৰে ধৰিব নোৱাৰে তেওঁ যে যোদ্ধা। বাঁক যোদ্ধাই সাধাৰণ সভ্য লোকৰ

আচৰণ কৰে, জোতা পিন্ধে কোনো অস্ত্ৰ বান্ধি নলয়, আনকি লোৰ কলম কটাৰী বা বেজি নাৰাখিবলৈও শপত খাইছিল। কেৱল এখন ৰুমাল হে ৰাখিছিল আৰু তাৰ একোণত লোৰ বালা এপাত বান্ধি লৈছিল। সময়ত এই অস্ত্ৰপাতেই কামত আহিছিল. বা তাতকৈও যদি বেছি শিষ্টতা দেখুৱাই তেনেহলে হাতত জপমালা ৰাখে আৰু তাত লোহাৰ কুৰুপ 'কিবলাম্নুমা' ( দিগ্দৰ্শক যন্ত্ৰ ) লগাই থোৱা থাকে। বচ ইমান হাতিয়াৰেই যথেষ্ট।

প্ৰাচীন কালৰপৰাই হিন্দু সকলৰ ব্ৰাহ্মণৰ মাজত এই কলাৰ প্ৰচলন আছিল। ৰাজপুতে নাজানিছিল ব্ৰাহ্মণে তেওঁলোকক নিশিকাইছিলো আৰু তেওঁলোকেও ইয়াক আত্মমৰ্যাদা হানিকৰ বুলি শিকিবলৈ যত্নও নকৰিছিল। ইয়াৰ কাৰণ আছিল সম্ভৱতঃ বাঁক কুশল হ'বলৈ হলে সমাজত শ্ৰেষ্ঠত্ব লোৱাৰ আৱশ্যক আৰু ৰাজপুত সকল উপযুক্ত যোদ্ধা। ব্ৰাহ্মণ বাঁক যোদ্ধা সকলে দিগ্দৰ্শক যন্ত্ৰ বা লোহাৰ খাৰুৰ সলনি এপাত চাবি লগুণত বান্ধি থৈছিল আৰু তাকেই কামত ব্যৱহাৰ কৰি গভীৰতা আৰু শিষ্টতাৰে শত্ৰুক দমন কৰিছিল। চাহজাদা মিৰ্জা হুমায়ুঁকদ্ৰ বাহাদুৰে কয় যে লক্ষ্ণৌত এই কলা চাহ আলমৰ শাসন কালত তেতিয়া আছিল যেতিয়া মিৰ্জা খুৰ্বজ বখ্‌ত্‌ বাৰাণসীলৈ আহিল আৰু এই কলাৰ দুই এজন ওস্তাদ লগত লৈ আহিল। কিন্তু বিশ্বস্তসূত্ৰে আৰু ফৈজাবাদৰ ইতিহাস পঢ়ি আমি গম পাইছোঁ যে এই কলাৰ পাৰঙ্গত মনছুৰ আলী খাঁ বকৈত চুজাউদ্দোলাৰ শাসন কালতেই ফৈজাবাদ আহি পাইছিলহি।

নবাব আচফউদ্দোলাৰ শাসন কালত বাঁকৰ ওস্তাদ লক্ষ্ণৌত চেখ নজৰউদ্দীন আছিল। তাৰেই আশ-পাশ সময়ত লক্ষ্ণৌত আৰু এজন বাঁকৰ ওস্তাদ আছিল। তেওঁ মীৰ বাহাদুৰ আলী নামে বিখ্যাত আছিল। তেওঁ দাবী কৰি কৈছিল পালেঙৰ তলত বনৰীয়া পাৰ এৰি দি তামচা চাওক—কোনো ফালেদি ওলাই উৰি যদি যায় তেনে মই "বাঁক" কুশলী নহওঁৱেই। এই কথা কেৱল তেওঁতেই সীমিত নাছিল, বাঁকৰ বিশেষত্বই এয়া আছিল গতিকে সকলো ওস্তাদে এনে দাবী

কৰিব পাৰে। লক্ষ্ণৌত থকা তৃতীয় জন ওস্তাদৰ নাম আছিল ৰলী মুহম্মদ খাঁ। নছীৰউদ্দীন হায়দৰৰ সময়ত চেখ নজৰউদ্দীনৰ শিষ্যৰ শিষ্য আব্বাছৰ নাম প্ৰসিদ্ধ আছিল। তেওঁৰ চাৰিজন শিষ্য নামজ্বলা হ'ল তাৰ ভিতৰত এজন ডকাইত আছিল আৰু বাকী তিনিজন সভ্য লোক। সেই কলাৰ অন্তিম ওস্তাদ মীৰ জাফৰ আলী আছিল। এওঁ লক্ষ্ণৌৰ দুৰ্ঘটনাৰ পিছত ৰাজিদ আলী চহৰ লগত মটিয়া বুৰ্জ পালেগৈ। মই তেওঁক দেখা পাইছিলোঁ আৰু সৰুতে তেওঁৰ ছেলাও হৈছিলোঁ। এক-দুই মাহ শিকি মই এৰি পেলালোঁ আৰু যি অলপ শিকিলোঁ সি সপোন সপোন লাগি থাকিল। এতিয়া এই কলা জনা লোক কোনোবা আছে নে নাই নাজানো।

## 4 বিন্নোট

এই কথাৰ মূল উদ্দেশ্য আছিল এয়ে যে প্ৰতিদ্বন্দ্বীৰ হাতত থকা তৰোৱাল, লাঠী অথবা যি কোনো প্ৰকাৰৰ অস্ত্ৰকেই পেলাই দিয়া আৰু পইচা বন্ধা ৰুমালেৰে বা অপোন হাতেৰেই :প্ৰতিদ্বন্দ্বীক এনে ঢকা দিয়া যাতে তাৰ কামেই শেষ হয়। এই কলাৰ বিষয়ত লক্ষ্ণৌ আগৰপৰা বিখ্যাত আছিল—ইয়াৰ ডাঙৰ ডাঙৰ ওস্তাদসকল হায়দৰাবাদ ( দক্ষিণ )ত আছিল। তালৈ গৈ খবৰ লোৱাত জানিব পৰা গ'ল যে আচলতে তাত এই কলা আজিও জীয়াই আছে। জনা মানুহে কয় যে থিয় হৈ প্ৰতিদ্বন্দ্বিতা কৰা কলাকাৰ জন যদি নিৰস্ত্ৰ হয় তেনেহলে সি কুস্তী, হাতত যদি ছুৰী থাকে তেনেহলে বাঁক আৰু দুগজ দীঘল কাপোৰ বা ৰুমাল হাতত থাকিলে বিন্নোট বুলি কোৱা হয়। বিন্নোটসকলেও আপোন কলা লুকাই ৰাখে আৰু তেওঁলোকৰ নিজৰ মাজত এইটো বন্দোবস্ত আছে ইয়াক কেৱল সজ্জন লোককহে শিকাব আৰু শিকাওঁতা জনক প্ৰতিজ্ঞা কৰাই লয় যে তেওঁ কেতিয়াও নিৰীহ ব্যক্তিৰ প্ৰতি ইয়াৰ প্ৰয়োগ নকৰিব। বিন্নোট সকলৰ পেচও যাক তেওঁলোকে 'পাৰলে' বুলি কয় বৰ উচ্চখাপৰ তজবজীয়ালি আৰু পৰিচ্ছন্নতা থকা দৰকাৰ যি বেছি বয়সীয়া মানুহৰ থাকিব নোৱাৰে

ইয়াৰ বাহিৰেও বিন্নোট কলাকাৰ সকলে মানৱ শৰীৰৰ সকলো নাড়ী নক্ষত্ৰ জানে আৰু সিহঁতে ইয়াকো জানে যে ক'ত অকণমান আঙুলিৰে হেঁচুকি দিলে বা সামান্য এটা আঘাতেৰে মানুহক কাবু কৰি পেলাব পাৰি। এই কলাৰ বাবে হায়দৰাবাদ বিখ্যাত হলেও লক্ষ্ণৌতো ইয়াৰ ওস্তাদ আছিল। পোন প্ৰথমে ৰামপুৰৰপৰা মুহম্মদ ইব্ৰাহীম খাঁক ইয়ালৈ আনিছিল। তালিব শ্যেৰ খাঁ ইয়াৰ এজন বলবান বাঁক আছিল আৰু এওঁ তৰোৱাল চালনাত পাকৈত আছিল। তেওঁ ইব্ৰাহীম খাঁৰ দম্ভ শুনি তৰোৱাল যুদ্ধৰ বাবে সাজু হ'ল। মুহম্মদ ইব্ৰাহীম খাঁইও এই প্ৰত্যাহ্বান স্বীকাৰ কৰি ললে। তালিব শ্যেৰ খাঁই তৰোৱাল উলিয়াই চলোৱাৰ লগে লগেই, মুহম্মদ ইব্ৰাহীম খাঁই পইচা বান্ধি থোৱা ৰুমালখন এনে ভাবে মাৰি পঠিয়ালে যে তালিব শেৰ খাঁৰ হাতৰপৰা তৰোৱালখন জনতকৈ পৰি গ'ল। তেওঁ মুখ মেলি চাই ৰ'ল—আৰু সকলোৱে মুহম্মদ ইব্ৰাহীমৰ ওস্তাদীৰ শলাগ ললে।

ইয়াৰ পিছত শেষলৈকে লক্ষ্ণৌত এই খেলা চলিল। আনকি মাটিয়া বুৰ্জতো মাশূক মহলৰ দাৰোগা মুহম্মদ মেহদী নামৰ এজন লোক বিন্নোটৰ বৰ ওস্তাদ বুলি জনাজাত আছিল।

## 5 কুস্তী

এই কলা প্ৰধানকৈ আৰ্য্যসকলৰ আছিল—হিন্দুস্তানতো আৰু ইৰাণতো। আৰব আৰু তুৰ্ক ইয়াৰ লগত অপৰিচিত আছিল। হিন্দুস্তানৰ পুৰণি অধিবাসী সকলে যিসকল আৰ্য্যৰ আগতেই আছিল এই কলা সম্বন্ধে একো নাজানিছিল। লক্ষ্ণৌত পেচ আৰু প্ৰতিদ্বন্দ্বিতা পৰাজিত কৰাৰ কৌশলৰ খুব বিকাশ হ'ল, কিন্তু কুস্তীৰ আছল কথা নিৰ্ভৰ কৰে শাৰীৰিক শক্তিতহে আৰু লক্ষ্ণৌৰ হাৱা-পানীত প্ৰকৃতিয়ে এনে গুণ নিদিলে যে তাত গুলাম আদিৰ দৰে ভীমকায় পালোৱানৰ জন্ম হ'ব পাৰে। সেয়ে লক্ষ্ণৌৰ কুস্তী কেৱল দাৱ পেচ দেখুওৱাতেই সীমাৱদ্ধ আছিল য'ত নিজতকৈ দুগুণ শক্তিশালীকহে বশ কৰিব পৰা গৈছিল। কিন্তু ইয়াতকৈ বেছি বলবানক পৰাজিত কৰাটো

অসম্ভৱ আছিল। লক্ষ্ণৌৰ অখাড়া আৰু আগৰ পালোৱানৰ গল্প খুব বিখ্যাত কিন্তু দাৱ-পেচৰ কাৰণেহে—শক্তিৰ বাবে নহয়। এবাৰ মই ইয়াৰ এজন বিখ্যাত পালোৱান চৈয়দৰ তেওঁতকৈ দুগুণ ডাঙৰ শৰীৰৰ পঞ্জাবী পালোৱান এজনৰ সৈতে যুঁজ দেখিছিলোঁ। ইয়াত অকণো ভুল নাই যে চৈয়দৰ যুঁজ আৰম্ভণিৰেপৰা ভাল আছিল। কিন্তু ফল হ'ল ঘণ্টাৰ ভিতৰতে চৈয়দ ঘামত লুতুৰি-পুতুৰি হ'ল, বল শেষ, উশাহ চুটি হৈ আহিল আৰু পাঞ্জাবী পালোৱানজনৰ একোৱেই নহ'ল। শেষত চৈয়দে নিজ যুঁজৰ ক্ষেত্ৰ এৰি পলাল আৰু বিনা যুদ্ধই পৰাজয় স্বীকাৰ কৰি ললে।

## 6 বৰ্ছা বল্লম

যুদ্ধৰ ই এক পুৰণি কৌশল—আৰ্য্য, তুৰ্ক আৰু আৰবৰ মাজত প্ৰচলিত আছিল। আৰবৰ বল্লম দীঘল আৰু তাৰ আগ জোঙা। তুৰ্কৰ বল্লম সৰু আৰু তাৰ আগডোখৰ জোঙ্ থকা উই হাফলুৰ দৰে। আৰু হিন্দুস্তানৰ আৰ্য্যসকলৰ বল্লম দীঘল, কিন্তু তাৰ আগ পাতল আৰু পাণৰ নিচিনা ধাৰ থকা। কিন্তু আচৰিত কথা এই, তিনিও প্ৰকাৰৰ বল্লমেই লক্ষ্ণৌত আছিল। ডাঙৰ বল্লম পাঁচ গজ দীঘল আৰু সৰুবোৰ তিনি গজ দীঘল। ডাঙৰ বল্লমবোৰ এনে আছিল যে তাত কোনো প্ৰকাৰৰ লেহুকা গুণ থাকিব নালাগিব—আৰু সেই ধৰণে ইয়াক চালনা কৰাৰ প্ৰক্ৰিয়াও বেলেগ বেলেগ। লক্ষ্ণৌত বিখ্যাত আৰু আচল বল্লম যোদ্ধা আছিল মীৰ কল্লু—এওঁৰ নাম বুৰহান উল-মুল্কৰ সময়তে ফাটিফুটি গৈছিল। এই ক্ষেত্ৰত তেওঁৰ পাছত মীৰ আকবৰ বিখ্যাত হ'ল। পাছত বৰেলী আৰু ৰামপুৰৰপৰা বহুত বল্লমধাৰী অহা আৰম্ভ হ'ল। গাজীউদ্দীন হায়দৰৰ সময়ত বাদছাহৰ হাতী চিকাৰৰ চখ হ'ল। তেতিয়া বল্লমৰ কলা জনা সকলৰ আদৰ বাঢ়িল আৰু যুদ্ধত এই অস্ত্ৰই বেছি কাম দিব ধৰিলে। কিন্তু দুৰ্ভাগ্যক্ৰমে, এই পুৰণি অস্ত্ৰ, যাৰ দ্বাৰা ডাঙৰ ডাঙৰ প্ৰাচীন জাতিয়ে প্ৰসিদ্ধি পাইছিল লক্ষ্ণৌত ব্যৱহাৰিক

আৰু নকল ৰূপত আজিও আছে—কিন্তু কেৱল বৰযাত্ৰীৰ সমদলতহে ই কামত লাগে।

## 7 বানা

এই কলা নিম্ন বৰ্গৰ মাজত প্ৰচলিত আছিল আৰু কিছু পৰিমাণে আজিও বাকী আছে। লাঠী যুঁজৰ হাত আৰু "জদে" ইয়াৰপৰাই ওলাইছে। বানাৰ উদ্দেশ্যও হৈছে এয়ে যে 'বানা' অথবা লাঠী ঘূৰাই ব্যক্তি শত্ৰুৰ কবলৰপৰা ওলাই যায়। 'বানা' এখন দীঘল তৰোৱালৰ নাম যাৰ এফালে এটা লাৰুৰ দৰে থাকে, কিছুমানে দুয়ো ফালে ৰাখে আৰু এনে ভাবে ঘূৰাই যে কোনো কাষ চাপিব নোৱাৰে। কিছুমানে লাৰুটোত কাপোৰ বান্ধি তেলত ডুবাই তাক জ্বলাই লয় আৰু এই দৰে ঘূৰায় যে নিজৰ গাত অকণো জুই নালাগে আৰু শত্ৰু জুইৰ ভয়ত দূৰে দূৰে থাকে।

## 8 তীৰন্দাজী ( কাঁড় মৰা )

পৃথিৱীৰ সকলো যুঁজাৰু জাতিৰ ই পুৰণি অস্ত্ৰ আৰু প্ৰাচীন কালৰ বন্দুক। ইয়াত বহু নানা কৌশল দেখুৱায় আৰু উচ্চ নিম্ন সকলোৱে ইয়াক শিকাটো আৱশ্যক বুলি ভাবিছিল। এই পাত সেই অস্ত্ৰয়েই, যাৰ দ্বাৰা ৰজা ৰামচন্দ্ৰ আৰু তেওঁৰ ভায়েক লক্ষ্মণে ৰাৱণ আৰু তেওঁৰ নিচিনা ভীমকায় শত্ৰুক নিধন কৰিছিল। বন্দুকৰ আবিষ্কাৰে ইয়াৰ বল অৱশ্যে কমাই দিছে, কিন্তু যুদ্ধ কৌশলৰ পিনৰপৰা ইয়াৰ মহত্ব বহুত। • কামান ইমান টানকে ৰখা যায় তীৰ চলোৱাটো সকলোৰে পক্ষে সহজ নহয়। কিন্তু যাৰ ধনু যিমান টান তাৰ শৰ সিমান দূৰলৈ যাব আৰু তীক্ষ্ণতৰ হ'ব। আৰবসকলে তেওঁলোকে দিগ্বিজয়ৰ সময়ত দেখুৱা ধেনু-যুঁজৰ কৌশল বৰ বিস্ময়কৰ। দহ-পাঁচ দিন আগতে বিয়া কৰোৱা এজনী আৰব কইনাই দমিস্ক বিজয়ৰ সময়ত পতি হত্যাৰ প্ৰতিশোধ লবলৈ ইমান বেছি তীৰ বৰষিব ধৰিলে যে প্ৰথমে শত্ৰুৰ পতাকাধাৰী জনক মাৰিলে আৰু দ্বিতীয়তে শত্ৰুৰ

বীৰ চৰ্দ্দাৰ টামসৰ চকুত এনে ভাবে লাগিল যে তাক কোনোপধ্যেই উলিয়াব নোৱাৰিলে আৰু শেষত ওলাই থকা খণ্ডও কাটি বাকী চকুতেই থাকিব দিলে।

অৰধৰ পাঁসী আৰু ভৰ জাতি এই কলাত আগৰেপৰা পাকৈত আছিল। পাছত নতুন নতুন ওস্তাদ দিল্লীৰপৰা আহিল আৰু আচফউদ্দৌলাৰ শাসন কালত ওস্তাদ ফৈজখছে বাদছাহৰ ইঙ্গিতমতেই মিৰ্জা হায়দৰৰ দেউতাকক যিজন হাতীত উঠি আহিছিল, এনে ফূৰ্ত্তিৰে তীৰ মাৰিলে যে কোনোৱে তেওঁ ধেনু টোঁওৰা নেদেখিলে বা গমেই নাপালে। যদিও কাঁড় তেওঁৰ টঙালি কাটি ওলাই গৈছিল, কিন্তু শেষ পৰ্যন্ত তেওঁ নজনা হৈয়েই থাকিল। ঘৰ পাই টঙালি খোলাত তেজৰ লুতুৰি পুতুৰি হোৱা দেখা পালে আৰু ঘা টুকুৰাৰপৰা তেজৰ ধাৰ ববঁলৈ ধৰিলে আৰু ক্ষন্তেকৰ ভিতৰতে মৃত্যুৱেই হ'ল।

এই কলা শিকোৱাৰ পদ্ধতিটোও বৰ টান আছিল। এতিয়া এই কলাৰ ব্যৱহাৰ সকলো সভ্য জাতিৰপৰা নাইকিয়া হৈ গ'ল। আধুনিক অগ্নিবৰ্ষী অস্ত্ৰ-শস্ত্ৰই ইয়াক একেবাৰে নিৰৰ্থক কৰি পেলালে। কিন্তু হিন্দুস্তানৰ অসভ্য (1) জাতি বিলাকৰ মাজত আজিও ধণূৰ্বাণ ব্যৱহাৰ কৰে।

## 9 কটাৰ

এই পুৰণি অস্ত্ৰপাত বিশেষকৈ আৰ্য্য জাতিৰ আছিল আৰু পাছত ইয়াৰ খুব বেছি ব্যৱহাৰ কৰিলে চোৰ-ডকাইতবোৰে। ইয়াৰ দ্বাৰাই প্ৰতিদ্বন্দ্বীক প্ৰত্যাহ্বান জনাই আক্ৰমণ কৰিব নোৱাৰি, তেওঁক কব নোৱাৰাকৈহে আক্ৰমণ কৰিব পাৰি। এই কাৰণতেই সম্ভৱতঃ দিল্লীতো আৰু বিশেষকৈ লক্ষ্ণৌত ভাল ঘৰৰ মানুহে ইয়াৰ দ্বাৰা কাম লবলৈ এৰি দিলে। কটাৰ (ডেগাৰ) সকলোৱে বান্ধে কিন্তু তাৰে যুঁজা বা আক্ৰমণ কৰিবলৈ কোনোৱে নাজানে। ইয়াৰ দ্বাৰা আক্ৰমণ কৰাৰ সূত্ৰ আছিল এয়ে যে যেতিয়াই ইচ্ছা তেতিয়াই আক্ৰমণ কৰা কিন্তু শত্ৰুৰ গাত ক'তো আঁচোৰ যাতে নালাগে আৰু যেতিয়া ইচ্ছা

হয় গল পাৰ কৰি দিয়া ( ছুছোৰা কৰি দিয়া )। ইয়াৰ দ্বাৰাই চোৰে প্ৰায় ৰাতি শুই থকা প্ৰতিদ্বন্দ্বীক আক্ৰমণ কৰে আৰু লুকাই কাম শেষ কৰে।

10 জল বাঁক

আমি আগতে বৰ্ণনা কৰা ই সেই বাঁকৰ কলাই। পাছত ইয়াক সাঁতোৰৰ লগত লগ লগাই দিয়া হৈছিল। ইয়াৰ উদ্দেশ্য আছিল এই যে গভীৰ পানীত শত্ৰুক কাবু কৰি তাক বান্ধি অনা বা পানীতেই তাৰ কাম শেষ কৰি দিয়া। ইতিহাসত ইয়াৰ আৰু ক'তো উল্লেখ পোৱা নাযায় কিন্তু লক্ষ্ণৌৰ সাঁতোৰত ওস্তাদ মীৰক জান নামৰ এজনে ইয়াক প্ৰথমে উলিয়াইছিল আৰু শ শ শিষ্যক শিকাইছিল। এনেয়ে দেখাত ইয়াৰ আৱিষ্কাৰ লক্ষ্ণৌতেই হৈছিল আৰু সাঁতোৰৰ কিছুমান কৌশল ইয়াৰ ওস্তাদেই জানে আৰু ক'তো এই কলাৰ নাম নাই।

সাঁতোৰত লক্ষ্ণৌৱে উন্নতি কৰিছিল তাৰ উল্লেখ আমি আগলৈ কৰিম।

16

উৰ্দুত এফাকি বচন আছে—"বুঢ়া কালত কামবাসনাই জিভাত থিতাপি লয়।" এনেয়ো বীৰ আৰু শূৰবীৰ সকলৰ শৌৰ্য্য সম্পৰ্কে এই অভিজ্ঞতা হৈছে যে যেতিয়া দুৰ্ব্বলতা আহে, অথবা হাত ভৰিৰ শক্তিয়ে সুকুলায় অৱশ হয় তেতিয়া সকলো বীৰত্ব আৰু শৌৰ্য্য হাতৰ-পৰা আহি জিভা আৰু চকুত জমা হয়হি। এতিয়া তেওঁলোকে বীৰত্ব আৰু প্ৰসিদ্ধিৰ গল্প কয় আৰু বীৰত্বৰ কাম নিজে নেদেখুৱায়—তেওঁ-লোকৰ তামছা যুঁজাৰু জন্তুৰ মাজেদি চাই আৰু অইনকো দেখুৱাই প্ৰশংসা লাভ কৰে।

এই অৱস্থা লক্ষ্ণৌৰ আছিল। যেতিয়া যুদ্ধৰপৰা মানুহে অৱসৰ পালে আৰু যুদ্ধক্ষেত্ৰত থিয় হ'বৰ সাহস তেওঁলোকৰ নাইকিয়া হ'ল তেওঁলোকৰ যুদ্ধ ভাবনাই জন্তুক যুঁজাই বীৰত্ব আৰু ৰক্তপাতৰ খেল চোৱাৰ চখ আনি দিলে। এই চখ অৱশ্যে কম বেছি পৰিমাণে সকলো ঠাইতে আছে, কিন্তু ইয়াত যিমান ৰুচি লক্ষ্ণৌবাসীয়ে দেখুৱালে আৰু সেই নিৰৰ্থক আৰু নিষ্ঠুৰ ৰুচিক তেওঁলোকে যি বিকশিত ৰূপ দিলে সেয়া অইন ঠাইৰ মানুহে সপোনতো দেখা নাছিল কিজানি। আৰু যদি মনোযোগেৰে চাই তেনেহলে স্বীকাৰ কৰিব লাগিব যে এই চখৰ যি কৰিমা (সন্মোহন) আৰু আমোদপূৰ্ণ তামছা লক্ষ্ণৌৰ আশে-পাশে দেখা পোৱা গৈছিল সি দিল্লী অথবা হিন্দুস্তানৰ দৰবাৰৰ কিয়, সম্ভৱতঃ সমগ্ৰ পৃথিৱীৰ কোনো চহৰতে দেখা নগৈছিল।

লক্ষ্ণৌত অইনৰ বীৰত্বৰে নিজৰ মনৰ আকাংক্ষা প্ৰকাশ কৰাৰ চখ তিনি ধৰণে পূৰণ কৰা হৈছিল। (ক) হিংস্ৰ আৰু চতুষ্পদী জন্তুৰ যুঁজ লগাই (খ) চৰাইক যুঁজাই (গ) ভুঙ্কল আৰু কণকোৰা—অৰ্থাৎ চিলা কটাকটি কৰি। এই তিনিও বিধৰ কথা আমি জনা দৰে বেলেগে বেলেগে বিৱৰণ দি কব খুজিছোঁ।

প্ৰথম প্ৰকাৰৰ অৰ্থাৎ হিংস্ৰ আৰু চতুষ্পদী জন্তুৰ যুঁজৰ খেল তলত দিয়া জন্তুবোৰক যুঁজাই দেখুওৱা হৈছিল—(1) সিংহ (2) বাঘ (3) তেন্দুআ (4) হাতী (5) উট (6) গড় (7) বাৰশিঙীয়া হৰিণ (8) মেঢ়ে। পশু যুঁজৰ চখৰ কথা প্ৰাচীন ভাৰতত ক'তো আৰু কেতিয়াও শুনা নগৈছিল। এই ৰুচি ৰোমবাসীৰ আছিল য'ত মানুহ আৰু জন্তু কেতিয়াবা নিজৰ নিজৰ ভিতৰত আৰু কেতিয়াবা ইটোৰ লগত সিটোৰ যুদ্ধ হৈছিল। খৃষ্টান ধৰ্মৰ প্ৰগতিৰ লগে লগে এই চখো শেষ হৈ গ'ল। কিন্তু এতিয়াও স্পেনত আৰু ইউৰোপৰ অন্য কিছু দেশত জংগলী ষাড়ৰ যুঁজ আৰু কেতিয়াবা মানুহৰ সৈতে ষাঁড়ৰ যুঁজো হয় লক্ষ্ণৌত গাজীউদ্দীন হায়দৰ বাদচাহক সম্ভৱতঃ তেওঁৰ ইউৰোপীয়ান বন্ধু মহলে হিংস্ৰ জন্তুৰ যুঁজ চাবলৈ নিচা লগালে। বাদচাহ তৎক্ষণাত মান্তি হ'ল আৰু অলপ দিনৰ ভিতৰতে ৰাজকীয় ৰুচি 'এই ভয়ানক

আৰু বৰ বৰ যুঁজৰ প্ৰতি ইমান বাঢ়িল যে এই বিষয়ত কৰিবলৈ একো বাকী নাৰাখিলে। মোতী মহলৰ ঠিক নদীৰ পাৰতে দুটা নতুন ঘৰ মুবাৰক মঞ্জিল আৰু চাহ মঞ্জিল সজা হ'ল। তাৰ সমুখত নদীৰ পাৰে পাৰে বহু দূৰলৈ ৰমণীয় বাগিছা—য'ত লোৰ কাঠঘৰ সাজি এখন বিশাল চৰণীয়া ক্ষেত্ৰ সজালে। ইয়াত ভাল ভাল হেজাৰ বিজাৰ জন্তু আনি এৰি দিলে। কেৱল হিংস্ৰবোৰক কাঠঘৰাত বন্ধ কৰি থৈছিল। এই চৰণীয়া পথাৰৰ লগতে নদীৰ পাৰত বনৰীয়া জন্তুক যুঁজাবৰ বাঁহৰ গঁৰাল বান্ধি বা লোহাৰ শলখাৰে ডাঙৰ ডাঙৰ আহল-বহল সুৰক্ষিত খেল পথাৰ সজালে—চাহ মঞ্জিলৰ ঠিক সমুখত নদীৰ সিপাৰে। নদীৰ বহল সেইখিনিত খুব কম। বাদচাহ, তেওঁৰ অতিথি আৰু তোষামোদকাৰীৰ দলে চাহমঞ্জিলৰ ওপৰৰ ছাঁদত ছামিয়ানাৰ ছাঁয়াত শান্তিৰে আৰু আৰামেৰে সিহঁতৰ বিহাৰ চায় আৰু সিপাৰৰ ঘেৰি থোৱা পথাৰত হিংস্ৰ জন্তুব ভয়ঙ্কৰ আৰু লোমহৰ্ষক যুদ্ধৰ দৃশ্য উপস্থিত হয়। হিংস্ৰ জন্তু আৰু মতলীয়া হাতীৰ মাজত যুঁজ লগোৱাটো সহজ কাম কিন্তু সিহঁতক চম্ভলাটো খুব মস্কিল। এটা মতলীয়া হাতী বা সিংহ এটা কাঠৰ গড়ালৰপৰা মুকলি হলে নগৰত হাহাকাৰ লাগি পৰে আৰু বহুতো প্ৰাণ হানি হয়। কিন্তু এনে ভয়ানক কামতো ইমান পাৰ্গত হৈ গৈছিল যে সেই সময়ত ইউৰোপীয়ান পৰ্যটক যি সকল দৰবাৰত উপস্থিত আছিল নিজে তেওঁলোকৰ গ্ৰন্থত স্বীকাৰ কৰি গৈছে যে বনৰীয়া জন্তু পালন কৰা, তাক পোহ মনোৱা, আৰু সিহঁতক চোৱামেলা কৰা মানুহ লক্ষ্ণৌতকৈ ভাল পৃথিৱীৰ ক'তো নাই। এওঁলোকেই হাতী আৰু হিংস্ৰ জন্তুবোৰ আনি এৰি দিয়ে, বশলৈ আনে, সিহঁত হাৰিবৰ সময়ত বিজেতা আৰু পৰাজিত দুয়োটা জন্তুকেই বশ কৰি থয়। এই কামৰ নিমিত্তে শ শ ডুমৰু বজাওঁতা আৰু বল্লমধাৰী নিযুক্ত হৈছিল যিবোৰে সিহঁতক মাৰে আৰু নিজকো আক্ৰমণৰপৰা ৰক্ষা কৰে। লোহাৰ দহদহীয়া শলা আৰু ফটকা বাজীৰে সিহঁতক যি পিনেই ইচ্ছা কৰে সেই পিনেই ঘূৰায় আৰু য'লৈ ইচ্ছা ত'লৈ খেদি লৈ যায়। সিংহ আৰু কুকুৰনেচীয়া বাঘক কাঠঘৰাত বন্ধ কৰি থয়।

অৰ্থাৎ সিহঁতৰ ফূৰ্তি, চালাকি, চলন-ফুৰণ আৰু সাৱধানতা জন্তুৰ যুঁজতকৈও বেছি আকৰ্ষণীয় আৰু আশ্চৰ্য্যৰ কথা হৈ পৰে। এই কথাবোৰ দেখি মুহূৰ্ত্ততে চকুত পৰে যে এই বিৰাট বিৰাট ভীমকায় আৰু ভয়ঙ্কৰ হিংস্ৰ জন্তুবোৰক মানবে কি উপায়েৰে বশলৈ আনিছে। এতিয়া এই জন্তুবোৰৰ প্ৰত্যেকৰ যুঁজৰে পৃথক পৃথক বৰ্ণনা শুনক— যিবোৰো তেনেই নীৰস নহয়।

## 1 বাঘ

নেপালৰ তৰাই অঞ্চলৰপৰা ধৰি আনি বহুতো বাঘ বাদচাহে জমা কৰি থৈছিল। ইয়াৰে কিছুমান বৰ ডাঙৰ ডাঙৰ আছিল। কেইবাখনো যুদ্ধত জয়লাভ কৰি ইয়াৰে কেইটামান বাদচাহৰ বৰ প্ৰিয় পাত্ৰ হৈছিল। যুঁজৰ বাবে সিহঁতৰ কাঠঘৰ। পথাৰৰ ওচৰলৈ নি খুলি দিয়ে। এৰি দিয়াৰ লগে লগে দুয়োটা জন্তুৱে গোজৰণি মাৰি আক্ৰমণ কৰে আৰু দাঁত, ভৰিৰ হাতোৰাৰে ক্ষত-বিক্ষত কৰি যুঁজে। কেতিয়াবা ইটোৱে সিটোক পেলাই লৈ ওপৰ উঠে আৰু কেতিয়াবা সিটোৱে ইটোক। বহুত সময় এই যুঁজ চলি থাকে কেতিয়াবা এটা প্ৰতিদ্বন্দ্বী মৰা পৰে আৰু কেতিয়াবা খুব আঘাত পাই সাহস হেৰুৱাই পেলায় খুব বেছি ৰক্তপাত হোৱা বাবে দুৰ্ব্বল হৈ পলায় আৰু প্ৰতিদ্বন্দ্বীজনে খঙত তাৰ পাছে পাছে যায়। সেই সময়ত দুয়োকো চম্ভালিব আৰু বশ কৰিবৰ নিমিত্তে যুঁজ লগাওঁতা সকলৰ কৌশল তেওঁলোকৰ দৌৰাদৌৰি আৰু কাৰ্য্য চাবলগীয়া হয়।

বাঘক সাধাৰণতে নাহৰফুটুকী বাঘৰ লগত যুঁজোৱা হয়। কিন্তু ইয়াত এনে বলবান নাহৰফুটুকী বাঘ আছিল যে কদা কাচিতহে বাঘে জয়লাভ কৰিব পাৰিছিল। বাঘৰ নিজৰ ভিতৰত যুঁজাৰ যি গৌৰৱ ইহঁতৰ লগত যুঁজৰো সেই একেই মহত্ব। কেতিয়াবা কেতিয়াবা বাঘ আৰু হাতীৰো যুঁজ লগোৱা হৈছিল। কিন্তু সিহঁতৰ যুঁজ সমানৰ নহৈছিল আৰু তাৰ ফলো আশা কৰা দৰে নহৈ বেলেগ বেলেগ আৰু বিপৰীত হৈছিল। হাতী যদি খুব শক্তিশালী আৰু মদমত্ত হয়,

তেতিয়া হলে বাঘ খুব কমেইহে সন্মুখীন হ'ব পাৰে। সকলোতকৈ আমোদজনক যুঁজ হৈছিল বাঘ আৰু গড়ৰ মাজত। গড়ৰ পেটৰ বাহিৰে শৰীৰৰ বাকী অংশ লোৰ দৰে মজপুত। তাত বাঘৰ দাঁতে, ভৰিৰ হাতোৰাই একো কৰিব নোৱাৰে। এই স্বাভাৱিক শক্তিৰ অহঙ্কাৰতে ভয়ানক আৰু যি কোনো প্ৰকাৰৰ শক্তিশালী প্ৰতিদ্বন্দ্বীকেই পৰোৱাই নকৰিছিল। নিজে যেতিয়া মূৰটো তলমূৰা কৰি প্ৰতি-দ্বন্দ্বীৰ পেটৰ তলত তাৰ মূৰৰ ওপৰত থকা খড়্গ এনে ভাবে খুছি দিয়ে যে তাৰ সকলো নাড়ী ওলাই আহে আৰু প্ৰতিদ্বন্দ্বীৰ জীৱনলীলাও শেষ হয়।

কদা কাচিতহে বাঘে গড়ক বগৰাই পেলাই নখ আৰু দাঁতেৰে তাৰ পেট ফালি দিব পাৰিছিল। প্ৰায়েই গড়ে খড়্গ বহুৱাই দি বাঘক মাৰিছিল।

কিন্তু সকলোতকৈ আচৰিত কথা হৈছিল বাদচাহ নছীৰউদ্দীন হায়দৰৰ সময়ত এবাৰ ঘোঁৰাৰ লগত যুঁজি এটা বাঘৰ খুব ক্ষতি হৈছিল। ই এটা অদ্ভুত ঘোঁৰা আছিল। মানুহক ভয় খুওৱাত ই হিংস্ৰ জন্তুতকৈও আগবঢ়া আছিল। তাৰ ওচৰলৈ যাবৰ কাৰো সাহস নহৈছিল। তাক দূৰৈৰপৰাই দানা আগবঢ়াই দিছিল আৰু মুকলি হলেই বহুতো মানুহক মাৰি পেলায়, আগতে যাকেই পায় তাক মাৰি হাড় মাংস চোবাই পেলায় আৰু শটোৰ অৱস্থা চিনিব নোৱাৰা কৰি পেলায়। বাধ্য হৈ তাক বাঘৰ লগতে এৰি দিবলৈ সিদ্ধান্ত কৰা হ'ল। বাঘক ভয় কৰাৰ সলনি সি বাঘৰ লগত যুঁজিবলৈ সাজু হ'ল। বাঘে জাপ মাৰি তাৰ ওপৰত জপিয়াই পৰিল। ঘোঁৰাটোৱে আগফালে এনেকৈ তলমূৰা কৰিলে যে বাঘ পাব হৈ আঁতৰত পৰিল। বাঘে যেতিয়া তাৰ তপিনাত নখ দাঁত বহুৱাই দিলে আৰু লগেলগেই ঘোঁৰাটোৱে লাথি মাৰি দিয়াৰ কোবত বাঘে ধোঁৱা-কোৱা দেখি দূৰৈত পৰিলগৈ। কিন্তু অলপ সময় চন্তালি কেইমিনিট মানৰ ভিতৰত পুনৰ জাপ মাৰি ঘোঁৰাটোৰ ওপৰত পৰিলগৈ। ঘোঁৰাটোৱে সেই আগৰ কথাকেই কৰিলে, তাৰ শৰীৰৰ আগভাগটো তললৈ কৰি দিলে।

বাঘ পাছফালে পৰিলগৈ আৰু নখ বহুৱাই তাক মাৰি পেলাব খুজিলে —কিন্তু ঘোঁৰাটোৱে ইমান জোৰেৰে লাথি মাৰিলে যে বাঘটোৰ দাঁতৰ পাৰি ভাগি গ'ল আৰু চিট্‌ ভোলোঙা দি বাগৰি পৰিল। এই আঘাত পাই বাঘটোৱে সাহস হেৰুৱাই পেলালে—আৰু ঘোঁৰাৰ পিনে পিঠি দি পলাবলৈ ধৰিলে। তামছা চোৱা সকল আচৰিত হৈ পৰিল। তাৰ পিছত অইন এটা ডাঙৰ বাঘ এৰি দিলে। সি যুঁযুঁজিলেই। বাধ্য হৈ সেই বাঘটোকো লৈ যোৱা হ'ল। আৰু তিনিটা বনৰীয়া ম'হ এৰি দিলে। সিহঁতেও ঘোঁৰাটোৰ লগত যুঁজিব খুখুজিলে। ঘোঁৰাটোৱে আগবাঢ়ি নোজোকোৱাকৈ এটা ম'হক এনে জোৰেৰে লাথি এটা মাৰিলে যে সি বেকাঁ হৈ গ'ল আৰু তাৰ লগৰ দুজনে ঘোঁৰাটোক প্ৰশংসা কৰি মূৰ জোকাৰি যেন ক'লে "হঁা ঠিক হৈছে।" শেষত ঘোঁৰাটো এৰি দিয়া হ'ল। নচীৰউদ্দীনে ক'লে, "মই ইয়াৰ কাৰণে সোণৰ পিঞ্জৰা এটা সজাই দিম আৰু ইয়াৰ ভৰণ-পোষণৰ ব্যৱস্থাও কৰিম। পিতাৰ শপত ই সঁচাকৈয়ে বৰ বীৰ।

## 2 নাহৰ ফুটুকী বাঘ

সকলো হিংস্ৰ জন্তুকেই যুঁজৰ দুই এদিন আগৰ পৰাই খালী পেটে ৰখা হয় কিন্তু নাহৰ-ফুটুকীৰ ক্ষেত্ৰত এই বিষয়ে বিশেষ ভাবে মন দিব লাগে। কাৰণ ই যিমান নিষ্ঠুৰ আৰু ভয়ানক সিমানেই কেতিয়াবা ভীৰু হৈয়ো পৰে। পতনো-মুখী ৰাজকুমাৰৰ দৰে ইহঁতেও খোছামোদ পছন্দ কৰে। তাৰ ইচ্ছা হলেই যুঁজিব আৰু তাৰ ইচ্ছা নহলে লাখ চেষ্টা কৰিলেও যুঁজাব নোৱাৰে। যুঁজত সি পিছুৱাই পিছুৱাই—আঁতৰি আঁতৰি থাকি প্ৰতিদ্বন্দ্বীৰ ওপৰত আক্ৰমণ কৰে। প্ৰথমে জাপ মাৰি এটাই আনটোক জখম কৰিব খোজে। এবাৰ দুবাৰ জপিয়াই তাৰ পিছত পিছ ঠেঙত ভৰি দি থিয় হৈ হাতোৰাৰে যুঁজিব ধৰে। ই এক বৰ ভয়ানক যুঁজ। দুয়োটাই গুজৰি গুমৰি প্ৰতিদ্বন্দ্বীক হাতোৰাৰে আক্ৰমণ কৰে। শেষত বলবানটোৱে দুৰ্বলটোক বগৰাই পেলাই চাপৰ

মাৰি মাৰি শক্ৰৰ কাম শেষ কৰে। কিন্তু নিজেও মূৰৰপৰা ভৰিলৈ জখমী হৈ পৰে।

## 3 তেন্দুআ— কুকুৰনেচীয়া বাঘ

কুকুৰনেচীয়া সৰু আকৃতিৰ বাঘ। কিন্তু এই কথা প্ৰচলিত হৈ আছে যে লক্ষ্নৌত বাঘৰ লগত প্ৰায় কুকুৰনেচীয়াই হে যুঁজিছিল। সিহঁতে ভীষণ ভাবে যুঁজি প্ৰায়েই বাঘক পৰাজিত কৰিছিল। কুকুৰনেচীয়াৰ যুঁজ অবিকল বাঘৰ দৰে হৈছিল। যুঁজি যুঁজি দুয়ো প্ৰতিদ্বন্দ্বী ভীষণভাবে জখমী হৈ পৰে আৰু পৰাজিত প্ৰতিদ্বন্দ্বী কেতিয়াবা তাতেই যুদ্ধক্ষেত্ৰতেই পৰি মৰে আৰু কেতিয়াবা হাৰি পলাই যায়।

## 4 হাতী

লক্ষ্নৌত হাতী যুঁজ খুব ভাল পাইছিল আৰু বৰ আমোদজনক বুলি ধৰিছিল। এই চখ ইমান বাঢ়ি গৈছিল যে বাদছাহ নছীৰউদ্দীন হায়দৰৰ সময়ত ডেৰশ যুঁজৰ হাতীয়েই আছিল। সিবোৰক বাহন হিচাপে ব্যৱহাৰ কৰা নহৈছিল। হাতী যুঁজৰ বাবে চৰ্ত্ত আছিল যে সিহঁত মদ মত্ত হ'ব লাগিব। সেই কাৰণে হাতী যেতিয়ালৈ মতলীয়া নহয়—নুযুঁজে আৰু যদি যুঁজেও জয়ী হোৱাৰ আৰু শক্ৰক পৰাজিত কৰাৰ আচল আৰু উৎসাহ নাথাকে।

যুঁজৰ সময়ত তাৰ গলৰপৰা নেজলৈ এডাল জৰী বন্ধা থাকে। প্ৰতিদ্বন্দ্বীৰ সমুখীন হোৱাৰ লগে লগে আপোন মূৰ আৰু নেজ ওপৰলৈ কৰি জোৰেৰে চিঞৰি, ইটোৱে সিটোক আক্ৰমণ কৰে আৰু ভীষণ যুঁজ লাগি উঠে। ইয়াৰ পাছত খুন্দিয়া-খুন্দি আৰম্ভ হয় আৰু তাৰ শব্দ বহু দূৰলৈ যায়। পাছত দুয়ো ইটোৰ সিটোৰ মুখ লগাই দাঁতেৰে খামুচি ইটোৱে সিটোক টানি আনি থেলি দিবলৈ আৰম্ভ কৰে। সিহঁতৰ দেহাৰ বাগৰা বাগৰি চাই সিহঁতে কিমান জোৰ লগাইছে ধৰিব পাৰি। মাউতে অঙ্কুশ মাৰি মাৰি জোৰ দিবলৈ সিহঁতক উচটায়। শেষত দুয়োটাৰ ভিতৰত এটা হাতী দুৰ্বল

হৈ পৰে আৰু দাঁতৰ খুন্দা সহ্য কৰিব নোৱাৰি মাটিত বাগৰি পৰে। বিজয়ী হাতীটোৱে তেতিয়া দাঁতেৰে তাৰ পেট ফালি পেলায়, তাৰ জীৱনেই শেষ কৰে। কিন্তু হাতীৰ স্বভাৱ হ'ল এয়ে যে দুৰ্বল হোৱাৰ লগে লগে দাঁত এৰি দি সি পলায় আৰু বিজয়ী হাতীয়ে তাৰ পাছে পাছে খেদে। যদি হে লগ পায় খুন্দা মাৰি তাক পেলাই দিয়ে আৰু প্ৰায়েই দাঁতেৰে পেট ফালি পেলায় আৰু যদি সি পলাই সাৰিলে তেনেহলে ৰক্ষা পৰিল।

লক্ষ্ণৌত হাতীৰ লগত প্ৰায়েই গড়ৰ যুঁজ লগাইছিল। কিন্তু অসুবিধা এয়ে আছিল যে সিহঁতে যুঁজিব নোখোজে আৰু যদি কেতিয়াবা যুঁজে তেনেহলে ভীষণ যুদ্ধ হৈছিল। যদি কেতিয়াবা হাতীয়ে ঢকিয়াই গড়টোক বগৰাই দিব পাৰে তেনেহলে পেটত দাঁত বহুৱাই দি তাৰ কাম শেষ কৰিছিল। আৰু যদি গড়ে সুবিধা পাই তাৰ খড়্গ হাতীৰ পেটত সুমুৱাই দিব পাৰে তাৰ ছাল বহুখিনি ফাটি যায়। কিন্তু হাতীৰ শুঁড়ৰ সহায়ত গড়ৰ খড়্গৰপৰা তাৰ নিজৰ শৰীৰটো যথেষ্ট দূৰৈত ৰাখিছিল আৰু বেছি আঘাত পোৱাৰপৰা নিজকে ৰক্ষা কৰিব পৰিছিল।

## 5 উট

এনেয়ে পৃথিবীৰ সকলো প্ৰাণীয়েই যুঁজিব পাৰে—কিন্তু যুঁজৰ বাবে উটতকৈ আৰু বেছি অসুবিধাজনক অইন একো জন্তু হ'ব নোৱাৰে। কিন্তু লক্ষ্ণৌত উটকো মতলীয়া আৰু উৎসাহী কৰি যুঁজোৱা হৈছিল। উটৰ শান্ত গুণ বিখ্যাত আৰু সি পৰি যোৱাটোও তাৰ বাবে ভয়ানক। উটৰ উৎসাহ কফ আৰু ফেন ওলোৱাত প্ৰকাশ পায়। সিহঁতে কফ উলিয়াই দৌৰে আৰু গালি পাৰি এটাই আনটোৰ মুখত থুৱাই অৰ্থাৎ বক্‌বক্ কৰি আৰু ফেন উৰুৱাই সিহঁতে যুদ্ধ আৰম্ভ কৰে। যিয়ে সুবিধা পায় প্ৰতিদ্বন্দ্বীৰ ওলমি থকা ওঁঠত দাঁতেৰে কামুৰি ধৰি টানি-বলৈ আৰম্ভ কৰে। যি উটৰ ওঁঠ শত্ৰুৰ দাঁতত লাগিল, প্ৰায়েই সি পৰি যায় আৰু পৰাজিত হয় তাতেই যুদ্ধ শেষ হয়।

## 6 গড়

গড়তকৈ বলবান আৰু কোনো জন্তুৱেই জন্মগ্ৰহণ কৰা নাই। আকাৰত ই বাঘ আৰু হাতীতকৈ সৰু কিন্তু তাৰ শৰীৰ এনে তীখাৰ দৰে টান যে তাত হাতীৰ দাঁতেও একো কৰিব নোৱাৰে—বাঘৰ দাঁত নখেও আৰু টলাব নোৱাৰে কেৱল পেটৰ ছাল টুকুৰা নৰম। যদি কোনো জন্তুৱেই তাতে আক্ৰমণ কৰিব পাৰে তাক মাৰি পেলায়—নহলে সকলো জন্তুৱেই শক্তি প্ৰয়োগ কৰি আৰু শেষত গড়ে তাৰ মূৰৰ ওপৰত থকা মজপুত খড়্গেৰে তাৰ পেটত খুচি খুচি তাক মাৰি পেলায়।

লক্ষ্ণৌত গড়ক হাতী, বাঘ, ফুটুকী বাঘ আৰু স্বয়ং গড়েৰেও যুঁজাইছিল। গাজীউদ্দীন হায়দৰ বাদচাহৰ সময়ত যুঁজ কৰোৱাৰ বাহিৰেও গাড়ীত লগাবৰ বাবেও পুহি ৰাখিছিল আৰু হাতীৰ দৰে তাৰ পিঠিত গদী বান্ধি বাহনৰ কামো লৈছিল। গড় স্বভাৱতে যুঁজাৰু জন্তু নহয়, আনকি যিমান দূৰ পাৰে যুঁজৰপৰা আঁতৰিহে ফুৰে। কিন্তু যদি তাক উচটনি দিয়া হয়—প্ৰতিদ্বন্দ্বিতাৰ বাবে সাজু-হৈ বৰ ভয়ানক হৈ পৰে। নছীৰউদ্দীন হায়দৰৰ সময়ত যুঁজৰ বাবে 15/20টা গড় আছিল, সিহঁতক চান্দগঞ্জত ৰাখিছিল। যেতিয়া চালকে সিহঁতক খুচি ইটোক সিটোৰ মুখামুখি কৰি দিয়ে তেতিয়া মূৰ তল কৰি ইটোৱে সিটোৰ পিনে দৌৰ দিয়ে আৰু খুন্দিয়া খুন্দি আৰম্ভ হয়। খড়্গেৰ পেটতো ফালিবলৈ দুয়োটাই যৎপৰোনাস্তি চেষ্টা কৰে আৰু এই চেষ্টাতে বহু সময় ইটোৱে সিটোক ঠেলি খুচি আৰু ধকিয়াই থাকে, ডাঙৰ ডাঙৰকৈ চিঞৰে, খড়্গই খড়্গক খুন্দা মাৰে, আৰু শেষত যুঁজি যুঁজি মূৰে মূৰে লাগি ধৰে ; লগে লগে ঠেলা ঠেলি আৰম্ভ কৰে। ইমান সময়লৈ যিটো প্ৰতিদ্বন্দ্বী দুৰ্ব্বল হয় সি লাহে লাহে পিছুৱাব ধৰে আৰু সেই ঠাই এৰিব খোজে। তথাপি যদি প্ৰাণ ৰক্ষা নপৰে তেতিয়া পলায়। কিন্তু যিটো জয়ী হৈ থাকে সি বৈ বৈ মাৰি থাকে শেষত দুৰ্ব্বলটোৱে নিজৰ খড়্গ এৰুৱাই আনি মুখ ঘূৰাই বেগেৰে পলায় যায়। যদি যুদ্ধক্ষেত্ৰ মেৰ দিয়া থাকে তেনেহলে বিজেতা প্ৰতিদ্বন্দ্বীয়ে

আক্ৰমণ কৰি তাক বগৰাই লয়, আৰু খড়গেৰে খুচি তাৰ প্ৰাণান্ত কৰে আৰু যদিহে যুঁজৰ ঠাই বিশাল আৰু মুকলি হয় তেতিয়া পৰাজিত গড়টোৱে পলাই প্ৰাণ ৰক্ষা কৰে। সেই সময়ত চালকে খুচি খুচি আৰু তপত শলাৰে মাৰি মাৰি বিজেতাক পৰাজিতৰ পাছে পাছে নাযাবলৈ বাধা দিয়ে। গড়ৰ যুঁজৰ সকলো মহত্ব হ'ল মুৰ তললৈ কৰি আপোন পেটতো ৰক্ষা কৰা; যদি ভুলতো মুৰ দাঙি দিলে তেতিয়া আনটোৱে তাৰ কাম শেষ কৰে। এবাৰ এটা গড় বিজয়ী হ'ল আৰু প্ৰতিদ্বন্দ্বী পলাল। তাক পলোৱা দেখি বিজেতাই মুৰ ওপৰলৈ কৰিলে আৰু তেতিয়াই পৰাজিত গড়টোৱে বিজুলী চমকে দৌৰি আহি তাৰ পেটত মুৰটো সুমুৱাই দিলে আৰু তাৰ পেট ফালি পেলালে।

## 7 বাৰাশিঙ্গীয়া—( হৰিণ )

ই এটা সৰু সুমলীয়া আৰু ধুনীয়া জন্তু আৰু লক্ষ্ণৌৰ বাহিৰে সম্ভৱতঃ ক'তো ইয়াৰে যুঁজ কৰোৱা নহয়। কিন্তু ইয়াৰ যুঁজ বৰ ধুনীয়া দেখি। কবিয়ে হৰিণৰ লগত প্ৰেমিকাৰ তুলনা কৰে আৰু সেয়ে সিহঁতৰ যুঁজত প্ৰেমিকাৰ.দৰে শৰীৰৰ অঙ্গী-ভঙ্গী প্ৰকাশ পায়। আক্ৰমণৰ সময়ত আগেয়ে ধুনীয়া ভাবে দুয়ো প্ৰতিদ্বন্দ্বীয়ে বগুৰা বাই ফুৰে আৰু শেষত খুন্দিয়া খুন্দি লাগে। শেষত বহুসময় যুঁজাৰ পিছত শিং দুয়োৰো এনেকৈ লাগি ধৰে যে কিবা যেন এটা হৈ গ'ল। এতিয়া ইটোৱে সিটোক ঠেলি হেঁচি থাকে। এই ঠেলা হেঁচাতেই এটা দুৰ্ব্বল হৈ পৰে আৰু তাৰ অন্তৰত পৰাজয়ৰ এনে আতঙ্ক ব্যক্ত হৈ পৰে যে তাৰ সৰু সৰু ভৰি দুখন থৰ্ থৰ্ কৈ কঁপিব ধৰে, আৰু গোটেই শৰীৰত কঁপনি উঠে। কিন্তু প্ৰতিদ্বন্দ্বীৰ এই দশা দেখি সহানুভূতিশীল হোৱাৰ পৰিৱৰ্ত্তে আৰু হেচুকিবলৈ ধৰে আৰু ঠেলি ঠেলি পথাৰৰ শেষ সীমালৈ নিয়েগৈ। পৰাজিতটো বৰ নিৰাশ হৈ পৰে—চকুৰপৰা ডাঙৰ ডাঙৰ চকুলোৰ টোপাল বাগৰিব ধৰে। আৰু শিং এৰুৱাই যুজৰপৰা পৃষ্ঠভঙ্গ দিয়ে। তেতিয়া প্ৰতিদ্বন্দ্বীটোৱে আনটোৰ

শৰীৰত আঘাত কৰিবলৈ আৰম্ভ কৰে আৰু পৰাজিত হৰিণটো বেগেৰে পলায়। যি ফুৰ্ত্তিৰে সি পলায় সিমান বেগেৰেই প্ৰতিদ্বন্দ্বীটোৱে তাৰ অনুসৰণ কৰে। এই দৌৰাদৌৰি চাবলগীয়া হয়। দুয়ো আকাশেদি উৰিযোৱাৰ দৰে যায়—দৃষ্টি ক'তো স্থিৰ হৈ নৰয়। কিন্তু নৰ্দ্দয়ী শিক্ৰুৱে পৰাজিত হৰিণটোৰ পিছ নেৰে য'তেই পায় তাতেই আঘাত কৰে। শেষত আঘাত কৰি কৰিয়েই মাৰি পেলায়। মৰাৰ পিছতো সি শিঙেৰে শটো টানি আজুৰি তাৰ বিজয়ৰ বাবে গৰ্ব্ব কৰি দেখুৱায়।

## 8 মেঢ়া

ই বৰ নিঃস্ব আৰু নিৰীহ জন্তু কিন্তু ইয়াৰ যুঁজ বেছ বুজন বিধৰ হয়। এনেহে লাগে যেন দুখন পাহাৰহে যুঁজিছে। সেয়ে ইহঁতৰ তামছা চাবৰ বাবে ইহঁতৰ যুঁজ কৰায় আৰু আজিয়েই নহয় পুৰণি কালতো এই যুঁজ দেখিবলৈ পোৱা গৈছিল। ইহঁতৰ যুঁজৰ প্ৰাৰম্ভ হিন্দুস্তানত বেলুচী বাসী সকলৰ দ্বাৰাই হৈছিল আৰু তেওঁলোকৰ-পৰাই এই খেলৰ নিচা অইন ঠাইলে বিয়পিল। কিন্তু যুঁজিবৰ নিমিত্তে সিহঁতৰ লালন পালন আৰু সাজু কৰাৰ কাম প্ৰায়েই কচাই আৰু নিম্ন বৰ্গৰ মানুহত ন্যস্ত কৰিছিল। ধনী আৰু সামন্ত সকলে সিহঁতক মতাই আনি যুঁজৰ তামাচা চাইছিল। শুনা যায় যে নবাব আছফউদ্দোলা আৰু চাআদত আলী খাঁৰ মেঢ়া যুঁজ চোৱাৰ বৰ হেপাহ আছিল। মুন্সী উচ-সুলতান বাহাদুৰে মনোৰঞ্জনৰ বাবে প্ৰায়েই কচাঈৰ তত্বাৱধানত বহুতো যোবা প্ৰশিক্ষণ দি ৰাখিছিল আৰু মই কেইবাবাৰো দেখিছিলোঁ। যে কোনো এটা শক্তিশালী মেঢ়াৰ একোটা খুন্দাত প্ৰতিদ্বন্দ্বীৰ মূৰ ফাটি গৈছিল। মেঢ়া যেতিয়া পৰাজিত হয়, প্ৰতিদ্বন্দ্বীৰ আক্ৰমণ সহ্য কৰিব নোৱাৰা হয় তেতিয়া খুন্দা এৰি পলায়। মোৰ মনত আছে যে এবাৰ বাদচাহৰ চৰণীয়া পথাৰ চাবৰ বাবে কোনো এটা নিৰ্দ্দিষ্ট দিনত কলিকতাৰ কেবাশ ইংৰাজ উপস্থিত হৈছিল। বাদচাহ হুজুৰে তেওঁৰ মহত্বৰ প্ৰতি আওকাণ কৰি 'মেষ'ৰ

ওপৰত উঠি আহিল আৰু সেই অতিথিসকলক সন্তুষ্ট কৰিবৰ বাবে আদেশ দিলে যে মেঢ়া আনি যুঁজোৱা হওক। সিহঁতৰ আক্ৰমণ প্ৰত্যাক্ৰমণৰ হাহাকাৰ আৰম্ভ হ'ল আৰু তাতোকৈ বেছি হাহাকাৰ লগালে ইউৰোপীয়ান সকলে হুৰ্ৰে আৰু আনন্দ ধ্বনি আদি দি। সেই সময়ত দৰ্শক সকলৰ ভিতৰত এক অদ্ভুত ধৰণৰ উৎসাহ দেখা পোৱা গৈছিল। লক্ষ্ণৌত নবাবৰ শাসন পতন হোৱাৰ পিছতো নবাব মোহাচিনদ্দৌলা বাহাদুৰৰ মেঢ়া যুঁজ চোৱাৰ বৰ নিচা আছিল। এতিয়া শিষ্ট আৰু আমীৰ বৰ্গই এই ব্যসন এৰি দিছে আৰু নিম্ন বৰ্গৰ লোকৰ মাজত কিছু পৰিমাণে ই আজিও আছে।

## 17

হিংস্ৰ জন্তুৰ যুঁজ লক্ষ্ণৌত কেৱল ৰজাৰ আৰু ধনীসকলৰ দৰবাৰতেই সীমিত আছিল এই কাৰণেই যে এইবোৰৰ চোৱা-মেলা, প্ৰশিক্ষণ, যুঁজৰ সময়ত সিহঁতক চম্ভালা আৰু পৰাজিতটোক আক্ৰমণৰপৰা ৰক্ষা কৰা আদি বস্তুবোৰৰ দুখীয়াৰ কথাটো বাদেই বৰ বৰ ধনীৰো সামৰ্থ্যৰ বাহিৰৰ কথা। সেয়ে হিংস্ৰ জন্তুৰ যুঁজ লক্ষ্ণৌৰ আশে পাশেই সেই সময়ত দেখিবলৈ পোৱা গৈছিল আগৰ ৰাজত্ব যেতিয়ালৈ আছিল। ইপিনে ৰাজত্বৰ পৰালি পৰিল আৰু সিপিনে ভয়ানক যুঁজস্থলীও এৰাবাৰী হ'ল।

কিন্তু পক্ষীৰ যুঁজৰ এনে কথা নাছিল। ইয়াৰ চখ ধনী দুখী সকলোৱে কৰিব পাৰিছিল আৰু প্ৰতিজন নিচা থকা মানুহে যুঁজৰ কাৰণে যোগ্য মুৰ্গী বা বটেৰ সাজু কৰিব পাৰিছিল। লক্ষ্ণৌত যিবোৰ পক্ষী উৰোৱাৰ চখ আছিল সিবোৰ হ'ল (1) মুৰ্গী (2) বটেৰ (3) তীতৰ (4) লৰে ( বটেৰ জাতীয় সৰু পখী—জোপোহাত বাস কৰে ) (5) বুলবুলি (6) লাল (7) পাৰ (8) ভাটৌ। ইয়াৰ প্ৰত্যেক খেলৰে বেলেগে বেলেগে বৰ্ণনা দিয়াৰ আৱশ্যকতা

আছে। লক্ষ্নৌৰ পাৰ আৰু বটেৰৰ যুঁজ সাধাৰণতে বিখ্যাত যাৰ কাৰণে আজি কালিৰ লিখা পঢ়া জনা আৰু আধুনিক সংস্কৃতিৰ সমৰ্থক সকলে প্ৰায়েই হাঁহে। তেওঁলোকে এই কথা একেবাৰে নাজানে যে এই চখ আৰু খেলা তেওঁলোকৰ কৌশলে বা বুদ্ধিয়ে ক'ত, কি ভাবে উপস্থিত কৰি এটা স্থায়ী কলাৰ ৰূপ দিছিল। কিন্তু তেওঁলোকে ইউৰোপলৈ গৈয়ো যেতিয়া এই অসভ্য খেলবোৰ দেখিব তেতিয়া অন্ততঃ তেওঁলোকে সেই কথাবোৰৰ কাৰণে লাজ পাব যিবোৰ এই দেশৰ চখীন সকলৰ বিষয়ে নিঃসংকোচে কৈছিল।

## 1 মুৰ্গী যুঁজ

যদিও সকলো ধৰণৰ আৰু সকলো জাতিৰ মুৰ্গীকেই যুঁজোৱা হয়, তথাপি যুঁজৰ বাবে বিশেষ মুৰ্গী হ'ল—"অসীল মুৰ্গা" আৰু সঁচাকৈয়ে পৃথিৱীত অসীল মুৰ্গাতকৈ বীৰ কোনো জন্তু নাই। মুৰ্গাৰ দৰে বীৰত্ব আচলতে বাঘবো নাই। সি মৰি যাব কিন্তু যুদ্ধৰ পিছ নোহোঁহকে। অসীল মুৰ্গাৰ বিষয়ে ইয়াৰ গৱেষণাকাৰীসকলে কয় যে সিহঁতৰ বংশ আৰবৰপৰা অনা হৈছিল আৰু ই সম্ভৱ বুলি বিশ্বাসো হয়। কাৰণ আজিকালি অসীলৰ যিমান বেছি আৰু ভাল বংশ হায়দৰাবাদ দক্ষিণত আছে আৰু ক'তো নাই। আৰু হিন্দুস্তানৰ ভিতৰত খুব বেছি সংখ্যক আৰব লোকে বাস কৰা সেইখনেই একমাত্ৰ চহৰ। উত্তৰ ভাৰতত মুৰ্গাৰ বংশ ইৰাণৰ মাজেৰে আহিছে। লক্ষ্নৌৰ এজন নামজ্বলা মুৰ্গা যুঁজাৰুৱে বৰ্ণনা কৰিছিল যে সংযোগ বশতঃ এবাৰ তেওঁৰ মুৰ্গা হাৰিল। দুখী আৰু নিৰুত্সাহ হৈ তেওঁ ইৰাকলৈ গুচি গ'ল। নজফ-এ-আছৰফত কেবা মাহো প্ৰাৰ্থনা জনালে আৰু দিনে ৰাতিয়ে প্ৰাৰ্থনা কৰিলে—"হে খোদা, তোমাৰ নিঃকিন ভক্তক এনে এটা মুৰ্গা দিয়াই দিয়া যাতে সি কোনো যুঁজত নাহাৰে। এদিনাখন ৰাতি সপোনত এটি সুখবৰ পালে যে 'জঙ্গললৈ যোৱা'। ৰাতিপুৱা চকু মেলিয়েই জঙ্গললৈ খোজ ললে আৰু এটা মুৰ্গী লগত লৈ গ'ল। হঠাতে পাহাৰৰ এটা চুকৰপৰা কুকড়ু কু শব্দ আহিল।

তেওঁ তৎক্ষণাত ওচৰলৈ গৈ মুৰ্গীটো এৰি দিলে আৰু এইৰ মাত শুনি মুৰ্গা ওলাই আহিল আৰু কোনো এটা বুদ্ধি কৰি তাক ধৰি পেলালে। তাৰ জাতি এনে ভাল আছিল যে তেওঁ আৰু যুঁজত কেতিয়াও লাজত পৰিব লগা হোৱা নাই।

মুৰ্গা-যুঁজৰ চখ ইয়াত নবাব চুজাউদ্দৌলাৰ শাসন কালৰেপৰা শেষলৈ আছিল। নবাব আছফউদ্দৌলাৰ এই বিষয়ত বহুত বেছি চখ আছিল। নবাব চাআদত আলী খা খুব বুদ্ধি কৌশলৰ মালিক থাকিলেও, মুৰ্গাযুঁজৰ প্ৰতিও তেওঁৰ বৰ নিচা আছিল। তেওঁৰ নিচাই সমাজৰ ওপৰত এনে প্ৰভাৱ পেলালে যে লক্ষ্ণৌৰ আমীৰ আৰু দৰবাৰীৰ কথা দূৰৈৰে, সেই সময়ত যি ইউৰোপীয়ান ইয়াত আছিল তেওঁলোকৰো নিচা লাগিল। জেনেৰেল মাৰ্টিন—যাৰ ঘৰ লক্ষ্ণৌৰ এক দৰ্শনীয় ভৱন আৰু ইউৰোপীয়ান সকলৰ পঢ়াশালি, খুব ওখ খাপৰ মুৰ্গা যুঁজাৰু আছিল আৰু নবাব চাআদত আলী খাই তেওঁৰ লগত বাজী মাৰি মুৰ্গা যুঁজ কৰাইছিল।

লক্ষ্ণৌত মুৰ্গা যুঁজৰ এই নিয়ম আছিল যে মুৰ্গাক যাতে অনিষ্ট কৰিব নোৱাৰে তাৰ বাবে কাঁইট বান্ধি দিয়া হৈছিল। ছৰি ঠোঁট বোৰ জোঙাই থুহ্‌থুহীয়া কৰি দিয়া হৈছিল আৰু যোবাৰ দুয়োটা মুৰ্গাকে ক্ষেত্ৰত এৰি দিয়া হৈছিল। মুৰ্গা যুঁজাৰু সকল সিহঁতৰ পাছে পাছে মুৰ্গাটো সিজনৰটোৰ বিপক্ষে এৰি দিয়াটোও এটা কলা। ইয়াত এই চেষ্টাই সকলোৱে সদায় কৰে যে মোৰ মুৰ্গাটোৱে প্ৰথমেই আঘাত কৰাৰ সুবিধা পাওক। এতিয়া দুয়োটা মুৰ্গাই ঠোঁট আৰু লথিয়াই যুঁজ আৰম্ভ কৰে। মুৰ্গাৰ যুঁজাৰু দুজনে নিজৰ নিজৰ মুৰ্গাক উত্‌সাহ দিয়ে আৰু উত্তেজিত কৰি কয়—আঁবেটা চাবাচ। "অঁ-বেটা-খা কামোৰ" "অঁ আকৌ তাতেই।"

তেওঁলোকৰ উচটনিত আৰু উত্‌সাহ পাই সিহঁতে ইমান বেছি বেছিকৈ লাথি মাৰিছিল আৰু কামুৰিছিল যে এনেহে ভাব হৈছিল যেন সিহঁতে মালিকৰ কথামতেহে কাম কৰিছে। যেতিয়া যুঁজি যুঁজি পৰিশ্ৰান্ত হয় আৰু জখমী হয়, তেতিয়া দুয়োপক্ষৰ সম্মতি সাপেক্ষে

অলপ সময়ৰ বাবে যুঁজ ভাঙি লয়। এনেকৈ ভাঙি লোৱাটোও মুৰ্গা যুজৰ শব্দাৱলী মতে 'পানী' বুলি কোৱা হয়। সেই সময় খিনিত চাকৰজনে মুৰ্গাটোৰ ঘা-লগা মুৰটো পিহি দিয়ে, পানী ছটিয়াই দিয়ে, ঘাবোৰত মুখ লগাই চোঁহে আৰু এনে ধৰণৰ এশ এটা পৰিচৰ্য্যা কৰে যাৰ ফলত কেই মিনিটমানৰ ভিতৰত মুৰ্গাৰ নতুন উত্সাহ আহি পৰে আৰু সতেজ হৈ দ্বিতীয় বাৰ যুঁজত নামে। এই দৰেই 'পানী' হৈ থাকে আৰু যুঁজৰ ইতি চাৰি পাঁচ দিন পাছত আৰু কেতিয়াবা আঠ, ন দিন পাছত হে হয়। যেতিয়া মুৰ্গাটো অন্ধ হৈ পৰে অথবা যুঁজিবৰ বাবে সামৰ্থ্য নোহোৱা হৈ পৰে বা উঠিবৰ শকতি নোহোৱা হয় তেতিয়া তাক পৰাজিত বুলি বুজিব লাগে। প্ৰায়েই মুৰ্গাৰ ঠোঁট-টোৱেই ভাঙি যায়। এনে অৱস্থাত পৰালৈকেও ঠোঁটত বান্ধ আদি দি হলেও যুঁজায়।

হায়দৰাবাদৰ খেল আমাৰ ইয়াৰ খেলতকৈ টান আছিল। তাত কাঁইট বন্ধা নাই, তাৰ সলনি ছুৰী সাজি চোকা খুৰৰ দৰে সাজি দিয়ে আৰু ফলত এঘণ্টা ডেড়ঘণ্টাৰ ভিতৰতে খেলা শেষ হয়। লক্ষ্ণৌত সম্ভৱতঃ কাঁইট এই বাবেই বন্ধা হৈছিল যে খেলখন দীঘলীয়া হওক আৰু বেছি সময়লৈ আনন্দ উপভোগ কৰা হওক।

যুঁজৰ কুকুৰাক পাকৈত কৰি তুলিবৰ বাবে মুৰ্গা যুঁজোৱাৰ কৌশল কুকুৰাৰ আহাৰ আৰু তাৰ চোৱা-মেলাতেই নহয় তাৰ শৰীৰ মালিচ, পানীৰ ফুলজাৰি মৰা, ঠোঁট আৰু কাঁইট সজাঁই দিয়া, দুখ আদি নিবাৰণৰ প্ৰতিও চকু দিয়া হয়। সেই ভাবতে মাটিত আহাৰ খালে ঠোঁটত কষ্ট পাব বুলি প্ৰায়েই দানা আদি বুজোঁতাজনে হাততেই খুৱাইছিল।

ৱাজিদ আলী ছাহব সময়ত এই চখ বৰ বেছি আছিল। মাটিয়া বুৰ্জত নবাব আলী খাঁৰ কোঠীতেই মুৰ্গাৰ যুঁজ হৈছিল আৰু কলিকতাৰপৰা কেইজনমান ইংৰাজ ইয়ালৈ কুকুৰা যুঁজাবলৈ আহিছিল। বাদচাহৰ উপৰিও আৰু বহুতো ধনী লোকৰ মুৰ্গা যুঁজোৱাৰ চখ আছিল। মিৰ্জা হায়দৰ বহু বেগম চাহেবাৰ ভায়েক

নবাব ছালাৰ জঙ্গ হায়দৰ বেগ খাঁ, নছীৰ উদ্দীন হায়দৰৰ সময়ত মেজৰ স্বাৰিস আৰু খোদ বাদচাহৰ কুকুৰাৰ লৈতে কুকুৰাৰ যুঁজ লগাইছিল। আগা বুৰহান উদ্দীন হায়দৰো মুৰ্গা যুঁজৰ চখীন আছিল। শেষ সময়লৈ তেওঁৰ তাত দুশ আঢ়ৈশ কুকুৰা আছিল। সিহঁতক খুব পৰিষ্কাৰ পৰিচ্ছন্নকৈ ৰখা হৈছিল। সিহঁতক চোৱা মেলা কৰাৰ বাবেই দহবাৰ জন মানুহক নিযুক্ত কৰা হৈছিল। মিঞা দাৰাব আলী খাঁৰো বৰ চখ আছিল। নবাব ঘছীটাইও শেষ সময়লৈ এই চখ ৰাখিছিল। মলীহাবাদৰ প্ৰতিষ্ঠিত পাঠানসকলৰো খুব চখ আছিল আৰু সিহঁতৰ তাত অসীমা জাতৰ বৰ ভাল ভাল মুৰ্গা আছিল। এই কলাত পাৰ্গত বহুতো মুৰ্গা যুঁজোঁতা আছিল। মীৰ ইমদান আলী, ছেখ ঘসীটা, মুনওব আলী আদিয়ে কুকুৰাৰ মাত শুনিলেই কোনটো কুকুৰা জিকিব কৈ দিব পাৰিছিল। ছফদৰ আলী আৰু এজন প্ৰথম শ্ৰেণীৰ মহৰী চৈয়দ মীৰন চাহাবো বিখ্যাত আছিল। শেষ সময়ত তলত নাম দিয়াসকল বিখ্যাত হৈ পৰিল—ফজ্লে আলী জমাদাৰ, কাদিৰ জীৱন খাঁ, হুছেন আলী, নৌৰোজ আলী, নবাব মুহম্মদ তকী খাঁ ( তাৰ এজন বৰ ধনী ব্যক্তি ), মিঞা জান, দিল ছঙ্গা, হুছৈন আলী বেগ, আহমদ হুছেন। এওঁলোকৰ ভিতৰত আজি কোনো জীৱিত নাই।

তেওঁলোকেই কুকুৰা যুঁজৰ কলাক চৰম সীমালৈ উন্নীত কৰিলে। কিন্তু মোৰ মতে বৰ্তমানে কুকুৰা যুঁজৰ চখ হায়দৰাবাদ দক্ষিণত বেছি। তাৰ বহু ধনী, জাগীৰদাৰ আৰু খিতাপধাৰীৰ বৰ চখ আৰু তেওঁলোকৰ তাত বৰ অতুলনীয় জাতিৰ কুকুৰাও আছে। সিহঁতৰ সংৰক্ষণো বৰ সাৱধানে কৰা হয়।

## 2 বটেৰ যুঁজ

বটেৰ যুঁজৰ চখ পঞ্জাবৰপৰা লক্ষ্ণৌলৈ আহিল। পঞ্জাবৰ কিছুমান নিঃকিন লোক যিসকলৰ ঘৈণীয়েকহঁতে বেশ্যাবৃত্তি কৰে—নবাব ছাআদত আলী খাঁৰ শাসনকালত লক্ষ্ণৌলৈ আহিল আৰু লগত ঘাঘৰ

বটেৰ লৈ আহিল আৰু যুঁজ তেওঁলোকে দেখুৱাইছিল। আজিকালিৰ নাম্বী কেন্দ্ৰাবোৰ ইহঁতৰেই বংশধৰ। বটেৰ দুই জাতৰ—এক ঘাষছ, দ্বিতীয় চনজ। পঞ্জাবত কেৱল ঘাষছ বটেৰহে হয়। ই চনজতকৈ বেছি মোটা আৰু বলবান। লক্ষ্নৌত ঘাষছ আৰু চনজ দুয়ো প্ৰকাৰৰ পোৱা যায়। চনজ ঘাষছতকৈ আকৃতিত সৰু আৰু লেহুকা, কিন্তু যুঁজত বেছি শক্তিশালী আৰু প্ৰাণৱন্ত হয়। ইয়াৰ যুঁজ বেছি আকৰ্ষক আৰু সুন্দৰ হয়। অৱশ্যে যুঁজৰ নিমিত্তে যে চনজ বটেৰহে বেছি ভাল ইয়াৰ গম লক্ষ্নৌতহে পোৱা হ'ল।

বটেৰৰ যুঁজৰ বাবে কোনো ডাঙৰ পথাৰৰো আৱশ্যক নাই, ঘৰৰপৰা ওলাই পছলি মুখলৈ যাবলৈও প্ৰয়োজন নাই। কোঠালীৰ ভিতৰতে চাফ চিকুণ মজিয়াতে আৰামেৰে বহি ইয়াৰ খেল চাব পাৰি। সেয়ে লক্ষ্নৌৰ সমাজে ইয়াক খুব পছন্দ কৰিছিল। খুব সুন্দৰ, মখম লগা দৰবা (চৰাইৰ বাহ) সজা হৈছিল—বটেৰক ৰাখিবৰ বাবে—যিবোৰ হাতীদাঁতৰ সৰু সৰু কাঠিৰে সজা হৈছিল।

ইয়াৰ খেল হয় এনেদৰে—আগেয়ে মুঠীত মানে পানীত তিয়াই কেবা ঘণ্টা ধৰি জুবুৰিয়াই ৰাখিলে তাৰ ভয় দূৰ হয় আৰু সি মাতিবলৈ আৰু ঠোঁট মাৰিবলৈ ধৰে। ইয়াৰ পিছত ভোক লগাই শুকান বস্তু বিশেষকৈ মিশ্ৰী দি তাৰ ভোক দূৰ কৰা হয়। পিছত ৰাতি হলে নাইবা দোভাগ ৰাতি তাৰ কাণৰ কাষত চিঞৰি "কু" বুলি কয়। ইয়াক "কুকনা" বুলি কয়। এইবোৰৰ দ্বাৰা তাৰ এলাহ দূৰ হয়, বেয়া গুণ আঁতৰি যায় আৰু তাৰ শৰীৰটো ফূৰ্তিৱন্ত আৰু শক্তিশালী হৈ উঠে। এয়েই বটেৰৰ প্ৰশিক্ষণ আৰু এইবোৰ কথাৰ যিমান অংশই সম্পূৰ্ণ কৰিব পাৰি যুঁজৰ কাৰণে সিমানেই ভাল।

যুঁজৰ সময়ত মজিয়াত সৰু সৰু খুদ কণ অলপ ছটিয়াই দিয়া হয় আৰু বটেৰকটো 'দৰবা'ৰ (পিঞ্জৰা) ৰপৰা উলিয়াই আনে। আগতেই দুয়োটা বটেৰৰ ঠোঁট ছুৰীৰে জোঙাই দিয়া হয় আৰু তাৰ পাছত যুঁজিবৰ কাৰণে এৰি দিয়ে। বটেৰৰ যুঁজ কুকুৰা যুঁজৰ দৰেই। ঠোঁটেৰে খোটে আৰু ভৰিৰে লথিয়ায়। ঠোঁটেৰে

প্ৰতিদ্বন্দ্বীৰ মুখো জখম কৰে, ফালি দিয়ে আৰু পঞ্জাৰে অইন সময়ত প্ৰতিদ্বন্দ্বীৰ পেট পৰ্যন্ত ফালি দিয়ে। যুঁজ ১৫।২০ মিনিট আৰু কেতিয়াবা ইয়াতকৈও বেছি সময় থাকে। আৰু শেষত পৰাজিত প্ৰতিদ্বন্দ্বীজন পলায়। পলোৱাৰ পিছত সি আৰু অইন কোনো বটেৰৰ লগত যুঁজত তিষ্ঠিব নোৱাৰে।

'বটেৰ'ৰ বিকাশৰ তিনিটা শ্ৰেণী বিভাগ—অৰ্থাৎ নামজ্বলা হোৱাৰ তিনিটা খাপ আছে। প্ৰথম 'নয়া' ( নতুন ) যাক ধৰি আনি পোন প্ৰথমবাৰৰ বাবে শিকাই-বুজাই যুঁজোৱা হয়। যদি সি বহুতো যুঁজত জয়ী হয় আৰু নপলায় তেনেহলে যুঁজ শেষ হোৱাৰ লগে লগে সাধাৰণ পিঞ্জৰাত এৰি দিয়া হয়। এয়া সেই সময় যেতিয়া পুৰণি এৰি নতুনক উলিয়াই আনে। ইয়াক "কুৰীজ বিঠানা" বুলি কয়। এই সময় পাৰ হোৱাৰ লগে লগে দ্বিতীয় বছৰত তাৰ উন্নতিৰ দ্বিতীয় শ্ৰেণী আৰম্ভ হয়—ইয়াক "নোকাৰ" বুলি কয়। ইয়াৰ পাছত দ্বিতীয়বাৰ "কুৰীজ" বহাই যেতিয়া তৃতীয় বছৰত তাক যুঁজৰ বাবে তৈয়াৰ কৰা হয় তেতিয়া তাক "কুৰীজ" বুলি কয় আৰু ই তাৰ উন্নতিৰ তৃতীয় আৰু সৰ্ব্বশ্ৰেষ্ঠ খাপ।

সাধাৰণতে যুঁজত "নয়া" তকৈ "নোকৰ" আৰু "নোকৰ" তকৈ "কুৰীজ" শক্তিশালী বুলি জনা যায়। নয়া ( নতুন ) বটেৰ 'কুৰীজৰ' লগত মাত্ৰ ছুবাৰেই ঠোঁট মাৰিব নোৱাৰিব। ওখ খাপৰ বটেৰ যুঁজোতা আৰু চখীন ধনীসকলে কেৱল "কুৰীজ"কহে যুঁজায় আৰু "নতুন বটেৰ"ৰ খেল খুব সামান্য বুলি ধৰে। যুঁজত নানা তৰহৰ জাল ফান্দি আদি কৰা হয়। কিছুমানে নিজৰ বটেৰৰ মুখত কেতিয়াবা কোনো তিতা বা বিষাক্ত বস্তু অথবা আঁতৰ আদি লগাই দিয়ে যে আনটো বটেৰে ঠোঁটে মৰাৰ লগে লগে পিছ হুঁহকিবলৈ ধৰে আৰু যুঁজৰপৰা পলাব খোজে। আৰু ইয়াৰ পিছতো যদি যুঁজে তেনে যুঁজৰ পিছতেই মৰি যাব। কিছুমানে নিচাৰ খেল খেলে অৰ্থাৎ যুঁজৰ এক ঘণ্টা আগতে নিজৰ বটেৰটোক শক্তিশালী নিচা লগা বস্তু খুৱাই দিয়ে যাৰ ফলত জ্ঞান শূন্য হৈ পলাবলৈ পাহৰি যায় আৰু যেতিয়ালৈকে

প্ৰতিদ্বন্দ্বীক পালী (যুঁজ ক্ষেত্ৰ)ৰ পৰা নেখেদায় পাগলৰ দৰে যুঁজিয়েই থাকে।

লক্ষ্ণৌত বটেৰৰ যুঁজে এনে প্ৰসিদ্ধ আৰু সুদক্ষ বটেৰ বাজৰ জন্ম দিলে যে সিহঁতৰ তুলনা পাবলৈ নাই। কিছুমান এনে সিদ্ধ হস্ত হৈ পৰিছিল যে কোনো ভাল নামজ্বলা বটেৰ এটাক এবাৰ ভালকৈ চাই ললে আৰু সাধাৰণ বটেৰ এটাক তেনে আকৃতিৰ কৰি সজাই সুযোগ পালেই কথাই কথাই সলনি কৰি লয়। ই বাৰু অন্যায় চুৰিবিদ্যা—কিন্তু কিছুমান ওস্তাদে এনে কৌশলো আয়ত্ত কৰিছিল যে পলাই যোৱা বটেৰকো শিক্ষা দি ভাল কুৰীজৰ লগত যুঁজ লগাই জয়ী হৈছিল। নিচাৰ খেল খেলোৱা ওস্তাদ সকলৰ এজনে ভাল ধৰণৰ লাৰু তৈয়াৰ কৰিছিল যিবোৰ এশ টকাত দহটাকৈ বিক্ৰী কৰিছিল আৰু মানুহে বৰ হেপাহেৰে লৈ গৈছিল।

এওঁলোকৰ আচল ওস্তাদী ধৰা পৰে বটেৰৰ বেমাৰ চিকিৎসা কৰোঁতেহে। ইমান টান বেমাৰ আৰু মৰা-হজা বটেৰক ভাল কৰে আৰু ইহঁতৰ বেমাৰৰ এনে ভাল চিকিৎসা কৰে আৰু আৱশ্যকীয় বস্তুৰ যি ব্যৱহাৰ কৰে তাক দেখি ডাক্তৰ কবিৰাজো তবধ লাগে। বহুত চেষ্টা কৰি বটেৰ পুহি তাৰ কণীৰপৰা পোৱালি জগাবলৈ চেষ্টা কৰিলে কিন্তু তাত সফল হ'ব নোৱাৰিলে।

বটেৰৰ নামো ৰাখিছিল বেছ—যেনে—ৰুস্তম, ছোহৰাব, ছোহৰা-এ-আফাক (জগৎ বিখ্যাত)। যুঁজত ডাঙৰ ডাঙৰ বাজীও মাৰে আৰু এহেজ্ৰাৰ টকালৈ বাজী মৰা ময়েই দেখিছোঁ। ইয়াৰ চখ অন্য বাদচাহবো আঁছিল। নছীৰউদ্দীন হায়দৰে নিজৰ সমুখৰ মেজত বটেৰৰ যুঁজ চাই বৰ ভাল পাইছিল।

পুৰণি ওস্তাদসকলৰ ভিতৰত মীৰ বচ্চু, মীৰ অমদু, খাজা হছন, মীৰ ফিদা আলী, ছঙ্গা, মীৰ আবিদ আৰু চৈয়দ মীৰণৰ নাম উল্লেখনীয়। আজিৰপৰা চল্লিছ বছৰ আগতে মাটিয়া বুৰ্জত মই দৰোগা গুলাম আব্বাচ, ছোট খাঁ আৰু গুলাম মুহম্মদ খাঁ খালিছ পুৰ্বীক যিসকল যথেষ্ট বয়সস্থও আছিল, এই কলাত পাৰঙ্গত হিচাপে পাইছিলোঁ।

গালীব আলী বেগ, মির্জা আহ্মদ আলী বেগ, নবাব মির্জা, মিঞাজান, ছেথ মোমিন আলী আৰু গাজীউদ্দীন খাঁইও শেষ কালত যথেষ্ট প্ৰসিদ্ধি অৰ্জ্জন কৰিছিল।

বটেৰ চিকাৰ কৰাটোও লক্ষ্ণৌবাসীৰ পক্ষে বৰ আমোদজনক কথা। আগতে ই কেৱল চখৰ আছিল। ইয়াৰ অনুগ্ৰহতে বা অচিলাতে কেতিয়াও চহৰৰ বাহিৰলৈ নোযোৱা এলেহুৱা আৰু দুৰ্বল মানুহে, খেতি আৰু জঙ্গলৰ বতাহ খাই আহিছিল। কিন্তু আজি কালি ইয়ে বহুতক ভাত পানীৰ ব্যৱস্থাও দিয়ে।

বটেৰ পাহাৰৰপৰা ৰাতি ওলাই আহি আকাশত উৰি ফুৰে বুলি কোৱা হয়। চিকাৰৰ চখ থকাসকলে খুব ডাঙৰ মাত মাতিব পৰা বটেৰক শিকাই লয় আৰু সি গোটেই ৰাতি চিঞৰি থাকে। এনে বটেৰ ক "ফন্দৈত" বুলি কোৱা হয়। অৰহৰ খেতিৰ আশে পাশে জাল পতা হয়। ফন্দৈতৰ মাত শুনি বটেৰ ওপৰৰৰপৰা তললৈ নামিব ধৰে আৰু ৰাতিৰ ভিতৰত বহুতো জমা হয়। ৰাতি পুওৱাৰ লগে লগে সকলো ফালৰ পৰা খেদি জাললৈ নিয়া হয় আৰু তাৰপৰা ধৰি ধৰি খালৈত ভৰায়।

## 3 তীতৰ যুঁজ

ইও বৰ আমোদজনক। অইন চৰাইতকে ই বেছি জপিয়াই জপিয়াই যুঁজে কিন্তু ইয়াৰ চখ গ্ৰামীণ আৰু নিম্ন বৰ্গৰ লোকৰ বাহিৰে ধনী আৰু কুলীন বংশৰ লোকৰ মাজত কেতিয়াও নাছিল। তীতৰক দৌৰাই শিক্ষা দিয়া হয়। সিহঁতক উৎসাহ আৰু খং তুলিবলৈ উঁইপোক খুওৱা হয়। কিন্তু ই বৰ ডাঙৰ খেল নহয়, সভ্য সমাজত ই সাম্যতাও নাপালে। লক্ষ্ণৌৰ নিম্নবৰ্গৰ মাজতই অৱশ্যে লোকপ্ৰিয় আছিল।

## 4 'লৱাৰ' যুঁজ

লৱা সৰু জাতৰ, তীতৰ বটেৰতকৈ ই সৰু। ই সদায় মতাৰ লগত যুঁজি মাইকীৰ লগতহে যুঁজে। তাক যুঁজাবলৈ হলে মাইকীৰ পিঞ্জৰাটো সন্মুখত থৈ দিয়া হয়। বীৰা নৰেশ আদিৰ চখ এই যুঁজৰ বাবে বেছি আছিল। লক্ষ্ণৌতো ইয়াক পছন্দ কৰিলে আৰু আদৰিলে। লৱাৰ যুঁজ, সঁচা কথা কবলৈ হলে বটেৰৰ যুঁজতকৈ চাবলৈ ভাল। সি গল মেলি দি যুঁজে আৰু যুঁজি মাজে মাজে ফুলি উঠে আৰু পৰে। লক্ষ্ণৌৰ কেইজনমান ধনীৰ ই চখৰ খেল হৈ পৰিছিল। মাটিয়া বুৰ্জত ৱাজিদ আলী ছাহৰ দৰবাৰত এজন লৱা যুঁজাওঁতা ওস্তাদো আছিল। এওঁ ভাল ভাল বহু কেইযোৰাকেই শিকাইছিল, সিহঁতৰ যুঁজ চাই বৰ ভাল লাগিছিল। লৱাৰ প্ৰশিক্ষণো বেছিভাগ বাগৰা আৰু ভোখেৰেই দিয়া হয় আৰু ইয়াৰ যুঁজৰ পৰম্পৰা বটেৰৰ আগৰেপৰা আছিল। কিন্তু শেষলৈ বটেৰৰ যুঁজৰ লোকপ্ৰিয়তা ইমান বাঢ়িল যে লৱাৰ যুঁজৰ কথা ম্লান হ'ল। ইয়াৰ চিক্যাৰো অদ্ভুত নিয়ম। ইও বটেৰৰ দৰে আকাশতে উৰি ফুৰে। বটেৰ ফন্দেতৰ দৰে বাঁহ এদালৰ ওপৰত এটা কলহ বান্ধে। তাৰ মুখত জাল বান্ধি দি শিকিয়া বান্ধি ওলোমাই দিয়ে আৰু তাৰপৰা বতাহত ভো ভো শব্দ এটা ওলাবলৈ ধৰে এই শব্দটো লৱাৰ খুব পছন্দ; সেয়ে সিহঁত উৰি উৰি তললৈ নামি আহে আৰু ৰাতিপুৱা জালত লাগি ধৰাত বটেৰৰ দৰেই সিহঁতক বুটলি অনা হয়।

## 5 গুলডুমৰ যুঁজ

'গুলডুমক' সাধাৰণ মানুহে বুলবুল কয়। কিন্তু ই ভুল। বুলবুল বদখছা আৰু ইৰাণৰ এটা গায়ক পখী আৰু এই চৰাইটোৰ নিজৰ তলৰ পিনে এটা লাল ফুল থাকে যাৰ কাৰণে তাৰ নাম "গুলডুম" (নেজত ফুল) ৰখা গৈছিল। ইয়াৰ যুঁজৰ প্ৰচলনো গ্ৰামীণ আৰু বজৰুৱা মানুহৰ মাজতেই বেছি। সভ্য সমাজে ইয়াক কেতিয়াও ভাল চকুৰে চোৱা নাই, কিন্তু ইয়াৰ খেল খুব আমোদজনক। মতাই

মতাই যুঁজে, যুঁজত দুয়ো প্ৰতিদ্বন্দ্বীয়ে যুঁজি যুঁজি ওপৰলৈ উঠে আৰু লগ লাগি পৰে।

## 6 লাল যুঁজ

লাল কেৱল পিঞ্জৰাত থৈ পুহিবলৈহে ভাল—যুঁজাবলৈ বৰ ঠিক নহয়। কিন্তু স্বাৰ্থপৰ মানুহে ইয়াৰো যুঁজ লগাই চাই ক্ষন্তেক আনন্দ উপভোগ কৰে। প্ৰথমে লালক পিঞ্জৰাৰ পৰা উলিওৱা আৰু উৰি নোযোৱাকৈ ৰখাটোৱেই মস্কিল। দ্বিতীয়তে অইন লালৰ লগত যুঁজিবৰ নিমিত্তে তাক মতলীয়াও কৰিব লাগে। এনেকৈ তাক যুঁজোৱাটো বৰ মস্কিল কিন্তু যেতিয়া যুঁজে, লাগি লাগি আৰু উৰি উৰি যুঁজে; আৰু বহুত সময়লৈ এই যুঁজ চলে। লালৰ যুজ অইন সৰু চৰাইৰ যুঁজতকৈ বেছি সময় থাকে। লালৰ যুঁজৰ চখ লক্ষ্ণৌবাসীৰ কম আছিল। এই খেলৰ এজন দুজন ওস্তাদ হে জন্মিছিল, তেওঁলোকে লালক যুঁজাইছিল—কিন্তু জনসাধাৰণৰ ৰুচি ইয়াৰ বিৰোধী আছিল আৰু ইযাৰ চখীনসকল সাধাৰণ আৰু বজৰুৱা মানুহহে আছিল।

## 7 পাৰ যুঁজ

কবুতৰ (পাৰ) সেই পোহনীয়া জীৱ বিলাকৰ শ্ৰেণীত পৰে যাৰ কাৰণে প্ৰাচীনকালৰপৰা আজিলৈ প্ৰত্যেক দেশৰ, প্ৰত্যেক মাটিৰ মানুহৰ কিছু নহয় কিছু চখ আছিল। পাৰ বহু প্ৰকাৰৰ আছে যিবোৰৰ বেছিকৈ উৰা বিধৰ হ'ল গিৰহবাজ আৰু গোলা (বনৰীয়া পাৰ)। ইহঁতৰ সৌন্দৰ্য্য আৰু ৰঙৰ বাবেই পেল্লা হয়। ইহঁতৰ ভিতৰতো শীৰজী, গুলী, নসাৰবী গুলৰে, লকে, লোটন আৰু চুয়া চন্দন আদি বেছি প্ৰখ্যাত। য়াহু পাৰই ৰাতি দিনে ৰুণ দিয়ে আৰু 'য়াহু'ৰ স্মৰণ কৰি থাকে বাবে প্ৰাৰ্থনাকাৰীসকলৰ বাবে বৰ প্ৰিয় আছিল, আৰু প্ৰায়েই ফকীৰ আৰু ছেখ সকলৰ ইয়াৰ প্ৰতি চখ আছিল।

গিৰহবাজক পোন প্ৰথমে কাবুলৰপৰা অনা বুলি শুনা যায়। আগতে সাধাৰণতে তাতেহে উৰাইছিল। গোলা পাছত আহিল— ইয়াৰ বংশ আৰব, ইৰাণ আৰু তুৰ্কিস্তানৰপৰা আহিছিল। গিৰহ-বাজৰ এনে দক্ষতা আছিল যে ৰাতিপুৱাই উৰিলে কেইবা ঘণ্টা জুৰি ঘৰৰ সন্মুখত আকাশত এনে ভাবে উৰি ফুৰে যে চোতালত কাঁহীত পানী দি চালে তাক চাই থাকিব পাৰি। গোটেই দিনটো উৰি উৰি সন্ধিয়া নামি আহে। সি মালিকৰ ঘৰৰ চিন ৰাখে আৰু বিশ্বাসী হয়। গিৰহবাজ ইমান পাৰ্গত যে মোৰ নিজৰ পাৰ এটা ক'ৰবাত বৈ গৈছিল আৰু সিঁহতে তাৰ পাখিও কাটি দিছিল। তিনি বছৰ পিছত সি সুবিধা পাই ওলাই আহিল আৰু তাৰ বাঁহত সোমাই তাত সোমাই থকা পাৰটোৰ লগত যুঁজ লগালে।

কিন্তু গিৰহবাজৰ দহ-বাৰতকৈ বেছি দল একেলগে নাথাকে। যদি এশ-দুশ পাৰ উৰাবৰ চখ হয় তেনেহলে 'গোলা'ক লোৱা হয়। পাৰৰ খেলৰ কলাই ইমান উন্নতি কৰিছিল যে অন্তিম মোগল সম্ৰাট বাহাদুৰ-ছাহে যাত্ৰাত ওলালে দুশ পাৰৰ জাক এটা যাত্ৰাদলৰ ওপৰে ওপৰে উৰি যায়। আৰু জাহাপনাক ছাঁ দি নিয়ে।

পাৰ চৰাইৰ নিজ ঘৰৰ প্ৰতি আকৰ্ষণ বেছি। পিঞ্জৰাক খেলা-গাড়ীত তুলি নি য'লৈয়ে যায় তাতে উৰায় আৰু বহা লৈ মাতি আনি ভৰোৱাৰ কৌশল মই পোন প্ৰথমে দিল্লীতেই দেখিছিলোঁ।

লক্ষ্ণৌত পাৰৰ খেল ছাহনছাহ বংশৰ আৰম্ভণিৰেপৰাই হৈছিল। অৱশ্যে নবাব চুজাউদ্দৌলাৰ পাৰৰ প্ৰতি বৰ চখ আছিল। ছৈয়দ য়াৰ আলী নামৰ এজন মানুহ ( এওঁ বৰেলী নিবাসী আছিল ) নিজকে এজন সুদক্ষ পাৰ চৰাইৰ খেলুৱৈ হিচাপে দৰবাৰত উপস্থিত হ'ল আৰু তেওঁক বৰ আদৰ সাদৰ কৰা হ'ল। নবাব আছফউদ্দৌলা আৰু চাআদত আলী খাঁৰো চখ আছিল আৰু গাজীউদ্দীন হায়দৰ আৰু নছীৰউদ্দীন হায়দৰৰ সময়ত পাৰ চৰাইৰ খেলে উন্নতিৰ শীৰ্ষ চূড়াত উপনীত হৈছিল। ইয়াৰে মীৰ আব্বাস নামৰ এজন ওস্তাদে এনে খেল প্ৰদৰ্শন কৰিলে যে যিয়েই পাঁচ টকা আগবঢ়াই তেওঁক নিমন্ত্ৰণ

কৰে—তেওঁ য'তেই থাকক পিঞ্জৰা লৈ তাতেই উপস্থিত হৈ পাৰ উৰাব। উৰাই আৰু ধ্বনি বজাই মাতি আনে। অন্য ঠাইত পাৰ যাবৰ সাধ্য নাই। এই চখ ইমান বাঢ়ি গৈছিল যে কিছুমান ধনীৰ ঘৰত কেৱল নশ মাইকী পাৰ একেলগে উৰে আৰু আন ধনীয়ে সিমানেই বা তাতোকৈ বেছি মতা পাৰ উৰায়।

খোচত (আফগানিস্তান সীমান্ত)ৰ পৰা পটেত নামৰ বিশেষ ৰঙৰ এবিধ পাৰ আহিছিল। ই খুব মুল্যবানো আছিল। ধনী সকলে হেজাৰ টকা খৰচ কৰি ইয়াৰ খেল চাইছিল।

আধুনিকতা ভাল পোৱা এজন বয়স্কই লক্ষ্ণৌত এনে পাৰদৰ্শিতা দেখুৱালে যে দুটা পাৰ পোৱালি আনি এটাৰ সোঁ আৰু আনটোৰ বাঁও পাখি খন কাটি দি কটা পাখিৰ ঠাইত দুয়োকে চিলাই কৰি দুমুখী পাৰ সাজিছিল আৰু সিহঁতক বৰ ভালকৈ প্ৰতিপালন কৰি সিহঁতক ডাঙৰ কৰিলে আৰু সিহঁত উৰিব ধৰিলে। এনেধৰণৰ বহুতো দুমুখী পাৰৰ সৃষ্টি হ'ল। নছীৰউদ্দীন হায়দৰ ছঙৰ মঞ্জিলৰ নাৱত উঠি পাৰ হৈ "দিল-আৰাম"ত বহি নদীৰ প্ৰবাহ যেতিয়া চাই থাকে, তেতিয়া প্ৰায়েই 'সিপাৰৰপৰা এই অদ্ভুত দুমুখী পাৰ চৰাই উৰাই দিয়ে। সিহঁতে পাৰ হৈ আহি বাদচাহৰ ওচৰত বহেহি। সিহঁতক চাই বাদচাহ খুব আনন্দিত হয় আৰু সিহঁতক পুৰস্কৃত কৰে।

মীৰ ইমান আলী নামৰ এজনে এই পাৰদৰ্শিতা দেখুৱালে যে পাৰৰ ৰং কি যেনে ইচ্ছা তেনে কৰি তোলে। প্ৰায়ে পাখি উভালি তাৰ ঠাইত এনে ভাবে অইন ৰঙৰ পাখি গুজি দিয়ে যে আচল পাখিৰ নিচিনা লগা হয় আৰু বহুতো ক্ষেত্ৰত ৰঙৰ ব্যৱহাৰো কৰে। কিন্তু ইমান ভাল আৰু পকা ৰঙ যে সি অকণো মলিন হোৱাৰ কোনো সুবিধা নাই। বহু দিন-বছৰলৈ এই ৰঙ থাকে। কিন্তু যেতিয়া পাখি সৰি পৰে তেতিয়া সেই আগৰ ৰঙহে আহে। তেওঁৰ এই পাৰবোৰ প্ৰত্যেকটো পেঞ্চৰ কুৰি টকাত বিক্ৰী হয় আৰু ধনী সকলে বৰ হেপাহেৰে কিনে। তেওঁ এনে নানা ৰঙৰ সুন্দৰ পাৰ

সজাই তুলিছিল যে লাখৰ ভিতৰত এক আছিল। ৰঙৰ ভিন্নতা আৰু গল আদিৰ দৃষ্টিৰে ইয়াৰ তুলনা পাবলৈ নাছিল।

গিৰহবাজ পাৰ 'গোলা'ৰ দৰে উৰুৱাব পৰা চৰাইৰ ওস্তাদ খেলুৱৈ বাদচাহে ৰাখিছিল। তেওঁৰ বাহাদুৰী এয়ে আছিল যে যি ঠাইৰ আৰু যি ঘৰৰপৰাই ইচ্ছা কৰে ছীপী (কাপোৰ বন্ধা লাঠী যিহেৰে পাৰ চৰাই উৰোৱা খেল প্ৰদৰ্শন কৰা হয়) ৰ ইঙ্গিতেৰে এনে কৰে যে আকাশতে পাৰই উল্টা খৰ দিব ধৰে।

ৰাজিদ আলী ছাহে মাটিয়া বুৰ্জত বহুতো নতুন পাৰ জমা কৰিছিল। কোৱা শুনা যায় ৰেচমৰ পাখিৰ পাৰৰ যোৰা পঁচিছ হেজাৰ টকাৰে কিনিছিল আৰু এবিধ সেউজীয়া ৰঙৰ পাৰ চৰাইৰ বংশ বঢ়াইছিল। তেওঁৰ মৃত্যুৰ সময়ত ত্ৰিছ হেজাৰোৰো বেছি পাৰ আছিল যাৰ বাবে কেবা শ চাকৰ আছিল আৰু সিহঁতৰ ডাৰোগা গুলাম আব্বাসৰ তুলনা পাৰ চৰাইৰ খেলত অইনৰ লগত কৰিব পৰা বিধৰ নাছিল।

চখীন আৰু অভিজ্ঞ লোক সকলে ৰঙীন পাব চৰাই পোহাৰ ক্ষেত্ৰতো যথেষ্ট উন্নতি কৰিছিল। এয়েই নহয় আনকি এনে শীৰাজীও আছিল যি এগজীয়া পিঞ্জৰা ভৰি পৰে আৰু এনে গুলী চৰাই আছিল যি এজনী বাৰ বছৰীয়া ছোৱালীৰ চুৰীৰ মাজেৰে সৰকি যাব পাৰে—মই নিজ চকুৰেই দেখিছোঁ। (ইয়াৰ বৰ্ণনা ইয়াতে শেষ হোৱা নাই—বাকী আগৰ সংখ্যাত কম।)

## 18

চৰাই উৰাই উৰাই আকৰ্ষণ কৰা আৰু মনোৰঞ্জন কৰা লক্ষ্ণৌৰ নিশ্চিত লোকসকলৰ সাধাৰণ ব্যসন হৈ পৰিছিল। পাৰ আৰু বটেৰক শিক্ষা দিয়া আৰু যুঁজ কৰোৱা কালত এনে ভাবে উন্নতি কৰিছিল যে হিন্দুস্তানৰ যি কোনো চহৰতে কোনো ধনীলোকৰ ইয়াৰ বাবে চখ উপজিলে (আৰু কমবক্তা চখ অদূৰদৰ্শী ধনীসকলৰহে বেছি হয়)

লক্ষ্ণৌৰপৰাহে ওস্তাদ মতা হৈছিল আৰু এই বিষয়ৰ সকলো কাম-কাজ তেওঁৰ তত্বাৱধানত হৈছিল।

## ভাটৌ

চৰাই উৰোৱাৰ সীমা চেৰাই-যোৱা চখে ইয়াত নতুনত্ব আনিবৰ বাবে চেষ্টা কৰিলে আৰু কিছু চৌখীনৰ মনত ভাব হ'ল যে পাৰ চৰাইৰে যিবোৰ কাম কৰিব পাৰি সেইবোৰ অইন কোন কোন চৰাইৰে কৰিব পৰা যায়? মীৰ মুহম্মদ আলী নামৰ এজন অভিজ্ঞ ব্যক্তিয়ে ভাটৌৰ দ্বাৰাই পাৰৰ কাম আদায় কৰাত বিশেষ কৃতিত্ব লাভ কৰিছিল।

ভাটৌ স্বভাৱতে বৰ অবিশ্বাসী জীৱ। গোটেই জীৱনটো ৰাখক, পালক, কিন্তু পিঞ্জৰাৰপৰা উৰি গলে আৰু সি এইমুৱা নহয়। "তোতাচষ্মী" (ভাটৌ দৃষ্টি) নামেই হ'ল বিশ্বাস ঘাতকতা। সি মাতে, কথা কয়, অন্য জন্তুৰ মাত নকল কৰে, যি বাক্য মুখস্থ কৰাব তাকেই আওৰাব, কিন্তু তাক উৰোৱা কাম নহয়। কাৰণ পিঞ্জৰাৰ পৰা ওলালে তাক আৰু ধৰি ৰখাৰ সাধ্য নাই। কিন্তু নাজানো মীৰ চাহাবে (ঈশ্বৰেহে জানে) কি উপায়েৰে সিহঁতৰ স্বভাৱ পৰিৱৰ্ত্তন কৰিছিল যে দহ-বাৰটা ভাটৌৰ জাক উৰাই দিয়ে আৰু কি সাধ্য সিহঁতৰ, পেঁপাত "অঁা" কৰাৰ লগে লগে আকাশৰপৰা নামি আহি পিঞ্জৰাত নোসোমায়? তেওঁ সদায় ছুছনাবাদলৈ নি এই ভাটৌ কেইটা উৰাইছিল।

চৰাইবোৰৰ এই শিক্ষাৰ কথা বৰ্ণনা কৰি, মই এই কথাও কবলৈ বাধ্য হৈছোঁ যে লক্ষ্ণৌবাসীয়ে চৰাই আদিৰ শিক্ষাত যি পৰিশ্ৰম কৰিলে, হাঁয় তেওঁলোকৰ নিজৰ আৰু নিজৰ বংশক দিলেহেঁতেন তেনেহলে আজিৰ পৰিণাম নহ'লহেঁতেন।

## চিলা উৰোৱা

চিলা উৰোৱাৰ চখ, কিছু নহয় কিছু পৰিমাণে সমগ্ৰ হিন্দুস্তানতে আছে আৰু আজিকালি সাধাৰণতে ল'ৰা আৰু যুৱক সকলৰ বৰ প্ৰিয় খেল হৈ পৰিছে। ইয়াৰ এই বহুল প্ৰচলন দেখি এনে ভাব হয় যে ই হিন্দুস্তানৰ বহুত পুৰণি খেল, কিন্তু আচলতে তেনে নহয়। এই কলা এক শতিকাৰ পুৰণি বুলিও কব নোৱাৰি আৰু ইয়াৰ প্ৰগতিৰ কেন্দ্ৰও লক্ষ্ণৌৰেই আছিল।

ইউৰোপৰ ল'ৰা বিলাকে এক ধৰণৰ কাপোৰৰ চিলা উৰাইছিল ইয়াৰ জৰীডাল ধৰি দৌৰি থাকিলে ইও উৰি থাকে আৰু বৈ গ'লেই চিলাটোও মাটিত পৰি যায়। ই কেতিয়াৰ পৰা আৰম্ভ হ'ল বা ক'ৰ-পৰা আহিল এই বিষয়ে একো কব পৰা নাযায়।

দিল্লীত প্ৰথম চাহ আলমৰ শাসনকালতেই ই প্ৰথমে আৰম্ভ হয় বুলি শুনা যায়। আৰম্ভণিতে কেইজনমান বছা বছা মানুহেহে চিলা উৰুৱাইছিল। বৰ চখ আৰু মনোযোগেৰে চিলা সজোৱা হৈছিল। তাত ছুটুকুৰা চিলা সজোৱা কাগজ অগা-পিছাকৈ সমানভাবে গাঁথি দিয়া হৈছিল। ইয়াৰ তিনিফালে ঘূৰণীয়া কোণ ওলাইছিল। তাতে বাঁহৰ কাঠি এডাল চাচি চুঁচি মাজতে থিয় ভাবে লগাই দিয়া যায় ইয়াক "ঠুড্ডা বুলি কয় আৰু ছুডাল কাঠি বৰ পাতল কৰি ইয়াৰ তলে ওপৰে লগোৱা হয়, ইয়াক কাঁপে বোলে। ওপৰৰ কাঁপেৰ আকাৰ ধনুৰ দৰে আৰু তলৰ কাঁপেৰ তাৰ উল্টা আকাৰৰ। তাৰ মাজত কাঠি আদি লগাই দিয়া হয় আৰু চাৰিওপিনৰ কগজবোৰ মুৰি দি এক বিশেষ প্ৰকাৰৰ জোঙা কন্দীল ( মোম অথবা মিঠাতেলৰ চাকি আদি থোৱা, বাঁহৰ কাঠি আৰু কাগজেৰে সজা আবৰণ যি আকাশ বন্তী আদিৰ কামত ব্যৱহাৰ হয়। ) সজা হয়। তাৰ ভিতৰত কাপোৰৰ তৈয়াৰী তেলত ভিজোৱা বল এটা গুণাৰে বান্ধি ওলোমাই দিয়া হয় আৰু তাকে জ্বলাই ৰাতি মজপুত সূতা অথবা ৰেচমী ডোলেৰে ইয়াক উৰুৱায়। চিলা দেখিবলৈ এনেহে হয় যে এটা চাকিহে আকাশত উৰি

আছে। বেলুনৰ দৰে নহৈ ই উৰাওঁতা জনৰ বশতহে আছে, যেতিয়া ইচ্ছা কৰে উৰায়, ইচ্ছা কৰিলে নমাই আনে, ই আকাশত ওলমি থাকে কেতিয়াবা তলমুৰা হলেও আৰু পিছত ঠিক হৈ পৰে।

সেই সময়তে কিছুমান মানুহে মানুহৰে একোটা পুতলা সাজি উৰুৱাইছিল বিশ্বস্তসূত্ৰৰপৰা কোৱা হয় যে এই পুতলা সৰ্বপ্ৰথম দিল্লীত আৰম্ভ হৈছিল, তাকেই উন্নীত কৰি ভাল কৰা হ'ল। ইয়াৰ দীঘল পুতল সমান হোৱা বাবে উৰোৱা আৰু আকাশত বেছি সময় ৰখাটো সহজ আছিল। হিন্দু সকলৰ চখ ইয়াৰ প্ৰতি বেছি আছিল। ই তেওঁলোকৰ সংস্কৃতি অথবা ধৰ্ম্মৰ লগত সম্বন্ধ থকা আকাশদীপৰপৰা ওলোৱাটোও একো আচৰিত নহয়। পাছত এই চিলাক কাটিবৰ নিমিত্তে নাইবা দিনত উৰুবাবলৈ ডাঙৰ ডাঙৰ চিলা উৰুৱাবলৈ ধৰিল। ( এই চিলাৰ নাম কেইবাটাও আছিল—তুক্কল, চঙ্গা আদি )

তুক্কলৰ সুবিধা আছিল এয়ে যে চঙ্গতকৈ ই সহজে উৰিব পাৰে। ইয়াৰ চঞ্চলতা বেছি আছিল আৰু ই ইমান বশত আছিল যে যেতিয়াই ইচ্ছা কৰে তাৰ ডোলে টান মাৰি অইন চঙ্গক কাটি দিব পাৰি।

তুক্কলে আচলতে কন্দীল বা পোহৰৰ পুতলা উৰোৱা ভাব পাহৰাই দিলে আৰু মানুহৰ মন সেইপিনে আকৃষ্ট কৰিলে যে আকাশত এনে বস্তু উৰোৱা হওক যি বেছি বশত থাকে আৰু ইপিনে সিপিনে আকাশত নাচি বাগি ফুৰিব পাৰে। তুক্কল চিলাৰ চখ, মুছলমান আমীৰ আৰু প্ৰতিষ্ঠিত হিন্দুসকলৰ মাজত বেছি হৈছিল। ইয়াৰ বাবে টকা খৰচ হ'ব ধৰিল, ভাল ধৰণৰ তুক্কলৰ নাম পতঙ্গ (চিলা) বুলি বিখ্যাত হ'ল যাৰ ঠুড্ডা আশী টকীয়া দামী মুৰ্ছিদাবাদৰ বাঁহেৰে তৈয়াৰ হৈছিল। কুৰি টকাৰ বাং পতা আদি, দুই টকাৰ কাগজ আৰু পাঁচ টকাৰ সজা খৰচ। অৰ্থাৎ 107 ( এশ সাত টকাত ) এটা পতঙ্গ তৈয়াৰ হৈছিল।

দিল্লীত তুক্কল আৰু পতঙ্গৰ উন্নতি হৈছিল এনেতে ইয়াৰ অনুৰাগী সকল দিল্লী দৰবাৰৰপৰা লক্ষ্ণৌলৈ গুচি আহিল আৰু তাৰ লগে লগে ইয়াৰ চৌখীন সকলো এইখিনি পালেহি। এতিয়া পতঙ্গ ( চিলা ) উৰুৱাতকৈ যুঁজৰ নিচা বাঢ়িলে। এনে মজপুত তুক্কল সজা আৰম্ভ

হ'ল যাক সাধাৰণ বল থকা মানুহে চম্ভলাই মুস্কিল, আঠজনে টানি চিঙিব নোৱাৰে। ডোল উম্বাত মেৰোৱা হয় আৰু ইয়াৰেই তুক্কলৰ শক্তিক চম্ভালা যায়। যুঁজৰ এনে বাহাদুৰী আছিল যি দুটা তুক্কলৰ ইটোৰ ডোল সিটোত লগাই দি দুয়ো পিনৰপৰা ঢিলাই দিয়া হয়। দুয়োটা তুক্কলে ঘূৰি ওপৰলৈ উঠে আৰু বহুত ওপৰলৈ উঠি গৈ থাকে। আৰু তলত দুয়োৰেই উধা খালী হয়। লক্ষ্নৌৰ চখৰ অনুমান ইয়াৰেই লগাব পাৰে যে নবাব আছফউদ্দৌলাৰ তুক্কলত পাঁচ টকাৰ বনকৰা ৰাং পতা লগোৱা হৈছিল যিয়ে চোৰ কৰি আনে তাক পাঁচ টকা দি তুক্কল কিনি লয় আৰু নানিলেও য'তেই খুছি পাঁচ টকাত বিক্ৰী কৰে।

চিলা যুঁজৰ প্ৰাচীন নামজ্বলা ওস্তাদ লক্ষ্নৌত মীৰ অন্দু, খাজা মিটঠন আৰু ছেখ ইমদাদ আছিল। এজন তাঁতীয়েও সেই কালত এই কলাত যথেষ্ট ব্যুৎপত্তি দেখুৱাইছিল যাৰ বাবে ধনী সমাজত তেওঁৰ আদৰ যথেষ্ট বাঢ়িছিল।

আমজদ আলী ছাহৰ সময়ত হঠাতে 'গুড্ডী' আৰম্ভ হ'ল। ইয়াৰ আকৃতি বাদামটোৰ দৰে আছিল। তুক্কলতকৈ ই সহজতে সাজিব পৰা আছিল। তুক্কলত দুটা 'কাঁপ' আৰু এটা 'ঠুড্ডা' আছিল। গুড্ডীত কেৱল এটা কাঁপ আৰু এটাহে ঠুড্ডা আছিল। ৱাজিদ আলি ছাহৰ শাসন কালত ডেড় গুণ ডাঙৰ 'কনকৌৱা' সজা হ'ল। ইয়াৰ আকাৰ তেতিয়াও আজিৰ দৰেই আছিল। কিন্তু তলৰ পিনে তুক্কলৰ স্মৃতিত কাগজৰ ফুঁদনা ( ফুল জাতীয় কাগজৰ বস্তু ) এডাল লগাই দিয়া হৈছিল। নবাব মুহম্মদ হুছৈন খাঁ চালাৰজঙ্গী, আ গা আবু তাৰাব খাঁ আৰু দুই এজন চখীন ধনী ব্যক্তিয়ে ফুঁদনীৰ ঠাইত তলত কাগজত পাত লগাই আজি কালি প্ৰচলিত হৈ থকা কনকৌৱা সজালে আৰু বৰ্তমানে ইয়াৰ আৰু কোনো ধৰণৰ উন্নতিৰ স্থল নাইকিয়াৰ দৰে হৈছে। আজিকালি সমগ্ৰ হিন্দুস্তানতে পত্তা লগোৱা কনকৌৱা অথবা ফুন্দন লগোৱা কনকৌৱা ( ইয়াক ডেড় কন্না বুলি কয় ) উৰোৱা হয় কিন্তু ইহঁতৰ আৰম্ভ লক্ষ্নৌতে হৈছিল। ইয়াৰেপৰা অইন ঠাইলৈ বিয়পিল আৰু লোকপ্ৰিয় হ'ল।

কনকৌৱা যুঁজতো প্ৰথমতে তুক্কলৰ দৰে চিলাই দিয়া নীতি আছিল। ডাঙৰ ডাঙৰ কনকৌৱা সজা হয় আৰু বহু সেৰ ডোল খাই গৈ থাকে। চাহী শাসনৰ শেষ আৰু ইংৰাজ শাসনৰ আৰম্ভতে বিখ্যাত ওস্তাদ বিলায়ত আলী আছিল। এওঁক "বিলায়তী" বুলি মাতিছিল। মাটিয়া বুৰ্জত গৈ বিখ্যাত হৈছিল। ইলাহী বখছ টুন্তে আৰু লক্ষ্ণৌত শ শ পাকৈত ওস্তাদ আছিল যিসকলৰ নাম এতিয়া মোৰ মনত নাই। কিন্তু তেওঁলোক সঁচাকৈয়ে দীঘল জৰীৰ খেল দেখুৱাত বাদচাহেই আছিল।

ইংৰাজ শাসনৰ আৰম্ভণিতে টানি যুঁজা নিয়ম প্ৰচলন হ'ল। ইয়াৰ আৰম্ভ কম জৰী থকা ল'ৰাবোৰৰপৰা হ'ল। অইনৰ কনকৌৱা পেচত পেলাই নিজৰ চুটি জৰীৰে টানি আনি কাটি পেলায়। পুৰণি ওস্তাদে সেই কালত সিহঁতক ঘৃণাৰ চকুৰে চাইছিল আৰু তেওঁ-লোকৰ কনকৌৱা সিহঁতৰপৰা দূৰৈত ৰাখিছিল। কিন্তু শেষত এই টনাটোকেই চিলা যুঁজৰ সৰ্বশ্ৰেষ্ঠ কলা বুলি ধৰা হ'ল। ইয়াৰ বৰ বৰ ওস্তাদ হ'ল আৰু আজিও কেবা কুৰি ওস্তাদ লক্ষ্ণৌত আছে যি সকলে এই চখতে টকা খৰচ কৰি ওস্তাদ হৈছে আৰু নিজৰ ঘৰখনকেই ধ্বংস কৰি ইমান প্ৰতিষ্ঠা লাভ কৰিছে যে কনকৌৱা খেলৰ পথাৰত খুব আদৰ কৰি তেওঁক নিমন্ত্ৰণ কৰি অনা আৰু খুব সন্মানৰ আসন দি বহিবলৈ দিয়া হয়।

## 19 & 20

এতিয়া আমি সঙ্গীত আৰু এই কলাৰ লগত সম্বন্ধীয় লোকসকলৰ লক্ষ্ণৌত কি স্থান আছিল সেই বিষয়ে বৰ্ণনা কৰিম।

মানৱ স্বভাৱে পোন প্ৰথমে আৱিষ্কাৰ কৰা বস্তুবোৰৰ ভিতৰত গানও অন্যতম। যিবোৰ শব্দ ব্যক্ত কৰিবলৈ, উত্‌সাহ প্ৰকাশ কৰিবলৈ ইচ্ছা কৰিলে (সিবোৰক লৈয়েই) গাব ধৰিলে আৰু যিবোৰ কাৰ্য্যকলাপ আৰু অঙ্গীভঙ্গী ভাৱনাই জন্ম দিলে তাৰপৰা নাচ আৰম্ভ হ'ল। যিহেতু সবাতকৈ বেছি উত্‌সাহ আৰু একাগ্ৰতা

আৰাধনাত হে হয় আৰু সাংসাৰিক বিষয়ত বিবশতাৰ সকলোতকৈ বেছি উত্‌সাহ প্ৰেম-প্ৰণয়ৰ অভিব্যক্তিত পোৱা যায়, সেয়ে গানৰ আৰম্ভও আদিকালত আৰাধনা আৰু প্ৰেমৰ সন্দৰ্ভতে হ'ল। হিন্দুস্তানত সঙ্গীতৰ আৰম্ভণি নিশ্চিত ভাবেই আৰাধনাৰপৰাই হৈছে এই কাৰণেই যে ইয়াৰ প্ৰাৰম্ভিক গায়ক সকল আছিল ব্ৰাহ্মণ, যিসকলে প্ৰথমে পুজা পাঠ কৰা আৰু কৰোৱাৰ সময়ত আৰাধ্যৰ স্তুতি কৰোঁতে ভজন আদি গাইছিল। শ্ৰীকৃষ্ণৰ জন্মই তেওঁলোকৰ প্ৰেমক পুজালৈ ৰূপান্তৰিত কৰি প্ৰেম-সঙ্গীতৰ জন্ম দিলে।

মুছলমান সকলে সঙ্গীত নিজৰ লগতেই লৈ আহিছিল। তেওঁলোকৰ সঙ্গীত পোন প্ৰথমে ইৰনে মুসহ্‌হজ এ সৃষ্টি কৰিছিল। ইয়াৰ পিছত ইৰাকত আব্বাসী দৰবাৰ যেতিয়া প্ৰতিষ্ঠা হ'ল তেতিয়া আৰবী আৰু ফাৰ্চী সঙ্গীতৰ সৈতে মিলি এক নতুন আৰু স্বয়ংপূৰ্ণ সঙ্গীতৰ আৱিষ্কাৰ হ'ল, যি সমগ্ৰ বিশ্বতে বিয়পি পৰিল আৰু সেয়েই শেষত ইৰাণী সঙ্গীত হ'ল। মুছলমানে এই কলাকেই হিন্দুস্তানলৈ আনিলে আৰু যি সকল গায়ক তেওঁলোকৰ লগত আহিছিল তাৰেই স্মৃতি আজিকালিৰ কাৱালী গায়কসকল। তেওঁলোকৰ বাদ্য হ'ল সাৰঙ্গী সৰোদ, চঙ্গ, চানাঙ্গ, বৰবত আৰু ৰবাব।

হিন্দুস্তানৰ সকলো বস্তুতে মুছলমানে তেওঁলোকৰ প্ৰভাৱ পেলালে। সকলো বিদ্যা. কলা আৰু সংস্কৃতিৰ সকলো কথাকেই সলাই পেলালে। কিন্তু ইয়াত সঙ্গীতৰ ওপৰত খুব কম প্ৰভাৱহে পৰিল। ইয়াৰ কাৰণ এই বুলি ধৰা হয় যে ইয়াৰ নিজা সঙ্গীতেই ইমান নিয়মবদ্ধ আৰু ওখ থাপৰ আছিল যে ইয়াৰ স্থায়িত্বৰ কাৰণে বাহিৰৰ সঙ্গীতৰ প্ৰভাৱ গ্ৰহণ কৰিব নোৱাৰিলে। কিন্তু ইয়াৰ আচল কাৰণ হ'ল এয়ে যে কোনো দেশৰ বা ভাষাৰ সংগীতৰ পিনে মানুহৰ মন তেতিয়াহে আকৰ্ষিত হয় যেতিয়া সেই দেশৰ নিবাসী হয় আৰু সেই দেশৰ ভাষা আৰু সংস্কৃতিৰ বওত নিজকে নিমজ্জিত কৰি লয়। সেয়ে ইয়ালৈ অহাৰ পিছত আক্ৰমণকাৰী মুছলমানসকল যেতিয়ালৈকে আৰবী আৰু ইৰাণী হৈ ৰ'ল ইয়াৰ সংগীতৰ পিনে তেওঁলোকে মন নিদিলে আৰু

যেতিয়া তেওঁলোকে মন দিলে তেতিয়া ভাৰতীয়তা তেওঁলোকৰ প্ৰাণত প্ৰৱেশ কৰিছেই। তেওঁলোকে আপোন ৰাষ্ট্ৰীয় ৰাগিণী পাহৰি গৈছে আৰু ভাৰতীয় সংগীতত মুগ্ধ হৈ পৰিছে। তেতিয়া তেওঁলোক ইয়াৰ সংগীতৰ কোনো প্ৰকাৰৰ পৰিৱৰ্ত্তন অথবা আলোচনা কৰাৰ যোগ্য হৈ থকাই নাছিল।

তথাপি ইৰাণী কাৱালী গায়কৰ গীতে হিন্দুস্তানী সংগীতৰ ওপৰত কম বেছি পৰিমাণে অলপ প্ৰভাৱ পেলাইছে। সেয়ে ইয়াৰ বিভিন্ন ৰাগ ভাৰতীয় সঙ্গীতত চামিল হ'ল। জঙ্গূল (জঙ্গলা) জীফ, চাহানা, দৰবাৰী, জিলা (খমাচ) আদি ইৰাণী ৰাগ বুলি কোৱা হয় আৰু ইবোৰ ইয়াৰ সঙ্গীতৰ লগত মিলি গৈছে।

আমীৰ খুচ্‌ৰোৱে দুয়ো প্ৰকাৰৰ সঙ্গীতেই শিকিছিল আৰু দুয়োকেই লগ লগাবৰ খুব চেষ্টা কৰিছিল। 'সিতাৰ' তেঁৱেই আৰম্ভ কৰা বুলি কোৱা হয় আৰু তেওঁ যে বহুবোৰ 'সুৰ' সৃষ্টি কৰিছিল তাততো সন্দেহেই নাই। কিন্তু আমীৰ খুচ্‌ৰোই ইয়াৰ সঙ্গীতত কি কি বিশেষ গুণ বঢ়াইছিল তাৰ বিচাৰ কৰাটো বৰ মস্কিল।

মুছলমান সকলৰ ভিতৰত বাদচাহসকলৰ আগতে ছেখ আৰু চুফীসকলে সঙ্গীতৰ প্ৰতি মনোযোগ দিয়া বুলি কব পাৰি। ইৰাক আৰু ইৰাণৰ প্ৰাচীন ভক্তসকলৰ মাজত, ভক্তিভাবৰ পৱিত্ৰতাৰে নাচ-গানৰ যি গোষ্ঠী আদি হৈছিল সেয়াই হিন্দুস্তানতো হ'ব ধৰিলে আৰু যি সকল গায়কে আগতে মন্দিৰত ভজন গাইছিল, মুছলমান ভক্ত আৰু চুফীৰ সঙ্গতবহি "মাৰিফত"ৰ গজল গাব ধৰিলে। (মাৰিফত—চুফী মতানুসৰি সাধনাৰ চাৰি অৱস্থাৰ এক।)

বাদচাহৰ দৰাবাৰতো ইয়াৰ গায়ক, আৰু নৃত্য-গীত কৰা বেশ্যা আছিল, কিন্তু তেওঁলোকৰ উচ্চ অধিকাৰী কোনো ইৰাণী গায়কহে আছিল যিয়ে তেওঁলোকৰ সঙ্গীতত তেওঁৰ অলপ নহয় অলপ প্ৰভাৱ পেলাইছিলেই। মুহম্মদ তুগলকৰ শাসনকালত দৰবাৰৰ শ্ৰেষ্ঠ গায়ক আছিল আমীৰ ছম্চউদ্দীন তব্ৰেজী আৰু সঙ্গীত মণ্ডলীৰ সকলো স্ত্ৰী-পুৰুষ তেওঁৰ অধীনস্থ আছিল। সেই কালত দেৱগড় অৰ্থাৎ

দৌলতাবাদৰ ওচৰত কলাকাৰ সকলৰ এটা চুবুৰিয়ে আছিল যাৰ নাম আছিল তৰবাবাদ। তাৰ চকৰ মাজত এটি মঞ্চ আছিল য'ত সদায় তৃতীয় প্ৰহৰৰ সময়ত সংগীত মণ্ডলীৰ চৌধৰী (মুখিয়াল) আহি বহিছিল আৰু তেওঁৰ সমুখত সকলো গায়ক আৰু বেশ্যা ক্ৰমানুসৰি আহি গান গাইছিল। এওঁলোকৰ ভিতৰত বেছি ভাগেই ৰোজা-নামাজ মানি চলা মুছলমানেই আছিল। সেই চুবুৰিতেই ঠায়ে ঠায়ে মচজিদ আছিল, য'ত ৰমজানৰ পৱিত্ৰ মাহত তৰাবীহ ( ৰমজান মাহত ৰাতিৰ নামাজৰ পিছত পঢ়া নামাজ য'ত কোৰাণ পঢ়া হয় ) পঢ়া হৈছিল। ডাঙৰ ডাঙৰ ৰজা সকল ইয়াৰ গান শুনিবলৈ আহিছিল। কেবাজনো মুছলমান বাদচাহেও ইয়ালৈ আহি গান শুনিছিল।

সঙ্গীতমণ্ডলীৰ নায়ক আৰু চৌধৰী যিহেতু সাধাৰণতে মুছলমানহে আছিল, আৰবী, ইৰাণী আৰু হিন্দুস্তানী সংগীত কিমান মিলি-জুলি পৰিছিল তাক সহজেই অনুমান কৰিব পাৰি।

হিন্দু সঙ্গীতৰ কেন্দ্ৰ উত্তৰ ভাৰতত মথুৰা, অযোধ্যা আৰু বাৰাণসী আছিল য'ত ধাৰ্ম্মিক তত্ত্ব প্ৰবল হোৱা বাবে সঙ্গীত কলাৰ পতাকাও উৰি আছিল। জৌনপুৰৰ শৰ্কী ছুলতানসকলৰ ভিতৰত ছুলতান হুছেন শৰ্কীৰ সংগীতৰ প্ৰতি বাপ আছিল। তেওঁ নিজেও এজন বৰ ভাল গায়ক হৈছিল আৰু যিহেতু অযোধ্যা আৰু বাৰাণসী দুয়োখন ঠায়েই তেওঁৰ ৰাজ্যৰ ভিতৰুৱা আছিল সেয়ে তেওঁ নিশ্চিতভাবেই হিন্দুস্তানৰ এই কলাৰ যথেষ্ট উপকাৰ কৰিছিল।

আকবৰে এই কলাক ইমান উদগনি দিলে যে তেওঁৰ সময়ত সকলোতকৈ নামিজ্বলা গায়ক তানচেনক নবৰত্নৰ ভিতৰত সুমাই ললে। এজন মুছলমান বাদচাহৰ এই ৰাপ আৰু নিচা দেখি তেওঁ নিজে আৰু তেওঁৰ পুতেকবিলাক খাচ মুছলমানেই হ'ল। ৰাজকীয় উৎসাহ পোৱা বাবে সেই বংশই ভাৰতীয় সংগীতৰ নিতৌ বিকাশ কৰিব ধৰিলে। পাছৰ দৰবাৰতো এই বংশৰ গায়ক সকলেই সম্মান পাব ধৰিলে। সেয়ে আজিকালিও এই বংশৰ গায়কসকলে নিজকেই মোগল দৰবাৰৰ লগত সম্বন্ধ থকা বুলি ভাবে। সাধাৰণতে ভবা হয়

যে এই বংশৰ জৰিয়তেই হিন্দুসকলৰ মাজৰপৰা এই সঙ্গীত মুছলমান সকললৈ আহিল। কিন্তু আগতে আমি দি অহা বৰ্ণনা মতে এই কথা স্পষ্ট হৈ পৰে যে এই বংশৰ বহুত আগতেই মুছলমানসকলে এই ভাৰতীয় কলা শিকিছিল। সেয়ে হিন্দুস্তানী সংগীতৰ প্ৰায়বোৰ প্ৰবীণ গায়ক মুছলমানেই।

দিল্লীত এই কলাৰ বিষয়ে "ছমচ-উল-অসৱাত' নামৰ কিতাপ খন চাহজহাঁৰ শাসনকালত লিখা হৈছিল যিখন এতিয়া ক'তো পোৱা নাযায়। পাছত আকবৰ দ্বিতীয় জনৰ সময়ত মিৰ্জা খান নামৰ এজন অভিজ্ঞ ব্যক্তিয়ে পণ্ডিত আৰু সংস্কৃত বিদ্বান সকলৰ সহায়তাত "তুহ্ফা-তুল-হিন্দ" নামৰ কিতাপ খন ৰচনা কৰিলে যাৰ দুই এটা সংখ্যা কিছুমানৰ তাত আছে। ইয়াত বহুতো ভাৰতীয় কলাৰ বিবৰণ সংগৃহীত হৈছে, জ্যোতিষ, সামুদ্ৰিক, কোক শাস্ত্ৰ, নায়িকা-ভেদ, ইন্দ্ৰজাল আদি বিভিন্ন বিদ্যাৰ বিষয়ে তৰ্ক উপস্থিত কৰিছে আৰু তাত ভাৰতীয় সংগীতৰ বিষয়েও বৰ্ণনা আছে।

দিল্লীত কেৱল এই কলাৰ ইমান খিনিয়েই উন্নতি হৈছিল এনেতে এই ৰুচিপূৰ্ণ কলা লক্ষ্ণৌৰ দৰবাৰ আহি পালে আৰু নবাব ছুজাউদ্দৌলাৰ গুণগ্ৰাহিতা আৰু উদাৰতাৰ কাৰণে, সমগ্ৰ হিন্দুস্থানৰ সংগীতজ্ঞ সকল আহি অৱধত থূপ খালেহি। তাত অযোধ্যা আৰু বাৰাণসীৰ সংগীতৰ পুৰণি স্কুলতো আছিলেই। জৌনপুৰৰ শৰ্কী বাদচাহ সকলৰ অনুৰাগৰ অলপ অচৰপ স্মৃতি বাকী আছিলেই, তাতেই যেতিয়া দিল্লীৰ সুনিপুণ গায়ক আৰু য়াসীন খাঁৰ অধিকৃত স্কুলৰ সংগীতাচাৰ্য্যও আহি লগ লাগিলেহি তেতিয়া এক বিশেষ জ্যোতি উদ্ভাসিত হ'ল আৰু বাস্তৱিকতে সংগীতৰ এক নতুন পৰম্পৰা আৰম্ভ হ'ল।

ছুজাউদ্দৌলাৰ বিষয়ে "তাৰীখ এ-ফৈজাবাদ"ৰ লেখকে কৈছে যে তেওঁৰ নৃত্য গীতৰ বৰ চখ আছিল। কেবা হেজাৰ গায়িকা বেশ্যা সাধাৰণতে দিল্লীৰপৰা আৰু অইন দূৰ দেশৰপৰা আহি ইয়াত গোট খাইছিলহি। সাধাৰণ নিয়ম এটাই হৈ পৰিছিল যে প্ৰধান মন্ত্ৰীৰ

বাহিৰে অন্য সকলো মন্ত্ৰী আৰু সৈনিক অধিকাৰী কোনো ফালে যাত্ৰা কৰিলেই নৃত্য গীতৰ মণ্ডলী আৰু বেশ্যাসকলৰ বাহৰো তেওঁ-লোকৰ লগে লগে গৈছিল।

ইয়াৰ ফল এয়ে হৈছিল যে নবাব আছফউদ্দৌলা বাহাদুৰৰ শাসন কালত ফাৰ্চী ভাষাত "উস্সূল উল-নগ্‌মাত-অস্‌ফিয়া" নামৰ কিতাপ এখন লিখা হ'ল। ভাৰতৰ সংগীত কলাৰ বিষয়ে ইয়াতকৈ ভাল কোনো কিতাপ আজিলৈকে লিখা হোৱা নাই। যদিও এইখন কিতাপৰ খুব কম সংখ্যক পোৱা যায়। মোৰ এখন আছে আৰু মই এইখন পঢ়িছোঁ। এই লেখকৰ দৃষ্টি প্ৰৌঢ়, তেওঁ এজন বিদ্বান লোক। আৰু আৰবী, ফাৰ্চী আৰু সংস্কৃত এই তিনিও ভাষাতেই তেওঁৰ যথেষ্ট ব্যুত্‌পত্তি থকা বুলি জনা যায়। ভাৰতৰ সংগীত কলাক খুব স্পষ্ট ভাবে প্ৰত্যেকজন লোকৰ আগতে দাঙি ধৰিবলৈ তেওঁ বৰ সফল প্ৰচেষ্টা কৰিছিল। কিছুদিন আগতে মৃত্যু হোৱা আসদউল্লাহ খাঁ 'কৌকৰ' সংগীত শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত আছিল আৰু কলিকতাত ভাৰতীয় সংগীতৰ বিখ্যাত অধ্যাপক আছিল। তেওঁ এই গ্ৰন্থখনৰ বিষয়ে মোলৈ চিঠি এখন লিখিছিল। সংগীতৰ বিষয়ে লিখা এই ফাৰ্চী কিতাপখন মোৰ তাত আছে। এই কিতাপখন আধিকাৰিক ভাবে, শাস্ত্ৰৰ আদিম স্ৰোতৰ আধাৰ, বহুত গৱেষণা কৰি লিখিছে। (দুখৰ কথা, এই অতুলনীয় কিতাপখন আজিলৈ ছপা হোৱা নাই আৰু ই ইমান দুষ্প্ৰাপ্য যে নছপালে ই নষ্টই হৈ যাব। যদি কোনো ধনী ব্যক্তিয়ে এই কথাৰ প্ৰতি কাণ দিয়ে তেনে দেশৰ আৰু দহৰ বহুত উপকাৰ কৰা হ'ব।)

আছফউদ্দৌলাৰ শাসন কালত সংগীতৰ কিমান বিকাশ হৈছিল তাক এই গ্ৰন্থৰপৰাই বুজিব পাৰি। ইয়াৰ লেখকগৰাকী খুব অনুসন্ধিৎসু যেন লাগে যিয়ে ইব্‌নেসীনাৰ চিকিৎসা বিষয়ক গ্ৰন্থৰপৰা ফাৰ্চী সঙ্গীত নিয়মো স্পষ্ট ভাষাত বৰ্ণনা কৰিছে। "দিলগুদাজ"ৰ এই প্ৰবন্ধটো সম্পূৰ্ণ কৰিবলৈ মই শ্বঃ প্ৰোফেচাৰ 'কৌকৰ'ৰ সহায় খুজিছিলোঁ তেওঁ উত্তৰত যি লিখিছিল, তাকেই হুবহু ইয়াত তুলি দিওঁ।

ইয়াৰ দ্বাৰাই লক্ষ্ণৌলৈ অহাৰ পিছত সংগীত কলাৰ কি অৱস্থা হ'ল সেইটো বুজা যাব। দুখৰ কথা যে আজি তেওঁ ইহ সংসাৰত নাই, নহলে আমি তেওঁৰপৰা বহুত সহায় পালোহেঁতেন। বিশেষকৈ এই কাৰণে যে তেওঁৰ সম্পৰ্কীয় নতুন কিতাপখন সংগীত কলা সম্পৰ্কীয় আমাৰ ইয়াত ছপাব খুজিছিল। আছফউদ্দৌলাৰ সময়ত হোৱা সংগীতৰ প্ৰগতিৰ কথা উল্লেখ কৰি তেওঁ লিখিছে—

"নবাব চাআদত আলী খাঁৰ সময়তে সঙ্গীতৰ বীজ ৰোপণ হৈছিল। গাজীউদ্দীন হায়দৰৰ সময়ত এই কলাৰ এজন বৰ ডাঙৰ ওস্তাদ লক্ষ্ণৌত আছিল যাৰ নাম আছিল হায়দৰী। এখেত যিহেতু অন্যমনস্ক হৈ থাকিছিল সেয়ে তেওঁৰ নাম "সিড়ে হায়দৰী খাঁ" বুলি বিখ্যাত হৈছিল আৰু তেওঁ গোলাগঞ্জত বাস কৰিছিল। গাজীউদ্দীন হায়দৰৰ তেওঁৰ গান শুনাৰ বৰ চখ আছিল, কিন্তু কেতিয়াও সেই সুবিধা পোৱা নাছিল। এদিনাখন তৃতীয় প্ৰহৰত গাজীউদ্দীন ফিটনত উঠি নদীৰ পাৰে পাৰে ফুৰিবলৈ ওলাল। ৰোমী দৰবাবাৰ তলত মানুহবোৰে দেখে যে 'সিড়ে হায়দৰী খাঁ' গৈয়েই আছে। বাদচাহক গৈয়েই ক'লে —'যে "কৰলা-এ-আলম' হায়দৰী খাঁ তেৱেঁই। 'বাদচাহতো এনেয়ে উৎসুক আছিল, আদেশ দিলে, "মাতি আনা।" মানুহবোৰে তেওঁক আনি ৰজাৰ আগত উপস্থিত কৰিলে। বাদচাহে ক'লে, "হেৰা মিঞা হায়দৰী খাঁ, আমাক কেতিয়াও গান সুশুনাবা নেকি?" ক'লে, "মহাৰাজ—কিয় সুশুনাম? কিন্তু মই আপোনাৰ ঘৰ চিনি নাপাওঁ।" বাদচাহে এই কথা শুনি হাঁহিলে আৰু ক'লে—"বাৰু, এতিয়া মোৰ লগত ব'লা। মই নিজেই তোমাক আমাৰ ঘৰলৈ লৈ যাম।" "খুব ভাল কথা" বুলি কৈ নিঃশঙ্কচিত্তে লগত গ'ল। ছত্তৰ মঞ্জিলৰ ওচৰ পোৱাত হায়দৰ খাঁ থিয় হৈ বৈ ক'লে—'মই আপোনাৰ লগত আহিছোঁ, পুৰী আৰু যব খুৱালেহে গান গাম।" বাদচাহে কথা দিলে আৰু মহলত বহি গান শুনিব ধৰিলে। অলপ সময় শুনিয়েই তেওঁ খুব আনন্দ পালে। তেওঁৰ মৌজ লাগিল আৰু তেওঁ মূৰ্চ্ছিত যেন হৈ পৰিল এই অৱস্থা দেখি হায়দৰী খাঁও মনে মনে ৰ'ল। বাদচাহে পুনৰ

গাবলৈ কোৱাত ক'লে "হুজুৰ, চিলিমত আপোনাৰ যি তামখু লগাইছে খুব ভাল যেন লাগিছে। আপুনি কোন দোকানৰপৰা কিনে?" গাজীউদ্দীন হায়দৰ নিজেও বৰ অন্যমনস্ক আছিল। এই প্ৰশ্নত খং উঠাত মোচাহিবসকলে প্ৰাৰ্থনা কৰিলে, "কিবলা-এ-আলম, ই টো সিড়ী (অন্যমনস্ক ব্যক্তি) হয়েই। সি কাৰ লগত কথা পাতিছে এই কথা সি এতিয়াও ধৰিব পৰা নাই।"

বাদচাহে কলত হায়দৰী খাঁক অইন কোঠালীলৈ লৈ যোৱা হ'ল। পুৰী, মলাই আদি খুওৱা হ'ল। তামখু খুৱালে। আৰু এপোৱা মান পুৰী, আধা পোৱা মলাই আৰু এপইচাৰ চেন আনি ঘৈণীয়েকলৈ পঠাই দিলে (সকলো ঠাইতেই তেওঁৰ এনে নিয়ম আছিল।) এইখিনি কৰি থকা সময়ত বাদচাহে মদৰ পিয়লা উপভোগ কৰিলে আৰু যেতিয়া নিচা লাগিল পুনৰ হায়দৰী খাঁলৈ মনত পৰিল। তৎক্ষণাত মাতি গাবলৈ আদেশ দিলে কিন্তু গান আৰম্ভ কৰাৰ লগে লগে, বন্ধ কৰি দি ক'লে "হায়দৰী খাঁ, শুনিছানে? আৰু যদি মোক কেৱল আনন্দই দিয়া কন্দুৱাব নোৱাৰা তেনেহলে তোমাক গোমতীত ডুবাই মাৰিম।" হায়দৰী খাঁৰ এতিয়াহে বুদ্ধি জাগ্ৰত হ'ল, বুজি পালে যে এইজন বাদচাহ। ক'লে—"হুজুৰ আল্লাইহে জানে।" আৰু হৃদয় বিদাৰক গীত গাব ধৰিলে। ঈশ্বৰৰ অনুগ্ৰহ বা হায়দৰী খাঁৰ আয়ুস থকা বুলিয়েই কওক অলপ পিছতেই বাদচাহৰ ওপৰত প্ৰভাৱ পৰিল আৰু তেওঁ কান্দিব ধৰিলে। আৰু সন্তুষ্ট হৈ ক'লে "হায়দৰী খাঁ, খোজা তোমাক কি লাগে?" প্ৰাৰ্থনা কৰিলে, "যি খোজোঁ। দিব জানো?" বাদচাহে প্ৰতিজ্ঞা কৰিলে আৰু হায়দৰী খাঁই তিনিবাৰ শপত দি ক'লে, "হুজুৰ, মোক কেতিয়াও নামাতিব আৰু মোৰ গান নুশুনিব।" বাদচাহে আচৰিত হৈ সুধিলে "কিয়?" তেওঁ ক'লে আপোনাৰনো কি? মোক মাৰি পেলাব। পিছত মোৰ দৰে হায়দৰী খাঁৰ জন্ম নহ'ব। আৰু আপুনি মৰিলে তৎক্ষণাৎ অইন এজন বাদচাহ হ'বহি এই উত্তৰ শুনি গাজীউদ্দীন হায়দৰে খঙত মুখ ঘূৰালে? এই ছেগ পায়েই হায়দৰী খাঁই প্ৰাণ লৈ পলাল আৰু ঘৰ পালেহি।

অৰ্থাৎ গাজীউদ্দীন হায়দৰৰ সময়ত এজন খ্যাতিমান সংগীতাচাৰ্য্য লক্ষ্ণৌত আছিল। নছীৰউদ্দীন হায়দৰৰ সময়তো এনেয়ে হেজাৰ গায়ক আছিল কিন্তু তেওঁৰ সমকক্ষ কোনো নাছিল। মুহম্মদ আলী বাদচাহ আৰু আমজদ আলী ছাহৰ সময় বৃদ্ধাৱস্থাৰ আছিল, এই কাৰণেই মুহম্মদ আলী ছাহ বুঢ়া হোৱা বাবে চেতনাহীনৰ দৰে হৈ গৈছিল আৰু আমজদ আলী ছাহে পিতাকক নোসোধাকৈ একো কাম নকৰিছিল। সেই সেই সময়ত চহৰৰ কোনো ধনীলোক যদি নাচ গানৰ চখীন আছিল তেওঁলোকেও লুকাই চুৰিকৈহে শুনিছিল। সেয়ে এতিয়া এই কলাই যি উৎসাহ পালে সি ৱাজিদ আলী ছাহৰ যুৱাৱস্থাৰ সময়তহে পালে। যেতিয়া লক্ষ্ণৌৰ বিলাসিতাই চৰম সীমা পাইছিলগৈ আৰু সুমাৰ ধৰা বস্তিগছি এবাৰ বেছিকৈ জ্বলি উঠিছিল।"

যদিও নছীৰউদ্দীন হায়দৰ আৰু ইয়াৰ পৰৱৰ্ত্তী শাসক সকলৰ সময়ৰ সঙ্গীতৰ বিষয়ে আৰু লিখিবৰ ইচ্ছা আছে কিন্তু তাৰ আগতে আসাদউল্লা' কৌকৰ'ৰ চিঠিৰ বাকী অংশও পাঠকক শুনাই দিয়া উচিত হ'ব যাৰ দ্বাৰা লক্ষ্ণৌৰ সংগীতৰ বিষয়ে এজন প্ৰামাণিক সংগীতজ্ঞৰ মত জানিব পাৰে।

তেওঁ লিখিছে, "ৱাজিদ আলী ছাহৰ শাসন কালত লক্ষ্ণৌত সংগীতাচাৰ্য্যৰ এজাক বৰ ডাঙৰ দল লগ লাগিছিলহি। কিন্তু দৰবাৰৰ লগত সম্বন্ধ থকা আৰু খিতাপধাৰী গায়ক সকল সংগীত কলাত পাৰ্গত নাছিল। কেৱল ৰামপুৰ নিবাসী কুতবউদ্দৌল্লা নামৰ এজনে সিতাৰ খুব ভাল বজাইছিল আৰু এই কলাত তেওঁ প্ৰবীণ আছিল। আনীসউদ্দৌল্লা, মুসাহবউদ্দৌল্লা আৰু বজীউদ্দৌল্লা যদিও গায়ক আছিল তেওঁলোক ইমান পাকৈত নাছিল। ৰাজ অনুগ্ৰহৰ কাৰণে তেওঁলোক বিখ্যাত হৈ পৰিছিল। সংগীতৰ আচাৰ্য্য সকল আছিল— প্যাৰে খাঁ, জাফৰ খাঁ হায়দৰ খাঁ আৰু বাসিত। এওঁলোক সকলো মিঞা তানসেনৰ বংশৰ স্মৃতিৰক্ষক আছিল। এই বংশৰ দুজন নামজাদা ব্যক্তি আজিকালিও আছে, এজন ৱাজীৰ খাঁ ৰামপুৰ ৰিয়াসতত থাকে, আনজন হ'ল মুহম্মদ আলী খাঁ পৰসণ্ডা ৰিয়াসতত

চাকৰি কৰে। মুহম্মদ আলী খাঁৰ পুতেক বাসিত খাঁ আছিল। তেওঁৰ নাম ওপৰত উল্লেখ কৰা হৈছেই।"

এই সুযোগতে শ্ৰঃ কৌকৰ খাঁই লিখিছে—"মোৰ ল'ৰা নেমউল্লাহ খাই বাসিত খাঁৰপৰাই সংগীত শিক্ষা পাইছিল। নে'মত উল্লা খাঁ প্ৰায় এঘাৰ বছৰ মাটিয়া বুৰ্জত ৰাজিদ আলী ছাহৰ লগত আছিল তাৰ পিছত ত্ৰিছ বছৰ নেপাল দৰবাৰত আছিল।"

ইয়াৰ পিছত লিখিছে—"ৰাজিদ আলী ছাহৰ সময়ত সংগীতে খুব উদ্গনি পালে। কিন্তু সংগীত শাস্ত্ৰ প্ৰতিষ্ঠিত স্থানৰপৰা নামি ক্ষুদ্ৰ ক্ষুদ্ৰ বস্তুত বৈছিল গৈ। লক্ষ্ণৌত কদৰপিয়াই ঠুমৰী লিখি লিখি জনসাধাৰণৰ মাজত বিলাই দিলে আৰু সংগীতৰ প্ৰবাহক অবৰুদ্ধ কৰি পেলালে। সেয়ে বেছি ভাগ সঙ্গীত প্ৰেমীয়ে উচ্চ শ্ৰেণীৰ ৰাগ ৰাগিণী এৰি কদৰপিয়াৰ ঠুমৰীকে ভাল পাব ধৰিলে। সংগীতৰ মানৰ অৱনতি মুহম্মদ ছাহ ৰঙ্গীলেৰ দিনৰপৰাই আৰম্ভ হৈছিল। এইবাৰ মিঞা সাৰঙ্গে "খেয়াল" ৰচনা কৰিলে যাৰ ফলত সংগীত কলাৰ স্তৰ আৰু বহু তললৈ নামিল। তথাপি কদৰপিয়াৰ ঠুমৰীয়ে যিমান লোকচান কৰিলে সিমান কৰা নাই। এতিয়া জনসাধাৰণেই হওক বা সামন্তই হওক সকলোৰে অৱস্থা সেই একেই। ভাল সঙ্গীত তেওঁলোকে শুনেও যদি তাৰ প্ৰতি ৰুচি বা ৰাপ একো নাই বৰং অপছন্দ কৰাহে হ'ল।

ৰাজিদ আলী ছাহব তোষামোদকাৰী গায়ক সকলৰ ভিতৰত আসীসউদ্দৌলা আৰু মুসাহিব উদ্দৌলাই প্যাৰে খাঁ সংগীত শিক্ষা লাভ কৰিছিল। এওঁ এজন বৰ ডাঙৰ সংগীতাচাৰ্য্য আছিল। তেওঁ এওঁ-লোক দুজনক যি শিকাইছিল সি নিশ্চয় ওখ খাপৰ বস্তু আছিল। কিন্তু দৰবাৰত এনে বস্তুৰ আদৰ নহলে কি উপায় কৰা যায়। কে'সৰ-বাগত যি "ৰহস" ( ৰহস্য ) ৰাস ক্ৰীড়া হৈছিল তাত ৰাজিদ আলী ছাহ নিজেই "কানাই" হৈছিল। তাত বৰ নিম্ন খাপৰ সংগীত হৈছিল। কিন্তু এই কথাত কোনো দ্বিধা নাই যে আকৰ্ষণ নাথাকিলেও এই কলাকাৰ সকলক ৰাজ দৰবাৰত যথেষ্ট সম্মান দেখুওৱা হৈছিল যাৰ আচল কাৰণ আছিল এয়ে যে ৰাজিদ আলী ছাহে বাসিত খাঁৰপৰা

সঙ্গীত শিক্ষা লৈছিল আৰু তেওঁ সঙ্গীতৰ মৰ্মজ্ঞ আছিল। নিজৰ প্ৰখৰ বুদ্ধিৰ বলত বাদচাহে নিজৰ ৰুচি অনুসৰি বহুতো নতুন ৰাগিণী সৃষ্টি কৰিলে যিবোৰৰ নামো তেওঁৰ ৰুচিৰ অনুকূলে জোগী, কন্নড় ( শ্যাম ) জুহী, শাহপসন্দ আদি ৰাখিলে। ৰাজ্জিদ আলী ছাহক এই কলাৰ আচাৰ্য্য বুলি ভবা হৈছিল। কিন্তু সংগীত মৰ্মজ্ঞ হলেও তেওঁ এই দোষৰ পৰা ৰেহাই পাব নোৱাৰিছিল যে তেওঁৰ নিম্ন শ্ৰেণীৰ ৰুচিয়েই লক্ষ্ণৌত সংগীতৰ স্তৰ তললৈ নমাই, জনসাধাৰণৰ স্তৰত স্থাপিত কৰিলে। সময়ৰ এই ৰীতি দেখি সুৰুচিসম্পন্ন গায়ক সকলেও ৰাগ ৰাগিণীৰ মিষ্টতা এৰি সৰু সৰু, পোন, অন্তৰস্পৰ্শী আৰু সাধাৰণ মানুহৰ বাবে সুগম সঙ্গীতৰ ৰচনা আৰম্ভ কৰিলে। জনতাৰ মাজত গজল আৰু ঠুমৰীৰ প্ৰচলন হৈয়েই গ'ল আৰু ধ্ৰুপদ, তোৰী আদি যি কঠিন ৰাগ আছে তাৰ উপেক্ষা হ'ল। খম্বাচ, ঝিঁঝোটী, ভৈৰৱী, সুনিদ্ৰা, তিলক কামোদ, পীলু আদি সৰু সৰু আৰু আমোদ জনক-ৰাগিণী সমূহ সংগীত প্ৰেমী সকলৰ বাবে বাছি উলিওৱা হল। আৰু এইবোৰ বাদচাহৰো পছন্দ হৈছিল কাৰণই তেওঁৰ স্বভাৱৰ অনুকূল আছিল। এই ৰাগিণী সমূহ লক্ষ্ণৌৰ সংগীত প্ৰেমী সকলৰ ইমান পছন্দ হ'ল যে আজি সমগ্ৰ হিন্দুস্তানত লক্ষ্ণৌৰ বগা খৰবুজৰ দৰে লক্ষ্ণৌৰ ভৈৰৱীও বিখ্যাত হৈ পৰিল। আৰু সঁচাকৈয়ে ভৈৰবী লক্ষ্ণৌৰহে বিশেষত্ব। এনে ভৈৰবী হিন্দুস্তানৰ ক'তো গোৱা নহয়। ছোজখান সকলে ( মহৰ্মৰ সময়ত 'সোজ' নামৰ কবিতা গোৱা ) ও এই জনসাধাৰণে ভাল পোৱা আৰু হৃদয়ঙ্গম কৰিব পৰা ৰাগিণী সমূহৰ হে বেছি প্ৰচাৰ কৰিলে যি ধৰ্মৰ মাধ্যমেতে ঘৰত বহি থকা তিৰোতাৰ কণ্ঠতো থিতাপি ললেগৈ। আনকি তেওঁলোকৰ মৰ্সিয়া ( লোকগীত ) শুনি বৰ বৰ ওস্তাদ গায়কো আচৰিত হয়। সোজখবান সকলৰ ভিতৰতো অধিকাংশই প্যাৰে খাঁ আৰু হায়দৰী খাঁৰ শিষ্য আছিল।"

"লয় সংগীৰ এটি মহত্বপূৰ্ণ অঙ্গ, যাক অইন শব্দেৰে টাইম বা সময় বুলি কোৱাতো বেছি উপযুক্ত হ'ব। এই বোধ ৰাজ্জিদ আলী

ছাহবো খুব বেছি আছিল যাক প্ৰকৃতিৰ অৱদান বুলিয়েই কব লাগিব কাৰণ এনেয়ে লয়ৰ জ্ঞান কম বেছি সকলো ব্যক্তিৰেই অলপ অচৰপ আছে। কবি সকলে যি ছন্দ নিশ্চিত কৰিছে তাৰো সম্বন্ধ লয়ৰ লগত। ছন্দশাস্ত্ৰ আচলতে লয়ৰ ভিত্তিতেই আধাৰিত। এই কথা স্পষ্ট যে যি ব্যক্তিৰ স্বাভাৱিক ভাবেই লয়ৰ বোধ বেছি, তাৰ সকলো অঙ্গ নাচিব ধৰিব। সৰ্বসাধাৰণৰ দৃষ্টিত এই ক্ৰিয়া নিৰৰ্থক যেন লাগিব। কিন্তু যিয়ে এই ক্ৰিয়াবোৰ কৰি আছে সি বাধ্য। জানি শুনি সেই ক্ৰিয়া নকৰে তাৰ অবয়ব বা শৰীৰ আপোন লয়মতেই নাচি উঠে। ৱাজিদ আলী ছাহৰ এই ক্ৰিয়াক মানুহে তেওঁ নাচি থকা বুলি কৈছিল কিন্তু তেওঁ নচা নাছিল লয়ৰ সৈতে লীন যোৱাৰ ফলত অঙ্গ প্ৰত্যঙ্গৰপৰা সেই ক্ৰিয়াবোৰ হৈছিল। সংগীতৰ নিয়মৰ সৈতে যাৰ পৰিচয় নাই তেওঁলোকে বাদচাহে নচা বুলি কব ধৰিলে—আচলতে কিন্তু ৱাজিদ আলী ছাহে কেতিয়াও আৰু কোনো সময়ত নচা নাছিল। তেওঁ নচা মানে এয়ে আছিল আৰু তাৰ কাৰণ এয়ে আছিল যে লয়ত ভাল ভাল গায়কেও তেওঁৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰিছিল। মই তেওঁৰ সৈতে বহা বিশ্বাসী গায়কৰ মুখৰপৰা শুনিছোঁ যে বাদচাহৰ ভৰিৰ আঙুলিত টোপনিতো লয়ত হে লৰিছিল।

'যি' নৃত্যই ভাব সৃষ্টি কৰে—সিও সংগীতৰ এক মহত্বপূৰ্ণ অঙ্গ। নৃত্যৰ উদ্দেশ্য হ'ল নিজৰ মন্তব্য অঙ্গী-ভঙ্গী আৰু ইঙ্গিত আদিৰে ব্যক্ত কৰা হয় যাক ইংৰাজীতে ম'চন বুলি কয়। 'ম'চন' বৰ ডাঙৰ বক্তা, ব্যাখ্যানকৰ্ত্তা আদিৰো দেখা যায় কিন্তু তাৰ কোনোৱে নিন্দা নকৰে। কিন্তু বেচাৰা ৱাজিদ আলী কেৱল নিজৰ লয়পূৰ্ণ হোৱা বাবেই বদনাম হয়।"

লক্ষ্ণৌৰ সঙ্গীত আৰু ৱাজিদ আলী ছাহৰ বিষয়ে শ্বঃ কৌকৰ ডাঙৰীয়াৰ পৰা এই যি কথা আমি জানিলোঁ। ইয়াৰ পৰা এইটো স্পষ্ট হৈ পৰে যে লক্ষ্ণৌৱে উচ্চ শ্ৰেণীৰ সংগীতৰ পৰম্পৰা এটা নিদিলেও ইয়াৰ সংস্কাৰ কৰা আৰু সাধাৰণ মানুহে ভালপোৱা কৰিবৰ বাবে এই নগৰ এক শক্তিশালী স্কুল বুলি পৰিগণিত হৈছিল।

গাজীউদ্দীন হায়দৰৰ সময়ত ইয়াত বিখ্যাত কৰৱাল আছিল। ছজ্জু খাঁ আৰু গুলাম ৰসুল খাঁ ওস্তাদ বুলি গণ্য হৈছিল। দস্বৰী ইমান শক্তিশালী কলাকাৰ আছিল যে "পটা"ৰ আবিষ্কৰ্ত্তা তেওঁকেই বুলি ধৰা হৈছিল বখশূ আৰু সলাৰী সেই সময়ৰ তবলাৰ ওস্তাদ আছিল। তেওঁলোকৰ উপস্থিতিত অইন কোনোৱে তবলা স্পৰ্শ কৰাৰ আৱশ্যকতা নাছিল।

সেই শেষ সময়ত সাদিক আলী খাঁ গোটেই হিন্দুস্তানৰে ডাঙৰ ওস্তাদ বুলি খ্যাত হৈছিল। সৰু আৰু ডাঙৰ মুন্নেখাঁৰ গানত এনে মোহিনী আছিল যে ( তেওঁ বাদছাহ ) নিজৰ কলাৰ পণ্ডিত আছিল। এই কলাত অনভিজ্ঞ লোককো তেওঁলোকৰ গানে মুগ্ধ কৰিছিল।

মাটিয়া বুৰ্জত যি সকল বাদক আৰু গায়ক ৱাজিদ আলী ছাহৰ দৰবাৰত চাঁকৰি কৰিছিল সেই সকলৰ গীত মই নিজে শুনিছোঁ। এহমদ খাঁ, তাজ খাঁ, আৰু গুলাম হুছেন খাঁ সেই সময়ৰ বিদগ্ধ গায়ক বুলি খ্যাত আছিল। কলিকতা তোলপাৰ কৰি তোলা আৰু তেওঁৰ মোহিনী কণ্ঠেৰে সৰু ডাঙৰ সকলোকে আকৰ্ষণ কৰিব পৰা ডুল্লী খাঁ লক্ষ্নৌৰ আছিল আৰু লক্ষ্নৌৰ সংঙ্গীতশালাতেই সঙ্গীত শিকিছিল। পুৰুষ গায়ক সকলৰ উপৰিও অইন বেশ্যাবোৰেও এনে পাৰদৰ্শিতা দেখুৱাইছিল যে বৰ বৰ গায়ক সকলেও হাৰ মানিব লগা হৈছিল। জোহৰা আৰু মুস্তৰীছৰৰ ( এওঁলোক কৱিও আছিল ) সঙ্গীতৰ তুলনা নাছিল। চূনেৱালী হায়দৰীৰ এনে খ্যাতি আছিল যে তেওঁৰ কণ্ঠৰ পৰা 'সোজ' শুনিবৰ বাবে মানুহে মহৰমৰ অপেক্ষাত দিন গণিছিল আৰু মহৰমৰ সময়ত বাহিৰৰ হেজাৰ বিজাৰ চখীন মানুহ লক্ষ্নৌলৈ আহি হায়দৰীৰ ইমামবাড়াত কেইবা ঘণ্টা অপেক্ষাত বহি থাকে যে কেতিয়া বীবী হায়দৰীয়ে শোকগীত আৰম্ভ কৰে।

তবলা বজোৱাত শেষৰ পিনৰ ওস্তাদ মুহম্মদজী আছিল। এওঁৰ খ্যাতি সমগ্ৰ হিন্দুস্তানতে বিয়পি পৰিছিল। প্ৰায় ত্ৰিছ বছৰ হ'ল চকত মই এজন মাৰাঠী ভদ্ৰলোকক লগ পাইছিলোঁ। তেওঁ কোট পেণ্ট পিন্ধি আহিছিল আৰু কোনো প্ৰতিষ্ঠিত পদত চাকৰি

কৰিছিল। মোক লগ পাই তেওঁ ক'লে "মই ইয়াৰ সংগীতজ্ঞ সকলৰ পাৰদৰ্শিতা চাবলৈহে লক্ষ্ণৌলৈ আহিছোঁ।" মই সুধিলোঁ—"আপুনি কোন?" ক'লে—"মই খানদানী গায়ক আৰু মোৰ বোপা-ককা শিৰাজীৰ দৰবাৰত গায়ক আছিল। যদিও ইংৰাজী শিক্ষা অৰ্জন কৰি মই চাকৰি কৰিছোঁ তথাপি পূৰ্ব্বপুৰুষৰ কলাও মই জানো।" সংযোগবশতঃ লক্ষ্ণৌৰ বিখ্যাত গায়িকা মুহম্মদীৰ ঘৰলৈ আহ-যাহ কৰা আৰু এজন ভদ্ৰলোক সেইখিনি পালেহি। ক'লে—"ব'লক, মোৰ লগতে ব'লক", সেই মাৰাঠী ভদ্ৰলোক জনে মোকো টানি লৈ গ'ল আৰু আমি সকলোৰেই মুহম্মদীৰ ঘৰ পালোঁগৈ। সংযোগবশতঃ সাদিক আলি খাঁ তাতেই আছিল। সকলোৱে নিজ নিজ কলা প্ৰদৰ্শন কৰিলে। সেই মাৰাঠী জনেও গালে। তাৰ পিছত আমি চৌধাৰাণীৰ তালৈ গলোঁ। এওঁৰ ঘৰখন ইয়াৰ কলাকাৰ সকলৰ বাবে আড্ডা স্বৰূপ আছিল। তালৈ দুয়োজন মুন্নেখাঁক মাতি পঠিওৱা হ'ল। তেওঁলোকেও গাই নিজ প্ৰতিভা দেখুৱালে। শেষত সেই মাৰাঠী জনে ক'লে "মোক কেৱল এটা ইচ্ছাই ইয়ালৈ টানি আনিছে যে মই এটা 'তৰানা' ( সংগীত বিশেষ ) গাই মোৰ লগত তবলা সংগত কৰক মুহম্মদ জীয়ে।" তৎক্ষণাত মুহম্মদজীক মাতি পঠিওৱা হ'ল আৰু মাৰাঠী ভদ্ৰলোকজনৰ গান আৰু মুহম্মদজীৰ তবলাৰ লহৰে সমূহ শ্ৰোতাকেই বৰ আনন্দ দিলে। সকলো আশ্চৰ্য্য চকিত হৈ পৰিল। শেষত মাৰাঠী জনে স্বীকাৰ কৰিলে যে "মই সকলো ঠাইলৈয়ে গৈছোঁ, কিন্তু মুহম্মদজীৰ দৰে ওস্তাদ তবলা বাদক আজিলৈকে কাকো দেখা নাই।"

লক্ষ্ণৌত সংগীতৰ এনে উৎকৰ্ষ সাধন হৈছিল যে অইন নগৰৰ ধনী আৰু মানী লোক সকলৰ তুলনাত ইয়াৰ অভিজাত সকলৰ ৰুচি উন্নত হৈ পৰিছিল, তেওঁলোকে এই কলাক ভাল দৰে জানি লৈছিল, ধুন, ৰাগ আৰু ৰাগিণী ধৰিব পাৰিছিল আৰু দুই এটা টান শুনিয়েই কোন শ্ৰেণীৰ গায়ক কৈ দিব পাৰিছিল। সাধাৰণ গায়কক ইয়াৰ সংগীত সভাবোৰত কোনোৱে নুসুধিছিল। বজৰুৱা মানুহ আৰু

বাটে পথে গান গাই ফুৰা ল'ৰাবোৰেও বহুতো বস্তু এনে ভাল ভাবে গাইছিল যে ৰাগিণী আৰু লয় তাৰ কণ্ঠৰ পৰা নিগৰি নিগৰি ওলোৱা যেনহে লাগিছিল। বহুত চহৰত ভালদৰে শেৰ' (কবিতা) পঢ়া মানুহেই বেছিভাগ নোলায়। ইয়াৰ বিপৰীত ইয়াত এনে কোনো বুৰ্ব্বক নোলাব যিয়ে ঠিক ঠিক ভাবে 'শেৰ' পঢ়িব নোৱাৰে। ইয়াৰ সকলোৰে সিৰাই সিৰাই তাল-মান-লয় যে ব্যাপ্ত হৈ আছে ই তাৰেই প্ৰমাণ। কেতিয়াবা কেতিয়াবা কোনো বজৰুৱা ল'ৰাই ভৈৰবী, সোহনী, বিহাগ বা তেনে কোনো ধুন এনে ভাবে গাই যে শ্ৰোতা সকল মুগ্ধ হৈ পৰে আৰু বৰ বৰ গায়ক সকলেও ঈৰ্ষা কৰিবলৈ ধৰে।

সংগীতৰ লগত বাদ্যযন্ত্ৰ আদিৰ বিষয়েও উল্লেখ কৰাটো উচিত হ'ব বুলি ভাবিছোঁ।

সংগীতত দুটা বস্তু থাকে, সুৰ আৰু লয়। এই দুয়োটা বস্তু বেয়া কৰাটো আনৰ বাবে অক্ষমনীয় দোষ। গতিকে এই দুয়োৰে ৰক্ষাৰ বাবে দুটি বাদ্যৰ আৱশ্যক হ'ল। সুৰক সহায় কৰিবলৈ সাৰেঙ্গী আৰু লয়ত ঠিক থাকিবলৈ আৱশ্যকীয় তবলা ব্যৱহাৰ কৰা হয়।

সুৰৰ সহায়তাৰ নিমিত্তে হিন্দুস্তানৰ পুৰণি বাদ্য বীণ আছিল য'ত কাঠৰ এটা নালৰ দুয়ো মুৰে দুটা লাওখোলা বান্ধি তাত সাত সুৰৰ বাবে সাতডাল গুণা বন্ধ হ'ল। ইয়াৰ গান নালৰ ভিতৰেৰে দুয়ো ফালে গৈ লাওখোলাত অনুগুঞ্জিত হ'ল। মুছলমানে তেওঁলোকৰ লগত ৰবাব, চঙ্গ আৰু সৰোদ আনিলে। ৰবাব সম্ভৱতঃ আৰবী বাদ্য আছিল আৰু আৰববাসী সকলৰ শাসন কালত বহুতো উন্নতি কৰিছিল। চঙ্গ আৰু সৰোদ ইৰাণী বাদ্য আছিল। ইয়াৰ ভিতৰত চঙ্গ বহুতো পুৰণি বাদ্য যাৰ উল্লেখ চীৰিয়া, বাবুল, মিচৰ আৰু ৰোমৰ সকলো জাতিতেই পোৱা যায়। সৰোদ বিশুদ্ধ ফাৰ্চী বাদ্য আছিল যাক অৱবাসীৰ শাসন কালত গায়ক সকলে আপোন কৰি ললে আৰু বহুতো উন্নতিও কৰিলে। হিন্দুস্তানলৈ অহাৰ পিছত, হিন্দু আৰু মুছলমানৰ গীতৰ যেতিয়া মিলন হ'ল, তেতিয়া প্ৰথমে তানপুৰাৰ সৃষ্টি

হ'ল। ই আচলতে বীণৰেই লঘু ৰূপ আৰু কেৱল সুৰ ঠিক ৰখাৰ কাম কৰে—অকলে বজোৱা বাদ্যই নাছিল। কিছু সময় পিছত আমীৰ খুস্ৰোই 'সিতাৰ' উলিয়ালে যি আচলতে বীণ আৰু তানপুৰাতকৈ সহজ আৰু সকলোৰে ভালপোৱা বাদ্য আছিল। কিন্তু বীণেই হওক অথবা তানপুৰা বা সিতাৰেই হওক ইহঁত কোনোটোৱেই সম্পূৰ্ণভাবে কণ্ঠৰ সঙ্গ দিব নোৱাৰিছিল। ইয়াকে দেখি মুহম্মদ ছাহ ৰঙ্গীলাৰ দৰবাৰৰ বিখ্যাত আৰু নামজ্বলা গায়ক মিঞা সাৰঙ্গই 'সাৰেঙ্গী' উলিয়ালে আৰু তেওঁৰ নিজ নামেৰেই ইয়াৰ নামকৰণ হ'ল। সাৰেঙ্গীয়ে বীণ, তানপুৰা আৰু সিতাৰক পিছ পেলালে আৰু নৃত্যগীত মণ্ডলী বোৰৰ ই ইমান বিখ্যাত হৈ পৰিল যে সেই পুৰণি বাদ্য বোৰ বজাওঁতা সকলো শেষ হৈগ'ল। এই পুৰণি বাদ্য সমূহৰ লগত, চীৰিয়া আৰু ইৰাকৰ পৰা মুছলমান সকলে অনা এক 'কান্ধন' নামৰ বাদ্যও আছিল। ইয়াক বজাওঁতাও এতিয়া ক'ৰবাত এজন দুজনহে পোৱা গৈছিল। অৰ্থাৎ সাৰেঙ্গীয়ে গীত বাদ্যৰ বৈঠকৰপৰা সিহঁতক খেদি পঠিয়ালে আৰু পুৰণি বাদ্য সমূহৰ খ্যাতি এয়েই ৰ'ল যে ভাল ভাল ওস্তাদ গায়ক সকলৰ ভিতৰত কেতিয়াবা দুই এজন ওলাই যি বীণ বা সৰোদ, ৰবাব বা 'কানুন' বজোৱাত সিদ্ধহস্ত আছিল। সিতাৰ নবযুৱক সকলৰ মনোৰঞ্জনৰ বস্তু হৈ পৰিল। ইয়াক গীত নোহোৱা-কৈয়ে বজায় আৰু ইয়াৰ লগে লগে গীতো গায়।

এতিয়া ৰ'ল তবলা। যদিও ই লয়ৰ বাবে বৰ আৱশ্যকীয় উত্তৰ তথাপি এই প্ৰকাৰৰ কোনো বস্তু অন্য দেশৰ পুৰণি জাতিৰ মাজতে পোৱাৰ কোনো প্ৰমাণ পোৱা নাযায়। যুদ্ধত দুন্দুভি আৰু চঙ্গ বজাইছিল, নহবতত নক্কাৰা (এক প্ৰকাৰ ডবা) বজাইছিল। কিন্তু নৃত্য-গীতৰ লগত হিন্দুস্তানৰ বাহিৰে আৰু ক'তো এনে ধৰণৰ বস্তু প্ৰাচীন কালত নাছিল। কেৱল দফলী আছিল যি আৰবত প্ৰচলিত আছিল আৰু সঙ্গীতৰ লগত বজাইছিল। ইয়াতো প্ৰথমতে দফলী বজোৱাহে নিয়ম আছিল। ইয়াক বীণৰ সৈতে বজোৱা হৈছিল আৰু লয় ঠিক ৰখাত সহায় কৰিছিল। ইয়াৰ পিছত পুৰণি কালতে মৃদঙ্গ

ওলাল সি সম্ভৱতঃ শ্ৰীকৃষ্ণৰ যুগতেই আছিল আৰু তেওঁৰ বাঁহীৰ লগত মৃদঙ্গৰ গমকে যমুনাতীৰত, ব্ৰজৰ হাবিয়ে বননিয়ে শুনা গৈছিল মৃদঙ্গৰ পিছত উন্নতি হৈ পখাৱজ হ'ল যি উচ্চাঙ্গ সঙ্গীতৰ লগত খাপ খাব পাৰিছিল। এতিয়া ইয়াৰ পিছত সকলোৰে বাবে আৰু ঘৰত বহি থকা তিৰোতা সকলৰ বাবে ঢোল প্ৰচলিত হ'ল যি মৃদঙ্গ আৰু পখাৱজৰ পৰা গৈ জনসাধাৰণৰ বস্তু হৈ পৰিল আৰু সঙ্গীতৰ বিশিষ্ট মণ্ডলী সগীতজ্ঞ সকলৰ বাবে তবলা আৰম্ভ হ'ল। ইয়াত পখাৱজৰ দুয়োটা ফাক বেলেগ বেলেগ .বাদ্য কৰি দাইনা ( সাঁফালৰ ) আৰু বায়া ( বাওঁফালৰ ) ( ডুগী ) নামে বিখ্যাত হ'ল। তবলা নিশ্চয় মুছলমান অহাৰ পিছত হে সৃষ্টি হৈছে কিন্তু লয় ৰক্ষাকাৰী এই বাদ্য-বোৰৰ উন্নতি কেতিয়া আৰু কাৰ দ্বাৰা হ'ল সেই কথা আমি নাজানো।

## 21

সঙ্গীতৰ লগে লগে নৃত্যইও লক্ষ্ণৌত এক প্ৰমুখ কলা ৰূপে খুব প্ৰগতি কৰিছিল। নচাৰ নিয়ম সকলো জাতিৰেই আছিল আৰু অতি প্ৰাচীন কালতো মিচৰৰ ফিৰাউণৰ আগত সুন্দৰী আৰু সুৰুচিপূৰ্ণ তিৰোতাই বাদ্যৰ তালে তালে নাচিছিল। যীশু খৃষ্টৰ দিনত দীক্ষিত কৰা য়ুহনাৰ মূৰ হিৰোতিয়াই নচাইহে কটাইছিল। কিন্তু হিন্দুস্তানৰ ক্ষেত্ৰত এই কথা একেবাৰে স্পষ্ট যে গানৰ দৰে নৃত্যবো প্ৰয়োগ ভক্তিৰ কাৰণেহে হৈছিল আৰু ইয়াত ধৰ্ম্মৰ মাধ্যমেৰে হে সদায় নৃত্য কলাৰ বিকাশ হৈছিল। গতিকে এই কলা জনা আৰু শিকোৱা সকল ব্ৰাহ্মণ আছিল আৰু তেওঁলোকৰ কেন্দ্ৰ অযোধ্যা আৰু বাৰাণসীৰ কথক বা মথুৰা আৰু ব্ৰজৰ "ৰহসধাৰী" ( ৰসক্ৰীড়া )। ই এক অদ্ভুত কথা যে ভাৰতৰ সকলো প্ৰাচীন মন্দিৰত দেব-দেবীৰ মূৰ্ত্তিৰ সমুখত শ-হেজাৰ তিৰোতাই সদায় নাচিলেও আৰু য'ত ডাঙৰ মন্দিৰ আছে তাত প্ৰাচীন কালত নৰ্ত্তকী সকলৰ ডাঙৰ দল এটা থাকিলেও নৃত্য কলাৰ

গুৰু কিন্তু সদায় পুৰুষহে আছিল আৰু তেওঁলোকেই যুৱতী তিৰোতাক এই কলাৰ শিক্ষা দিছিল।

নচাটো সঁচাকৈয়ে শাৰীৰিক ক্ৰিয়াৰ চালচলনৰ আন এটা নাম। যদি শৰীৰৰ এই ক্ৰিয়াৰ চালচলন বহুত মানুহৰ ক্ৰিয়াৰ অনুৰূপ কৰিবলগীয়া হয় তেনেহলে তাক ড্ৰিল বা সৈনিক কুচ কাৱাজ বুলি কোৱা হয়, অথবা ইউৰোপৰ মিউজিক হলৰ সেই নাচ যাক 'বেলেড' বুলি কোৱা হয় আৰু এতিয়া প্ৰায়েই হিন্দুস্তানৰ থিয়েটাৰত ইয়াক দেখিবলৈ পোৱা যায়। আৰু যদি শাৰীৰিক ক্ৰিয়াৰ চালচলনৰ সম্বন্ধ সঙ্গীতৰ লয় আৰু ধ্বনিৰ আৰোহৰ অনুৰূপ কৰা হয়, তেনেহলে তাক নৃত্য বোলা হয়। ভাৰতৰ মূল নৃত্য এয়েই যে শৰীৰৰ অঙ্গী ভঙ্গী গীত আৰু 'শেৰ' আৰোহ অবৰোহৰ অনুকূল হয়। ইয়েই প্ৰকৃত নৃত্য আৰু ই হিন্দুস্তানৰ এক প্ৰমুখ কলা হৈ পৰিল। ইয়াৰ কেইবা শ গত, "তোড়া" (নৃত্যৰ এক লহমা) আৰু প্ৰখণ্ড হ'ল। ইয়াৰ পাছত নৃত্যৰ বিচাৰ আৰু ভাবক সংকেতৰ মাধ্যমেৰে অভিব্যক্তি দিবলৈও আৰম্ভ কৰা হ'ল। ইয়াৰ ফল হ'ল কেতিয়াবা সঙ্গীত নৃত্যৰ ব্যাখ্যা হৈ পৰিল। পাছত যেতিয়া সুন্দৰী তিৰোতাৰ নাচ মানুহে স্বাভাৱিক ভাৱেই পছন্দ কৰা হ'ল তেতিয়া প্ৰেমিকাৰ দৰে অঙ্গী-ভঙ্গী দেখুওৱা আৰু তেনে ভাৱৰ অভিব্যক্তি কৰা ও এই কলাৰ অঙ্গস্বৰূপ হ'ল। লক্ষ্ণৌৰ স্কুলে এইবোৰ কথালৈ লক্ষ্য ৰাখিয়েই স্ত্ৰী আৰু পুৰুষৰ নৃত্য মণ্ডলীৰ মাজত ভেদ কৰি দিলে। মোলায়মকৈ কোৱা, প্ৰেমিকাৰ দৰে ইঙ্গিত আদি দিয়া আৰু প্ৰত্যেক কাৰ্য্যতেই প্ৰেম প্ৰণয়ৰ ভাৱ প্ৰকট কৰাটো নৰ্ত্তকী সকলৰ বিশেষত্ব আছিল। অৱশ্যে ই কেতিয়াবা নীৰস হলে দৰ্শকৰ ওপৰত বেয়া প্ৰভাৱো পেলাইছিল। ইয়াৰ বিপৰীতে শৰীৰৰ অঙ্গী-ভঙ্গীক লয়ৰ অনুপাতে চলা ফিৰা দেখুওৱা আৰু কবিসকলৰ দৰে আকৰ্ষণীয় মনোভাৱেৰে ব্যক্ত কৰা-টোতেই পুৰুষ নৰ্ত্তক সকলৰ বাবে সীমিত হ'ল। যদিও দুয়ো দলে পৰস্পৰৰ কলাৰ প্ৰতি সন্মান দেখুৱাইছিল, তথাপি এই পাৰ্থক্যটো স্পষ্ট।

এই কথাও আমি আগেয়ে কৈছোঁৱেই যে অৱধ আৰু লক্ষ্নৌত নৃত্য গীতৰ মণ্ডলী আৰু 'মুজৰা' কৰা বেশ্যাসকল আহি গোট খোৱাটো নবাব চুজাউদ্দৌলাৰ সময়তে চৰম সীমা পাইছিলগৈ। এওঁলোকৰ উপৰিও আযাধ্যা আৰু বাৰাণসীৰ কহ থক যি সকল ইয়াতেই বা ওচৰে পাজৰে আছিল দৰবাৰত হোৱা আদৰ-সাদৰ দেখি আকৃষ্ট হ'ব ধৰিলে অৰু দুয়োৰে মিলনত নৃত্য কলাৰ পূৰ্ণাঙ্গ বিকাশ হ'ল।

পুৰুষ নৰ্ত্তকসকলৰ ইয়াত দুটা দল অছিল এক হিন্দু কহ থক আৰু ৰহসধাৰী আৰু দ্বিতীয় দল হ'ল মুছলমান কাদমীৰী ভাঁড় ( ভাট )। কিন্তু আচল নৰ্ত্তক আছিল কহ থক সকল আৰু এনে লাগিছিল যে কশ্মীৰী মণ্ডলীয়ে নিজৰ ভাৱৰীয়াগিৰিৰ বিচক্ষণতাত প্ৰাণ সঞ্চাৰ কৰিবৰ নিমিত্তে নিজৰ দলৰ ভিতৰত এজন নাচনী নবযুৱকক চয়ন কৰিছিল। যি চুলি দীঘলকৈ ৰাখি তিৰোতাৰ দৰে খোপা বান্ধিছিল আৰু খুব ফুৰ্ত্তিৰে নাচি তেওঁৰ চলন ফুৰণেৰে মহফিল প্ৰাণৱন্ত আৰু সতেজ কৰি তুলিছিল।

হিন্দু কত্থক সকলৰ কোনো নহয় কোনো এজন ওস্তাদ সকলো সময়তে ইয়াত উপস্থিত আছিল। এওঁলোকে এওঁলোকৰ সংস্থাপক হিচাপে মহাদেৱ, পাৰ্ব্বতী, আৰু শ্ৰীকৃষ্ণৰ নাম কয়। নবাব চআদত আলী খাঁ, গাজীউদ্দীন হায়দৰ আৰু নছীৰউদ্দীন হায়দৰৰ সময়ত হিলাল, প্ৰকাশ আৰু দয়ালজী বিখ্যাত নৰ্ত্তকী আছিল। মুহম্মদ আলী ছাহব সময়ৰ পৰা ৱাজিদ আলী ছাহৰ শাসন কাললৈকে প্ৰকাশজীৰ পুতেক দুৰ্গাপ্ৰসাদৰ বিষয়ে কোৱা হয় যে তেওঁ ৱাজিদ আলী ছাহৰ নাচৰ গুৰু আছিল। ইয়াব পিছত দুৰ্গাপ্ৰসাদৰ পুতেক কালকা আৰু ৱন্দদীনৰ খ্যাতি হ'ল আৰু প্ৰায় সকলোৱে এই কথা মানি ললে যে সমগ্ৰ হিন্দুস্তানত এওঁলোক দুজনতকৈ ভাল নাচৰ ওস্তাদ আৰু কোনো নাই। পুৰণি ওস্তাদসকল কোনো এটি বিষয়তহে বিখ্যাত হৈছিল, কিন্তু এওঁলোক দুয়ো ভাই, বিশেষকৈ বন্দাদীনে নৃত্য কলাৰ সকলো দিশতেই বিচক্ষণতা দেখুৱাই নিজকে সকলো পিনৰপৰা ডাঙৰ ওস্তাদ বুলি প্ৰমাণিত কৰিলে আৰু

আজি কালিৰ বেছি ভাগ বিখ্যাত নৰ্ত্তক এওঁলোক দুজনৰে শিষ্য। এওঁলোকৰ ঘৰখন সমগ্ৰ হিন্দুস্তানৰ ভিতৰতে সবাতোকৈ ডাঙৰ স্কুল।

কিছুদিন হ'ল কালকাৰ মৃত্যু ঘটিল আৰু সঁচাকৈয়ে তেওঁৰ মৃত্যুৰ পৰাই বিন্দাদীনৰ নাচৰ আনন্দ নাইকিয়া হ'ব ধৰিলে। বিন্দাদীনৰ এতিয়া বয়স 77 বছৰ আৰু আজিও নাচৰ চখীন সকলে এওঁৰ নাচৰ সমাৰোহ চোৱাটো জীৱনৰ স্মৰণীয় আনন্দ বুলি ভাবে। গত মতে তেওঁৰ নাচ, 'তোড়া' আৰু 'টুকুড়া'ক আচল ৰূপত দেখুৱাই নাচৰ কৌশল প্ৰদৰ্শন কৰা, নূপুৰ বাজনাৰ এনে অধিকাৰ প্ৰাপ্ত কৰা আদি কিছুমান বস্তু বিন্দাদীনৰ লগতে শেষ হ'ল। নূপুৰ আজিও বজায়, কিন্তু তেওঁৰ পিছত প্ৰতিটি শব্দ আৰু প্ৰতিটি বস্তুকেই স্পষ্ট কৰি দেখুওৱা শেষ হ'ল। তেওঁ এটা এটা বস্তুক কেবা শ অঙ্গী শৈলী সুকুমাৰতা আৰু আকৰ্ষণীয় সংকেতেৰে অভিব্যক্ত কৰে আৰু সেই বোৰত ইমান সূক্ষ্ম কোমলতা আৰু নবীনতা থাকে যে যদি দৰ্শকৰ জনা নাথাকে তেনে বুজি নাপায়। সাধাৰণতে বিন্দাদীনে নাচে আৰু ওচৰতে থিয় হৈ কালকাই তাৰ ব্যাখ্যা কৰে। তেওঁৰ ব্যাখ্যাৰ জৰিয়তেহে মানুহে বিন্দাদীনৰ নৃত্যৰ চমৎকাৰিতাৰ কথা উপলব্ধি কৰে। নাচিবৰ সময়ত তেওঁৰ ভৰিয়ে ইমান লাহেকৈ মাটি স্পৰ্শ কৰে যে এই কথা বিখ্যাত হৈ পৰিছিল যে তেওঁ কেতিয়াবা কেতিয়াবা তৰোৱালৰ ধাৰৰ ওপৰতো নাচিছিল, কিন্তু কি সাধ্য যে ভৰিৰ তলুৱাত সামান্য এটা ঘা লাগে।

## 22

পুৰুষ নৰ্ত্তকীৰ দ্বিতীয় দলটো হ'ল ভাঁড়ৰ। তেওঁলোকৰ নাচৰ বিশেষত্ব হ'ল এয়ে যে এজন সুন্দৰ যুৱকে যাৰ চুলি তিৰোতাৰ দৰে দীঘল, ৰঙীন আৰু চক্‌মকীয়া কাপোৰ পিন্ধি ভৰিত নূপুৰ বান্ধি নাচে, গায়। তেওঁৰ লগত বজোৱা বাদ্য লয় যুক্ত আৰু অন্তৰ উদ্বেজক

তেওঁৰ নাচত অসাধাৰণ চঞ্চলতা আৰু উৎসাহ থাকে আৰু গানো তদনুৰূপ ৰুচিৰেই হয়। বাদ্য বাদক সকলৰ উপৰিও সাত-আঠ জন বা তাতকৈ বেছি সংখ্যক ভাৰৱীয়া থাকিছিল। তেওঁলোকে নাচ-গানৰ লগে লগে বাহ্ বাহীৰ চিঞৰ আদি দিয়ে, তাল ধৰে আৰু প্ৰায়েই অসভ্যালি ভাবে তেওঁৰ অঙ্গী-ভঙ্গী আৰু মুদ্ৰাৰ বিষয়ে হাঁহি উঠা মন্তব্য কৰে। আৰু ল'ৰাটোৱে, গাই অলপ সময় জিৰালে, তেতিয়া আগলৈ তেওঁৰ নকল কৰি দেখুৱায় আৰু হাস্য ব্যংগৰ কবিতাৰে নকলৰ এক বিচিত্ৰ প্ৰদৰ্শন কৰে।

লক্ষ্ণৌত এওঁলোকৰ দুটা দল আছিল—এদল কাশ্মীৰী—কাশ্মীৰৰ পৰা অহা আৰু দ্বিতীয় দল ইয়াৰেই, যি সকলৰ ব্যৱসায় আগতে বেলেগ আছিল, কিন্তু এতিয়া নকলৰ প্ৰদৰ্শন কৰাটোৱেই তেওঁলোকৰ মুখ্য কলা হৈ পৰিল।

বহুৰালি আৰু বিশেষকৈ নৃত্য-গীতৰ সৈতে বহুৰালি ভাৰতৰ বহুত প্ৰাচীন কলা যি ৰজা বিক্ৰমাদিত্যৰ দিনত অৰ্থাৎ যীশু খৃষ্টৰ আগতেই বহুত উন্নতি কৰিছিল। কিন্তু সেই সময়ত তাত উচ্চ শ্ৰেণীৰ নাটকো দেখুওৱা হৈছিল আৰু সঁচা কথা কবলৈ হলে সি বৰ সভ্য আৰু শিষ্ট বহুৰালি আছিল। ভাৰতৰ নীচ জাতিৰ উত্সৱত আজিও এই নিয়ম আছে যে যেতিয়া তেওঁলোক নিজে নাচ-গান কৰে—তেওঁলোকৰ লগে লগে হাস্যাস্পদ নকলো প্ৰদৰ্শন হয়।

মুছলমান সকলৰ সময়ত মোগল শাসনৰ আগেয়ে ভাঁড় (বহুৰূপীয়া) আৰু নক্কাল ( ভাৰৱীয়া ) থকাৰ একো গম পোৱা নাযায়। সম্ভৱতঃ থাকিবও পাৰে আৰু সেই সময়ৰ বুৰঞ্জী লেখক সকলে হয়তো তাক উল্লেখনীয় সামগ্ৰী বুলি নাভাবিলে, কিন্তু মোগল শাসনকালত ভাঁড় সকলে অশেষ খ্যাতি লাভ কৰিলে। তেওঁলোকৰ বিষয়ে ঔৰঙ্গজেবৰ পিছৰ পৰা জনা যায় যেতিয়া দিল্লীৰ অধিকাৰী আৰু ছুলতান সকলে অইনৰ ৰাজ্য আক্ৰমণ কৰা আৰু তাত বিজয় লাভ কৰাৰ দৰে সমস্যাৰ পৰা অব্যাহতি পাইছিল আৰু তেওঁলোকে দৰবাৰ সজোৱা তথা ভোগ-বিলাসতে জীৱন কটোৱাটো পৈতৃক অধিকাৰ বুলি ধৰি

লৈছিল। কিন্তু আচলতে এই ভাঁড়সকলে এই সমাজৰ অদ্ভুত অদ্ভুত কাম কৰিলে। এওঁলোকেই ইয়াৰ জাতীয় "সেষ্টায়াৰ্চ" আৰু ইংলণ্ডত 'স্পেক্টেটৰ' আৰু 'টেইলাৰ' আদিয়ে যি কাম কৰিছিল প্ৰায় সেই কামেই তেওঁলোকে. ইয়াত কৰিছিল। দিল্লীৰ সৰ্ব্বপ্ৰথম ভাঁড় 'কেৰেলা' বিখ্যাত আছিল। এওঁ মুহম্মদ ছাহৰ সময়ৰ আছিল। কোনো কথাত খং উঠি মুহম্মদ ছাহে তেওঁৰ ৰাজ্যৰ পৰা ভাঁড় সকলক উলিয়াই পঠিয়াবলৈ নিৰ্দ্দেশ দিলে। আচৰিত হৈ মুৰ তুলি চালে যে কেৰেলা আৰু কেইজন মান ভাঁড়ে খেজুৰৰ গছৰ ডালত উঠি ঢোল বজাই গীত গাই আছে। সিহঁতক বন্ধ কৰি দি সুধিলে "ই কি বদ্‌মাচি, মোৰ আদেশ পালন কৰা নাই কিয় ? সিহঁতে উত্তৰ দিলে, "কিব্‌লা-এ-আলম, সমগ্ৰ পৃথিৱীয়ে তো আপোনাৰ অধিকাৰত, আমিনো যাওঁ ক'লৈ ?" এই উত্তৰ শুনি বাদচাহ আৰু তেওঁৰ অনুচৰ বৰ্গৰ হাঁহি উঠিলে আৰু সিহঁতৰ দোষ ক্ষমা কৰিলে।

লক্ষ্ণৌলৈ অহাৰ পিছত তেওঁলোকৰ এনে আদৰ সন্মান হ'ল যে এই মণ্ডলীৰ কেন্দ্ৰই লক্ষ্ণৌ হৈ পৰিল। মই যি জানো বৰ্ত্তমানে দিল্লীত ভাঁড় নাই আৰু আছে যদিও খুব কম আৰু অখ্যাত। অৱশ্যে বৰেলীত পুৰণি কালৰে পৰা ভাঁড়ৰ মণ্ডলী আছিল আৰু লক্ষ্ণৌলৈও বেছি ভাগ নিম্নবৰ্গৰ ভাঁড় বৰেলীৰ পৰাই আহিছিল। ইয়াৰ পৰা এই কথাকেই বুজায় যে ৰুহেলখণ্ডৰ পাঠান সকলেও সংগীত আৰু অন্য ললিত কলাৰ আদৰ কৰিছিল। তেওঁলোকৰ দানশীলতাৰ বাবেই এওঁলোকে বৰেলী আৰু মুৰাদাবাদত যথেষ্ট উন্নতি কৰিছিল আৰু তাৰপৰাও এই কলাত প্ৰবীণ ঢাড়ী আৰু নক্কাল লক্ষ্ণৌলৈ আহিল আৰু এতিয়া লক্ষ্ণৌৱেই ইয়াৰ প্ৰমুখ কেন্দ্ৰ হৈ পৰিল।

তেওঁলোকৰ যোজনা, পটন্তৰ, ঠাট্টা মস্কৰাপূৰ্ণ বাক্য আৰু ভাৰৰীয়াৰ বিচক্ষণতা লক্ষ্ণৌত বিখ্যাত। নবাব চাআদত আলী খাঁৰ ইঙ্গিতত, সেই সময়ৰ সবাতোকৈ ডাঙৰ বীৰ এগৰাকীক আঘাত কৰি এজন ভাঁড়ে যি বাক্য এটা কৈছিল, তাৰ উল্লেখ আগতে কৰি আহিছোঁ। সেই সময়ৰ আৰু এটা ঘটনা মনত ৰাখিবলগীয়া যে

কোনো এজন ধনীয়ে এখন চাদৰ পুৰস্কাৰ হিচাপে দিলে, কিন্তু চাদৰ-খন আছিল ফটা চিৰা। এজন নক্কালে সেইখন হাতত লৈ ভালদৰে চাব ধৰিলে আৰু সেইখনৰ ওপৰত গভীৰ দৃষ্টি নিক্ষেপ কৰিলে। অন্য এজনে সুধিলে—"কি চাইছ ?" ক'লে—"চাইছোঁ এই খনত কিবা লিখা আছে।" চশ্‌মা লগাই বৈ বৈ বৰ কষ্টেৰে পঢ়িলে—"লাইলাহা ইল্লাল্লাহ।" ( আল্লা বিনে কোনো নাই। ) সুধিলে—"কেৱল এই খিনিয়েই নে ? মুহম্মদ-উৰ-ৰসুললিল্লাহ (মুহম্মদ আল্লাহৰ পয়গম্বৰ) বুলি লিখা নাই ?" উত্তৰ দিলে, "মুহম্মদ-উৰ-ৰুসুললিল্লাহ কেনেকৈ লিখে, এইখনটো আমাৰ হজৰতৰো আগৰ কালৰ।"

লক্ষ্ণৌৰ এজন নবাব 'গেঢ়েয়াৱালা নবাব' বুলি বিখ্যাত হৈছিল। কাৰণ তেওঁৰ মহলৰ ওচৰতে এটা গঢ়েয়া ( পুখুৰী ) আছিল। তেওঁৰ তাতেই কোনো সমাৰোহ উপলক্ষে নাচ গানৰ আয়োজন হৈছিল। এজন ভাঁড়ে হাবাথুৰি খাই অহা দৰে আহি সকলো লগৰীয়াকে ক'লে—"উঠা, উঠা, প্ৰণাম কৰা।" সকলোৱে ক'লে—"কাক প্ৰণাম কৰোঁ ? কোনোবা আহিছে জানো ?" ক'লে—"নবাব চাহেব আহিছে।" আৰু এই বুলি কৈয়েই এটা কটা ( মাটিৰ বাচন ) ৰ ঢাকনি খুলি দিয়াত এটা ডাঙৰ ভেকুলী জপিয়াই মহফিলৰ মাজত বহিলগৈ আৰু তেওঁ সকলোকে কব ধৰিলে, "উঠ, উঠ, খৰকৈ উঠ।" লগৰীয়াবোৰে ক'লে—"তোমালোকে চিনি পোৱা নাই ? এখেতেই গঢ়েয়াৰ ( পুখৰী ) নবাব।"

এওঁলোকৰ সম্বন্ধে এই প্ৰসিদ্ধি আছিল যে যাৰ তালৈ গৈ তেওঁলোকে নাচে তাৰ নকল নিশ্চয় প্ৰদৰ্শন কৰিব আৰু তেওঁলোকক ব্যংগ বাণ নমৰাকৈ এৰাটোও সম্ভৱ নাছিল। ইও সঁচা যে যি সুন্দৰ ভাবে বিষয়া বৰ্গ আৰু ধনী সম্প্ৰদায়ক উপদেশ দিছিল, আৰু তেওঁলোকৰ দোষ আদিবোৰ আঙুলিয়াই দিছিল সি আৰু অন্য প্ৰকাৰে সম্ভৱ নাছিল। এই দৰে নকল প্ৰদৰ্শনত ভাৰবীয়াই অবিকল ৰূপ লয় আৰু এনে সঁচা চৰিত্ৰ দেখুৱায় যে মানুহ তবধ লাগে। আজি কালি ইংৰাজৰ সংগত যি দৰে "বাবুজ ইংলিচ" বুলি ঠাট্টা কৰা হয়,

সেই সময়ত কায়স্থ সকলৰ ফাৰ্চীনিষ্ঠ উৰ্দুৰ উপহাস কৰিছিল। তেওঁলোকৰ নকল আৰু "দেৱানজীৰ কেৰেক্টৰ" এই ভাঁড় সকলে ইমান ভালকৈ দেখুৱাইছিল যে মানুহ আচৰিত হৈ গৈছিল। ইয়াত অইন এজন 'কেৰেলা' ভাৱৰীয়া নছীৰউদ্দীন হায়দৰৰ সময়লৈকে আছিল। ইয়াৰ পাছত সজন, কায়ম দায়ম, ৰজবী, নৌশাহ, বীবী কদ্ৰ আদি বিখ্যাত হ'ল। আলী নকী খাঁ তেওঁৰ অসুস্থ পত্নীৰ সৈতে কায়মৰ 'সৰীল' (মহৰমত চৰ্বত খুওৱা স্থান) চাবলৈ আহিছিল যি টুকুৰা ঠাই তেওঁ খুব সজাই পৰাই তুলিছিল আৰু তাৰ পৰা চৰ্বতো খুৱাইছিল। সেই প্ৰতিষ্ঠিত অতিথি সকলক দেখিয়েই কায়ম সমুখলৈ আহি, হাত যোৰ কৰি ক'লে—"খোদাই নবাব চাহেবক কুশলে ৰাখক আৰু বেগম চাহেবাক কায়েমে (দুটা অৰ্থ—কায়েম ভাৱৰীয়াজনৰ নাম, কায়েম—তিস্থি থকা) ৰাখক।" ইমান কঠোৰ কথা আছিল, কিন্তু নবাব আৰু বেগমে পুৰস্কাৰহে দিবলগীয়া হ'ল। কায়মৰ বিচক্ষণতা এনে আছিল যে এবাৰ চাবে তিনি ঘণ্টা কেৱল বিভিন্ন ধৰণে মুখ ভেঙু চালিয়েই কৰিলে।

শেষৰ পিনে ফজ্‌লে হুছেইন, খিলোনা, বাদচাহ পসন্দ আদি মণ্ডলী বিখ্যাত আছিল। আজিও আলীজান খুব বিখ্যাত। নৃত্যত নাম কমোৱা আৰু সমকক্ষ নথকা—নৰ্ত্তকী সকলৰ এইবোৰেই নাম।

কিন্তু লক্ষ্ণৌৰ সমাজত এওঁলোতকৈও বেছি প্ৰভাৱ কৈৰ'ত সকলৰ হৈ পৰিছিল। সকলো নগৰ আৰু চুবুৰিবোৰত বিয়াত গায়িকা হিচাপে নদীয়াল তিৰোতা সকল বহু সময়ৰ পৰাই চলি আহিছে। যি সকলৰ চেহেৰা ডফালী সকলৰ (ঢোল বাদক-ঢুলীয়া) দৰে সদায় একে ধৰণৰেই আছিল। ঢোলৰ বাহিৰেও সিহঁতে বেশ্যা আৰু পুৰুষ মণ্ডলীবোৰৰ দৰে তবলা, সাৰঙ্গী, আৰু মঞ্জীৰা আদিও বজাইছিল। কেৱল গানৰ সীমাৰ পৰা উন্নতি কৰি নাচ আৰম্ভ কৰিলে আৰু তাতেই সন্তুষ্ট নহ'ল, আনকি ভাড়ৰ দৰে স্ত্ৰী মহফিলত নকল বহুৰূপীয়াৰ প্ৰদৰ্শনো কৰিব ধৰিলে। বিবাহৰ ৰীতিনীতিৰ ইহঁত এক ডাঙৰ অঙ্গ হৈ পৰিল আৰু সম্পত্তিশালী ঘৰৰ বেগম সকলক

এনেভাবে আকৰ্ষিত কৰিছিল যে এনে কোনো মহল বা ঘৰ নাছিল য'ত ইহঁতৰ দলৰ কোনো চাকৰ হিচাপে নাছিল। সিহঁতৰ এনে সুৰদী কণ্ঠ আছিল যে স্ত্ৰী মহফিল আৰু পুৰুষৰ মহফিলতকৈ বেছি জাকজমক, আৰু সকলো পিনৰ পৰাই চিত্তাকৰ্ষক আৰু আনন্দদায়ক হৈছিল। বিশেষকৈ মহফিলত সিহঁতৰ চমত্কাৰ আৰু নতুন নতুন কথা ইমান আকৰ্ষণীয় আছিল যে পুৰুষ সকলে যি কোনো উপায়ে তিৰোতা সকলৰ "মুজৰা" চাবলৈ খুব হাবিয়াস কৰিছিল, কাৰণ সিহঁত কোনো পধ্যেই পুৰুষ সমাজত নাচিবলৈ মান্তি নহৈছিল। আজিও এনে নদীয়াল তিৰোতা বহু আছে আৰু সেই গৌৰৱ লৈয়ে আছে। কিন্তু আজি সেই বিচক্ষণতা আৰু নাই। যেনে লয়পূৰ্ণ আৰু সুকণ্ঠী নদীয়াল গায়িকা লক্ষ্ণৌত হৈ গ'ল তেনে গায়িকাই ক'তো জন্মগ্ৰহণ কৰাই নাই কিজানি।

## 23

যদিও নৃত্য কলাৰ ওস্তাদ বিশেষ ভাবে পুৰুষহে আছিল কিন্তু মুঠৰ ওপৰত গায়িকা বেশ্যাসকলে এই ক্ষেত্ৰত যি উন্নতি কৰিলে সি পুৰুষৰ দ্বাৰা সম্ভৱ নাছিল। নৃত্য কলা তিৰোতাৰ বাবে বেছি অনুকূলো। এই কলা কিছু পৰিমাণে হিন্দুস্তানৰ প্ৰত্যেক চহৰতে দেখিবলৈ পাব, কিন্তু নাচ গান গোৱা বেশ্যা লক্ষ্ণৌত যেনে আছিল তেনে আন কোনো ঠাইতেই নাছিল কি জানি। আজি প্ৰায় চল্লিছ বছৰ হ'ল লক্ষ্ণৌৰ এজনী বেশ্যা "মুস্তাৰিম ৱালী গৌহৰ" এ কলিকাতালৈ গৈ খিয়াতি লাভ কৰিছিল। মই এখন মহফিলত তাইৰ এনে পাৰদৰ্শিতা দেখিলোঁ যে পূৰা তিনি ঘণ্টা একেটা বস্তুকেই এনে কৌশলেৰে দেখুৱাই থাকিল যে দৰ্শকমণ্ডলী (যি সকলৰ ভিতৰত মাটিয়া বুৰ্জৰ সকলো ঢাড়ী (নৰ্ত্তকী) আৰু প্ৰতিষ্ঠিত মানুহ উপস্থিত আছিল) আৰম্ভৰে পৰা শেষলৈ স্তম্ভিত হৈ বহি ৰ'ল

আৰু তাত এটা শিশুও এনে নাছিল যি সম্পূৰ্ণ ভাৱে মজি যোৱা নাছিল। জোহৰা আৰু মুস্তৰী কবয়িত্ৰী আৰু গায়িকাই নাছিল, ওথ খাপৰ নাচনীও আছিল। জদ্দনে এটা সময় সকলোকে তেওঁৰ নাচগানেৰে মোহিত কৰি ৰাখিছিল।

ইয়াৰ বেশ্যাসকল সাধাৰণতে তিনি জাতিৰ আছিল, এক আছিল কঞ্চনী—এওঁলোক আচলতে বেশ্যা আছিল আৰু তেওঁলোকৰ ব্যৱসায়ো সাধাৰণতে সতীত্ব বিক্ৰী কৰাই আছিল। দিল্লী আৰু পঞ্জাব এওঁলোকৰ মূল স্থান আছিল আৰু চুজাউদ্দোলাৰ সময়তে লক্ষ্ণৌলৈ অহা আৰম্ভ কৰিছিল। নগৰৰ নামজ্বলা বেশ্যা কেইজনী বেছিভাগেই এই শ্ৰেণীৰ। দ্বিতীয় আছিল চূণেৱালী যি সকলৰ মূল ব্যৱসায় আছিল চূণ বিক্ৰী কৰাই, কিন্তু পিছত বজৰুৱা তিৰোতাৰ লগ হ'ল আৰু খুব বিখ্যাত হৈ পৰিল। চূণেৱালী হায়দৰৰ মাত বৰ বিখ্যাত আছিল আৰু তেওঁৰ দৰে কণ্ঠ অইন কোনোৱে নাই পোৱা বুলি মানুহে ধৰি লৈছিল। এওঁ এই শ্ৰেণীৰ আছিল আৰু তেওঁৰ নিজৰ গিয়াতীৰ বেশ্যাৰ ডাঙৰ দল এটা লগত ৰাখিছিল। তৃতীয় শ্ৰেণী আছিল নাগৰাণীৰ। তিনিও শ্ৰেণী বজৰুৱা তিৰোতাৰ আছিল, তেওঁলোকে নিজাকৈ দল গঠন কৰিছিল আৰু বহুতো অইন জাতিৰ তিৰোতা পতিত হৈ এই দলত সন্মিলিত হৈছিলগৈ।

গায়ক আৰু নৰ্ত্তক সকলৰ পাছত এনে ধৰণৰ আৰু এটা দল আছিল যাৰ বিকাশ লক্ষ্ণৌত খুব বেছি হৈছিল আৰু যদি ইয়াক লক্ষ্ণৌৰেই বিশেষত্ব বুলি কোৱা হয় তেনে ভুল কোৱা নহ'ব। এওঁলোক হ'ল 'ৰহসৱালা' ( ৰাস-লীলাৰ দল। ) "ৰহস" মথুৰা আৰু ব্ৰজৰ কলা। তাৰ লীলাৰ দল আহি আহি লক্ষ্ণৌক ইয়াৰ নিচা লগালে।

ৱাজিদ আলী ছাহে যেতিয়া এই 'ৰহস'ক পছন্দ কৰিলে তেতিয়া তেওঁ আপোন ৰুচি আৰু নিজস্ব কাল্পনিক গল্প লৈ এক নতুন 'ৰহস' ৰচনা কৰিলে। তাক দেখিয়েই জনতাৰ মাজত ইয়াৰ প্ৰতি ৰুচি ইমান বাঢ়িল যে সেই সময়ত প্ৰেমাখ্যানতে বদ্ধ হৈ থকা অপেস্বৰী সকলৰ প্ৰেম আৰু সৌন্দৰ্য্যৰ কথা, ব্যৱহাৰিক ৰূপত দেখুওৱা হওক।

জনসাধাৰণৰ এই ৰুচি দেখি, শব্দালঙ্কাৰ প্ৰয়োগৰ প্ৰসিদ্ধ কবি, মিঞা আমানতে 'ইন্দৰ সভা'ৰ ৰচনা কৰিলে য'ত হিন্দু পৌৰাণিক কথা আৰু মুছলমানৰ ফাৰ্চী ৰুচিৰ সমন্বয় পোন প্ৰথমবাৰৰ বাবে দেখিবলৈ পোৱা গ'ল।

"ইন্দৰ সভা" নগৰত প্ৰদৰ্শিত হোৱাৰ লগে লগে সকলো মানুহ ইয়াৰ পিছে পিছে পাগল হৈ পৰিল। হঠাতে কেবাকুৰি এই "সভা" ৰচিত হ'ল আৰু চাই থাকোঁতেই ইয়াৰ এনে প্ৰচলন হ'ল যে গায়ক আৰু নাচনী বেশ্যাৰ বজাৰ কিছুদিনলৈ খুব মন্দা হ'ল। এতিয়া 'আমানত'ৰ উপৰিও আৰু বহুতো লোকে "সভা" ৰচনা আৰম্ভ কৰি দিলে য'ত উৰ্দূ 'শায়ৰী' যদি বেয়াও হয় হ'ব পাৰে কিন্তু ভাষা পৰিমাৰ্জিত হ'ল আৰু পূবৰ গাঁৱলীয়া মানুহ আৰু শিল্পীৰ বসতি বাঢ়িবলৈ ধৰিলে। ইয়াৰ ৰুচিয়েই নাটক আৰু থিয়েটাৰৰ শক্তিশালী ভেটি স্থাপন কৰিলে আৰু যদিহে ৰাজ্য শাসন আৰু কিছুদিন টিকিলহেঁতেন তেনে হিন্দুস্তানী নাটকে এটা ন ৰূপ ললেহেঁতেন যি সকলোৰে পৰা পৃথক, এক স্বকীয়া বৈশিষ্ট্য ৰাখিলেহেঁতেন।

কিন্তু পুৰণা সঙ্গীতে অন্তৰ স্পৰ্শ কৰি থকা, সভ্য সমাজে এই খেল সমূহত অশ্লীলতা দেখা পালে। সংগীত কলাৰ নিচাই সহৃদয় সকলক পুনৰ গায়ক, নচা বেশ্যা মণ্ডলীৰ প্ৰতি আকৃষ্ট কৰিলে আৰু এইবোৰ, যি বোৰে এসময়ত নাটকৰ দৰে গৌৰব পাইছিল সাধাৰণতে আৰু বজৰুৱা লোকৰ মাজতেই সীমিত হৈ ৰ'ল। কিন্তু পুৰণি ৰুচিয়ে নগৰখনত ইয়াৰ ব্যৱহাৰিক ৰূপ দিয়া এক নতুন পৰম্পৰাৰ সৃষ্টি কৰিলে যি সকলক আজিৰ ভাষাত 'এক্টৰ' ( অভিনেতা ) বুলি ক'লে ভুল নহ'ব। আমাৰ এই অভিনেতা সকলে আগতে সভ্য সমাজৰ সহৃদয়তাৰ কাৰণে উৰ্দূ ভাষাৰ বিকাশ কৰি গৈছিল, কিন্তু এতিয়া যিহেতু তেওঁলোকক নিম্ন বৰ্গৰ, বজৰুৱা লোকৰ হিচাপত ধৰা হয় সেয়ে শিষ্ট ভাষা তেওঁলোকে এৰি পেলালে। বজৰুৱা ভাষাত আজিও এওঁলোকে নানা ধৰণৰ প্ৰদৰ্শনী দেখুৱায়।

আমাৰ এই অভিনেতাসকল অশ্লীল হোৱাৰ সকলোতকৈ ডাঙৰ

কাৰণ আছিল এয়ে যে বোম্বাইৰ পাৰ্চী সকলে ইংৰাজী ঢঙত থিয়েটাৰ কৰিলে, য'ত সঁচা কবলৈ হলে নাছিল সংগীত কলা, নাছিল প্ৰকৃত অভিনয়, কিন্তু তেওঁলোকৰ পৰিচ্ছন্নতা, ব্যৱস্থা, ৰহস্যাত্মকতা আৰু তেওঁলোকৰ ৰমক জমকীয়া পৰ্দ্দাই আমাৰ ৰাষ্ট্ৰীয় নাটকক, যি এতিয়া শিশুৰ দৰে প্ৰতিপালিত হৈছিল, টেঁটু চেপি মাৰি পেলালে। অভিজাত শ্ৰেণীৰ মানুহে জাকজমকীয়া নাটকৰ প্ৰতি আকৰ্ষিত হৈ ওখথাপৰ ৰুচি পাহৰি গ'ল।

সঁচাকৈয়ে বোম্বাইৰ থিয়েটাৰে ভাৰতীয় ললিত কলাৰ ভিতৰত নৃত্য আৰু সঙ্গীতৰ বহুতো ক্ষতি কৰিলে। পোন প্ৰথমে সঙ্গীতক অন্যায় কৰি আৰু এনে অনিয়মিত গানক আঁকোৰালি লৈ বজাৰত প্ৰচাৰ কৰিলে—যাতকৈ পৃথিৱীত একো বয়া হ'ব নোৱাৰে। ইয়াৰ পিছত আমাৰ উচ্ছ খাপৰ নৃত্য কলাক নাইকিয়া কৰিব খুজিলে আৰু তেওঁলোকৰ ৰঙ্গমঞ্চত নৃত্যৰ নামত ইউৰোপৰ ড্ৰিলৰ প্ৰচলন কৰিলে যাৰ ফলত কিছুমান ল'ৰাই নিজৰ ক্ৰম আৰু বেশভূষা বদলাই তাতেই মন লগালে। কিন্তু 'ৰহসৱালা' হঁতৰ সংগীত আৰু অভিনয় উভয়েই যদিও নিম্ন শ্ৰেণীৰেই আছিল, তথাপিও ই দেশীয় ভাবধাৰাৰ আছিল আৰু সিহঁতৰ ৰুচি ৰাষ্ট্ৰীয় আছিল। তাক পৰিত্যাগ কৰিব লগীয়া নাছিল, তাৰ সংস্কাৰহে কৰিব লগীয়া আছিল।

## 24

সঙ্গীতৰ লগতে "ছোজখবানী"ৰ উল্লেখ কৰাও প্ৰয়োজন এই নতুন ধাৰ্মিক কলাক সঙ্গীতৰ নিয়মানুসৰি কলাৰ অন্তৰ্ভুক্ত কৰা অনুচিত, কিন্তু মুস্কিলৰ কথা হ'ল এয়ে যে "ছোজখবানী" ও এক বিশেষ প্ৰকাৰৰ সঙ্গীতহে। মহৰমত হজৰত ইমাম হুছৈনৰ স্মৃতি সতেজ কৰি তুলিবৰ বাবে হিন্দুস্তানত বিশেষকৈ চীয়া সকলে ইয়াক আৰম্ভ কৰিছিল। বিশেষকৈ যেতিয়াৰপৰা 'ইচ্না আছৰী' ধৰ্ম্ম ইৰাণী-সকলৰ ৰাষ্ট্ৰীয় ধৰ্ম্ম হৈ পৰিছিল আৰু তাৰ পৰা মানুহ আহি আহি

হিন্দুস্তানৰ ৰাজদৰবাৰৰ সৈতে সম্পৰ্ক স্থাপিত কৰিব ধৰিছিল তেতিয়াৰপৰাই। তথাপিও দিল্লীৰ ৰাজবংশৰ ধৰ্ম্ম চুন্নী হোৱা বাবে, চীয়াসকলৰ সংস্কৃতিৰে সম্বন্ধ থকা বিশেষ বিশেষ বস্তুৰ বিকাশ হ'ব নোৱাৰিলে। সেয়ে এই কলাই লক্ষ্ণৌ চহৰ আৰু ইয়াৰ পুৰণি চীয়া দৰবাৰৰপৰাহে প্ৰশ্ৰয় পালে।

ধৰ্ম্মীয় হস্তক্ষেপৰ ফলত যিদৰে শায়ৰীৰ ভিতৰত মৰ্সিয়া আৰু নোগোৱাকৈ ( সম্বৰ গীত হিচাপে ) কবিতা পাঠৰ পৰম্পৰা আৰম্ভ হ'ল, সেই দৰেই সংগীতত 'ছোজখবানী' আৰম্ভ হ'ল। আৰু এই কলাৰ এনে বিকাশ হ'ল যে নিশ্চিত ভাবেই ই সুকুমাৰ কলাৰ ৰূপ পালে আৰু ই আৰম্ভণিৰপৰা শেষলৈ লক্ষ্ণৌত বিশেষ ৰূপে প্ৰচলিত হৈ ৰ'ল। 'তহতুল লফ্জখানী' ( শব্দ কৰি নোগোৱাকৈ কবিতা পঢ়া) মৰ্সিয়াৰ গম্ভীৰ স্বৰত আৰু সহজ ভাবে এনে দৰে পঢ়া আৰু এই দৰে কৈ কৈ শুনোৱা হয় যিদৰে কবিয়ে মুচায়ৰা বা কবি সম্মেলনত গজল শুনায় আৰু 'সোজ' গায়ক সকলে 'পুৰসোজ'ৰ গীত গায়।

আচল আৰু প্ৰাচীন মৰ্সিয়া, 'ছোজখবানী' য়েই আছিল। অৰ্থাৎ মৰ্সিয়া মজলিছত সদায় গানৰ লগতে পৰিবেশন কৰা হৈছিল আৰু ইয়াৰ প্ৰচলন দিল্লীতেই নহয়, চীয়া লোকে বাস কৰা হিন্দুস্তানৰ সকলো চহৰতে আছিল। মাদ্ৰাছ ( তামিলনাডু ) আৰু দক্ষিণ পৰ্য্যন্ত এই মৰ্সিয়াৰ খুব ধুমধাম প্ৰচলন আছিল আৰু ডেড়শ বছৰ আগেয়ে লিখা মৰ্সিয়া আজিও পোৱা যায়। মৰ্সিয়াক শায়ৰী 'শেৰ' পঢ়াৰ দৰে পঢ়াটো লক্ষ্ণৌৰেই আৱিষ্কাৰ আৰু এই ক্ষেত্ৰত মীৰ.আনীস আৰু মীৰ্জা দবীৰ আচিয়ে পাৰদৰ্শিতা দেখুৱায়। শায়ৰীৰ সন্দৰ্ভত এওঁ-লোকৰ উল্লেখ ইতিমধ্যে কৰা হৈছেই।

ছোজখবানী যদিও আগৰেপৰাই সকলো ঠাইতেই আছিল, তথাপি ইয়াতো লক্ষ্ণৌৰ ছোজখবানীয়ে যি পাৰদৰ্শিতা দেখুৱালে যে এই কলাক আপোন বিশেষত্ব বুলিয়েই ললে। সমগ্ৰ হিন্দুস্তানতে পুৰণি ছোজখবানীক ইমান উন্নত স্তৰলৈ লৈ গ'ল যে ব্যৱসায়িক গায়ক সকলৰ বজাৰ তেওঁলোকৰ আগত মন্দা হৈ পৰিল।

লক্ষ্নৌলৈ অহিন কলাকাৰ সকলৰ দৰে ছোজখবানীৰ কলাকাৰ সকলো নবাব ছুজাউদ্দৌলাৰ সৈতে বা তেওঁৰ শাসন কালতেই আহিছিল। ফৈজাবাদৰ ইতিহাসত লিখা আছে যে ছুজাউদ্দৌলাৰ ঘৈণীয়েক বীবী বহু বেগম চাহেবাৰ মহলত মজলিছ বহিছিল আৰু জৱাহৰ আলী খাঁ খ্বাজাসৰা যি তেওঁৰ প্ৰবেশ দ্বাৰ আৰু সমগ্ৰ এলাকৰে মুক্তিয়াৰ আছিল মৰ্সিয়া গায়কৰ মৰ্সিয়া শুনিছিল। কিন্তু সেই সময়লৈ সৰ্বত্ৰ থকাৰ দৰেহে ছোজখবানীৰ অৱস্থা আছিল।

কিছুমান মানুহে কয় যে খ্বাজা হছন মোদ্দ্দীৰপৰাই এই কলা আৰম্ভ হ'ল। তেওঁ 'নম্মাত-উল-আসফিয়া'ৰ লেখকৰ ওস্তাদ আছিল আৰু ব্যৱসায়িক সংগীতজ্ঞ নাছিল, তথাপি সঙ্গীতত এনে ব্যুৎপত্তি দেখুৱাইছিল[1] যে বহুদূৰলৈ তেওঁৰ সমকক্ষ কোনো নাছিল। যদিও তেওঁ ধৰ্ম্মত চুন্নী আছিল, কিন্তু সঙ্গীতৰ এনে কিছুমান বিশেষ ধুন আৱিষ্কাৰ কৰি শিষ্যসকলক শিকালে যে এই কলাইও এক নিয়মীয়া ৰূপ গ্ৰহণ কৰিলে। তেওঁৰ পাছত সিড়ে হায়দৰী খাঁৰ সময়। তেওঁৰ নিয়ম আছিল যে মহৰমৰ সময়ত নিজৰ ৰুচি অনুসৰি ধুনেৰে মৰ্সিয়া গায়। যিহেতু তেওঁ এজন বিখ্যাত নামজ্বলা গায়ক আছিল আৰু ৰাজ দৰবাৰো যথেষ্ট সহানুভূতিশীল আছিল, সেয়ে তেওঁৰ প্ৰচেষ্টাত যথেষ্ট সফলকামো হৈছিল আৰু এই কথাও অনুভৱ

[1] সঙ্গীতত তেওঁৰ দক্ষতাৰ অনুমান ইয়াৰ দ্বাৰাই কৰিব পাৰি যে মাৰাঠা সকলে লুটপাট কৰা সময়ত তেওঁ পাল্কীত উঠি লক্ষ্নৌৰ পৰা ইটাৱাৰ পিনে গৈ আছিল। ৰাস্তাত এখন গাঁৱৰ মাজেৰে গৈ থকাত শুনিলে যে সেই গাঁওখন মাৰাঠা সকলে আক্ৰমণ কৰিব। তেওঁক বহু দূৰৈৰ পৰা কঢ়িয়াই অনা দোলাভাৰী সকলে হঠাতে পাল্কীখন নমাই থৈ ক'লে আমি আৰু আগলৈ যাব নোৱাৰোঁ। এই ঠাই ডোখৰ ভয়ানক বুলি বহুতো কোৱা হ'ল কিন্তু সিহঁতে একো নুশুনিলে। খবাজা চাহাবে জীৱনৰ আশা এৰি দি 'ৱজু' [হাতমুখ ধোৱা ব্যৱস্থা নমাজৰ আগত] কৰিলে আৰু 'অস ৰ নমাজ পঢ়িলে আৰু বহি বহি কিবা ৰাগ এটা আলাপ কৰিব ধৰিলে। দোলাভাৰীহঁতৰ ওপৰত তাৰ ইমান প্ৰভাৱ পৰিল যে সিহঁতে পুনৰ নতুন বল পালে আৰু তেওঁক সুৰক্ষিত স্থানলৈ লৈ গ'ল।

কৰিছিল যে যদিহে এই কলাৰ উন্নতি সাধন কৰা হয় তেনেহেলে ইয়ে এক বিশেষ গৌৰৱ আনি দিব পাৰে। সঙ্গীতৰ হেজাৰ বিজাৰ ধুনৰ মাজত সেই বোৰ ধুনহে বাছি উলিওৱা হ'ল যিবোৰে শোক সন্তাপৰ অভিব্যক্তি কৰিব পাৰে, শোক-গীতৰ বাবে উপযুক্ত হয়, আৰু পাছত শ শ 'চোজা' ( শোকগীত)ৰ লগত তাক সাঙুৰি দিয়া হ'ল। শেষত হায়দৰী খাঁই তেওঁৰ ছোজখবানীৰ কলা চৈয়দ মীৰ আলি চাহেবক শিকালে। তেওঁ এজন জ্ঞানী চৈয়দ আছিল। তেওঁ ধৰ্ম্মীয় উৎসাহতে এই কলাৰ বহুত উন্নতি কৰিলে আৰু সেই সময়ত ইমান ডাঙৰ গায়ক হিচাপে বিখ্যাত হৈ পৰিল যে নবাব চাআদত আলী খাঁৰ সময়ত:কিবা কথাত লাগি লক্ষ্ণৌৰপৰা গুচি যাবলৈ ওলোৱাত ঈশা অল্লা খাঁই তেওঁৰ বিশিষ্ট আৰু প্ৰভাৱশালী কবিত্বৰ কথা উপলুঙা কৰিবৰ ইচ্ছাৰে অনুমোদন কৰিলে, কিন্তু নবাবে সান্ত্বনা দি খুব আদৰ কৰি যোৱাটো বন্ধ কৰিলে।

ইয়াৰ পিছত তানসেন বংশৰ এজন গায়ক নাছিৰ খাঁ লক্ষ্ণৌলৈ আহি বিখ্যাত হ'ল। ইয়াৰ মানুহৰ ৰুচি ছোজখবানীৰ প্ৰতি দেখি তেওঁৰ নিজৰ দক্ষতাও মৰ্সিয়া গোৱাত লগাই লোকপ্ৰিয়তা আৰু খ্যাতি অৰ্জন কৰিলে আৰু চুবৰীয়াৰ এজনী দুখীয়া বিধবা চৈয়দ মহিলাৰ প্ৰতি দয়াপৰবশ হৈ তেওঁৰ পুতেক দুটি মীৰ আলী হুছন আৰু মীৰ বন্দা হুছনক ছোজখবানীৰ প্ৰশিক্ষণ দিলে। এওঁলোক দুজনৰ প্ৰসিদ্ধি আগৰ পুৰণি ওস্তাদ সকলতকৈ বেছি হ'ল আৰু তেওঁলোক ছোজখবানী গোৱাত অতুলনীয় বুলি প্ৰমাণিত হ'ল। তেওঁলোকে ছোজখাবানীক এক উচ্চ শ্ৰেণীৰ ৰাগ হিচাপে প্ৰতিষ্ঠিত কৰিলে। সঙ্গীতৰ আচল ৰাগৰ বোল (কথাও) প্ৰায় গায়কৰে মনত নাথাকে, কিন্তু এনে 'ছোজ' প্ৰায়েই ছোজ গায়ক সকলৰ মনত থাকে যি ৰাগৰ কথা যাক শুনি আচল ৰাগ আৰু আচল ধুনৰ স্পষ্ট ৰূপ বুজিব পৰা হয়।

এনে প্ৰসিদ্ধ লোক সকলৰ কাৰণেই 'ছোজখবানী'ৰ কলা সাধাৰণ গায়কৰপৰা গৈ অভিজাত লোকসকলৰ মাজলৈ আহিল আৰু এনে

বহুতো লোক ওলাল যি সকল নিম্ন সম্প্ৰদায়ৰ লোক নহয়, সৎবংশৰ লোক। এওঁলোক ছোজখবানীত এনে প্ৰসিদ্ধি পালে যে গায়ক সকলৰ বজাৰ তেনেই নোহোৱাৰ দৰে হৈ পৰিল।

বৰ্তমানে মনৃঝু চাহেব আৰু অইন দুই এজন প্ৰসিদ্ধ লোকে ছোজখবানীত এনে পাৰদৰ্শিতা আৰু খ্যাতি লাভ কৰিছে যে সমগ্ৰ হিন্দুস্তানৰ সকলো ঠাইতে তেওঁলোকৰ স্বাগতৰ বাবে সকলো অধীৰ আৰু অইন চুবাৰ মানুহৰ আদৰ সম্মান মহৰমৰ মাহত বিশেষকৈ শোকৰ দিনত সদায় লক্ষ্ণৌৰ এই চৌকীন হাতে সদায় কাঢ়ি লয়।

এই ৰুচিৰ সকলোতকৈ বেছি প্ৰভাৱ পৰিল লক্ষ্ণৌৰ মহিলা সমাজত। লোকগীতিৰ প্ৰভাৱশালী আৰু হৃদয় বিদীৰ্ণ কৰা ধুন মীৰ আলী হছন আৰু মীৰ বান্দা হছনৰ কণ্ঠৰ পৰা নিগৰি শ শ ভদ্ৰ পুৰুষৰ কণ্ঠত থিতাপি ললে আৰু তেওঁলোকৰপৰা হেজাৰ হেজাৰ চীয়া বংশৰ তিৰোতাৰ কণ্ঠলৈ নিঃসৃত হ'ল। স্বাভাৱিকতে তিৰোতাৰ গান-বাজনাৰ চখ বেছি, তেওঁলোকৰ কণ্ঠও সাধাৰণতে গীতৰ বাবে অধিক উপযোগী। এই নিয়ম বদ্ধ মৰ্সিয়া তিৰোতাৰ সমাজ পোৱাৰ লগে লগে তাৰ আকৰ্ষণ বাঢ়িল আৰু কম দিনৰ ভিতৰতে চীয়াই নহয় নিম্ন বৰ্গৰ চুন্নী তিৰোতা সকলৰ মাজতো মৰ্সিয়া গোৱাৰ চখ উপজিল আৰু এনে অৱস্থা হ'ল যে মহৰমত আৰু বেছি ভাগ ধৰ্ম্মীয় প্ৰাৰ্থনাৰ সময়ত লক্ষ্ণৌৰ অলিগলীৰ সকলো ঘৰতে 'পুৰসোজ'ৰ আৰু প্ৰাণস্পৰ্শী গীতৰ ধ্বনি উঠে আৰু এনে কোনো এটুকুৰা ঠাই পাবলৈ নোহোৱা হয় য'ত এই হিল্লোৰ উঠা নাই। আপুনি যি গলীতেই থিয় হৈ শুনক এনে প্ৰাণস্পৰ্শী ধ্বনি আৰু এনে আত্মহাৰা কৰি দিয়া গীত শুনিব যাক আপুনি ওৰে জীৱনটো পাহৰিব নোৱাৰে। হিন্দু আৰু কিছুমান বিশিষ্ট চুন্নীৰ ঘৰত নীৰৱতা আপুনি পাব, তাৰ বাহিৰে যিপিনেই কাণ দিয়ক মৰ্সিয়া জোৰ জোৰকৈ গোৱা শব্দই আপুনি শুনিব।

"তাজিয়াদাৰী" ( মহৰমৰ আৰম্ভৰ দহদিনলৈ তাজিয়া আগত লৈ শোক প্ৰদৰ্শন কৰা মুছলমান ৰীতি বিশেষ। ) যিহেতু মৰ্সিয়াৰে

চেল্লু, সেয়ে চুন্নী আৰু চীয়া দুয়ো দলৰ ঘৰত মৰ্সিয়া গোৱাৰ চখত তাজিয়াৰ প্ৰচলন হ'ল আৰু চুন্নী মুছলমানেই নহয় হেজাৰ হিন্দু পৰিয়ালেও তাজিয়া সাজি মৰ্সিয়া গোৱাব ধৰিলে। ইয়াৰ দ্বাৰা এই কথাই বুজিব পাৰি যে তাজিয়াদাৰী খুব বেছি বৃদ্ধি পোৱা আৰু বিকশিত হোৱাৰ মূল কাৰণ মৰ্সিয়া গোৱাহে আছিল।

লক্ষ্ণৌত ভদ্ৰ ঘৰৰ এনে কিছুমান শিষ্ট আৰু সুশিক্ষিত 'ছোজা' গোৱা মহিলা গায়িকা আছিল যে পৰ্দ্দাৰ বাধা নিষেধ নথকা হ'লে 'ছোজখৱাণী'ৰ প্ৰতিযোগিতাত পুৰুষসকল এওঁলোকতকৈ আগবাঢ়িব নোৱাৰিলেহেঁতেন। এই বোৰ কথাৰ বহু বছৰ পাৰ হোৱাত, এবছৰ চেহলুম ( কাৰ্বলাৰ শ্বহীদৰ চল্লিছ দিনৰ দিনা )ৰ সময়ত কেইজনমান বন্ধু-বান্ধৱৰ লগত মই তালকটোৰাৰ কাৰ্বলালৈ গৈছিলোঁ আৰু তাতেই শিবিৰ পাতি ৰাতিটো কটাইছিলোঁ। ৰাতি দুই বজাত হঠাতে যেতিয়া মোৰ টোপনি ভাগিল, মোৰ কাণত এনে এটি সুৰলা গীত পৰিলহি যিয়ে গোটেই কেইজনকে জগাই দি অশান্ত কৰি তুলিলে। আমি সকলোৰে সেই মাত শুনি, উৎসুকতাবশতঃ শিবিৰৰপৰা বাহিৰ ওলালোঁ। দেখোঁ যে ৰাতিৰ গভীৰ নিস্তব্ধতা, জোনাক চাৰিওপিনে বিয়পি পৰিছে আৰু তাতেই এদল তিৰোতাই তাজিয়া লৈ আহি আছে। সকলোৰে মুক্ত কেশ আৰু মূৰো অনাবৃত। মাজতে এজনী তিৰোতাই দীপক লৈ আছে। তাৰেই পোহৰত ওখকৈ ধুনীয়া তিৰোতা এজনীয়ে কেইটামান পৃষ্ঠাৰপৰা মৰ্সিয়া পঢ়ি আছে আৰু লগৰ কেইজনীমান তিৰোতাই তেওঁৰ লগত তাকেই গাব ধৰিছে। সেই নীৰৱতা, সেই ৰাতিৰ সময়, সেই জ্যোৎস্না, আৰু মুকলি মুখেৰে সেই সুন্দৰী মহিলা সকল আৰু সেই শোকগীতিয়ে যি জ্যোতি উৎপন্ন কৰিছিল তাৰ বৰ্ণনা দিবলৈ মই নোৱাৰিম। কোমল স্বভাৱৰ এই দলটো কাৰ্বলাৰ ফাটকত উপস্থিত হোৱাৰ লগে লগে সেই দীঘল ধুনীয়া তিৰোতাজনীয়ে পৰজ ( ৰাগ বিশেষ )ৰ ধুনত এই শোক গীতটো আৰম্ভ কৰিলে :—

জব কাৰ্ৱান-এ-শেহৰ মদীনা লুটা হুআ
পহুঁচা কবীৰ শাম কে কৈদী বনা হুআ
নেজে পে সৰ হুসৈন কা আগে ধৰা হুআ
ওৰ পীছে পীছে বীসিয়োঁ কা সৰ খুলা হুআ,

পৰিস্থিতিৰ সম্পূৰ্ণ অনুকূল এই মসিয়াই হঠাতে এনে আকৰ্ষণ সৃষ্টি কৰিলে যে সন্দেহ হ'ল এই শেনৰ মাধ্যমেৰে সেই মহিলা সকলে কাৰ্বলাৰ ঘটনাৰ চিত্ৰণ কৰিছে নে তেওঁলোকৰ সেই শোক সমদলৰ আৰু কাৰ্বলাত উপস্থিত হোৱাৰ কথা বৰ্ণনা কৰিছে।

আচল কথা হ'ল লক্ষ্মৌ চহৰত তিৰোতা আৰু তেওঁলোকৰ লগে লগে পুৰুষৰ ওপৰত 'ছোজা' গোৱা আৰু 'তাজিয়া'ই যি প্ৰভাৱ পেলালে অইন একোৱেই নোৱাৰিলে। ইয়াৰ প্ৰথম অবদান হ'ল সকলো তিৰোতাই ভাল গায়িকা হৈ পৰিল আৰু সঙ্গীতৰ নিয়মানুসৰিয়েই মৰ্সিয়া গাব ধৰিলে। দ্বিতীয় অবদান হ'ল লক্ষ্মৌৰ পুৰুষেই হওক বা তিৰোতাই হওক সকলোৰে সঙ্গীতৰ প্ৰতি ৰুচি বাঢ়িলে। আজিও লক্ষ্মৌৰ অলি গলীয়ে নিম্ন বৰ্গৰ ল'ৰা ছোৱালী আৰু বজৰুৱা মানুহবোৰে আহ্ যাহ্ কৰোঁতে যি গান গায় আৰু গানত এনে পাৰদৰ্শিতা দেখুৱায় যে বাহিৰৰ মানুহক চমৎকৃত কৰি খুব টান আৰু কঠিন ৰাগ আদিও সিহঁতে আয়ত্ব কৰি প্ৰদৰ্শন কৰে—তাৰ আচল কাৰণ হ'ল মৰ্সিয়া গোৱা আৰু তাজিয়াৰ প্ৰতি থকা ৰুচিহে।

ছোজখবানীক যদিও চীয়াসকলে পুণ্যৰ কাম বুলি ভাবে, কিন্তু চীয়া বিদ্বান সকলে আজিলৈকে ইয়াক উচিত বুলি ফট্ৱা (ধৰ্ম্মীয় ঘোষণা) দিয়া নাই। তেওঁলোকে ছৰা (ধৰ্মশাস্ত্ৰ)ৰ নিয়মানুবৰ্ত্তিতা কঠোৰ ভাবে পালন কৰে। আজিলৈকে বিদ্বান আৰু সভ্য সমাজৰ মজলিজত কেৱল হদীস (ধৰ্ম ব্যাখ্যা গ্ৰন্থ) গোৱা অথবা তহ্তুল লফ্জহে গায় আৰু জন সাধাৰণবো যি মজলিছত ধৰ্ম্মশাস্ত্ৰী বা মোল্লা সকল উপস্থিত থাকে তাত ছোজখ্বানী নহয়। কিন্তু এই কথাও অস্বীকাৰ কৰিব নোৱাৰি যে 'ছোজখবানী'য়ে নিজ লোকপ্ৰিয়তাৰ কাৰণে বিদ্বান সকলৰ ঘোষণাৰ ওপৰতো জয়লাভ কৰিছে। মুস্কিল

হ'ল ইয়াতেই যে চুন্নী, সকল হদীসৰ বিদ্বান আৰু চুফী সকলৰ নিমিত্তে সংগীত উচিত, কিন্তু 'ইসন অশৰী' ( চীআ ) ৰ ধৰ্ম্মশাস্ত্ৰত ইয়াৰ কোনো স্থান নাই, নহলে ধৰ্ম্মীয় দৃষ্টিতো ইয়াক উচিত বুলি ঘোষণা কৰিলেহেঁতেন।

## 25

কলাকাৰ, সঙ্গীতশাস্ত্ৰ আৰু তেওঁলোকৰপৰা সৃষ্টি হোৱা কলাৰ বিষয়ে আমি বহুতো লিখিলোঁ। কিন্তু এই সন্দৰ্ভতে বজাৰৰ বাদ্যৰ কথা বৰ্ণাবলৈ বাকী আছে। সেয়ে আজি আমি এই বাদ্যৰ কি প্ৰভাৱ লক্ষ্ণৌৰ ওপৰত পৰিল তাকে কৈ সঙ্গীতৰ আলোচনা সমাপ্ত কৰিম। বিয়া আদিৰ সমদলৰ লগত যোৱা বাদ্য ছয় প্ৰকাৰৰ——(1) ঢোল আশে (2) ৰৌশন চৌকী (3) নেবত—নহবত (4) তুৰহী আৰু কৰণা ( শঙ্খ ) (5) ডঙ্কা আৰু বিগুল (6) অৰ্গেন বুলি আখ্যা পোৱা ইংৰাজী বাদ্য যি দিনে দিনে যথেষ্ট লোকপ্ৰিয় হৈ আহিছে।

প্ৰথমটো অৰ্থাৎ ঢোল ভাৰতৰ প্ৰাচীন ৰাষ্ট্ৰীয় বাদ্য। নিজৰ অজ্ঞানতাৰ বাবে ইংৰাজ সকলে ইয়াক "ইণ্ডিয়ান টাম টাম" বুলি উপহাস কৰিছিল। 1896 চনত ইংলণ্ডৰ প্ৰদৰ্শনী স্থল, আৰ্লচ কোৰ্টত ভাৰতীয় সংস্কৃতি আৰু ইয়াৰ কলা তথা শিল্পৰ শ শ চানেকি দেখুওৱা হৈছিল। তাতেই এই বাদ্যৰ নমুনা মই নিজে দেখিছিলোঁ— এজন খুব ক'লা ৰঙৰ মানুহে পিন্ধনত যাৰ মাথোন এটা লেংটীহে, সকলোৰে মাজত নাঙঠ হৈ থিয় দিছে তাৰ গলত এটা ঢোল আৰু সি অসভ্য ভাবে কোনো লয় বা ক্ৰম নোহোৱাকৈ পাগলৰ দৰে মূৰ জোকাৰি জোকাৰি ঢোলৰ মাৰিৰে ঢোলটো বজাবলৈ ধৰে আৰু লগতে এইটো 'হিন্দুস্তানৰ টাম টাম" বুলি কয়। কিন্তু ই তেওঁলোকৰ বুদ্ধিহীনতা আৰু অজ্ঞানতাৰ ফল। ই খুব ভাল বাদ্য, ইয়াক বজোৱাৰ এটি নিশ্চিত পদ্ধতি আছে আৰু উচ্চ শ্ৰেণীৰ লয়ৰ সঙ্গতি ইয়াৰে ৰাখিব পাৰি।

লক্ষ্ণৌত সাধাৰণতে দুটা আৰু কেতিয়াবা তিনি চাৰিটা ডাঙৰ ঢোল আৰু কম পক্ষে এটা 'তাশা' সৰু ঢোল ) নহলে দুই তিনিটা তাশা থাকে আৰু কমেও এজন তালুৱৈ (তাল বজাওঁতা ) তালৰ উমান ইৰাণ আদিতো পোৱা যায় আৰু তাশা মিচৰ আদিতো প্ৰচলিত আছিল। কিন্তু ঢোল হলে বিশুদ্ধ ভাৰতীয় বাদ্য। সৈনিক আৰু কেৰলীয়া সকলৰ লগত এই বাদ্য দিল্লীৰ পৰা লক্ষ্ণৌলৈ আহিল। দিল্লীত কেৱল ঢোল আৰু তাল হে আছিল লক্ষ্ণৌত হে 'তাশা' যোগ হ'ল। এই নিয়ম প্ৰচলন হোৱাৰ লগে লগে ই ইমান আৱশ্যকীয় আৰু মহত্বপূৰ্ণ যেন লগা হয় যে ইয়াকেই এই বিষয়ৰ আত্মা বুলি ভবা হ'ল। যদিও বেছিভাগ চহৰতে কেৱল ঢোল আৰু তাল হে বাজিছিল, কিন্তু লক্ষ্ণৌলৈ আহি 'তাশা' অভিন্ন অঙ্গ হৈ পৰিল। ই নহলে ঢোল ক'তো নবজাই হ'ল। ইয়াৰ দ্বাৰা এইটো স্পষ্ট হ'ল যে এই বাজনাত 'তাশা' বজাব পৰা জনেহে বেছি পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। তেৱেঁই লয় ৰাখে আৰু ঢুলীয়াই তেওঁকহে অনুকৰণ কৰে। তাশা বজোৱাৰ বিশেষত্ব এয়ে যে তাত ইমান খৰকৈ কোবায় যে এটা কোবৰ পৰা আনটো কোবৰ মাজত কোনো পাৰ্থক্য কৰিবই নোৱাৰি। আৰু এই কোবৰ আৰোহ-অৱৰোহতেই লয় আৰু গীত সৃষ্টি হয়। লক্ষ্ণৌত এই বাদ্য বজোৱা এনে কুশলী লোক আছে যে তেওঁলোকৰ সমুখত অইন চহৰৰ ঢুলীয়া টিকিবই নোৱাৰিব। লক্ষ্ণৌত চেহ্লুমৰ পিছত আৰু এবাৰ তাজিয়া উঠে তাক বখশুৰ তাজিয়া বুলি কোৱা হয়। আজি কালি চীয়া চুন্নীৰ কাজিয়াৰ বাবে এই সমদলৰ ৰূপ বেলেগ হৈছে যদিও দহ বাৰ বছৰ আগতে ইয়াৰ সেই গৌৰৱ আছিল যে যিহেতু ই ৰাজবংশৰ এজনী পুৰণি প্ৰেমিকাৰ স্মৃতি আছিল আৰু আজি ইয়াক দুখীয়া সকলেহে উঠাইছে, সেয়ে সকলো প্ৰকাৰ বাদ্যৰ অপ্ৰতিদ্বন্দ্বী ওস্তাদ সকল পুণ্যৰ কাম বুলি ইয়াত সন্মিলিত হয় আৰু পুণ্যৰ নামতেই নিজ নিজ কলা কৌশল নগৰবাসীক দেখুৱায়। এই কাৰণেই তেওঁলোকৰ এই নিয়ম আছিল য'তেই থিয় হয় প্ৰশংসক সকলে আগুৰি ধৰে আৰু তাত ঘণ্টাৰ পিছত ঘণ্টা তাতেই থিয় দি

অহ্বান জনায় যে যদি কোনো প্ৰতিদ্বন্দী আছে সমুখত আহি বজাই। ডাঙৰ ডাঙৰ ওস্তাদ আৰু গায়কে প্ৰত্যাহ্বান জনায় আৰু উৎসাহতে খুব ভালকৈ বজাব ধৰে। বিশেষকৈ তাশা বজাওঁতা সকল খুব ওস্তাদ বাদক, সিহঁতে সঙ্গীততো প্ৰবীণ আৰু গত বজোৱাটো সদায় নবীনতা আনে।

ঢোল তাশা বজোৱা কলা কিমান মহত্বপূৰ্ণ আৰু নিয়মবদ্ধ আছিল তাৰ প্ৰমাণ ইয়াতকৈ আৰু বেছি কি হ'ব পাৰে যে অৱধৰ অন্তিম শাসক ৱাজিদ আলী ছাহে যিজন সঙ্গীতৰ মান্য আচাৰ্য্য আছিল, কলিকতাত মহৰমৰ সপ্তম দিনা মেহন্দীৰ সমদল তেওঁৰ 'আসমানী' কোঠী ( আকাশী কোঠালী )ৰ পৰা যেতিয়া ওলায়, তেতিয়া তাশা নিজৰ গলত ওলোমাই লৈ বজাৱাটো মই নিজে দেখিছোঁ। ডাঙৰ ডাঙৰ গায়কৰ গলতো ঢোলক থাকে, দৰবাৰৰ সন্মানিত ব্যক্তিসকলৰ ওচৰে-পাজৰে থিয় দিয়ে, আৰু তেওঁ এনে কৌশলেৰে তাশা বজাই যে এদিনীয়াকৈ শুনা মানুহো আচৰিত হৈ যাব। গায়কসকলৰ বাঃ বাঃ ধ্বনিয়ে কবি সন্মেলনৰ হাই উৰুমিকো ম্লান কৰি পেলায়। এনে ধৰণে ঢোল বজোৱা তেওঁক মই কেবাবাৰো দেখিছোঁ।

বৰ্ত্তমানে হিন্দুস্তানৰ এই সকলোতকৈ প্ৰাচীন বাদ্যবো লক্ষৌৰ সমাজে কিছু পৰিৱৰ্তন কৰিলে আৰু পৰিৱৰ্তনো এনে কৰিলে যে সি যথেষ্ট লোকপ্ৰিয় হ'ল আৰু যাৰ আৱশ্যকতাও আছিল। কিন্তু কোনো ব্যক্তিয়ে আজি যদি 'তাশা বজোৱাৰ কৌশল চায়হি, তেনেহলে বুজিব পাৰিব যে এই পৰিৱৰ্তন কিমান উচিত হৈছে আৰু ইয়ে ঢোল আৰু তালক কিমান মহত্ব দিছে।

দ্বিতীয় যোবা আছিল ৰোশন চৌকীৰ ( চানাই কালিয়া পেঁপা )। ৰোশন চৌকীও এটি পুৰণি বাদ্য আৰু গোটেই খিনি নহলেও এটা বিশেষ অংশৰ মুছলমানে নিজৰ ংগত লৈ আহিছিল ; কাৰণ চানাই ইয়াৰ এক মহত্বপূৰ্ণ অঙ্গ আৰু ই শেখ উবঙ্গস-ইব্নে-চীনাৰ আৱিষ্কাৰ বুলি কয়। ই একেবাৰে মানুহৰ গলৰ দৰে। যিমান আচল সুৰ গায়কৰ সম্পূৰ্ণ পাৰদৰ্শিতাৰে চাহনাইৰ পৰা ওলায় অইন বাদ্যৰ পৰা

নোলায়। ৰৌশন চৌকীত কমপক্ষে দুজন চানাই বাদক আৰু কঁকালত সৰু সৰু তবলা বান্ধি লোৱা এজন তবলা বাদক। তবলাই লয় ঠিক কৰে। এজন চানাইবাদকে আচল সুৰ ঠিক ৰাখিবলৈ সুৰ দিয়ে আৰু অইনটোৱে চলা-ফিৰা আৰু গানৰ অভ্যাস দেখুৱাই আৰু এওঁৱেই আচল মানুহ যিয়ে গজল বা ঠুমৰী আদিক অদ্ভুত আকৰ্ষণীয় সুৰেৰে উপস্থাপন কৰে।

ৰৌশন চৌকী হিন্দুস্তানৰ ৰাজ দৰবাৰৰ বিশেষ বাদ্য আছিল আৰু বৰ বৰ আমীৰ সকলে খোৱা কৰা সময়ত বাজিছিল। ৰাতি বিশ্ৰামৰ সময়ত ৰাজমহলৰ চাৰিওপিনে ৰৌশন চৌকীয়ে প্ৰদক্ষিণ কৰে আৰু ইয়াৰ গানে দূৰৈৰ পৰাই আনন্দ দিয়ে। মোগল শাসন কালত ই খুব মহত্বপূৰ্ণ আৰু আনন্দ দায়ক বাদ্য বুলি গণ্য আছিল আৰু দিল্লীত ই কেতিয়াৰপৰা প্ৰচলিত আছিল সেই কথা ঈশ্বৰেহে জানে। লক্ষ্ণৌলৈ ৰৌশন চৌকীৰ কলাকুশলী নিশ্চয় দিল্লীৰপৰাই আহিছিল, কিন্তু এই কলা প্ৰবীণ লোক লক্ষ্ণৌৰ আশে-পাশে বহুত আগৰে পৰাই আছিল। বাৰানসীৰ বেছিভাগ মন্দিৰতে আজিও ৰাতিপুৱা ৰৌশন চৌকী বাজে আৰু পুৰতিনিশা ওচৰৰ ক'ৰবাৰপৰা ইয়াক শুনিলে বৰ আনন্দ পোৱা যায়।

লক্ষ্ণৌত সাধাৰণতে বিয়াৰ সমদলত ৰৌশন চৌকী বাদক সকল দৰাৰ কাষতেই থাকে। বিশেষকৈ হিন্দুৰ বৰযাত্ৰী সমদলত প্ৰতি খোজে খোজে পুৰস্কাৰ দিয়া হয়। ৰৌশন চৌকী বজাওঁতা মনুহ লক্ষ্ণৌতকৈ ভাল ক'তো পোৱা নাযাব বুলি মোৰ মন আৰু অভিজ্ঞতাই কয়। যিমান লয় পূৰ্ণ আৰু প্ৰত্যেকটো বস্তু ইমান মনোমোহা ধুনেৰে প্ৰকৃত সুৰত লক্ষ্ণৌৱালা হঁতে পৰিৱেশন কৰিব, অইন ঠাইৰ ৰৌশন চৌকী বাদকে তেনেকৈ পৰিবেশন কৰিব নোৱাৰিব। তেওঁলোকৰ পাৰদৰ্শিতা আৰু কলাৰ দক্ষতাৰ অনুমান তেতিয়া কৰিব পাৰি যেতিয়া কোনোৱে তাক মন দি শুনে আৰু প্ৰশংসাবাণী শুনাই যায়। আগতে উল্লেখ কৰা বৰচুৰ তাজিয়াত, ৰৌশন চৌকী বজাওঁতা সকলেও নিজৰ পাৰদৰ্শিতা দেখুৱায় আৰু প্ৰাণপণে এই চেষ্টাই কৰে যে তেওঁৰ পাছত

বজোৱা চানাইৰ পৰা যেন অইন কোনোৱে আনন্দ নাপায়।

তৃতীয় যোৰা হ'ল নৌবত-নহবৎ ( নাগাৰা )। আমাৰ পুৰণি বাদ্য বোৰৰ ভিতৰত ই সকলোতকৈ বেছি চমৎকাৰ ব্যাণ্ড। ইয়াত দুই তিনি জন চানাইবাদক, এজন নকাৰা বাদক, যিয়ে দুটা ডাঙৰ ডাঙৰ ধুনীয়া নাগাৰা বা দুন্দুভি আগতে থৈ কাঠৰ বাৰিৰে বজায়। এই নাগাৰাৰ শব্দ বৰ ডাঙৰ হয় আৰু ওচৰ-পাজৰৰ বাতাবৰণক দূৰলৈ গুঞ্জৰিত কৰি তোলে আৰু লগত এজন তালবাদকো থাকে।

নৌৰতো ঐতিহাসিক বাদ্য আৰু বৈভৱ প্ৰদৰ্শনৰ বাবে ইয়াক বহু সময়ৰে পৰা কামত লগোৱা হৈছে। ইছলামৰ ইতিহাসত দামিক, বাগদাদ আৰু মিচৰ আদি দৰবাৰতো ইয়াৰ সূত্ৰ আমি পাওঁ। বাগদাদত অববাসী শাসনৰ মধ্যকালত সকলো সামন্তৰ পদুলি মুখত নৌবত বাজিছিল আৰু ইয়াক আদৰ সম্মানৰ প্ৰতীক বুলি ভবা হৈছিল। মুছলমানৰ লগতে ইও হিন্দুস্তানলৈ অহা বুলি ভাব হয়। এনে হোৱাটোও সম্ভৱ যে হিন্দুস্তানত ই আগৰ পৰাই আছিল, তেতিয়া কেৱল নগাৰা আৰু তাল হে হয়তো বাজিছিল, চাহনাই নাছিল। কিন্তু ইয়াৰ বৰ্ত্তমান ৰূপটো হ'ল ইৰাণ আৰু ইৰাকত হোৱাৰ পিছত ইয়ালৈ অহা ৰূপটোহে।

বাদচাহ আৰু প্ৰতিষ্ঠিত সামন্তৰ সমদল আৰু সৈন্যদলৰ লগত নৌবত এক অত্যাৱশ্যকীয় বাদ্য আছিল। পৰাক্ৰমী সম্ৰাটৰ সমদলৰ আগে আগে হাতীৰ পিঠিত নৌবত বাজি গৈছিল। যুদ্ধত বিজয়ী পক্ষই বিজয় প্ৰকাশ কৰিবৰ বাবে ডাঙৰ ডাঙৰ নৌবত বজাইছিল। জাহাপনাহ ঔৰঙ্গজেবে হায়দৰাবাদ জয় কৰি তাৰ ওচৰৰে পাহাৰ এখনৰ ওপৰৰ পৰা নৌবত বজোৱাইছিল আৰু আজি ও তাক নৌবত পাহাৰ বুলি কোৱা হয়। মোগল শাসনত দৰবাৰৰ উচ্চতম বৰ্গৰ ধনী আৰু বিষয়াসকলক বাদচাহৰ তৰফৰপৰা নৌবতৰ অধিকাৰ দিয়া হৈছিল যি সকলে তেওঁলোকৰ পদুলিমুখত বা সমদল আদিত ইয়াৰ ব্যৱহাৰ কৰিছিল। নৌবত বজওঁতাসকলৰ বাবে ওখ চাং বা বুৰুজ আদি সজা হৈছিল। অৱশ্যে প্ৰায়েই ৰাজমহলৰ দুৱাৰ দলিৰ

ওপৰতেই 'নৌবতখানা' সজাই দিয়া হৈছিল। ৰাজদৰবাৰ থকা ডাঙৰ ডাঙৰ চহৰবাৰত ইয়াৰ আহি আজিও দেখিবলৈ পোৱা যায়।

এই পুৰণি পৰম্পৰা অনুসৰণ কৰি লক্ষ্ণৌত আজিও এই প্ৰথা প্ৰচলিত আছে যে ধনী ব্যক্তিৰ ঘৰত বিয়া বা আন কোনো উৎসৱ হলে তেওঁৰ দুৱাৰ মুখত দীঘল দীঘল খুটা পুতি, ৰঙা কাপোৰ আদিৰে মেৰাই এটা অস্থায়ী নৌবৎখানা সাজি লয়।

গোটেই দিনটো বৈ বৈ বেলেগ বেলেগ সময়ত কেবাবাৰো নৌবত বজায়। এনে দৰে বৰযাত্ৰী বা তাজিয়াৰ যেতিয়া সমদল ওলায়, এনেধৰণৰ কৃত্ৰিম নৌবতখানা তখতাবে সাজি, দোলাভাৰীৰ কান্ধত উঠি সমদলৰ আগে আগে যায় আৰু ওবে বাষ্টাতেই নৌবত বজায়।

পুৰণিকালত, বিশেষকৈ লক্ষ্ণৌৰ দৰবাৰত নৌবতক সময় জনাৰ মাধ্যম হিচাপে ধৰি লৈছিল। সেই সময়ত এতিয়া ইংৰাজী ঘড়ী অনুসৰি প্ৰচলিত হোৱা সময়ৰ বিভাজন 24 ঘণ্টাৰে নকৰিছিল। সেই সময়ত সময়ৰ বিভাজনৰ হিচাপ হৈছিল এই দিনে ৰাতিয়ে অষ্ট প্ৰহৰ, চাৰি প্ৰহৰ দিনৰ, আৰু চাৰি প্ৰহৰ ৰাতিৰ আৰু প্ৰত্যেক প্ৰহৰবে আঠ আঠ ঘড়ী থাকে। প্ৰত্যেক নৌবত খানাতেই এটা পাত্ৰ বা নাদত পানী ভৰাই থোৱা থাকে। তাত তলত সৰু ফুটা কৰা বাটি এটা খালী কৰি ভহাই দিয়া হয়। সেই ফুটাটোৰে লাহে লাহে পানী সোমায়। সেই ফুটাটো এনে অনুমান কৰি সজোৱা হয় যে এক ঘড়ীৰ ভিতৰত ই পানী ভৰি ভৰি ডুবি যাব। আৰম্ভ হোৱাৰ পাছত প্ৰথম বাৰ বাটিটো ডুবিলে এক ঘড়ী বজোৱা হয়। দ্বিতীয় বাৰ ডুবিলৈ দুই ঘড়ী বজোৱা হয় আৰু অষ্টম ঘড়ীৰ লগত গজৰ (প্ৰহৰৰ সময় সূচক ধ্বনি) বজোৱা হয়, অৰ্থাৎ প্ৰথমে বিশেষ ধৰণেৰে আঠটা শব্দ বৰকাঁহত মৰাৰ পিছত একেলেঠাবিয়ে খৰকৈ বহু কোব মৰা যায় যাৰ দ্বাৰা এই ইঙ্গিত দিয়া হয় যে প্ৰহৰ পুৰা হ'ল আৰু ঘড়ী বজাৰ কাম পুনৰ আৰম্ভ হয়।

যি পদ্ধতিত নৌবত বাজে তাত প্ৰত্যেক প্ৰহৰ শেষ হোৱাৰ পিছত প্ৰায় এক ঘড়ী সময় নৌবত বাজি থাকে। এই দৰে ৰাতিয়ে দিনে

আঠ প্ৰহৰত আঠবাৰ নৌবত বাজে। কিন্তু আচলতে মাত্ৰ ন বাৰে হে নৌবত বাজে। প্ৰথমতে একেবাৰে ৰাতিপুৱাৰ নমাজ পঢ়িবৰ সময়ত অৰ্থাত প্ৰথম প্ৰহৰৰ আৰম্ভণিত বাজে। ইয়াক ৰাতিপুৱাৰ নৌবত বুলি কোৱা হয়। দ্বিতীয় বাৰ এক প্ৰহৰ দিন হোৱাৰ পিছত বাজে। ইয়াক প্ৰহৰ উঠাৰ নৌবত ( পহৰোঁ চঢ়ে কী নৌবত ) বুলি কয়। তৃতীয়বাৰ সূৰ্য্য যেতিয়া মূৰৰ ওপৰ পায়হি অৰ্থাত ঠিক বাৰ বজাত। ইয়াক দুপৰীয়াৰ নৌবত বুলি কোৱা হয়। ইয়াৰ পিছত আঠ ঘড়ী পুৰ হোৱাত বাজে ইয়াক তৃতীয় প্ৰহৰৰ নমাজ বুলি কোৱা হয়। ইয়াৰ পাছত ৪ৰ্থ প্ৰহৰ শেষ হোৱাৰ লগে লগে মগৰিব ( সূৰ্যাস্ত )ৰ সময়ত নৌবত বাজে। ইয়াত সন্ধিয়াৰ নমাজ বুলি কোৱা হয়। ইয়াৰ পাছত যেতিয়া পঞ্চম প্ৰহৰ সম্পূৰ্ণ হয় তেতিয়া পঞ্চমবাৰ নৌবত বাজে যাক এ প্ৰহৰ যোৱা ৰাতিৰ নৌবত বুলি কোৱা হয়। পিছত যেতিয়া ষষ্ঠবাৰ নৌবত বাজে তাক দোভাগ ৰাতিৰ বা দুপৰৰ নৌবত বুলি কয়। ইয়াৰ পাছত সপ্তম প্ৰহৰ পূৰ্ণ হোৱাত, ৰাতিৰ তিনি প্ৰহৰ যেতিয়া পাৰ হয় সেই সময়ত মানুহৰ বিশ্ৰামত যাতে বাধা নপৰে তাৰ বাবে নৌবত নবজায় কেৱল 'গজৰ' বজাই দিয়া হয়। পিছত অষ্টম প্ৰহৰ শেষ হোৱাত ৰাতি-পুৱাৰ নৌবত বাজে।

ঘণ্টাৰ এই হিচাপ, মোগল দৰবাৰ আৰু লক্ষ্ণৌত ৰাজ্যৰ সমাপ্তি-লৈকে প্ৰচলিত আছিল আৰু কলিকতাত যেতিয়ালৈকে ৱাজিদ আলী চাহ জীৱিত আছিল এই হিচাপই প্ৰহৰ আৰু ঘড়ীৰ শব্দ হৈয়েই আছিল। এই সময়ৰ ভিতৰতে দিনৰ এই হিচাপ, ইমান সহজ হৈ পৰিল যে প্ৰহৰ আৰু ঘড়ীৰ হিচাপ নজনা মানুহ পোৱা বৰ কঠিন হ'ল। কিন্তু দুৰ্গুণ এয়ে হ'ল যে দিন ৰাতিৰ ঘণ্টা বজাৰ পুৰণি নিয়মৰ পৰিৱৰ্তন হলেও আগৰ সেই পুৰণি পদ্ধতি আমাৰ সিৰা উপসিৰাই সোমাই আছে। আমি কওঁ "ঘড়ী ভৰ মেঁ আওঙ্গাঁ।" (এক ঘড়ীৰ ভিতৰত আহিম ) "দুপৰীয়া শুম," "এ প্ৰহৰ হলে ভাত খাম"। কিন্তু আমি নাজানো প্ৰহৰ কিমান আৰু ঘড়ী কাক কয়। আমি

সাধাৰণতে শুনো যে “পহৰা বৈঠ গয়া” ( প্ৰহৰী বহিল ) আৰু “পহৰেকে সিপাহী” ( প্ৰহৰৰ চিপাহী ) কিন্তু আমি নাজানো যে এই “পহৰা” শব্দ এই “পহৰ” ( প্ৰহৰ ) শব্দৰ পৰাই ওলাইছে। এই কাৰণেই যে সেই সময়ত এক প্ৰহৰৰ চাকৰি সকলোৱেই কৰিব লাগিছিল।

সময় বিভাজনৰ এই পুৰণা হিচাপ হিন্দু সকলৰ। ইৰাণতো প্ৰচীন কালত এই হিচাপেই প্ৰচলিত আছিল আৰু এই হিচাপই নৌবত বাজিছিল। আমাৰ বৰ্ত্তমান হিচাপ মতে এক প্ৰহৰ তিনি ঘণ্টাৰ সমান আছিল।

নৌবত বাদকসকলো লক্ষ্ণৌত এনে উচ্চ শ্ৰেণীৰ আছিল যে প্ৰত্যেক ঠাইলৈ আৰু প্ৰত্যেক নগৰলৈ ইয়াৰ পৰাই মানুহ গৈছিল বা ইয়াৰ ওস্তাদৰে শিষ্য আছিল, কিন্তু তথাপি নৌবতৰ একো উন্নতি নহ'ল। বাদকৰ সংখ্যা সেয়েই থাকিল, বাদ্যও সেয়ে ৰ'ল আৰু বজোৱাৰ ৰীতিও সেয়েই থাকিল। তথাপিও এই খিনি হ'ল যে লক্ষ্ণৌৰ সঙ্গীত বিদ্যালয়ে যিবোৰ সুৰ আৰু “ধুন” উলিয়াই জন সাধাৰণৰ মাজত লোকপ্ৰিয় কৰি দিছিল সেই ধুন আৰু সুৰ নক্কাৰ-খানাতো শুনিবলৈ পোৱা হ'ল। কিন্তু এয়া হলেও নৌবত বজোৱাৰ যি পুৰণি পদ্ধতি আছিল সি নিজৰ ঠাইত ঠিকেই থাকিল। আমীৰ খুচ্‌ৰুই তেওঁৰ সময়ৰ নৌবত বাদনৰ যি চিত্ৰ কবিতাত বৰ্ণনা কৰিছে তাৰপৰা সেই সময়ৰ নৌবত বাদন পদ্ধতিৰ অনুমান কৰিব পাৰি। সেই শৈলী আজিও প্ৰচলিত হৈ আছে, তাত খুব কম পাৰ্থক্যহে হৈছে। কিন্তু তাতো চাহ্‌নাইৰ যি ধুন আৰু গত বজায় আৰু তাৰ ওপৰত লক্ষ্ণৌৰ সঙ্গীতৰ যি প্ৰভাৱ পৰিছে তাক শুনিলেই ধৰিব পাৰি।

‘তুৰহী’ ( দীঘল পেপাঁ ) আৰু কৰণা ( শিঙা বা ভেপোঁ ) হিন্দুস্তানৰ পুৰণি ৰাষ্ট্ৰীয় বাদ্য। ইয়াৰ প্ৰয়োগ বিশেষকৈ সৈন্য সকলৰ বাবে কৰা হৈছিল। ‘তুৰহী’ আকৃতিতেই ধৰিব পাৰি যে ইংৰাজৰ লগে লগে হিন্দুস্তানলৈ আহিল আৰু তেওঁলোক অহাৰ

আৰম্ভণি সময়তে ইয়াৰ প্ৰচলন হ'ল। কিন্তু 'কৰ্না' একেবোৰে ইৰাণী বাদ্য। ইয়াৰ মাতত এনে গাম্ভীৰ্য্য আছে যে যুদ্ধক্ষেত্ৰত প্ৰভাৱ দেখুৱাবৰ বাবে ই বৰ উপযোগী। এই দুয়ো বাদ্যৰে প্ৰচলন লক্ষ্ণৌৰ সমদলত কৰা নিয়ম আছিল, কিন্তু স্থায়ী বাদ্য ৰূপে নহয়। কিন্তু সৈন্য বাহিনী বা পলটনৰ লগত এজন তুৰহীবাদক বা কৰ্না বাদক থাকিছিলেই, যি অলপ পিছে পিছে নিজ বাদ্যটো বজাই দি দলৰ উপস্থিতিৰ জাননী দি থাকিছিল। এই দুয়ো প্ৰকাৰ বাদ্যৰ সমকক্ষ হিন্দু সকলৰ পুৰণি বাদ্য হ'ল 'নবসিংঘা' ( ডাঙৰ দীঘল জুৰহী বা শিঙা ) যাক বেছিভাগেই হিন্দু সকলৰ ধাৰ্ম্মিক সমদলৰ লগত বজাইছিল। এই বাদ্য দিল্লীৰপৰা আহিছিল আৰু যেনে আছিল তেনেই থাকিল আৰু সম্ভৱতঃ তাৰ উন্নতিৰ কোনো স্থলো নাই।

আজি কালি লক্ষ্ণৌৰ বিয়াৰ সমদলত দেখিবলৈ পোৱা বিউগুল আৰু ডঙ্কা আচলতে ন পুৰণি বাদ্যৰ এক নিকৃষ্ট শ্ৰেণীৰ সমন্বয়। ডঙ্কাৰ অৰ্থ হ'ল সেই নঙ্কাৰ ( নাগাৰা ) যি প্ৰাচীন কালত সেনা তথা বিজেতা সকলৰ সৈতে ঘোঁৰাৰ ওপৰত ৰখা হৈছিল আৰু তাত কোব পৰাৰ লগে লগে বৰ বৰ বীৰৰ কলিজাও ফাটি যোৱা যেন হৈছিল। বিউগুল বা ব্যুগল ইংৰাজী সেনাৰ বাদ্য যাৰ দ্বাৰাই সেনাক আৱশ্যকতানুসৰি যাবৰ বাবে আৰু অইন কামৰ বাবে আদেশ কৰা হয়। অৱশ্যে এতিয়া ডংকাৰ লগত বিউগুলক চামিল কৰি এটা নতুন যোৰা সাজি লোৱা হৈছে যি বিয়াৰ সমদলত দেখিবলৈ পোৱা যায়। কিন্তু যিহেতু এওঁলোক ভাৰতীয় আৰু বৰ পাতল শ্ৰেণীৰ মানুহ সেয়ে তেওঁলোকৰ পোছাক, ঘোঁৰা আৰু তেওঁলোকৰ চেহাৰাও ইমান বেয়া যে তেওঁলোকৰ দ্বাৰা জাকজমকতা বৃদ্ধি হোৱাৰ সলনি এটা ঘৃণণীয় দৃশ্যৰহে উদ্ভৱ হয়।

এতিয়া সকলোতকৈ শেষত আৰু সকলোতকৈ প্ৰগতিশীল বাদ্য হ'ল ইংৰাজী বাদ্য। ই বিশুদ্ধ ৰূপে ইংৰাজ সকলে অনা, তেওঁলোক অহাৰ আগতে ক'তো দেখা পোৱা নগৈছিল। লক্ষ্ণৌত নাজানো কিয় ইয়াক বজাওঁতা সকল হ'ল হৰিজন যি সকলে পায়খানা পৰিষ্কাৰ

কৰাৰ উপৰিও এই কাম কৰে। সম্ভৱতঃ ইয়াৰ কাৰণ এয়েই আছিল যে আৰম্ভণিতে হিন্দু মুছলমান দুয়ো দলেই খৃষ্টিয়ানক এনে ধৰণৰ ঘৃণা কৰিছিল যে তেওঁলোকে কোনো বাচন আদি স্পৰ্শ কৰিলেও সি চিৰকাললৈ অপৃশ্য হৈ ৰ'ব। আৰু এই বাদ্য ইংৰাজৰপৰা শিকা, তাক মুখতো লগাব লাগে, সেয়েই হৰিজনৰ বাহিৰে অইন কোনোৱে ইয়াক গ্ৰহণ কৰাৰ সাহস নকৰিলে। বৰ্ত্তমানে হৰিজন সকলৰ ই এক অনিবাৰ্য্য ব্যৱসায়ৰ নিচিনা হৈ পৰিছে।

যিহেতু সমাজৰ এটা তিৰস্কৃত শ্ৰেণীয়ে ইয়াক গ্ৰহণ কৰিলে, যি সকলৰ সঙ্গীত কলাৰ সৈতে কোনো দূৰ সম্পৰ্কও নাই সেয়ে এই কলাৰ সামান্য উন্নতি হ'ব বুলি আশা কৰা নাছিল। কিন্তু তেনে নহ'ল। হৰিজন সকলৰ অন্তৰত উন্নতিৰ চখ জন্মিল আৰু যিহেতু চহৰৰ সমাজত সঙ্গীতৰ ধুন প্ৰচাৰ হ'ল আৰু তেওঁলোকৰ ৰুচিৰ অংগ বিশেষ হৈ পৰিল সেয়ে হৰিজন সকল বাধ্য হ'ল পাশ্চাত্য অৰ্গেণত সেই ধুন বজাবৰ বাবে। ইংৰাজ বা ইংৰাজী বাদ্য বজাওঁতা সৈনিক-সকলৰ সৈতে লোকে ইংৰাজী বাদ্য বজাবলৈ বা দুই চাৰিটা পাশ্চাত্য সঙ্গীতৰ ধুন বজাবলৈহে শিকি লৈছিল। কিন্তু এতিয়া তেওঁলোকে হিন্দুস্তানী ধুনতে প্ৰচলিত বস্তু বোৰ বজাবলৈ আৰম্ভ কৰিলে আৰু দিনে দিনে এই ক্ষেত্ৰত উন্নতি কৰি গ'ল।

ইংৰাজী বাদ্য মই সকলো ঠাইতে শুনিছোঁ আৰু সকলোতে সেই ইংৰাজৰ বস্তুকেই বজোৱা হয় যিবোৰ তেওঁলোকে ইংৰাজী ব্যাণ্ড মাষ্টৰৰপৰা শিকি লৈছে। ভাৰতীয় সঙ্গীতৰ সাঁচত কোনো বাদক চলা কথাটো চকুত পৰা নাছিল। যদি মনোযোগেৰে শুনে দেখিব যে যি গজল বা ঠুমৰী ৰৌশন চৌকী বাদকসকলে চানাই বজায় তাকেই ইংৰাজী বাদ্য বাদক সকলেও তেওঁলোকৰ বাদ্যত পৰিৱেশন কৰি আছে আৰু ইমান ভালদৰে যে সঁচাকৈয়ে শুনিবৰ ইচ্ছা হয়।

ইংৰাজী বাদ্যৰ ব্যাণ্ড এই হৰিজন সকলৰ কাৰণে শ শ গঠিত হ'ল যিবোৰৰ কিছুমানত 25. 25, 30. 30 জন বজাওঁতা (বাদক) আছিল আৰু কিছুমানত ছয়-সাত বা চাৰি-পাঁচজনহে। তেওঁলোকে

শ্বেতকায় সকলৰ পোছাকত ভাৰতীয় ৰুচি অনুসৰি পৰিবৰ্তন কৰি ৰঙ্গমঞ্চৰ উপযোগী পোছাক তৈয়াৰ কৰি লৈছিল। যদি সেই পোছাক পৰিষ্কাৰ আৰু নতুন হয় তেনেহলে তাক বৰযাত্ৰীৰ লগত অৰ্গেণ বজাই বজাই গলে ধুনীয়া আৰু প্ৰভাৱশালী যেন লগা হৈছিল।

পোছাকৰ বিশেষত্ব কেৱল এওঁলোকৰহে। বাকী বাদক সকলৰ মনত নিজ পোছাকৰ ভাৱনা কেতিয়াও অহা নাই। তেওঁলোকে বৰ লেতেৰা আৰু অস্পৃশ্য পোছাক পিন্ধি আছে। কিন্তু ইংৰাজী ব্যাণ্ড বজোৱা হৰিজন সকলে বেলেগ বেলেগ ধৰণৰ পোছাক তৈয়াৰ কৰি নিজৰ প্ৰভাৱ বৃদ্ধি কৰিছিল আৰু ভাৰতীয় সঙ্গীতক ইংৰাজী অৰ্গেণত বজাই তেওঁলোকৰ আদৰো বঢ়াইছিল।

## 26

মানৱ সমাজত সকলোতকৈ বেছি আৱশ্যক আৰু সকলোতকৈ মহত্বপুৰ্ণ হ'ল খোৱা-লোৱা। কোনো বৰ্গ বা জাতিৰ উন্নতিৰ প্ৰক্ৰিয়াত পোন প্ৰথমে আপোন ৰুচি, শিষ্টাচাৰ, আৰু নবীনতাৰ অভিব্যক্তি খোৱাৰ মেজত বা দস্তৰখান ( খাদ্যৰ কঁাহী আদি সজাই থোৱা মেজৰ ওপৰত পাৰি দিয়া কাপোৰ )ৰ দ্বাৰাহে হয়। সেয়ে এতিয়া আমি বাবুৰ্চীখানা ( ৰান্ধনীশাল ) আৰু দস্তৰখানাৰ বিষয়ে লক্ষ্ণৌৰ দৰবাৰে কি ৰং দেখুৱালে, কি কি আৱিষ্কাৰ কৰিলে আৰু এই কালত ইয়াৰ মানুহবোৰে কিমান উন্নতি কৰিলে সেই বিষয়ে কম।

অৱধৰ সংস্কৃতিৰ বুৰঞ্জী চুজাউদ্দৌলাৰপৰা আৰু তেওঁৰো অন্তিম সময়ৰপৰা আৰম্ভ হৈছে। অৰ্থাৎ সেই সময়ৰপৰা যেতিয়া তেওঁ বক্সাৰ যুদ্ধত পৰাজিত হৈ ইংৰাজৰ লগত নতুন চুক্তি কৰি নীৰৱে বহি থাকিল আৰু সৈনিক গতিবিধিৰ পিনে পিঠি দিলে। সেই সময়ত তেওঁৰ বাবুৰ্চীখানা ( ৰান্ধনীশাল )ৰ ব্যৱস্থাপক আছিল হছন ৰজা খাঁ ওৰফে মিৰ্জা হছন। তেওঁ দিল্লীৰপৰা আহিছিল আৰু তেওঁৰ সম্বন্ধ এক

প্ৰতিষ্ঠিত বংশৰ লগত আছিল। উন্নাৱ জিলাৰ চফীপুৰৰ এজন শ্বেখ যুৱৰাজ মৌলবী ফজ্‌লে আজীম, যিজন লক্ষ্ণৌলৈ বিদ্যা অধ্যয়নৰ বাবে আহিছিল, সৌভাগ্যবশতঃ মিৰ্জা হছনূৰ ঘৰলৈ আহি আৰু তেওঁৰ লগত খেলি পঢ়ি ডাঙৰ দীঘল হ'ল। তেওঁক এৰেঁই নিজৰ পিনৰপৰা ৰান্ধনিশালৰ মুখ্য ব্যৱস্থাপক নিযুক্ত কৰিছিল আৰু তেওঁৰ নিয়ম আছিল যে বাদচাহৰ খানাৰ কাঁহী ভালদৰে সজাই আৰু তাৰ ওপৰত তেওঁৰ মোহৰ লগাই নৱাবৰ দুৱাৰমুখলৈ লৈ যোৱা হয় আৰু বহু বেগম চাহিবাৰ বিশেষ লিগিৰী ধণিয়া, পনিয়া আৰু মীণাৰ হাতত দিয়ে। ইয়াৰ একমাত্ৰ কাৰণ আছিল এই—লিগিৰীহঁতে তেওঁৰ বিৰুদ্ধে যেন একো আপত্তি নোতোলে। মৌলানাই এই লিগিৰী কেইজনীৰ লগত ভাই-ভনীৰ সম্বন্ধ পাতি লৈছিল। সেয়ে খুব সংকট কালত এই লিগিৰী কেইজনী তেওঁৰ বৰ উপকাৰত আহিল।

নবাব চুজাউদ্দৌলাৰ এই নিয়ম আছিল যে মহলৰ ভিতৰত তেওঁৰ ঘৈণীয়েক বহু বেগম চাহিবাৰ সৈতে ভোজন কৰিছিল। লিগিৰীহঁতে কাঁহী বেগম চাহিবাৰ সমুখলৈ নি খুলিছিল আৰু দস্তৰখানত তাক সজাই দিয়া হৈছিল।

নবাব আৰু বেগমৰ বাবে সদায় ছয়খন বাবুৰ্চীখানাৰ পৰা ভোজন আহিছিল ঃ প্ৰথমটো ওপৰত উল্লেখ কৰা বাবুৰ্চীখানাৰপৰা যাৰ ব্যৱস্থাপক আছিল মিৰ্জা হছনূ, মৌলবী ফজ্‌লে আজীমে বাদচাহৰ খানা নিজেই দুৱাৰমুখত আনি দিছিল। সেই ৰান্ধনীশালত দুই হেজাৰ টকাৰ সামগ্ৰী সদায় ৰন্ধা হৈছিল যাৰ অৰ্থ হ'ল এয়ে যে বাবুৰ্চী আৰু অইন চাকৰ নাকৰৰ বেতন বাদে মাহে ষাঠি হেজাৰ টকা বা বছৰত সাত লাখ কুৰি হেজাৰ টকা খোৱা লোৱাৰ বস্তু আৰু মা-মছলাৰ মূল্যতেই খৰচ হৈছিল, দ্বিতীয় চৰকাৰী সৰু বাবুৰ্চীখানাৰ পৰা যাৰ ব্যৱস্থাপক প্ৰথমে মিৰ্জা হছন আলী ( তোশাখানাৰ ব্যৱস্থাপক ) আছিল, পাছত অম্বৰ আলী খাঁ খাজসৰাক দায়িত্ব দিয়া হ'ল। তাত তিনিশ টকা দিনে অৰ্থাৎ এক লাখ আঠ হেজাৰ টকা বছৰেকত খাদ্য প্ৰস্তুতিৰ বাবে খৰচ কৰা হৈছিল, তৃতীয় বহু বেগম্ চাহিবাৰ মহলৰ বাবুৰ্চী খানাৰ পৰা

যাৰ প্ৰবন্ধক আছিল বাহাৰ আলী খাঁ খ্বজসৰা, চতুৰ্থ নবাব, বেগম চাহিবা অৰ্থাৎ চুজ্জাউদ্দৌলাৰ মাকৰ বান্ধনীশালাৰপৰা, পঞ্চম, মিৰ্জ্জা আলী খাঁৰ বাবুৰ্চীখানাৰপৰা, আৰু ষষ্ঠ নবাব চালাৰ জঙ্গৰ ৰান্ধনী-শালৰপৰা। শেষত উল্লেখ কৰা তুজন বহু বেগম চাহিবাৰ ভায়েক আৰু চুজাউদ্দৌল্লা বাহাতুৰৰ খুলশালীয়েক আছিল।

এই ক্ৰমৰ এই ছয়খন ৰান্ধনীশাল ৰাজকীয় বান্ধনীশালৰ সমান আছিল আৰু এইবোৰত সদায় যথেষ্ট পৰিমাণে অকৃপণভাবে সুস্বাতু ভোজন নবাবৰ বাবে তৈয়াৰ হৈছিল। এদিনাখন ৰাজকীয় ডাঙৰ ৰান্ধনীশালৰ বাবে খাত্তৰ কাঁহীত নবাব চাহাবৰ সমুখতে এটা মাখি পৰি থকা ওলাল। খঙ উঠি নবাবে খানা ক'ৰ পৰা আহিছিল জানি ললে। ধনিয়াই ভাবিলে যে যদি চৰকাৰী ৰন্ধনশালাৰ নাম লয় তেনে-হলে মৌলানা ভাইৰ বিপদ হ'ব। ক'লে, "হুজুৰ, এই খাত্ত নবাব চালাৰজং বাহাতুৰৰ তাৰ পৰা আহিছে।"

নবাব চুজাউদ্দৌলাৰ পিছত ৰাজধানী ফৈজাবাদৰপৰা লক্ষ্ণৌলৈ গ'ল আৰু নবাব আছফউদ্দৌলাই মিৰ্জা হছন ৰজা খাঁক ছৰ্‌ফৰাজউদ্দৌলা খিতাপ দি কোষাধ্যক্ষৰ মৰ্য্যাদা দিলে আৰু বান্ধনীশালৰ ব্যৱস্থাপক পদ নিজৰ সম্মানৰ তুলনাত হেয় বুলি ভাবি, তেওঁ মৌলবী ফজ্‌লে আজীম চাহবক চৰকাৰী বাবুৰ্চীখানাৰ স্থায়ী ব্যৱস্থাপক নিযুক্ত কৰিলে। কিন্তু মৌলবী ফজ্‌লে আজীম চাহাৰ আগৰ দৰে বাদচাহৰ খানা লৈ বহু বেগম চাহিবাৰ তুৱাৰ দলিলৈ অহাৰ দৰে লক্ষ্ণৌতো নবাব আছফউদ্দৌলা বাহাতুৰৰ তুৱাৰদলিত উপস্থিত থকা হ'ল আৰু সম্বন্ধীয় সকলক মতাই নি নিজৰ কামত ভৰ্ত্তি কৰি দিলে। সম্বন্ধীয় সকলৰ ভিতৰত সহোদৰ ভায়েক মৌলবী ফায়ক আলী আৰু খুৰাকৰ পুতেক ভায়েক গুলাম আজীম আৰু গুলাম মখতুম আগশাৰীত আছিল আৰু পাল পাতি চাৰিও ভায়েকে বাদচাহৰ খানা লৈ গৈছিল।

আছফউদ্দৌলা বাহাতুৰৰ পিছত ৰাজীৰ আলী খাঁৰ চমু শাসনকালত তফজ্জুল হুছন খাঁ মন্ত্ৰী হ'ল আৰু তেওঁ সেই সফীপুৰ ভায়েকহঁতক খেদি তেওঁ আলী গুলাম মুহম্মদ ওৰফে বড়ে বাবুৰ্চীখানাৰ ব্যৱস্থাপক

নিযুক্ত কৰিলে।

এই ঘটনাৱলীৰ পৰা এই কথা বুজিব পাৰি যে লক্ষ্ণৌৰ আৰম্ভণিতে এনে ডাঙৰ ডাঙৰ শকত আৰু চৌখীন ৰান্ধনীশাল পালে, যাৰ অনিবাৰ্য্য ফল হ'ল যে খুব ভাল ধৰণৰ ৰান্ধনি ওলাল। খোৱা খাদ্যৰ বন্ধাত বিবিধতা বাঢ়িল, নতুন নতুন খাদ্য আৱিষ্কাৰ হ'ল আৰু যি সকল কুশলী ৰান্ধনি দিল্লী আৰু অইন স্থানৰপৰা আহিল তেওঁলোকে ইয়াৰ শানত পৰি আপোন কৌশলত বিশেষ সফলতা দেখুৱালে আৰু বন্ধা খাদ্যত এক নতুন ধৰণৰ বিশেষত্ব লগতে বিশিষ্ট সোৱাদৰ সৃষ্টি কৰিলে।

এইটো এটা সাধাৰণ কথা যে যিয়েই যিটো কাম কৰে তাত কিছু নহয় কিছু উন্নতি কৰিবই, আৰু তাৰ প্ৰতি ৰাপো বাঢ়ে। ওপৰত যি কেইখন ৰান্ধনীশালৰ নাম লোৱা হ'ল সেই সকলকে লক্ষ্ণৌৰ ভোজন-বিলাসী বুলি ধৰা হৈছিল। মানুহে কয় যে হুছন ৰজা খাঁ ছৰ্‌ফৰাজ-উদ্দৌল্লাৰ নিজৰ 'দস্তৰখান' খুব বিৰাট আছিল। খোৱা আৰু খুওৱাত তেওঁৰ বৰ চখ আছিল আৰু তেওঁৰ এই ৰুচি দেখি চৰকাৰী বাবুৰ্চীখানাৰ দায়িত্ব তেওঁক সপি দিয়াত, তেওঁ তেওঁৰ কৌশলত নবীনতা আৰু ন ন আৱিষ্কাৰৰ কিমান সুবিধাই যে নাপালে ?

আৰু ইয়াৰ ফল ইও হ'ল যে পৃথিৱীত ভোজন বিলাসী চৌখীন বহুতো ধনীৰ জন্ম হ'ল, কিন্তু নবাব চালাৰজংগৰ বংশৰ, শেষলৈকে বন্ধনপ্ৰণালীৰ আৱিষ্কাৰ আৰু প্ৰগতিয়ে বিশেষ খ্যাতি আনিলে।

বিশ্বস্তসূত্ৰে গম পোৱা হৈছে যে খোদ নবাব চালাৰজং গৰ বাবুৰ্চীয়ে যিয়ে তেওঁৰ কাৰণে ভোজন সামগ্ৰী ৰান্ধিছিল, বাৰশ টকা মাহে দৰমহা পাইছিল, যি আজিও কোনো ডাঙৰ ডাঙৰ হিন্দুস্তানী দৰবাৰৰ কোনো বাবুৰ্চীয়ে নাপায়। তেওঁৰ কাৰণেই কেৱল এনে ভাল 'পোলাও' ৰান্ধিছিল যে তেওঁৰ বাহিৰে অইন কোনোৱে তাক হজম কৰিবই নোৱাৰিছিল। আনকি এদিনাখন নবাব চুজাউদ্দৌলাই তেওঁক ক'লে তোমাৰ নিজৰ কাৰণে ৰন্ধা 'পোলাও' মোক তুমি কেতিয়াও খুওৱা নাই। উত্তৰ দিলে "ভাল, মই আপোনাক দিম।" বাবুৰ্চীক ক'লে,

"অইন দিনা যিমান ৰান্ধ, আজি তাৰ দুগুণ পোলাও ৰান্ধিবি।" "সি ক'লে মই আপোনাৰ খাদ্য ৰান্ধিবৰ বাবেহে চাকৰ, অইনৰ কাৰণে মই ৰান্ধিব নোৱাৰোঁ।" তেওঁ ক'লে—"নবাব চাহাবে আদেশ দিছে। মই নিনিয়াকৈ থাকিব পৰাটো সম্ভৱনে ?" সি ক'লে, "যিয়েই হওক, মই অইনৰ কাৰণে ৰান্ধিব নোৱাৰোঁ।" যেতিয়া চালাৰজঙ্গে বেছি জোৰ কৰিলে তেতিয়া সি ক'লে "ভাল বাৰু, কিন্তু এটা চৰ্ত্ত হ'ব, হুজুৰে নিজে লৈ গৈ সমুখত ৰাখি কেইগৰাহ মানৰ বেছি খাব নিদিব আৰু পানীৰ কলহ আদিৰ ব্যৱস্থা লগত লৈ যাব। চালাৰজঙে নিজে লৈ গৈ দস্তৰখানত দিলেগৈ। চুজাউদ্দৌলাই খায়েই খুব প্ৰশংসা কৰিলে আৰু খুব ৰুচিৰে খাব ধৰিলে, কিন্তু দুই চাৰি গৰাহ খাইছিলহে এনেতে চালাৰজং আগুৱাই গৈ হাতত ধৰিলে আৰু ক'লে, "বচ, ইয়াতকৈ আৰু বেছি নাখাব।" চুজাউদ্দৌলাই আচৰিত হৈ তেওঁৰ মুখৰ পিনে চাই ক'লে—"এই চাৰিগৰাহেৰে কি হ'ব ?" এই বুলি কৈ জোৰ কৰি আৰু দুই এক গ্ৰাস খালে। এতিয়া পানীৰ পিয়াহ লাগিল। চালাৰ জঙে লগত লৈ যোৱা পানীৰ কলহবপৰা নি নি পানী খুৱালে। বহু সময়ৰ পিছত খোদা খোদা বুলি পিয়াহ পলাল আৰু চালাৰজঙ নিজ ঘৰলৈ আহিল।

আজিকালিৰ ৰুচিলৈ চাই এই কথাক কোনো পুষ্টিকৰ খাদ্যৰ বিশেষত্ব বুলি কব নোৱাৰি। কিন্তু সেই সময়ত আৰু পুৰণি ৰুচিৰ খাওঁতা সকলৰ বাবেও পুষ্টিকৰ খাদ্যৰ আচল স্তৱ এয়েই যে ই পদাৰ্থ সোৱাদ লগা হয়, কিন্তু প্ৰভাৱ ইমান পৌষ্টিক আৰু গৰিষ্ঠ হয় যে সকলো লোকে ইয়াক সহ্য কৰিব নোৱাৰে।

দ্বিতীয় প্ৰসিদ্ধি আছিল এয়ে যে কোনো এটা বস্তুকেই অনেক ভাবে সজাই এনে কৰি দিয়া হয় খোৱাৰ মেজত চালে কুৰি ৰকমৰ বস্তু বুলি ভবা যাব, কিন্তু জুতি চাওক বা ভালকৈ চাওক এই সকলোবোৰ একেই বুলি ধৰিব পাৰিব। উদাহৰণ হিচাপ বিশ্বস্তসূত্ৰে শুনা গৈছে যে দিল্লীৰ যুৱৰাজ সকলৰ ভিতৰত মিৰ্জা খুৰম বখতৰ পুতেক মিৰ্জা আছমান কদ্ৰ, যি লক্ষ্ণৌলৈ আহি চীয়া হ'ল আৰু কেইদিন মান

ইয়াত থকাৰ পিছত বাৰাণসীলৈ গৈ বাস কৰিবলৈ ললে— লক্ষ্ণৌত থকাৰ সময় ছোৱাত ৰাজিদ আলী ছাহে তেওঁলোকক খানাৰ বাবে নিমন্ত্ৰণ কৰিলত, খোৱাৰ মেজত এটি মোৰব্বা আনি ৰখা হ'ল যি দেখাত খুব কোমল, সুস্বাদু আৰু বৰ ভাল যেন লাগিছিল। মিৰ্জা আচমান কদ্ৰ সেইটো খোৱাত আচৰিত হ'ল এইবাবেই যে ই মোৰব্বা নাছিল, মাংসৰ নিমখীয়া কোৰমাহে আছিল যাৰ আকাৰ বেহাৰাই একেবাৰে মোৰব্বাৰ দৰে কৰি দিছিল। এই দৰে ফাকি খাই তেওঁ বৰ লাজ পালে আৰু দিল্লীৰ প্ৰতিষ্ঠিত ৰাজকুমাৰ এজনক ফাকি দিব পৰা বাবে ৰাজিদ আলী ছাহ আনন্দিত হ'ল।

দুই চাৰি দিন পিছত মিৰ্জা আচমান কদ্ৰে ৰাজিদ আলী ছাহক খাবলৈ নিমন্ত্ৰণ কৰিলে আৰু ৰাজিদ আলী ছাহে এই কথা ভাবি আহিছিল যে তেওঁকো ফাকি দিব। কিন্তু এনে সাৱধান হৈও ফাকি খালে এই বাবেই যে আচমান কদ্ৰৰ বাবুৰ্চী ছেখ হুছেন আলীয়ে এনে পাৰ্গতালি দেখুৱালে যে খোৱাৰ মেজত কেবা প্ৰকাৰৰ খাদ্য পৰিৱেশন কৰা হৈছে, পোলাও (চাউল আৰু মাংসৰ তৈয়াৰী) আছিল, জৰ্দা (মিঠা ভাত), বিৰিয়ানী (ভাত আৰু মাংসৰ মছলা দিয়া খাদ্য), কোৰমা (মাংসৰ তৰকাৰী) কাবাব, তৰকাৰী, চট্নী, আচাৰ, ৰুটী, পৰাঠা, শীৰমাল আছিল অৰ্থাৎ সকলো প্ৰকাৰৰ খাদ্য হাজিৰ। কিন্তু যি বস্তুকেই খাই তাতেই চেনি পায়, তৰকাৰীত চেনি, ভাতত চেনি, আচাৰ তাতো চেনি, ৰুটী সিও চেনিৰে, আনকি সকলো বাচন খোৱাৰ মেজ, পানী খোৱা লোটা পৰ্য্যন্ত চেনি। ৰাজিদ আলী ছাহে ভয় ভয় কৰি একোটা বস্তু লয় কিন্তু প্ৰত্যেকটোতে ঠগ খায়।

আমি আগতেই কৈ আহিছোঁ যে নবাব চুজাউদ্দৌলা বাহাদুৰৰ বাবে ছয় ঠাইৰ পৰা খোৱাৰ কাঁহী আহিছিল। কিন্তু ই তাতেই সীমিত নাছিল। তেওঁৰ পিছতো ই চলি থাকিল আৰু প্ৰায়েই আমীৰ, বিশেষকৈ ৰাজবংশৰ লোকক এইখিনি সন্মান দিয়া হৈছিল যে তেওঁলোকৰ ভোজনৰ বাবে বিশেষ বিশেষ বস্তু সদায় পঠিয়াইছিল।

মোৰ বন্ধু নবাব মুহম্মদ চফী খাঁ চাহাব বাহাদুৰ নৈশাপুৰীয়ে

কৈছিল যে নৈশাপুৰী সকলৰ ভিতৰত সকলোতকৈ নামজ্বলা আৰু প্ৰতিষ্ঠিত ব্যক্তি তেওঁৰ ককাক নবাব আগাআলী হুছন খাঁ চাহাবৰ ঘৰৰপৰা, বাদচাহৰ কাৰণে "ৰোগনী ৰুটী" আৰু ঘি পঠিয়াইছিল। ৰোগনী ৰুটী ইমান মিহি আৰু ভাল দৰে বনাই যে ই অলপ ডাঠ কাগজতকৈ ডাঠ নহয়। তাত ভাজ লগা বা শোটোৰা শোটোৰ হোৱা সম্ভৱ নাছিল নাইবা কেঁচাইও ৰ'ব নোৱাৰিছিল। মিঠা ঘিঁউ এটা বিশেষ বস্তু আছিল আৰু ইয়াক বৰ যতন কৰি তৈয়াৰ কৰা হৈছিল।

দিল্লীত বিৰিয়াণীৰ বেছি প্ৰচলন আৰু আগৰে পৰা আছিল। কিন্তু লক্ষ্ণৌৰ পৰিষ্কাৰ পৰিচ্ছন্নতাই পোলাওক তাতকৈ শ্ৰেষ্ঠ আসন দিলে। সৰ্ব্বসাধাৰণৰ দৃষ্টিত দুয়ো প্ৰায় একেই. কিন্তু বিৰিয়াণীত মছলাৰ আধিক্যৰ বাবে তৰকাৰী মিহলি ভাতৰ এটি বিশেষত্ব আহি পৰে আৰু পোলাও ইমান সোৱাদ আৰু পৰিষ্কাৰ পৰিচ্ছন্ন যে ইয়াৰ আগত বিৰিয়াণী ময়লাৰ দ'ম যেন লগা হয়। সাধৰণ ধৰণৰ পোলাওতকৈ বিৰিয়াণী যে ভাল তাত সন্দেহ নাই। তেনে পেলাও চাউল সিদ্ধ যেন হে লাগে যি বেয়া বিৰিয়াণীতো নহয়। কিন্তু উৎকৃষ্ট ধৰণৰ পোলাওৰ তুলনাত বিৰিয়াণী, সৌন্দৰ্য্য আৰু কোমলতা ভালপোৱা মানুহৰ দৃষ্টিত একেবাৰে অপদাৰ্থ আৰু কুখাদ্য। কেৱল এই পাৰ্থক্যৰ বাবেই লক্ষ্ণৌত পোলাওৰ প্ৰচলন বেছি হ'ল।

পোলাও কওঁতে সাত প্ৰকাৰৰ বিখ্যাত বুলি কোৱা হয়। ইয়াৰ ভিতৰত গুলজাৰ পোলাও, নূৰ পোলাও, কোকো পোলাও, মতি পোলাও আৰু চাম্বেলী পোলাওৰ নাম মোৰ এই সময়ত মনত আছে। কিন্তু আচলতে তাৰ অভিজাত লোক সকলৰ ঘৰত কেইবা প্ৰকাৰৰ পোলাও ৰন্ধা হৈছিল। মুহম্মদ আলী ছাহৰ পুতেক মিৰ্জা আজীম উচ্ছানে এখন বিয়াৰ সময়ত 'বিঐ মিলন'ত এটি ভোজ দিছিল। তাত খোদ নবাব ৱাজিদ আলী ছাহো উপস্থিত আছিল। সেই ভোজত খোৱাৰ মেজত নিমখীয়া আৰু মিঠা মুঠতে সত্তৰ প্ৰকাৰৰ ভাত ( পোলাও ) আছিল।

গাজীউদ্দীন হায়দৰ বাদছাহৰ শাসন কালত নবাব ছালাৰজঙৰ বংশৰ এজন ধনী লোক আছিল নবাব হুছৈন আলী খাঁ। খোৱাৰ প্ৰতি তেওঁৰ বৰ চখ আছিল—বিশেষকৈ পোলাও। তেওঁৰ তাত কেবা কুৰি প্ৰকাৰৰ পোলাও ৰান্ধিছিল আৰু ইমান সুন্দৰভাবে ৰান্ধিছিল যে ইয়াৰ প্ৰসিদ্ধি গোটেই নগৰতে হৈছিল। আনকি ধনী আৰু আমীৰ কোনোৱে তেওঁৰ লগত নোৱাৰিলে। বাদছাহেও তেওঁক ঈৰ্ষা কৰিছিল আৰু ভোজন বিলাসী সকলৰ মাজত তেওঁ "চাৱলৰালে" (ভাতখাওঁতা) নামেৰে বিখ্যাত হৈছিল।

নছীৰউদ্দীন হায়দৰৰ শাসনকালত বাহিৰৰপৰা এজন বাবুৰ্চী আহিল। সি পেস্তা আৰু বাদামৰ খিচিৰী ৰান্ধে, বাদামৰ সুন্দৰ আৰু পৰিষ্কাৰ ভাত ৰান্ধে, পেস্তাৰ দালি কৰে আৰু ইমান সুন্দৰকৈ ৰান্ধে যে খুব ভাল, কোমল আৰু ভাল মাহৰ খিচিৰী যেন লাগে কিন্তু খাই চাওক তাৰ সোৱাদ জীৱনতো পাহৰিব নোৱাৰে।

নবাব চাদত আলী খাঁৰ সময়ত এজন বৰ পাৰ্গত বাবুৰ্চীয়ে কেৱল ভাতৰ লাৰুহে ৰান্ধিছিল কিন্তু এনে লাৰু যি ৰাজ পৰিয়ালৰ খোৱা মেজৰ শোভা বঢ়ায় আৰু তৎকালীন নৱাবৰ খুব পছন্দৰ। নগৰৰ সকলো ধনী ব্যক্তি তাৰ এক গ্ৰাস পাবলৈয়ে আশা পালি থাকে। প্ৰবাদ আছে যে নৱাব আছফউদ্দৌলাৰ সমুখলৈ এনে নতুন বাবুৰ্চী লৈ অহাত সুধিলে "তুমি কি ৰান্ধা?" ক'লে—"কেৱল মাটি মাহ ৰান্ধোঁ।" সুধিলে—"দৰমাহ কিমান লবা?" ক'লে—"পাঁচশ টকা।" নবাবে তাক ৰাখিলে। কিন্তু সি ক'লে—"মই কেইটামান চৰ্ত্ততহে চাকৰি কৰিম।" সুধিলে—"সেই চৰ্ত্তবোৰ কি?" ক'লে—"হুজুৰৰ যেতিয়া মই ৰন্ধা দালি খাবৰ ইচ্ছা হ'ব মোক এদিন আগতে কব আৰু মই যেতিয়া তৈয়াব বুলি খবৰ দিওঁ তেতিয়াই খাব লাগিব।" নবাবে চৰ্ত্ত মঞ্জুৰ কৰিলে। কেইমাহ মান পাছত তাক দালি ৰান্ধিবলৈ আদেশ দিলে। সি ৰান্ধিলে আৰু নবাবক খবৰ দিলে। তেওঁ ক'লে—"ভাল দস্তৰখান পাৰ।" কিন্তু নবাব কথাতেই লাগি থাকিল। সি গৈ পুনৰ খবৰ দিলে—"ভোজন সাজু।" নবাব অহাত পলম হ'ল। সি

তৃতীয় বাৰ খবৰ দিলে তথাপিও নবাব চাহাব নাহিল—তেতিয়া সি দালিৰ হাড়ীটো নি এডাল শুকান গছৰ গুৰিত ঢালি দিলে আৰু ত্যাগ-পত্ৰ দি গুচি গ'ল। নবাবৰ খুব আফ্‌চোচ হ'ল, খুব বিচৰালে, কিন্তু ক'তো খবৰ পোৱা নগ'ল। কিন্তু কেইদিনমান পাছত যিডাল গছৰ গুৰিত দালি ঢালি দিছিল সেই গছডাল সুন্দৰ সেউজীয়া হৈ উঠিল। সন্দেহ নাই যে এই ঘটনাত অত্যুক্তি আছে—সেয়ে ই অসম্ভৱ ৰূপ লৈছে কিন্তু ইয়াৰপৰা এই অনুমান নিশ্চয় কৰিব পাৰি যে দৰবাৰত বাবুৰ্চী সকলৰ কেনে আদৰ হৈছিল আৰু কোনো ওস্তাদ বাবুৰ্চী আহিলে তাক কেনে উদাৰ ভাবে ইয়াত ৰাখি থোৱা হৈছিল।

আমীৰ সকলৰ এই চখ দেখি বাবুৰ্চীহঁতেও নানা ধৰণৰ নানা নতুন বস্তু আৱিষ্কাৰ কৰিব ধৰিলে—কোনোৱে ডালিমগুটি পোলাও উলিয়ালে। ইয়াৰ প্ৰত্যেকটো চাউল আধা ৰঙা, উজ্জ্বল আৰু আধা বগা। কিন্তু তাতো আইনাৰ চমকনি আছিল। খোৱাৰ মেজত খালত যেতিয়া দিয়া হয় এনেহে লাগে যেন পিৰিচত নানা ৰঙৰ মণি মুকুতাহে সজাই থোৱা হৈছে। এজন বাবুৰ্চীয়ে নবৰত্ন পোলাও ৰান্ধি দেখুৱালে। তাত নব ৰত্নৰ বিখ্যাত ধাতুৰ নটা ৰঙৰ চাউল মিহলাই আৰু ৰঙৰ পৰিচ্ছন্নতা আৰু উজ্জ্বলতাই এক অদ্ভুত আকৰ্ষণ আনি দিয়ে। ঈশ্বৰে জানে এনে ধৰণৰ কিমান আৱিষ্কাৰ হ'ল যি সকলো ঘৰ আৰু বাবুৰ্চীখানা বোৰত বিয়পি পৰিল।

খোৱাৰ চৌখীন পুৰণি লোক সকলৰ ভিতৰত নবাব মিৰ্জা খাঁ নৈশাপুৰীও আছিল যিয়ে মাহে চৌদ্ধ হেজাৰ বৃত্তি পোৱা বুলি কোৱা হয়। ভাল খোৱাত তেওঁ এনে পাৰ্গতালি দেখুৱালে যি এনে ভাল ভাল বাবুৰ্চী গোট খুৱাই ললে যে তেওঁৰ দস্তৰখানৰ প্ৰসিদ্ধি বিয়পি পৰিল। দ্বিতীয়জন মিৰ্জা হায়দৰ আছিল। এওঁ নৈশাপুৰী আৰু এনে সম্মানিত মানী ব্যক্তি আছিল যে সকলো নৈশাপুৰীয়ে তেওঁক নেতা আৰু সম্মানীয় বুলি মানিছিল। তেওঁৰ এনে ঠাট আছিল যে যাৰেই নিমন্ত্ৰণলৈ যাওক, তেওঁ পানীৰ চুৰাহী, পাণ ( তামোল )ৰ সজুলি আৰু শ ডেড়শ হোকা লগত লৈ যাব। তেওঁৰ এই চখৰ বাবে মাজৰ

শ্ৰেণীৰ মানুহৰ বৰ সহায় হৈছিল। যি কোনো উপায়ে খোছামোদ কৰি নিমন্ত্ৰণ স্বীকাৰ কৰাই লৈছিল। আৰু তেওঁ নিমন্ত্ৰণ স্বীকাৰ কৰাৰ অৰ্থ আছিল এয়ে যে মেহফিলত হোকা, পাণ আৰু পানীৰ ব্যৱস্থা তেওঁৰ দায়িত্বত আহি পৰিল আৰু কি ব্যৱস্থা ? যি বৰ বৰ ধনীয়েও কৰিব নোৱাৰে।

খানা ৰন্ধাৰো তিনিটা দল—প্ৰথম "দেগছোৰ" যাৰ কাম দেগ্ (দেক্চী আদি) ধোৱা আৰু বাবুৰ্চীৰ অধীনত বনুৱাগিৰি কৰা। দ্বিতীয় বাবুৰ্চী, এওঁলোকে খানা ৰান্ধে আৰু প্ৰায়েই ডাঙৰ ডাঙৰ দেক্চী ৰান্ধি নমায়, তৃতীয় ৰেকাৰদাৰ, বা বেহাৰা এওঁলোকো নিজৰ কামত ওস্তাদ। এওঁলোকে সাধাৰণতে সৰু সৰু হাড়ীত ৰান্ধে আৰু ডাঙৰ ডাঙৰ দেক্চী নমোৱা নিজৰ সন্মান আৰু মৰ্য্যাদাৰ পৰিপন্থী বুলি ভাবে। যদিও প্ৰায়েই বাবুৰ্চীয়েও সৰু হাড়ীত ৰান্ধে, বেহাৰাৰ কাম কেৱল সৰু হাড়ী পৰ্য্যন্তই সীমিত আছিল। এওঁলোকে খাদ্য ফুল তোলাত খানা ৰন্ধা আৰু সজোৱাত সুন্দৰতা, কোমলতা আৰু বিনম্ৰতা প্ৰকাশ কৰে। চোভা ( মোৰব্বাৰ বাবে আমলকী, আম, কোমোৰা আদি খুচিবৰ বাবে ব্যৱহাৰ কৰা লোহাৰ শলা ) আৰু কাৰ ( সৰু কাঁহী )ত যি পোলাও বেছিকৈ উলিওৱা হয় তাত ফল বা অন্য ধৰণৰ আকৃতি কৰা হয় আৰু লতা আদি সজোৱা হয়। খুব কোমল আৰু সোৱাদলগা মোৰব্বা, আচাৰ আদি কৰে আৰু ভোজনত নিজৰ ৰাপ থকা বাবে শ প্ৰকাৰৰ নতুনত্ব আনে।

অৱধৰ প্ৰথম বাদছাহ গাজীউদ্দিন হায়দৰে পৰাঠা ভাল পাইছিল। তেওঁৰ বাবুৰ্চীয়ে সদায় ছয়খন পৰাঠা তৈয়াৰ কৰে আৰু প্ৰত্যেকখন পৰাঠাৰ বাবে পাঁচ সেৰ হিচাপে 30 সেৰ ঘি লয়। এদিনাখন প্ৰধানমন্ত্ৰী মোতমদ্‌উদ্দোলা আগা মীৰে চৰকাৰী বাবুৰ্চীজনক মাতি আনি সুধিলে—"আৰে বাবা, ত্ৰিছ সেৰ ঘিৰে কি কৰা ?" ক'লে—"হুজুৰ পৰাঠা কৰোঁ।" ক'লে—"বাৰু, মোৰ আগত বনাচোন।" সি ক'লে—"ভাল বাৰু।" পৰাঠা সাজিলে। যিমান ঘি লাগিল, লগালে আৰু বাকী ঘি ব'ল পেলাই দিলে। মোতমদউদ্দোল আগামীৰে এই

কাণ্ড দেখি আচৰিত হৈ ক'লে—"এই ঘি একেবাৰে তেল হৈ গৈছে অন্য বস্তু ৰান্ধিবৰ বাবে ই আৰু উপযোগী হৈ থকা নাই।" ৰজীৱে উত্তৰ একো বিচাৰি নাপালে কিন্তু আদেশ দিলে—"এতিয়াৰ পৰা কেৱল পাঁচ সেৰ ঘিহে দিয়া হ'ব, একোখন পৰাঠাৰ বাবে এসেৰ ঘি বহুত বেছি। বাবুৰ্চীয়ে ক'লে—ভাল, মই সেই ঘিৰে পৰাঠা সিজাই দিম। কিন্তু ৰজীৱৰ হুকা বধাত ইমান খং উঠিল যে খুব সাধাৰণ ধৰণৰ পৰাঠা সাজি বাদছাহলৈ পঠিয়ালে। যেতিয়া কেইবাদিনো এই অৱস্থা চলিল তেতিয়া বাদছাহে আপত্তি কৰিলে "এইবোৰ কেনে পৰাঠা আনিছে? বাবুৰ্চীয়ে নিবেদন কৰিলে— "হুজুৰ, নবাব মোতামদউদ্দৌলা বাহাদুৰৰ আদেশ দিয়া ধৰণৰেই পৰাঠা বনাইছোঁ। বাদছাহে প্ৰকৃত কাৰণ সুধিলত সি সকলো কথা কৈ দিলে। তৎক্ষণাত মোতমদউদ্দৌলাক মাতি পঠিওৱা হ'ল। তেওঁ আহি ক'লে—"জাহাপনাহ, ইহঁতে মিছাকৈয়ে লুটিব খোজে।" বাদছাহে ইয়াৰ উত্তৰত দহ-পাঁচটা চাপৰ আৰু ঘুছি শোধালে। খুব গালি গালাজ কৰি ক'লে তুমি হুলুটানে? তুমি যে গোটেই খন ৰাজ্যক লুটা তাৰ হিচাপ নাৰাখা? সি অলপ ঘি বেছিকৈ নিয়ে, সিও মোৰ খানাৰ বাবে, তাতেই তোমাৰ চকু পোৰে। মোতামদ-উদ্দৌলাই শপথ খালে, কাণত ধৰিলে যেন খিতাপ পোৱাৰ প্ৰতীকহে দেখুৱালে জাহাঁপনাই যেন মৰমেৰে হাতহে ফুৰালে। তাৰ পিছত ঘৰলৈ ফিৰিল। ইয়াৰ পিছত সেই বাবুৰ্চীজনৰ প্ৰতি খং আৰু কাহানিও দেখুৱা নাই আৰু আগৰ দৰেই 30 সেৰ ঘি আনিয়েই থাকিল।

## 27

নবাব আবুল কাছিম খাঁ এগৰাকী চৌখীন সম্ভ্ৰান্ত ব্যক্তি আছিল। তেওঁৰ তাত খুব ভাল পোলাও ৰন্ধা হৈছিল। 34 সেৰ মঙহৰ জোল তৈয়াৰ কৰি তাত চাউল সিদ্ধ কৰা হৈছিল। আৰু খোৰাত এনে মজা

যে গৰাহটো মুখত ললেই এনে লাগে যেন ভাত কেইটা পমি নিজেই পেটত পৰেগৈ। আৰু ইমান কোমল আৰু পাতল যে সামান্য ভাবে গৰিষ্ঠ বুলিও অনুভৱ কৰিব নোৱাৰি। এনে আৰু ইয়াতকৈও ভাল পোলাও ৱাজিদ আলী ছাহৰ 'খাছ মহল চাহিবা' ( পাটমাদৈ )ৰ বাবে নিতৌ ৰন্ধা হৈছিল।

অবধৰ পদচ্যুত নবাব ৱাজিদ আলী ছাহৰ সৈতে মটিয়া বুৰ্জত মুন্সীউল্স্‌ুলতান বাহাদুৰ উপাধিৰ এজন ব্যক্তি আছিল। তেওঁ বৰ চমক-ভমক থকা অৰু বিনম্ৰ স্বভাৱৰ চখীন ব্যক্তি আছিল। খুব ভোজন বিলাসী আছিল আৰু তেওঁৰ লগত কেইবাজনো সুদক্ষ বাবুৰ্চী থকা সত্ত্বেও দুই এপদ বস্তু নিজে ৰান্ধি নাখালে খোৱাত তৃপ্তি নাপাইছিল। শেষত তেওঁৰ খোৱাৰ প্ৰসিদ্ধি ইমান বাঢ়িল যে ৱাজিদ আলী ছাহে কবলৈ ধৰিলে, "ভাল খায় মুন্সী উল্স্‌ুলতান চাহাবে মই কি ভাল খাওঁ ?" সৰু কালত ছয় সাত বছৰলৈ তেওঁৰ লগতেই খোৱা লোৱাও কৰিলোঁ। মই তেওঁৰ মেজত ত্ৰিছ চল্লিছ প্ৰকাৰৰ পোলাও আৰু কুৰি প্ৰকাৰৰ তৰকাৰী আদি দেখিছিলোঁ যিবোৰৰ ভিতৰত এনেও কিছুমান আছিল যাক আৰু দেখা নাই। তেওঁ হালুৱাও বৰ ভাল পাইছিল ইয়াৰ বৰ্ণনা অন্যত্ৰ কৰা হ'ব।

শেষ সময়ত আৰু বিদ্ৰোহৰ পাছত লক্ষ্ণৌত হেকিম বান্দা মেহদীৰ খোৱা আৰু পিন্ধাত বৰ চখ আছিল আৰু ডাঙৰ ডাঙৰ ধন সম্পত্তি থকা আৰু চখীন লোকৰো বিশ্বাস যে যি খানা তেওঁ খাইছিল আৰু যি কাপোৰ তেওঁ পিন্ধিছিল সেই সময়ত বহু কম মানুহৰ ভাগ্যতহে ঘটিছে। মোৰ এজন সম্ভ্ৰান্ত বন্ধুৱে কৈছিল—"আমাৰ বংশৰ লগত হেকিম চাহাবৰ বৰ ওচৰ সম্বন্ধ আছিল। এদিনাখন হেকিম চাহাবে মোৰ পিতা আৰু খুৰাক মাতি পঠিয়ালে যে এজন পালোৱানক খাবলৈ নিমন্ত্ৰণ দিয়া হৈছে, আপোনালোক আহিও আনন্দ ভোগ কৰকহি। পিতা গ'ল আৰু ময়ো তেওঁৰ লগতে গলোঁ। তালৈ গৈ জানিব পাৰিলোঁ যে সেই পালোৱানে দৈনিক ৰাতিপুৱাই কুৰি সেৰ গাখীৰ খায়, তাৰ লগত আঢ়ৈ তিনি সেৰ মেৱা অৰ্থাৎ বাদাম আৰু পেস্তা

খায় আৰু ছুপৰীয়া বাতি আঢ়ৈ সেৰ আটাৰ কটী আৰু এটা মজলীয়া ধৰণৰ পঠা খায়। আৰু এই খাদ্য অনুসৰিয়েই তাৰ চেহেৰা। সি জলপানৰ বাবে বৰ ব্যতিব্যস্ত হৈ পৰিছিল আৰু বাবে বাবে খানা ভতাতৈয়াকৈ পঠিয়াবলৈ তাগিদা দিছিল। কিন্তু হেকিম চাহাবে জানি শুনিও হেমাহি কৰি আছিল। আনকি ভোকৰ জ্বালাত তেওঁ বৰ অশান্ত হৈ পৰিল আৰু খং কৰি যাবলৈ ওলাল। তেতিয়া খানা পঠিয়াম বুলি স্বীকাৰ কৰি হেকিম চাহাব ভিতৰলৈ গ'ল। অলপ আৰু পলম কৰিলে আৰু যেতিয়া দেখিলে যে ভোক তেওঁ সহ্য কৰিব নোৱাৰা হ'ল তেতিয়া দাসীৰ হাতত এখন থাল পঠিয়ালে। তাকে দেখি পালোৱানৰ মুখলৈ পানী আহিল, কিন্তু যেতিয়া সেই খন খুলি চালে দেখে যে এখন সৰু কাঁহীত অলপমান পোলাও আছে যাৰ পৰিমাণ এছটাকৰ বেছি নহ'ব। সেই ভোজনিয়াৰ অতিথিজনৰ এই সামান্য খাদ্য দেখি খুব খং উঠিল, কাৰণ ই এগৰাহৰ বাবেও যথেষ্ট নাছিল। ভাবিলে উঠি গুচি যায়। কিন্তু মানুহবোৰে বুজাই বৰাই ৰখালে আৰু বাধ্য হৈ কাঁহীৰ বস্তু খিনি মুখত ললে আৰু জিভা ঘুৰোৱাকৈয়ে গিলি থলে। পাঁচ মিনিট পাছত পানী খুজিলে তাৰে পাঁচ মিনিট পিছত পানী খুজি খাই উগাৰ মাৰিলে। ভিতৰৰ পৰা খোৱাৰ থালি আহিল, মেজৰ কাপোৰ পৰা হ'ল। হাকিম চাহাব নিজেও আহিল। খাদ্য বছা হ'ল। যি পোলাও অলপ আগতে দিয়া হৈছিল তাৰে প্ৰায় ডেড় পোৱা মান ওজনৰ পোলাও এখন প্লেটত হেকিম চাহাবক দিয়া হ'ল। হেকিম চাহাবে প্লেটখন পালোৱানলৈ আগবঢ়াই দিলে আৰু ক'লে—"চাওকচোন এই সেই পোলাওনে অইন ?" তেওঁ সেই একেই বুলি স্বীকাৰ কৰিলে। হেকিম চাহাবে ক'লে "তেনেহলে এতিয়া খাওক। মই বৰ দুঃখ পাইছোঁ এইখিনি হওঁতে পলম হ'ল আৰু আপোনাৰ কষ্ট হ'ল। পালোৱান জনে ক'লে, কিন্তু মোক এতিয়া ক্ষমা কৰিব। মই আগৰ খিনিৰেই তৃপ্ত হৈছোঁ। এতিয়া মই আৰু এটা দানাও খাব নোৱাৰিম।" হেজাৰ বাৰ আগ্ৰহ কৰা সত্বেও তেওঁ হাত বান্ধি ললে আৰু ক'লে -"খাওঁ কি দৰে? পেটত

ঠাই থাকিলেহে ?" হেকিম চাহাবে গোটেইখিনি পোলাও খালে আৰু ক'লে—"কুৰি কুৰি সেৰ আৰু ত্ৰিছ ত্ৰিছ সেৰ খোৱাটো মানুহৰ খাদ্য নহয় সি হ'ল গৰু-ম'হৰ ভোজন। মানুহৰ খাদ্য হ'ল এয়ে যে অলপ মান খাব কিন্তু তাৰ দ্বাৰাই এনে শক্তি আৰু স্ফুৰ্ত্তি আহিব যে কুৰি কুৰি খাদ্য খালে নাহে। আজি আপুনি এইখিনি খায়েই তৃপ্ত হ'ল কাইলৈ পুনৰ আপোনাৰ নিমন্ত্ৰণ থাকিল। কাইলৈ আহি মোক কব যে এই এক গৰাহেৰে আপুনি সেই শক্তি আৰু প্ৰেৰণা অনুভৱ কৰা নাই নে যি কুৰি সেৰ গাখীৰ, কেইবা সেৰ মেৱা আৰু মঙহ আৰু ভাতেৰে পাইছিল, নে তাতকৈ কম। "আৰু আমাক সকলোকেই পিছ দিনালৈও মাতিলে। পিছ দিনা আহি সেই পালোৱান জনে ক'লে—"গোটেই জীৱনতে মই এনে হৃষ্টতা আৰু স্ফুৰ্ত্তি অনুভৱ কৰা নাই যেনে কালিৰ পৰা আজিলৈ অনুভৱ কৰিছোঁ।

ৰাজবংশৰ শেষ সময়ত নবাব মোহ্‌সিনউদ্দৌলা আৰু নবাব মুমতাজউদ্দৌলাৰ দস্তৰখানা আৰু বাবুৰ্চীখানাৰ চথ আৰু দক্ষতা অতুলনীয় বুলি ভৰা হৈছিল আৰু এওঁলোকৰ বাবুৰ্চীয়েই হেকিম বান্দা মেহদী চাহাবৰ নিমিত্তে এই পোলাও ৰান্ধিছিল। সেই সময়তে মালিকা জমানিয়াৰ এখন ডাঙৰ চৰকাৰ প্ৰতিষ্ঠা হৈছিল আৰু তেওঁৰ বাবুৰ্চীখানাও প্ৰসিদ্ধ আছিল য'ত নিতৌ তিনিশ টকাৰ ভোজন তৈয়াৰ হৈছিল। এই পৰম্পৰাতে চাহজাদা য়াহিয়া আলী খাঁৰ চৰকাৰত আলম আলী নামৰ এজন বাবুৰ্চী আছিল। সি "মোসল্লম" (মছলাদিয়া) মাছ এনে ধৰণে ৰান্ধিছিল যে সকলো সম্ভ্ৰান্ত ঘৰতে এই কথা প্ৰসিদ্ধ হৈ গৈছিল যে হেজাৰ চেষ্টা কৰিলেও অইন চৰকাৰৰ কোনো ববুৰ্চীয়ে তেনেকৈ ৰান্ধিব নোৱাৰে।

নসীৰউদ্দীন হায়দৰৰ শাসন কালত মহমুদ নামৰ বিলাতী মানুহ এজন আহি ফিৰঙ্গী মহলত খাদ্য বস্তুৰ এখন দোকান দিলে আৰু তেওঁৰ "নহাৰী" (ৰাতি পুৱা জলপানৰ সময়ত খমীৰী ৰুটীৰ লগত খোৱা মাংসৰ জোল বিশেষ)ৰ এনে নাম হ'ল যে ডাঙৰ ডাঙৰ ডাঙৰীয়া আৰু যুৱৰাজ সকলৰো এই 'নহাৰী'ৰ প্ৰতি আকৰ্ষণ আছিল।

এই আকৰ্ষণে তেওঁৰ উৎসাহ বঢ়ালে আৰু তেওঁ 'শীৰমাল' ( এক প্ৰকাৰ ৰুটী আৰু গাখীৰৰ সৈতে আটা মাৰি বনোৱা হয়। ) আৱিষ্কাৰ কৰিলে। ই লক্ষ্ণৌৰ এক বিশেষত্ব আছিল। ৰুটীবোৰ বহুত প্ৰকাৰ বিখ্যাত আৰু বিভিন্ন চহৰত ইয়াৰ প্ৰচলন। ইৰাণৰ পৰা মুছলমান সকলে খমীৰী ৰুটী খাই হিন্দুস্তানৰ মাটিত তন্দূৰী ৰুটী খোৱা কৰিলে। কিন্তু সেই সময়লৈকো সাধাৰণ ৰুটীয়েই আছিল য'ত ঘিৰ ব্যৱহাৰ কৰা নহৈছিল। হিন্দুসকলে পুৰী ভজা দেখি মুছলমানেও জৱাৰ ৰুটীত ঘি দি পৰঠা আৱিষ্কাৰ কৰিলে আৰু তাৰ পিছত কেইবাটাও তৰপ আৰু ভাঁজ দিবলৈ আৰম্ভ কৰিলে। এই পৰাঠাৰ প্ৰথম উন্নতি হৈ প্ৰচলন হ'ল বাকিৰ খানী ( চেনি, গাখীৰ আৰু ময়দা মিহলাই সজা ৰোগনী ৰুটী ) যি আমীৰ সকলৰ খাদ্যৰ ভিতৰত বিশিষ্ট ৰুটী আছিল। লক্ষ্ণৌত মহমুদে বাকিৰ খানীক খুব উন্নত কৰি 'শীৰমাল' কৰিলে যি সোৱাদ, গোন্ধ কোমলতা আদিত বাকিৰ খানীঅ আৰু তেনে ধৰণৰ সকলো ৰুটীকেই চেৰ পেলাইছিল। শীৰমাল লক্ষ্ণৌৰ বাহিৰে আন ক'তো তৈয়াৰ নহয় আৰু হলেও তেনে হ'ব নোৱাৰে। কেইদিনমানৰ ভিতৰতে শীৰমাল ইমান লোকপ্ৰিয় হৈ পৰিল যে ই লক্ষ্ণৌৰ জাতীয় ৰুটী ঘোষিত হ'ল। শীৰমাল নোহোৱা ভোজন অসম্পূৰ্ণ বুলি ধৰি লোৱা হ'ল।

শীৰমালৰ আৱিষ্কাৰে মহমুদৰ চাহিদা ইমান বঢ়ালে যে ৰাজকীয় উৎসৱ আৰু সমাৰোহ আদিৰ বাবে, কেতিয়াবা কেতিয়াবা এক এক লাখৰ শীৰমালৰ অৰ্ডাৰ একেদিনাই পায় আৰু তেওঁ এনে কৰি থৈছিল যি যাকে যিমান লাগে সিমানেই দিব পাৰে। মহমুদৰ উত্তৰাধিকাৰী সেই সময়ত আলী হুছেন আছিল যি জন আজি কেইমাহ মান আগতে মৰিছে। কিন্তু আজিও তেওঁৰ দোকানৰ পৰা যেনে ভাল শীৰমাল পোৱা যায় অইন ঠাইত পোৱা অসম্ভৱ।

শীৰমালতকৈ বেছি ভাল লগা হ'ল নান জিলাপী যাক বৰ কষ্ট কৰি কৰা হয় আৰু তেনে বেহাৰাইহে ইয়াক তৈয়াৰ কৰিব পাৰে যিয়ে ইয়াৰ বিষয়ে ভালদৰে জানে। ৰান্ধনি সকলৰ এইটো দাবীয়েই যে

লক্ষ্মৌৰ বাবুৰ্চী সকলতকৈ ভাল নান জিলাপী কোনোৱে তৈয়াৰ কৰিব নোৱাৰে। অইন নগৰৰ দৰে পৰাঠাৰ ক্ষেত্ৰত লক্ষ্মৌৱো প্ৰসিদ্ধি আছে। দেখাত এই বিষয়ত কোনো বিশেষ উন্নতি হোৱা নাই। আনকি দিল্লীৰ ৰুটী বিক্ৰেতা সকলে ভাল ধৰণৰ পৰাঠা বনায় আৰু এসেৰ আটাত পূৰা এসেৰ ঘি সুমুৱাই দিয়ে বুলি কয়। কিন্তু মই যেতিয়া দিল্লীলৈ আহিলোঁ, মই কেইবাবাৰো বিখ্যাত ৰুটী বেচোঁতাৰ পৰা অৰ্ডাৰ দি পৰাঠা অনাইছিলোঁ, সিহঁতে অৱশ্যে ঘি যথেষ্ট খৰচ কৰিছিল, কিন্তু আটাৰ লগত যিহেতু ঘি দিয়া নাছিল সেয়ে গৰম থকালৈকেহে সি খাব পৰা হৈ আছিল, ঠাণ্ডা হলেই ছামৰাৰ দৰে হৈ পৰে।

ৰুটী টুকুৰা-টুকুৰ কৰি আৰু তাত ঘি চেনি মিহলাই দিয়াটো এটা সাধাৰণ আৰু মামুলী খাদ্য। প্ৰায়েই ফাতিমা আৰু নিয়াজ ( মৃতকৰ বছৰেকীয়া বা অন্য সময়ত তৈয়াৰ কৰা খানা )ত ইয়াৰ প্ৰচলন বেছি। কিন্তু চৰকাৰী বাবুৰ্চীখানাৰ বাবুৰ্চীয়ে এনে ভাল আৰু সোৱাদ লগা "মলীদা" তৈয়াৰ কৰিছিল যি কেইজন মান বাদছাহে খুব পছন্দ কৰিছিল আৰু প্ৰশংসাৰ কথা আছিল এয়ে যে মুখত গৰাহ ললেই চৰবত হৈ পৰে আৰু মুখ লাৰিবৰ বা চোবাবৰ কোনো আৱশ্যকতাই অনুভৱ নহয়।

এই ৰুটীৰ সন্দৰ্ভতে ইমান উন্নতি কৰিলে যে কেৱল গাখীৰেৰে ৰুটী সাজিব ধৰিলে য'ত আটাৰ নাম গোন্ধেই নাই। কেৱল গাখীৰৰ পনীৰত মাৰি লোৱা ময়দাই গৌৰৱ আনি দিলে আৰু শেষত ইমান প্ৰগতি হ'ল যে এৱাঁ গাখীৰেৰে মখা আৰু অইন ধৰণৰ বস্তু তৈয়াৰ হ'ব ধৰিলে। এই দৰে বিশুদ্ধ গাখীৰৰ পঞ্জীৰী ( কেৰাধৰণৰ বস্তু আৰু মছলা ভাজি তৈয়াৰ কৰা এক প্ৰকাৰ মিঠা গুৰি ) দস্তৰখানলৈ আহিল, যি বৰ কোমল আৰু ভদ্ৰলোকৰ বৰ পছন্দৰ বস্তু আছিল।

কিন্তু মুছলমান নেছনেল ডিছ অৰ্থাৎ ৰাষ্ট্ৰীয় খাদ্য হ'ল পোলাও আৰু কোৰ্মা। সেয়ে সকলোতকৈ বেছি কাৰিগৰী আৰু কৌশল এইবোৰতেই দেখুৱাইছিল। পোলাও সম্পৰ্কে আমি বহুতো

লিখিছোঁৱেই তথাপি অলপ কথা বাকী আছে। ধনী আৰু চখ থকা আমীৰ সকলৰ বাবে কস্তুৰী আৰু কেসৰৰ বড়ি খুৱাই খুৱাই মুৰ্গী ডাঙৰ দীঘল কৰে। আনকি সিহঁতৰ মঙহতো এই বস্তুবোৰৰ সুগন্ধ লাগি থাকে আৰু তাৰ প্ৰত্যেক ৰেশাতেই লাগি থাকে। তাৰ পাছত জোল কৰা হয় আৰু সেই শোৰবাত চাউল সিদ্ধ কৰা হয়।

মোতী পোলাওৰ এনে বিশেষত্ব আছিল যে দেখিলে এনে অনুমান হয় যেন উজ্জ্বল মুকুতাহে মিহলাই দিছে। তাৰ বাবে মুকুতা তৈয়াৰ কৰাৰ উপায় এনে আছিল যে এক তোলা পৰিমাণৰ ৰূপৰ বৰক আৰু এমহা ওজনৰ সোণালী বৰক কণীৰ বিজলত খুব ভালকৈ মিহলোৱা হয়। পাছত তাক মুৰ্গীৰ গলৰ নলীত ভৰাই নলীৰ প্ৰত্যেক যোৰাতেই মিহি সুতাৰে বান্ধি দিয়া হয় আৰু তাক অলপমান উতলাই ছুৰীৰে নলী দাল ফালি দিয়া হয়। তেতিয়া সুন্দৰ, উজ্জ্বল মুকুতা ওলাই পৰে যাক পোলাওত মাংসৰ জোলৰ লগত সিদ্ধ কৰা হয়। কিছুমান বাবুৰ্চীয়ে পনীৰৰ মুকুতা বনাই আৰু তাৰ ওপৰত ৰূপৰ বৰক দিয়ে। বৰ্তমানে এনে নতুনত্ব দেখুওৱা হয় যে আন ক'ৰবাত হয়তো মানুহে তেনে কল্পনাও কৰিব নোৱাৰে। কেইজনমান বাবুৰ্চীয়ে পোলাও তৈয়াৰ কৰাত এনে বিশেষত্ব দেখুৱাইছে যে মাংসৰ সৰু সৰু চৰাই সাজি, খুব সাৱধানে এনে ধৰণে ৰান্ধে যাতে চেহেৰা নষ্ট নহয় প্লেটত বহুৱাই দিয়ে আৰু ভাতৰ আকাৰ খুদৰ দৰে কৰে। এনে ভাব হয় যেন অতিথিৰ সমুখত প্লেটত চৰাই বহি খুদ কণ খাই আছে ফুলি থকা শিঙ্গাৰা যাক ভাঙিলেই "লাল" ( সৰু চৰাই বিশেষ ) ওলাই উৰা মাৰে, হায়দৰাবাদ দক্ষিণত সম্ভৱতঃ লক্ষ্ণৌত বাবুৰ্চী পীৰ আলীয়ে তৈয়াৰ কৰিছিল যাক চৰকাৰী ডিনাৰত মেজত পৰিবেশন কৰা হৈছিল আৰু যিয়ে প্ৰতিষ্ঠিত ইংৰাজ আৰু ভদ্ৰ মহিলা সকলক আনন্দিত কৰিছিল। ইয়াৰ প্ৰচলন পোন প্ৰথমে নছীউদ্দীন হায়দৰৰ দস্তৰখানত হৈছিল কিন্তু চৰাইথকা পোলাও, যাৰ উল্লেখ আমি আগত কৰিলোঁ—তাতকৈ বেছি ভাল আছিল।

এজন বাবুৰ্চীয়ে এনে দক্ষতা দেখুৱালে যে দস্তৰখানত ডাঙৰ ডাঙৰ

এসেৰ এসেৰ ওজনৰ আৰু ভজা কণী পৰিবেশন কৰিলে যিবোৰত বগাজোল আৰু কুহুম সাধাৰণ কণীত থকাৰ অনুপাতেই আছিল। অইন কেইজনমানে বাদামৰ আণ্ডা বান্ধিলে হুবহু চীমৰ ( উৰহীৰ ) গুটিৰ দৰে, কিন্তু সোৱাদ তাতকৈ বেছি প্ৰধান মন্ত্ৰী ৰোছনউদ্দৌলাৰ বাবুৰ্চীয়ে কেঁচা ভুট্টা এনে সুন্দৰভাবে কাটে যে সি ক'তো ভাঙি নপৰে আৰু তাৰ পৰা এনে ভাল 'ৰায়তা' ( দৈৰে তৈয়াৰী তৰকাৰী বিশেষ ) বনালে যে যিয়েই খায় আচৰিত হয়।

আমাৰ 'মোজিল ৰকম' খোচনবিশ মুন্সী শাকিৰ আলী চাহাবে চাউলৰ ওপৰত কুল-উ-আল্লাহ ( কোৰাণৰ চাৰিটা সৰু আয়াত ) লিখি অদ্ভুত দক্ষতা দেখুৱাইছিল। কিন্তু ইয়াৰ এটা বাবুৰ্চীয়ে খশখাসৰ দানাত চাৰিওপিনে উৰহৰ নিচিনা কাঁইট সাজি আৰু তাকেই বিশেষ পদ্ধতিৰে ৰান্ধি দস্তৰখানত পৰিৱেশন কৰিলে।

লক্ষ্ণৌৰ বিখ্যাত পীৰ আলী বাবুৰ্চী হুজুৰ নিজামৰ বাবুৰ্চীখানাত নিযুক্ত হৈছিল। তেওঁ এক প্ৰকাৰ খুব মহঙা আৰু সোৱাদ লগা দালি ৰান্ধিছিল। ইয়াকে লক্ষ্ণৌৰ পূৰণি বাদচাহ সকলৰ বাবুৰ্চীখানাতো ৰন্ধা হৈছিল আৰু ই চুলতানী দালি নামে বিখ্যাত আছিল।

অন্য কিছুমান বাবুৰ্চীয়ে মচলাযুক্ত কেৰেলা এনে সুন্দৰ আৰু বিশিষ্ট প্ৰকাৰে ৰান্ধে যে দেখিলেই ভাব হয় তাত যেন অকণো ভাপেই লগা নাই তেনেই সেউজীয়া আৰু কেঁচা হৈ আছে। কিন্তু খাই চাওক কিমান ভাল আৰু সোৱাদ লগা। আজি কালিৰ দিনৰ এনে ধৰণৰ এটা ঘটনাৰ কথা আমাৰ বন্ধু চৈয়দ আলী 'ওসত' চাহাবে কৈছিল। তেওঁ কৈছিল যে লক্ষ্ণৌৰ বৰ্তমান সম্ভ্ৰান্ত ব্যক্তি সকলৰ ভিতৰত নবাব আলী নকী খাঁই এদিন মোক ৰাতিৰ ভোজন অলপ পলমকৈ খোৱাৰ কথা আৰু তেওঁ কিবা পঠিওৱাৰ কথা কৈছিল। কোৱা মতেই ৰাতি খাবৰ সময়ত এজন মানুহে এখন থাল লৈ আহিল। মই বৰ উৎসুকতাৰে সমুখলৈ অনাই তাৰ ঢাকনি গুছালোঁ। তাত এখন প্লেট আৰু তাৰ ওপৰত এটা কেঁচা ৰঙালাউ আছিল। দেখা পাই মনত বৰ কষ্ট হ'ল। নিৰাশ হৈ মই কলোঁ—'এইটো

লৈ যা, কালিলৈ ৰান্ধিবি।” কিন্তু চাহাজাদাৰ মানুহজনে ক'লে—“ইয়াক কাটি এনেয়ে খাওক, ৰান্ধিবৰ দৰকাৰ নাই।” মই কাটি খাই চালোঁ। যে এনে সোৱাদ লগা বস্তু যে মই ক'তো খোৱাই নাছিলোঁ।

সঁচাকৈয়ে বাবুৰ্চী সকলে এনে ধৰণৰ বস্তুত অদ্ভুত অদ্ভুত দক্ষতা দেখুৱাইছিল। পীৰ আলী বাবুৰ্চীয়ে মিঠাইৰে ডালিম সজাইছিল, ওপৰৰ বাকলি, ভিতৰৰ গুটি, তাক সজাই থোৱা গুটিৰ জাল আদি অবিকল কৰিছিল। গুটিৰ ভিতৰৰ টুকুৰা বিলাক বাদামৰ কৰিছিল, নাচপতিৰ ৰসেৰে ডালিম গুটি। গুটিৰ মাজৰ জাল আৰু ওপৰৰ বাকলি চেনিৰে কৰিছিল।

সাধাৰণতে বাবুৰ্চীহঁতে মোৰব্বা আৰু আচাৰ আদি আৰু বিভিন্ন প্ৰকাৰৰ মিঠাই তৈয়াৰ কৰিছিল যিবোৰত শ শ প্ৰকাৰৰ প্ৰণালী আৰু অদ্ভুত অদ্ভুত কাৰিগৰী কৌশল দেখুৱাইছিল। আমৰ মোৰব্বা সকলোৱে খাইছে, কিন্তু ইয়াৰ বাবুৰ্চীয়ে “পুৰঠ” কেঁচা আমেৰেই মোৰব্বা তৈয়াৰ কৰে আৰু তাত সেই সেউজীয়া বাকলি যেনে তেনেই থাকিব। এনেহে লাগিব যেন কেঁচা আম ছিঙি আনি কাঁহীত সজাই দিছে।

## 28

ওপৰত উল্লেখ কৰা বৰ্ণনা মতে খানা আদিৰ বাবে যিবিলাক বস্তু ঠিক কৰা হৈছিল তাৰ সংগ্ৰহৰ নাম বা তাকেই একেলগে “তোৰা বুলি কোৱা হৈছিল। ‘তোৰা'ৰ ভিতৰত এইবোৰ বস্তু অনিবাৰ্য্য আছিল—(1) পোলাও (2) মুজাফৰ ( মিঠা পোলাও ) (3) মুতঞ্জন ( টেঙাৰ চাটনিত দিয়া পিঠা জাতীয় পোলাও ) (4) শীৰমাল (5) চফেদা ( ৰঙ আদি নিদিয়া মিঠা ভাত ) (6) বুৰান্নী ( বেঙেনাৰ বায়তা )ৰ পিয়লা (7) চীৰবিৰঞ্জৰ বাতি ( পৰমান্নৰ বাতি )

(8) কোৰ্ম্মা (9) ভজা মঙহ (10) শামী কাবাব (11) মোৰব্বা (12) আচাৰ বা চাটনী। বেছিভাগ তালিকাতে (তোৰা) এই বোৰ বস্তুৰ কম বেছিও কৰা হৈছিল। কিন্তু লক্ষ্ণৌত সাধাৰণতে এই তালিকাৰ খানাই প্ৰচলিত আছিল। খানা আৰু ভোজসভা আদিত ইয়াৰ বাহিৰে অইন বস্তু কম হ'ব পাৰিছিল। ভোজ আদিত এই বোৰ বস্তু প্ৰত্যেক জন মানুহৰ সমুখতে বেলেগ বেলেগ প্লেটত সজাই দিছিল। ক'ৰবালৈ পঠিয়াবলগীয়া হলেও এই বস্তু কাঠৰ থালত ভালকৈ সজাই পঠিওৱা হৈছিল।

ইংৰাজসকলৰ নিয়ম আছে খোৱাৰ মেজ ফুল, আৰু অইন অইন বিভিন্ন বস্তুৰে সজোৱা হয়। ইয়াৰ এই সামান্য আৰ্হি ইয়াতো আছিল যে আমীৰ, নবাব আৰু ছাহজাদাসকলক যেতিয়া খাদ্য বিতৰণ কৰিছিল তেতিয়া খাদ্য বস্তুৰ মাজত কাগজৰ ফুলৰ থোপা এটাও দিয়া হৈছিল। পিছলৈ অপব্যয় বুলি ভাবি জনসাধাৰণে ইয়াক এৰি পেলালে।

যি প্ৰতিষ্ঠিত চৰকাৰ বা উচ্চ শ্ৰেণীৰ মানুহৰ ঘৰলৈ ভোজনৰ কাঁহী যায় তেওঁৰ পদমৰ্য্যাদা আৰু সন্মান অনুসৰি 'তোৰা'ত ৰখা বস্তুৰ সংখ্যা বাঢ়ে। বাদচাহৰ মহলত খোদ জাহাঁপনাহৰ বাবে 101 প্ৰকাৰৰ খাদ্য বস্তুৰ কাঁহী যায়, যাৰ আনুমানিক খৰচ 500 পাঁচশ টকা। অৱধৰ শাসকসকলৰ ভিতৰত ৱাজিদ আলী ছাহৰ দেউতাক আমজদ আলী ছাহ বৰ সংযমী আৰু ধৰ্ম্মপৰায়ণ শাসক আছিল। নিষিদ্ধ কথাৰ পৰা সদায় দূৰৈত আছিল আৰু সম্পূৰ্ণভাৱে ধৰ্ম্মশাস্ত্ৰৰ কথা পালন কৰিছিল আৰু কোনো কাম দেউতাকক নোসোধাকৈ নকৰিছিল। তেওঁৰ এই সংযমৰ কাৰণেই ৰাজকোষৰ পইচা, নিজৰ বাবে খৰচ কৰাটো অপৰাধ বুলি গণ্য কৰিছিল আৰু নিজা সকলো ইষ্ট-কুটুম্বৰ পৰা খাদ্যৰ কাঁহী পঠিওৱাতকৈ নগদ টকা পঠিওৱাটোহে আশা কৰিছিল। ফলত মানুহে পাঁচ শ কৈ টকা পঠিওৱা হ'ল। কিন্তু তাৰ লগত নবাব চাহেবৰ ভোজনৰ বাবে এখন কাঁহী ও পঠিওৱা হৈছিল অৱশ্যে তাত এশ এক বিধ খাদ্য থকাৰ কোনো ধৰা বন্ধা নিয়ম নাছিল।

কাঁহী আদিৰ সাধাৰণৰ সমাজত এনে ৰাহাত্নৰী আছিল যে কাঠৰ থাল তাৰ ওপৰত ৰঙীন কাঠিৰে গম্বুজৰ নিচিনা ঢাকনি, তাৰ ওপৰত বগা কাপোৰেৰে মুৰত বান্ধি দিয়া আৰু চৰকাৰী বাবুৰ্চীখানা তথা প্ৰতিষ্ঠিত আমীৰৰ ঘৰত নিয়ম আছিল যে সেই বান্ধোনতে 'লা'ৰে মোহৰ মাৰি দিয়া যায় যাতে কোনোৱে মাজতে একো অন্যায় কৰিব নোৱাৰে। সেই বান্ধোনৰ ওপৰত খুব পৰিষ্কাৰ ৰঙীন আৰু পাটকাপোৰৰ আৱৰণ থাকে। এই ঢাকনি ডাঙৰীয়া সকলৰ বাবে নিশ্চিত ভাবে ৰেচমী কাপোৰ আৰু কিংখাপ বা "জৰবফুৰ হ'ব আৰু কেতিয়াবা কেৱল ৰেচমী ফিটা এডালকে মাৰি দিয়ে বা বুটা বছা কাপোৰকে দিয়ে।

সম্ভৱতঃ এই প্ৰথা মোগল দৰবাৰত প্ৰচলিত আছিল আৰু তাৰ পৰাই লক্ষ্ণৌলৈ আহিছিল। কিন্তু আমি এই ব্যৱস্থা যি পৰিমাণে লক্ষ্ণৌত দেখিছোঁ দিল্লীত হলে দেখা নাই। ইয়াত খোৱা লোৱাৰ সৰু সৰু কথাটো এইবোৰ শিষ্টাচাৰ অনিবাৰ্য্য আৰু স্বাভাৱিকৰ দৰে হৈ পৰিছিল। সাধাৰণ মানুহ এজনে পানী খুজিলেও চাকৰে খুব পৰিষ্কাৰ গিলাছতো পিৰিচ এখনৰ ওপৰত থৈ আন এখনৰে ঢাকিহে বৰ সম্মানেৰে আনি দিব।

এই ৰুচি, এই বৈশিষ্ট্য আৰু শিষ্টাচাৰে এশ বছৰৰ ভিতৰতে লক্ষ্ণৌত এনে অতুলনীয় বাবুৰ্চীৰ জন্ম দিলে যাৰ হিন্দুস্তানৰ সকলো নগৰ আৰু দৰবাৰত প্ৰসিদ্ধি আৰু আদৰ আছিল। মই হিন্দুস্তানৰ সকলো মুছলমান দৰবাৰ, আৰু দেশীয় ৰজাৰ যাৰ ওচৰলৈয়ে গৈছোঁ লক্ষ্ণৌৰ বাবুৰ্চীহে পাইছোঁ। তেওঁলোকে খাচ আমীৰ আৰু নবাব আদিৰ অন্তৰত নিজকে প্ৰতিষ্ঠা কৰিছিল আৰু তেওঁলোকৰ বৰ আদৰ আছিল। এই কথা অৱশ্য এতিয়া নুই কৰিব নোৱাৰি যে হায়দৰাবাদ দক্ষিণ, ভূপাল আৰু ৰামপুৰত এতিয়া ডাঙৰ ডাঙৰ প্ৰসিদ্ধ বাবুৰ্চী আছে, কিন্তু যদি আপুনি সিহঁতৰ আচল আঁতিগুৰি লয়, সিহঁতৰ বংশ বিচাৰে আৰু সিহঁতৰ উন্নতিৰ বুৰঞ্জী বিচাৰে তেনেহলে প্ৰমাণ পাব যে সিহঁত হয় লক্ষ্ণৌৰ হ'ব বা লক্ষ্ণৌৰ পৰা অহা বাবুৰ্চীৰ বংশৰ কোনোবা হ'ব বা কোনো লক্ষ্ণৌৰ বাবুৰ্চীৰ শিষ্য হ'ব।

আমি বাবুৰ্চীখানাৰ কথা শেষ কৰিছোঁৱেই, কিন্তু মিঠাইৰ কথা বাকী আছে। মিঠাই কৰাটো হিন্দু কাৰিগৰৰ কাম আৰু তেওঁলোকে তৈয়াৰ কৰা মিঠাইৰ লগত জনসাধাৰণ পৰিচিত। কিন্তু মিঠাই তৈয়াৰ কৰাত মুছলমান বেয়াৰাও উচ্চ স্তৰৰ কিন্তু তেওঁলোকে ৰাইজৰ চাহিদা পূৰাব নোৱাৰে, সেয়ে এই কাম হিন্দু কাৰিগৰৰ। মুছলমান বেয়াৰাই ডাঙৰীয়া, চখীন আৰু বিশেষত্ব ভাল পোৱা সম্ভ্ৰান্ত লোকৰ বাবে মিঠাই তৈয়াৰ কৰিছিল যি বোৰ অতুলনীয় স্বাদযুক্ত আছিল।

লক্ষ্ণৌত দুই প্ৰকাৰৰ মিঠাইৱালা আছিল, মুছলমান মিঠাই দোকানী আৰু হিন্দু দোকানী। মুছলমান দোকানীৰ বিশেষত্ব আছিল এয়ে যে যদি সাধাৰণ ধৰণৰ মিঠাই কিনা হয় তেনেহলে তেওঁৰ দোকানৰ মিঠাই হিন্দু দোকানীতকৈ ভাল নহয়। কিন্তু যদি ফৰমাচ দি বিশেষ প্ৰকাৰ মিঠাই তৈয়াৰ কৰোৱা যায় তেনেহলে হিন্দু দোকানীতকৈ বেছি ভাল, বেছি সোৱাদ লগা মিঠাই তৈয়াৰ কৰি দিব। কিন্তু সাধাৰণতে লক্ষ্ণৌত জিলাপী, অম্রিত্তি, আৰু বালুচাহী খুব বেছি তৈয়াৰ হৈছিল।

মিঠাইৰ ভিতৰত পাৰ্থক্য কৰাটো টান। কোনটো আচলতে হিন্দুৰ আৰু কোনবিধ মুছলমানৰ লগত হিন্দুস্তানলৈ আহিল। কিন্তু নাম আৰু ৰুচি অনুসৰি যদি অনুমান কৰা হয় তেনে হলে বুজা যাব যে হালুৱা আচলতে আৰবৰ বস্তু। ই আৰব, ইৰাণ হৈ হিন্দুস্তানলৈ আহিল আৰু নামটোও লগতে লৈ আহিল। কিন্তু এই কথাও নিশ্চয়কৈ কব নোৱাৰি, ইয়াতো মতভেদ আছে। সাধাৰণৰ হালুৱা যি মিঠাইৰ দোকানত পোৱা যায় আৰু লুচি আদিৰ লগতো খোৱা যায় ই একেবাৰে হিন্দু বস্তু, ইয়াক মোহনভোগ বুলিও কয়। কিন্তু হালুৱা সোহনৰ চাৰি প্ৰকাৰ পপড়ী, জুজী, হশী আৰু দুধিয়া—ই নিতান্তই মুছলমানৰ যেন লাগে। বৰ্ত্তমানে দক্ষিণ ভাৰতত, বিশেষকৈ মাদ্ৰাজত (তামিলনাডুত) প্ৰচলিত আৰবী হালুৱা ক'ৰ পৰা অহা এই কথা সঠিককৈ কব নোৱাৰি। আৰবী হালুৱা আচলতে পোনেই আৰবৰ পৰা হিন্দুস্তানলৈ আহিছিল, বালুচাহী, খুৰ্মা, গোলাপজাম, দৰেবিহিস্ত আদি ইছলাম যুগৰ অৱদান।

জিলাপীক আৰবী ভাষাত "জলাবিয়া" বুলি কয় আৰু এইটো জল জল পট্‌পট্‌ যে জলাবিয়াৰ পৰাই বিকৃত হৈ জিলাপী হৈছে। সেয়ে ইয়াকো আৰবী মিঠাইৰ লগতে যোগ দিব লাগে। বিশুদ্ধ ভাবে হিন্দু মিঠাই, অমৃত্তি ও হিন্দী। কিন্তু মোক কোনোৱে অমৃত্তি লক্ষ্ণৌৰ আৱিষ্কাৰ বুলি কৈছিল। বৰ্ত্তমানে এই মিঠাইবোৰ সম্পৰ্কে লক্ষ্ণৌৰ একো বিশেষত্ব নাই। এই বিষয়ত যি নাম বা খ্যাতি ভাৰতৰ অন্য ডাঙৰ ডাঙৰ নগৰৰ আছে সেয়ে লক্ষ্ণৌৰো আছে। আনকি ই এক অদ্ভুত যে লক্ষ্ণৌত আগ্ৰা আৰু পাঞ্জাবৰ মিঠাইৰ কাৰিগৰৰ খ্যাতি আৰু অন্য চহৰত দেখিলোঁ যে লক্ষ্ণৌ আৰু ইয়াৰ ওচৰ পাজৰৰ কাৰিগৰৰ বেছি খিয়াতি। আচলতে এই খ্যাতি বা প্ৰতিষ্ঠাৰো মূল কাৰণ হ'ল কোনো এখন দোকানৰ প্ৰসিদ্ধিৰ ওপৰত। সেয়ে যি কাৰিগৰৰ দোকান যিমান বেছি চলে তেওঁহে মিঠাইৰ উন্নতিৰ বাবে সিমান বেছি সুযোগ পায়।

মিঠাইৱালা সম্পৰ্কে এই কথাও সঁচা যে হিন্দু কাৰিগৰ সকল ওখ খাপৰ। মিঠাইৰ বাবে হিন্দু সকল যিমান আগ্ৰহশীল মুছলমানসকল সিমান নহয়। মাংস আদি খোৱা বাবে সম্ভৱতঃ মুছলমান বিলাকে নিমখীয়া বস্তু বেছি ভাল পায়। ইয়াৰ বিপৰীতে হিন্দুসকলে মিঠাই বেছি ভাল পায়। তেওঁলোকে কেৱল মিঠাইৰেই পেট ভৰাব পাৰে, মুছলমানে নোৱাৰে। হিন্দুৰ মিঠাইৰ প্ৰতি থকা ৰুচিৰ বাবেই মথুৰা, বাৰাণসী আৰু অযোধ্যা আদি হিন্দু তীৰ্থস্থানৰ বিভিন্ন ধৰণৰ আৰু সোৱাদৰ মিঠাই অইন নগৰৰ তুলনাত ভাল আৰু বিখ্যাত।

কিন্তু হালুৱা সোহন ( সুন্দৰ ) তৈয়াৰ কৰাত মুছলমান বাবুৰ্চীৰ উপৰিও আৰু বহুতেই খ্যাতি লাভ কৰিছিল। শেষ সময়ত ইয়াৰ বিখ্যাত খুশনবীস মুন্সী হাদী আলী চাহাবে পপড়ী.হলুৱা সোহনত বিশেষ খ্যাতি অৰ্জন কৰিছিল। তেওঁ এসেৰ 'সমনক' ( চুজী জাতীয় বস্তু ৯ )তে ত্ৰিছ সেৰ ঘি খটুৱাইছিল আৰু টুকুৰাবোৰত অদ্ভুত অদ্ভুত সুন্দৰ লতা পাত আঁকিছিল যাৰ ফলত হালুৱা সোহনৰ লগতে চিত্ৰ জ্ঞানৰ প্ৰসিদ্ধি প্ৰকাশ পাইছিল।

তাৰ পাছত মাটিয়া বুৰ্জত লক্ষ্ণৌৰ ধনী ব্যক্তি মুন্সীউস্সুলতান বাহাদুৰক মই নিজ চকুৰে দেখিছোঁ৷ এক ছটাক সময়নকত দুই-আঢ়ৈ সেৰ ঘি খটোৱা অৰ্থাৎ প্ৰতি সেৰত চল্লিছ সেৰ ঘি পৰিল। তেওঁৰ তৈয়াৰী পাপড়ী হালুৱা সোহন হালধীয়া ৰঙৰ পৰিবৰ্ত্তে ধোৱা কাপোৰৰ দৰে উজ্জ্বল আৰু বগা হয়।

## 29

বাবুৰ্চীখানা আৰু ভোজনৰ আৱিষ্কাৰ আৰু প্ৰগতি সম্পৰ্কে আমি যথেষ্ট কলোঁ। কিন্তু এইখিনি আৰু কব খোজোঁ যে ইয়াত আৰু এছিয়াৰ অইন দেশতো সোৱাদ সৃষ্টিৰ লগে লগে এই কথাৰ ওপৰতো গুৰুত্ব দিয়া হৈছিল যে সোৱাদৰ লগতে ভোজন ওখ খাপৰ আনন্দপ্ৰদ সুগন্ধিৰো হওক, ৰং সুন্দৰ আৰু আকৰ্ষণীয় হওক, দেখাত মনোমুগ্ধকৰ আৰু ৰুচিকৰ হওক। যদিও হিন্দুস্তানৰ সকলো চহৰতে য'ত ভাল খাদ্যৰ বাবে ৰুচি আগ্ৰহ আছে এই সকলোবোৰ কথাৰ বাবে প্ৰচেষ্টা চলাইছিল, কিন্তু এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে সকলোতকৈ লক্ষ্ণৌহে এই ক্ষেত্ৰত বেছি সফলকাম হৈছিল। ইয়াত প্ৰায় সকলোৰে এক প্ৰকাৰ, সম্যক ৰুচিৰ জন্ম হৈছিল। ভাল বাবুৰ্চীৰেই অকল সৃষ্টি হোৱা নাছিল, আনকি শিষ্ট আৰু সম্ভ্ৰান্ত ঘৰৰ তিৰোতাবিলাকেও বাবুৰ্চীতকৈ বেছি ভালকৈ পৰিষ্কাৰ আৰু কুশলতাৰে কাম কৰাৰ পদ্ধতি গ্ৰহণ কৰিলে। এনে কোনো প্ৰতিষ্ঠিত পৰিয়াল নাছিল, যাৰ সম্মানিত মহিলা সকলৰ প্ৰত্যেকে ভাত ৰন্ধাত সিদ্ধহস্ত নহয় আৰু কোনো এবিধ ভাল খাদ্য ৰান্ধিবলৈ বুদ্ধিৰ দাবী কৰিব নোৱাৰে।

ভাত ৰন্ধাতকৈ বেছি বা তাৰ সমানেই বেছি আৱশ্যক খাদ্য ভাল ভাবে উলিওৱা আৰু তাক সজোৱা। ইউৰোপত আজিকালি খোৱা মেজখন ভালকৈ সজোৱাটো নিয়ম, তাৰ মাজে মাজে ফুলৰ থোপা সজোৱা হয় আৰু অইন ঠাইত পৰিপাটি হিচাপে চাউলেৰে বিভিন্ন

ৰঙত বোলাই মেজৰ ওপৰত আখৰ আৰু লতা-পাত আদি সজাই দিয়া হয়। কিন্তু মূল খাদ্য সজোৱাত ইংৰাজ বাবুৰ্চী বা খানাচামাইঁতৰ মুঠেও মন নাই। কেৱল বিয়াৰ কেক যিটো সম্ভ্ৰান্ত ঘৰ আৰু লৰ্ডৰ বিয়াৰ ভোজত খুব ভাল ধৰণৰ বুৰ্জ ( গড় ) বা ধুনীয়া প্ৰাসাদৰ আকাৰত তৈয়াৰ কৰি, খোৱাৰ মেজত আনি থয়হি।

ইয়াৰ বিপৰীতে হিন্দুস্তানত খোৱাৰ মেজ সজোৱাত অৱশ্যে কম মন দিয়া যায়, কিন্তু আচল খানা খুব পৰিষ্কাৰ ভাবে উলিয়াই সজোৱা হয় আৰু তাৰ ওপৰত সোণ-ৰূপৰ ৱৰক দিয়া হয়। পেস্তা আৰু বাদামেৰে নানা ৰঙ বিৰঙৰ চিত্ৰাঙ্কণো কৰা হয়। নাৰিকলৰ ৱৰক কাটি কাটি খুব ভাল ধৰণে সজাই দিয়া হয়। এই কলাত ৰকাবদাৰ-হঁত বিশেষ দক্ষ আছিল, আনকি সিহঁতৰ কামেই আছিল যি দক্ষতাৰে ভোজন সিহঁতে ৰান্ধে, তাতোকৈ বেছি ভাল ভাবে সেইবোৰক সজাব লাগে। প্ৰত্যেকখন কাঁহীতেই একোটা ফুলৰ থোপা কৰিব লাগে।

লক্ষ্ণৌত এই পৰম্পৰা চাকৰিজীৱী বাবুৰ্চী আৰু ৰকাৰদাৰৰ পৰা আৰম্ভ হৈ ভদ্ৰলোক সকলৰ ঘৰত প্ৰবেশ কৰিলেগৈ আৰু তিৰোতা সকলৰ এনে নিচা হ'ল যে তেওঁলোকে যি দক্ষতাৰে কাঁহী সজায় ৰকাবদাৰ হঁতৰ বাবে সি সম্ভৱ নহয়, যদিও এইটো সিহঁতৰেই কলা আছিল। ইউৰোপৰ অনুসন্ধানকৰ্ত্তা সকলে এই কথা নিশ্চিত ভাবে কৈছে যে তিৰোতাবিলাকৰ ললিত কলাৰ প্ৰতি বিশেষ ৰুচি হয়। বিশেষভাবে কোনো বস্তু সজোৱা আৰু তাক আদব-কায়দাৰে পৰিবেশন কৰাত স্বভাৱতে পুৰুষতকৈ তেওঁলোক আগবঢ়া হ'ব। ইয়াৰ প্ৰমাণ হিন্দুস্তানৰ লক্ষ্ণৌৰ সেই তিৰোতাসকলৰ স্বভাৱৰ পৰাই পাব পাৰি যি সকলে ভোজনৰ কাঁহী সজোৱাত পাৰদৰ্শিতা দেখুৱাইছিল।

হিন্দুস্তানৰ বিয়াৰ 'কেক' যাৰ উল্লেখ ওপৰত কৰা হ'ল, সি সাধাৰণতে ৰীতি মতে বিয়াৰ সময়ত দৰা কইনাৰ সমুখত ৰখা হয়, তাক প্ৰায়েই ঘৰৰ তিৰোতা বিলাকে এনে সুন্দৰকৈ আৰু দক্ষতাৰে সজাই যে তাক বহি চাই থাকিবৰে মন যায়।

খাদ্যৰ লগতে 'আবদাৰখানা'ৰ উল্লেখ কৰাটোও ৰুচি-বিগৰ্হিত নহ'ব। আবদাৰখানা—বাদছাহ আৰু আমীৰ আদিৰ পানীৰ ব্যৱহাৰিক নাম। সেই সময়ত বৰফ নাছিল আৰু কোনো সময়ত চেঁচা পানী পোৱাটো মুস্কিল আছিল। ইয়াৰ বাবে সেই সময়ত বিশেষ ব্যৱস্থা কৰা হৈছিল, পানী নতুন কলহত ভৰাই থোৱা হয়, সৰু আৰু পৰিষ্কাৰ মাটিৰ পিয়লা পানী খাবৰ বাবে থোৱা থাকে। কলহ আৰু পিয়লাৰ ওপৰত ৰঙা কাপোৰ ঢাকি দিয়া হয় আৰু তাক তিয়াই ৰখা হয় যাতে বতাহ লাগিলে তিতা কাপোৰ খুব ঠাণ্ডা হয়, আনকি গৰম বতাহ আৰু লুও যিমানেই গৰম হয়, সিমানেই বেছি কাপোৰখন ঠাণ্ডা হয় আৰু কাপোৰৰ ঠাণ্ডাই ভিতৰৰ পানী চেঁচা কৰে। প্ৰায়ে ৱাৱাৰী ( এক প্ৰকাৰ কলহ ) সুৰাহী আনকি কলহো মুখত কাপোৰ বান্ধি কোনো গছৰ ডালত ওলোটাকৈ ওলমাই থোৱা হয়। বতাহ ভিতৰত সোমাব নোৱাৰা কাৰণে পানী নপৰে আৰু খুব চেঁচা হয়।

বৰষুণৰ দিনত যেতিয়া এই উপায়ো কামত নালাগে তেতিয়া প্ৰায়েই কলহত পানী ভৰাই নাদত ওলোমাই থয়, তাত ই খুব চেঁচা হয়।

ইয়াৰ উপৰিও সকলোতকৈ ডাঙৰ ব্যৱস্থা আছিল এয়ে যে দস্তাৰ পাতল সুৰাহী অনা হয় আৰু তাত শোৰা ( পানী চেঁচা কৰা দ্ৰব্য বিশেষ ) আৰু পানী ভৰাই ঘূৰোৱা হয়। এই উপায়েৰে কম সময়ৰ ভিতৰতে পানী বৰফ দৰে চেঁচা আৰু ভাল লগা হয়। এই পদ্ধতিক "সুৰাহীৰ বুলনা" বুলি কয়।

পিছৰ কালত বৰফ সংগ্ৰহ কৰাৰো ভাল উপায় উলিয়াইছিল। খুব বেছি ঠাণ্ডা দিনত খেতি পথাৰ আৰু মুকলিত মাটিৰ বাচন আৰু পিয়লাত গৰম পানী ভৰাই থৈ দিয়া হয়—ৰাতিপুৱা সেইবোৰ জমি থাকে। সেই বৰফ তেতিয়াই তৎক্ষণাত দ মাটিৰ তলত, যাৰ ব্যৱস্থা আগতেই কৰি থোৱা থাকে, পুতি থয় আৰু তলত থকালৈকে এই বৰফ যেনে তেনে থাকে। এই উপায়েৰে ইমান খিনি বৰফ খেতিমাটিত পুতি থয় যে গোটেই বছৰৰ বাবে ই যথেষ্ট হয় আৰু তাৰ

পৰা সদায় উলিয়াই ব্যৱহাৰ কৰা হয়। কিন্তু এই বৰফ পানীত মিহলাবৰ বাবে উপযোগী পৰিষ্কাৰ নহয় কিন্তু শোৰাৰ দৰে তাত নিমখ আৰু শোৰা মিলাই সুৰাহীত ঘূৰোৱা হয় বা বৰফৰ কুলফী ( খাদ্য বিশেষ ) কৰা হয়।

কিন্তু এই ব্যৱস্থা বাদছাহ বা তেওঁৰ সমকক্ষ আমীৰ ওমৰাহৰ মাজতহে সীমিত আছিল। দুখীয়া মানুহে ইয়াৰ পৰা উপকৃত হ'ব নোৱাৰিছিল। দুখীয়া আৰু মধ্যবিত্ত সকলে এইবোৰ ( ওপৰত উল্লেখকৰা ) যুক্তিৰেই পানী চেঁচা কৰিছিল আৰু এই ব্যৱস্থা ইমান সাধাৰণ হৈ পৰিছিল কম বেছি পৰিমাণে ই সকলোৰে ঘৰত আছিল।

পানীৰ এনে ব্যৱস্থাই সেই সময়ত লক্ষ্ণৌত আছিল। স্বভাৱৰ স্বচ্ছতাই-এনে ৰূপ লৈছিল যে মাটি আৰু দস্তাৰ সুৰাহী আৰু তেনে পিয়লাত প্ৰায়েই 'টুল'ৰ কাপোৰ ঢাকি থোৱা থাকে আৰু তাৰ ওপৰত ৰূপালী ফীটা মেৰুৱাই দি এনে আকৰ্ষণ সৃষ্টি কৰে যে পানী খোৱাৰ কথা বাদেই বাচনটো দেখিয়েই মন জুৰ পৰি যায়।

মই এই কথা নাজানো যে মই বৰ্ণনা কৰা আবদাৰখানাৰ এই ব্যৱস্থা সম্পুৰ্ণভাবে দিল্লীত আছিল নে নাই ; নিশ্চয় থাকিব পায়। আৰু সম্ভৱতঃ তাৰ পৰাই এই ব্যৱস্থা লক্ষ্ণৌলৈ আহিল কিজানি। কিন্তু মই এই ব্যৱস্থা আৰু ইয়াৰ বস্তু লক্ষ্ণৌত সাধাৰণতে যিমান দেখিছিলোঁ দিল্লীত দেখা নাই।

সম্ভৱতঃ তাতো এনে হ'ব পাৰে, কিন্তু এই কথাত সন্দেহ কৰিব নোৱাৰি যে লক্ষ্ণৌলৈ আহি মাটিৰ কলহ আদিৰ কাৰিগৰী আৰু সৌন্দৰ্য্য যথেষ্ট বাঢ়িল এই বাবেই যে ইয়াৰ মাটিৰ ভাল গুণৰ বাবে যিমান সূক্ষ্ম আৰু ধুনীয়া মাটিৰ বাচন লক্ষ্ণৌত তৈয়াৰ হ'ব পাৰে অইন কোনো ঠাইত নোৱাৰে। দিল্লীবাসী সকলৰ তাত দস্তাৰ সুৰাহী তেনেকুৱাই থাকিব পাৰে, কিন্তু মাটিৰ এনে সুৰাহী তাত কৰো ভাগ্যত লিখা নাই। মাটিৰ বাচনৰ বৰ্ণনা আমি আগলৈ উপযুক্ত সময়ত কৰিম।

বাদছাহ য'লৈকে যায় তেওঁৰ লগত বাবুৰ্চীখানা আৰু আবদাৰখানা ও গৈছিল। কিন্তু আবদাৰখানাৰ ব্যৱস্থা অইন ধনী সকলৰ মাজত

ইমান লোকপ্ৰিয় হৈ পৰিছিল যে বহুতেই আব্দাৰ খানা লগে লগে লৈ ফুৰিছিল। এনেকৈ মিৰ্জা হায়দাৰ চাহাবৰ আবদাৰখানা আৰু হোকাৰ ব্যৱস্থা এনে দানশীলতাৰ সিদ্ধান্তৰ ওপৰত অৱলম্বিত আছিল যে তেওঁ যি বিয়াতেই গৈছিল তাৰ মহফিলত উপস্থিত সকলোকে পানী আৰু ধপাত খুওৱাৰ ব্যৱস্থা তেওঁক দিয়া হৈছিল আৰু মহফিলত তেওঁৰ অনুগ্ৰহ বহুতো মানুহৰ বাবে বৰদান সিদ্ধ হৈছিল।

## 30

এতিয়া আমি সেই দৰবাৰ আৰু লক্ষ্ণৌৰ পোছাকৰ বিষয়ে চৰ্চ্চা কৰিব খুজিছোঁ যি আচলতে খুব আকৰ্ষণীয় আলোচনা।

প্ৰথমতে যিসকল আৰবী মুছলমান ইয়ালৈ আহিল তেওঁলোকে যদিও কুৰ্ত্তা, লুঙী আৰু চোগা (গাউনৰ দৰে ঢিলা পোছাক) পিন্ধিছিল কিন্তু পোছাক আদিত তেওঁলোক ইয়াৰ মানুহতকৈ কোনো গুণে শ্ৰেষ্ঠ নাছিল। যেতিয়া সাসানী ( ইৰাণৰ ৰাজবংশ ) সংস্কৃতি গ্ৰহণ কৰি, বাগদাদৰ আস্বাসী দৰবাৰে আৰবৰ ভদ্ৰলোক সকলৰ নিমিত্তে পায়জামা, চোগা ( গাউনৰ দবে ঢিলা পোছাক বিশেষ ) আৰু সুন্দৰ পাগুৰিৰ পৰম্পৰা আৰম্ভ কৰিলে তেতিয়াৰ পৰা পোছাকৰ উন্নতি আৰম্ভ হ'ল। এই পোছাক সম্পূৰ্ণভাবে বা বেছি পৰিমাণে সাসানী দৰবাৰৰ আমীৰ আৰু চৰ্দাৰ সকলৰ পোছাকৰ নকল আছিল। কম দিনৰ ভিতৰতে এই পোছাক, মিছৰৰ পৰা সিন্ধু নদীৰ পাৰলৈ বিয়পি থকা সকলো মানুহৰ পোছাক হৈ পৰিল। আৰু শেষত এই পোছাক লৈয়েই হিন্দুস্তানলৈ আহিল। ছবিত আগৰ মুছলমান শাসক সকলৰ যি পোছাক দেখা যায়, সি ইৰাণী আৰু আস্বাসী অধিকাৰী আৰু শাসক সকলৰ পোছাকৰ দৰে প্ৰায় একেই। পাৰ্থক্য কেৱল ইমান থিনিয়েই আছিল ইয়াৰ ছুলতানে অইন বজাৰ তুলনাত মণি মুকুতা খুব বেছি পিন্ধিছিল।

আমি জনা মতে মোগল দৰবাৰৰ শেষ পোছাক আছিল মূৰত পাগুৰি, গাত নীমা জামা ( চোলাৰ তলত পিন্ধা পোছাক বিশেষ ) ভৰিৰ গোৰোহাৰ ওপৰলৈ উঠা কম বহলৰ পায়জামা ভৰিত ওখ গেৰোৱাৰ জোতা আৰু কঁকালত চোলাৰ ওপৰত টঙালি। দিল্লীৰ পুৰণি ভদ্ৰলোকৰ এয়ে পোছাক আছিল। মুহম্মদ ছাহ ৰঙ্গীলাৰ সময়তকৈ ইয়াৰ কোনো পৰিৱৰ্ত্তন হোৱা নাছিল আৰু হৈছিল যদিও ইমান সামান্য যে সি আমাৰ চকুত পৰাই নাছিল।

এই পোছাকত 'নীমা'ৰ অৰ্থ আছিল আধা হাত থকা চোলা যাৰ বুকৰ পিনে কাপোৰৰে বুটাম লগোৱা থাকে। তাক তলত পিন্ধি ইৰাণী চোগাক হেৰফেৰ কৰি চিলাই কৰা পায়জামা পিন্ধে। তাত গৰীবান (গলৰ তলৰ আৰু বুকৰ ওপৰৰ কাপোৰ অংশ—কলাৰ আদি) নাথাকিছিল, দুয়ো ফালে যি পৰ্দাৰ দৰে আছিল সেয়েই ভাঁজ লাগি ওপৰা ওপৰিকৈ পৰি বুকুখন ঢাকিছিল। বুকৰ ওপৰ অংশ ( গলৰ তলৰ) আজিকালি ইংৰাজী কোটৰ দৰেই খোলা আছিল আৰু যি দৰে কমীজ আদিয়ে ওপৰ অংশ লুকাই ৰাখে, তেনেকৈয়ে নীমাইও ঢাকি ৰাখিছিল।

বুকুৰ ওপৰত বাঁওফালৰ পৰা অহা পৰ্দা তলত থাকে আৰু সোঁফালৰ আঁচলটোত ফীটাৰে বান্ধি দিয়া হয় আৰু তাৰ ওপৰত সোঁফালৰ পৰ্দাখন থাকে। তাক বাঁও আঁচলটোত বান্ধি দিয়া হয়। পাছত কঁকালৰ ওচৰত আঁচলৰ সলনি স্কাৰ্টৰ নিচিনা লগাই দিয়া হয়, যি কলাফুলৰ ওপৰত ওলমি থাকে। তাত বহু চিলাই দিয়া থাকে আৰু তাৰ ঘেৰা বৰ বহল। চোলাৰ হাত আধালৈ চিলাই নকৰাকৈ খোলাই আৰু ওলমি থাকে। তাৰ তলত সাধাৰণ কম বহলৰ পায়জামা থাকে। ধনী বা অধিকাৰী সকলে মশৰু ( পাট আৰু কপাহী সূতাৰে বোৱা কাপোৰ বিশেষ ) আৰু গুলবদন ( পাটৰ কাপোৰ বিশেষ )ৰে ইয়াক চিলাই কৰি লৈছিল।

দুই-তিনি শতিকা আগলৈ আমাৰ পূৰ্ব পুৰুষ আৰু হিন্দুস্তানৰ অধিকাৰী বৰ্গ তথা সকলো সম্ভ্ৰান্ত জনৰ এয়েই পোছাক আছিল।

টুপী, পাগুৰি আৰু পায়জামাত যি পৰিৱৰ্ত্তন হ'ল তাৰ বিবৰণ আমি পিছত দিম। বৰ্ত্তমানে আমি গাৰ অংশৰ পোছাকৰহে বৰ্ণনা কৰিছোঁ- সঁচাকৈয়ে আচল পোছাক এয়েই, ইয়াৰ দ্বাৰাই মানুহৰ বেশভূষা স্থিৰ হয়। এয়ে এই পৰম্পৰাত দৰবাৰী পোছাক আছিল। এই পোছাক পিন্ধিয়েই নবাব বুৰহান-উল-মুলক মনসুৰ জংগ আৰু ছুজাউদ্দৌলা দিল্লীৰপৰা অৰধলৈ আহিছিল। জামা (চোলা) সাধাৰণতে পাতল মলমল কাপোৰৰে চিলাইছিল যি হিন্দুস্তানৰ বিভিন্ন নগৰত খুব সুন্দৰ, পাতল কৰি তৈয়াৰ কৰিছিল আৰু পৃথিৱী বিখ্যাত আছিল। ঢাকাৰ মলমল আৰু জামদানী (পাতল কাপোৰ বিশেষ) উচ্চ শ্ৰেণীৰ অধিকাৰী আৰু বাদছাহ আদিয়ে পিন্ধিছিল।

ইয়াৰ পিছত ইৰাণী কবা (চোগা)ৰ অনুকৰণত বালাবৰ (চোলাৰ এটা ভাগ)ৰ প্ৰচলন হ'ল—যাৰ ঘূৰণীয়া গৰীবান একেবাৰে খোলা থাকিছিল—এই কাৰণেই যে বুকু ঢাকিবলৈ তাৰ তলত পিন্ধা নীমাই যথেষ্ট আছিল। চিলাই আৰু ঘেৰা তাৰ পৰা বাদ দিয়া হ'ল আৰু ইয়াৰ বাবে যে আঁচল যাতে আগফালে খোলা নাযায়। সোঁফালৰ আঁচলত বহল 'কলী' (কুৰ্ত্তা আদিত লগোৱা তিনি কোণীয়া কাপোৰ) লগোৱা হয়। এই 'কলী' সেই কলীৰ প্ৰথম ৰূপ যি আজিকালি শেৰৱাণীত বাঁওফালে তললৈ নি ফীটাৰে বান্ধি দিয়া হয় বা হুক লগোৱা যায়। 'বালাবৰো' দিল্লীৰেই আৱিষ্কাৰ।

এই বালাবৰক উন্নতি কৰিয়েই দিল্লীয়ে 'অঙৰখা' (চাপকন) উলিয়ালে যি আচলতে জামা আৰু বালাবৰক মিলাই এক নতুন পোছাক তৈয়াৰ হ'ল। ইয়াৰ বুকৰ ওপৰৰ 'চোলী' কবা'ৰ পৰা অনা হৈছে কিন্তু বুকু খোলা ৰখাৰ সলনি এখন ঘূৰণীয়া দীঘল আকাৰৰ গৰীবান বঢ়োৱা হ'ল। যাৰ ওপৰত গলৰ তলত অৰ্দ্ধচন্দ্ৰাকাৰ গলা লগোৱা হয় আৰু বাঁওপিনে গলৰ ওচৰত বুটামত লগাই দিয়া হয়। চোলী তলত থাকে যাতে প্ৰথমে সোঁফালৰ পৰ্দা বুকুৰ তলত সোঁমাজত আনি বান্ধি দিয়া হয়, তাত বাঁওফালে অলপমান বুকুখন খোলা থাকে, চোলী তলত থাকে আৰু তলত আঁচল যদিও কবাৰ দৰে হয় তথাপি

পুৰণি জামাৰ স্মৃতিত দুয়োপিনে বগলৰ তলত চিলাই অৱশ্যেই থাকে।
এয়েই পুৰণি অংগৰখা ( চাপকান ) আছিল যি দিল্লীৰ শেষ পৰ্য্যায়ত প্ৰচলিত হৈছিল আৰু সমগ্ৰ হিন্দুস্তানতে প্ৰচাৰ হৈছিল। লক্ষ্ণৌলৈ অহাৰ পিছত এই অংগৰখা বেছি লিপিটখোৱা আৰু নানা কলাকাৰী হ'ল। চোলী খুব ঘূৰণীয়া, ওথ আৰু লিপিত খোৱা হ'ল। বগলৰ চিলাই একেবাৰে নাইকিয়া হ'ল। আঁচলৰ সলনি ভাঁজ কৰি পাৰি দিয়া কাপোৰ লগোৱাৰ ব্যৱস্থা হ'ল। ইয়াৰ পাছত নবাবজাদা আৰু কাপোৰ পিন্ধাৰ চখীন সকলে 'কমৰতোঙ্গ'ৰ সলনি যি চোলীৰ তলত গাঠি দিয়া ঠাইত লগোৱা হয়, পেটৰ দৰে তিনি তিনি ডোখৰ কমৰতোঙ্গ লগোৱা হয়। ঠায়ে ঠায়ে বুটাম আৰু কমৰতোঙ্গৰ ওচৰত বেজী সূতাৰ বন কৰা কাম কৰি দিয়া হ'ল।
দিল্লীত অংগৰখাৰ পিছত নীমা' এৰা পৰিছিল আৰু বাঁওফালে বুকু খোলা থকাঁটো বেয়া বুলি নাভাবি, ফেশ্যন বুলি ধৰি লৈছিল। লক্ষ্ণৌত ইয়াৰ তলত নীমাৰ সলনি 'শলুকা উলিয়ালে যাৰ আগৰ পিনে বুটাম লগোৱা হয় কাৰণ ইতিমধ্যে ইউৰোপৰ বুটাম পাইছিলেহি। শলুকত ফেশ্যন দেখুওৱা হৈছিল। অহঙ্কাৰী আৰু অভিমানী মানুহে জালৰ বা বাববলেটৰ লিপিত খোৱা শলুকা পিন্ধিছিল—য'ত কেঁচা সূতাৰ চিত্ৰ আদি অকাঁ হৈছিল। অইন মানুহে ৰঙীন শলুকা পিন্ধিছিল এইকাৰণেই যে তাৰ চিত্ৰ আদি আৰু তাৰ ৰং আদি বগা অংগৰখা ভেদ কৰি ওলাই এক বিশেষ প্ৰকাৰৰ আকৰ্ষণ সৃষ্টি কৰিছিল।
লক্ষ্ণৌ দৰবাৰলৈ অহাৰ পিছত বালাবৰৰ অইন এক সংস্কাৰ এয়ে হ'ল যে চিকণ নামৰ এক টান কৰা আৱিষ্কাৰ হ'ল। ইয়াতো তেনে ঘূৰণীয়া গৰীবান ৰখা হ'ল আৰু তাত অংগৰখাৰ দৰে বুকত পৰ্দাও লগোৱা হ'ল, কিন্তু সেই পৰ্দা সোঁফালে অৰ্দ্ধ বৃত্তাকাৰ ভাবে বুটামত লগোৱা হ'ল। ইয়াত সোঁফালে গলৰ ওচৰৰ পৰা বুটামৰ ধেনুভিৰীয়া ৰূপ লৈ কোলালৈ আছে আৰু ইয়াৰ অইন ফালৰ অৰ্দ্ধবৃত্তত আঁচল কৰাৰ লগত চিলাই কৰি দিয়া হয়। ইয়াতো বালাবৰৰ দৰে বহল

কলী ওপৰত লগোৱা হয় যি বগলৰ তলত বাঁওফালে বুটাম বা মুণ্ডী (কাপোৰৰ বুটামৰ নিচিনা বস্তুত) লগাই দিয়া হয়। ই সুন্দৰ জোশালী (কাপোৰ বিশেষ) বা কোনো অন্য ডাঠ কাপোৰৰ হয় আৰু জাৰৰ দিনৰ বাবে বেছি উপযোগী। এ সময়ত ইয়েই দৰবাৰী আৰু অধিকাৰী সকলৰ সন্মানীয় পোছাক আছিল। ইংৰাজ সকলে ইয়াক খুব পছন্দ কৰিছিল আৰু তেওঁলোকৰ চাকৰবোৰক এসময়লৈ ইয়াকেই পিন্ধাইছিল।

সকলোৰে পিছত লক্ষ্ণৌৰ একে বাৰে শেষ অৱস্থাত চাপকন আৰু অঙ্গৰখা দুয়োকো মিলাই আচকণ তৈয়াৰ কৰা হ'ল যাক মাজতে চিধাই কাটি আধা আধা দুয়োফলে চিলাই দিয়া হ'ল আৰু চিলাইৰ ঠাইত পাৰি দিয়া কাপোৰৰ জৰিয়তে গৰীবানৰ গোল আৰু কটাৰ পদ্ধতি ৰাখি থৈছিল। মাজৰ শাৰীত যি গলৰ পৰা পোনেই কোলালৈ আহিছিল। বুটাম লগাই দিয়া হৈছিল। ওপৰত যি কলী বালাবৰত লগোৱা হৈছিল ইয়াৰ তলত দিয়া হ'ল যাতে আঁচল খুলি নাযায় আৰু বালাবৰৰ কলী ওপৰৰ পিনে লগোৱাৰ ফলত যি কুৰূপ দেখা গৈছিল সিও নোহোৱা হয়। আচকণৰ তলৰ অংশ একেবাৰে চাপকণ আৰু অঙ্গৰখাৰ দৰে হয়। চখীন মানুহে ইয়াতো তেনে পাৰি, আৰু তেনে তিনি 'কমৰতোঙ্গ' আৰু গুণাৰ কাম আদি কৰি লয়।

অন্তিম আৱিষ্কাৰ এই আচকণ মানুহে বৰ ভাল পালে। ইয়াৰ প্ৰচলন নগৰ পাৰ হৈ গাঁৱত আৰম্ভ হ'ল আৰু চাওঁতে চাওঁতে সমগ্ৰ হিন্দুস্তানতে বিয়পি পৰিল। এই আচকণেই হায়দৰাবাদ পাই অলপ পৰিৱৰ্ত্তিত হৈ শেৰৱাণী হ'ল। তাত ইয়াৰ আস্তীন ইংৰাজী কোটৰ দৰে কৰি দিলে। পাৰি আদি লগাই যি গৰীবান বুকৰ ওপৰত ৰখা হৈছিল তাক নোহোৱা কৰা হ'ল। চিলাই আদিত ইংৰাজী কোটৰ আৰ্হিয়েই অনুসৰণ কৰা হ'ল আৰু এই পোছাক প্ৰচলিত হ'ল। আজি কালি হিন্দুস্তানৰ হিন্দু মুছলমানৰ সকলো মানুহৰে ৰাষ্ট্ৰীয় পোছাক বুলিয়েই ইয়াক কব পাৰি। লক্ষ্ণৌ বাসীয়েও কিছু দিনৰ পিছত তেওঁলোকৰ নিজৰ আৱিষ্কাৰৰ হায়দৰাবাদে কৰা সংশোধন দেখিলে

যি উচিতো আছিল—তেতিয়া তেওঁলোকবো পছন্দ হ'ল। আৰু কম সময়ৰ ভিতৰতে শেৰৱাণীৰ প্ৰচলন প্ৰত্যেক নগৰ আৰু চহৰৰ দৰে লক্ষ্ণৌতো হ'ল।

অঙ্গৰখাৰ তলত যি শলুক পিন্ধা হৈছিল তাৰ সলনি প্ৰথমে ঢিলা আৰু দীঘল কুৰ্ত্তা পিন্ধা হৈছিল আৰু কিছু দিনৰ পিছত পশ্চিমীয়া প্ৰভাৱে কুৰ্ত্তা একৰাই ইংৰাজী কামিজৰ প্ৰচলন কৰিলে যাৰ 'কফ' আৰু কলাৰ আছিল। কামিজ আৰু কলাৰৰ প্ৰচলনে শেৰৱাণীৰ ঢিলাই আৰু বঢ়ালে অৰ্থাৎ বগা কলাৰটো ওপৰ উলিয়াই ৰখাটো আৱশ্যক হৈ পৰিল আৰু শেৰৱাণীৰ ওপৰত মূৰটো হুকত লগাই কামিজৰ সেই ওপৰৰ বুটামৰ তলত থাকক য'ত কলাৰ লগোৱা হয়। 'কফ'ৰ কিছু অংশ ওলাই থকাকৈ আস্তীন ৰখা হ'ল। শিক্ষিত আৰু মধ্যম বৰ্গ মানুহৰ পোছাক, অইন চহৰৰ দৰে, বৰ্ত্তমানে লক্ষ্ণৌতো এই শেৰৱাণীয়েই, কিন্তু ই লক্ষ্ণৌৰ বিশেষত্ব নহয় কাৰণ লক্ষ্ণৌৰ আৱিষ্কাৰ আচকণতেই শেষ আৰু ইয়াৰ প্ৰচলন প্ৰায় শেষেই হৈছে।

## 31

শৰীৰৰ মাজ ভাগৰ পোছাকৰ বৰ্ণনা আমি কৰি আহিলোঁ। গতিকে আমি মূৰৰ লগত সম্বন্ধ থকা অংশৰ পোছাকৰ পিনে এতিয়া মন দিওঁ আৰু এই পোছাকক হিন্দুস্তানত বেছি সন্মান দিয়ে এইবাবেই যে যি দৰে গোটেই শৰীৰটোৰ ভিতৰত মূৰটোৱেই প্ৰমুখ ঠিক সেই-দৰেই তাৰ পোছাকেও মুখ্য স্থান পোৱা উচিত। প্ৰাচীন কালৰে পৰা হিন্দুস্তানত পাগুৰি মৰা প্ৰথা চলি আহিছে। যদিও আৰব আৰু ইৰাণী সকলেও অমামা বান্ধি ( পাগুৰি বিশেষ মাৰি ) ইয়ালৈ আহি-ছিল আৰু তেওঁলোকৰ ৰাজত্ব প্ৰতিষ্ঠা হোৱা কাৰণে ইয়াৰ পাগুৰিৰ বহুতো কিবা কিবি পৰিৱৰ্ত্তন ঘটিছিল, কিন্তু এই কথা হলে কব নোৱাৰি যে মুছলমান অহাৰ আগতে ইয়াত পাগুৰি নাছিলেই।

প্ৰাৰম্ভিক কালৰ মুছলমান শাসক সকলৰ অমামা ( পাগুৰি ) ডাঙৰ ডাঙৰ আছিল আৰু এই অনুপাতে তেতিয়াৰ প্ৰতিষ্ঠিত ব্যক্তি, সামন্ত তথা ধনীলোক সকলৰ পাগুৰিও সম্ভৱতঃ ডাঙৰ ডাঙৰ আছিল যাৰ তলত প্ৰাচীন তুৰ্কীৰ ধৰণৰ জোঙা আৰু শং ম্বাকাৰু টুপী আছিল যি আজিও আফগানিস্তানত প্ৰচলিত হৈ আছে আৰু তেওঁলোকৰ পৰা আনিয়েই আমাৰ হিন্দুস্তানী সেনা বাহিনীৰ পোছাকৰ লগত ইয়াক যোগ কৰা হৈছে।

মোগল শাসন কালত দিনে দিনে পাগুৰি সৰু হ'ব ধৰিলে আৰু তাৰ কাৰণ আছিল এয়ে যে ঠাণ্ডা দেশত যি দৰে শীতৰ পৰা ৰক্ষা পাবৰ নিমিত্তে সময় যোৱাৰ লগে লগে, ব্যৱহাৰ কৰা পোছাক গধুৰ আৰু লেতেৰা হয়—তেনেকৈ গৰম দেশত পাতল আৰু খুব কম হৈ পৰে। প্ৰাচীন মুছলমান বিজেতাসকল যেনেধৰণৰ গধুৰ আৰু ডাঠ কাপোৰ পিন্ধি হয়তো আহিছিল সেইবোৰৰ ওজনৰ কথা আমি কেৱল অনুমানেই কৰিব পাৰিম কিন্তু ইংৰাজ সকলকতো আমি নিজ চকুৰে দেখিছোঁ যে তেওঁলোকৰ আৰু তেওঁলোকৰ তিৰোতা সকলৰ পোছাক দিনে দিনে কিমান কম আৰু পাতল হ'ব ধৰিছে।

এই নিয়ম অনুসৰিয়েই ইয়াৰ পাগুৰি দিনে দিনে পাতল আৰু সৰু হৈ গ'ল আৰু দেশবাসীৰ এই গতিয়ে দৰবাৰৰ ফেশ্যনৰ ওপৰতো প্ৰভাৱ পেলালে। মোগল দৰবাৰৰ শেষ কালত অধিকাৰী আৰু মন্‌সবদাৰ সকলৰ পাগুৰি খুব পাতল হৈ পৰিছিল আৰু কম পোছাকৰ এই প্ৰবৃত্তিয়ে পাগুৰিৰ শ শ ফেশ্যনৰ জন্ম দিলে আৰু আমীৰ সকলে নিজৰ বাবে খাচ বান্ধোন আৰু বিশেষ ধৰণৰ সৰু সৰু পাগুৰি উলিয়ালে।

পাগুৰি সৰু হোৱাই তুৰ্কী টুপী নোহোৱা হ'ল আৰু অৱস্থা এনে হ'ল যে কাৰো পাগুৰিৰ তলত টুপী নথকাই হ'ল আৰু কোনোবাই যদি পিন্ধিছিলো ইমান পাতল কাপোৰৰ আছিল যে ফু মাৰিলেই উৰি যায়। এই টুপী বিলাক কি ফেশ্যনৰ আছিল সেই বিষয়ে নিশ্চয়কৈ একো কব নোৱাৰি। সম্ভৱতঃ আজি কালি শ্বেখ আৰু

ফকীৰহঁতে মূৰত পিন্ধা টুপীৰ দৰেই সিবোৰ আছিল অৰ্থাৎ ছয় সাত আঙুল বহল কাপোৰ এডোখৰ মূৰৰ জোখৰ ঘেৰ সাজি আৰু ওপৰৰ পিনে চিলাই দিয়া।

কিন্তু কিছুদিন পিছতেই আৱশ্যকতা অনুভৱ কৰিলে যে ঘৰত আৰু এনেয়ে সাধাৰণ মহফিলত পাগুৰি খুলি ৰখা হয়, কিন্তু খালী মূৰে থকাটো যিহেতু বেয়া লাগে সেয়ে যি কোনো প্ৰকাৰৰ টুপী এটা দৰকাৰ। এই আৱশ্যকতাৰ বাবেই দিল্লীত মুকুটৰ আকাৰৰ পৰা লৈ এটা হালধীয়া টুপী তৈয়াৰ কৰা হ'ল যাৰ মূৰত পিন্ধা ঘূৰণীয়া ঘেৰটোত চাৰিটা কোণ ওলাই থাকিছিল। এই ফেশ্যনৰ টুপী এতিয়াও দিল্লীৰ কিছুমান আমীৰ আৰু ছাহজাদাৰ মূৰত দেখিবলৈ পোৱা যায়। এই টুপীক আচলতে চৌগোশিয়া (চাৰি টুকুৰা তিনি কোণীয়া কাপোৰেৰে সজা টুপী) টুপী বোলা হয়। কিছু দিনৰ পিছত এই টুপীবো পৰিৱৰ্ত্তন আৰম্ভ হ'ল আৰু দিল্লীতেই কমৰসী কোণ এৰি ঘূৰণীয়া কৰাৰ লেখীয়া টুপীৰ প্ৰচলন হ'ল য'ত চাৰিখন পাণৰ দৰে কাটি যোগ কৰা হয় যাতে দীঘলীয়া 'কৰা'ৰ দৰে দেখা যায়। এই টুপী পিন্ধা মানুহ লক্ষ্ণৌলৈ আহিল আৰু সেই সময়ৰ পৰা তাত লক্ষ্ণৌ দৰবাৰৰ প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰিলে। ইয়াত ইয়াৰ প্ৰথম পৰিৱৰ্ত্তন হ'ল যে পাণৰ যোৰাৰ ওপৰত দীঘল সুৰাহী সজোৱা হ'ল আৰু সেই সুৰাহীৰ মাজত সুন্দৰ চন্দ্ৰমা সাজি দিয়া হ'ল। সেই চন্দ্ৰমা আৰু সুৰাহী এনেদৰে সজোৱা হ'ল যে কোমল তঞ্জেবৰ মিহি মল মল পাণত মৈন সুখৰ (এক প্ৰকাৰ পাতল সূতাৰ কাপোৰ সুৰাহী আৰু চন্দ্ৰমা কাটি ভিতৰৰ পিনে চিলাই কৰি দিয়া হয় যাক ওপৰৰ পৰা দেখা যায় আৰু টুপীতো স্বচ্ছতা আৰু সৰলতা বা বিনম্ৰতা আনি দিয়ে। এই টুপী ইয়াৰ মানুহে খুব পছন্দ কৰিলে। সাধাৰণ মানুহে হঠাতে পাগুৰি মাৰিবলৈ এৰিলে আৰু সকলো সভ্য আৰু শিষ্ট ব্যক্তিৰেই মূৰত এই টুপীয়েই শোভা পাবলৈ ধৰিলে।

এই টুপীৰ লোকপ্ৰিয়তাৰ কাৰণেই ইয়াৰ সাজোন আদিতো সংস্কাৰ হ'ল। দীঘলীয়া গুণ শেষ হৈ তাত খুব খাপখোৱা ধৰণৰ ঘূৰণীয়া গুণ

আহিল আৰু কাঠ তথা তামৰ সাচাৰ আৱিষ্কাৰ হ'ল যাতে তাৰ ওপৰত এই চৌগোশিয়া ( দিল্লীৰ পুৰণি নাম লগত লৈ আহিছিলেই ) টুপী খুব কৰাৰ দৰে আৰু ঘূৰণীয়া হৈ পৰিল।

এই সময়তে নছীৰউদ্দীন হায়দৰৰ শাসন কাল আছিল, যি সময়ত লক্ষ্ণৌত চীআ সম্প্ৰদায়ৰ উন্নতিৰ চৰমত আছিল, অইন ধৰ্ম, ৰাজনীতি, সংস্কৃতি আৰু সমাজ ব্যৱস্থা সকলোতে নিজৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। আৰবৰ খলীফাৰ বিৰোধ আৰ পঞ্চতনৰ[1] প্ৰেমে লক্ষ্ণৌৰ সমাজ ব্যৱস্থাত চাৰিৰ সংখ্যাটো অপ্ৰিয় আৰু পাঁচৰ সংখ্যাটো প্ৰিয় কৰি তুলিছিল যাৰ প্ৰভাৱ টুপীৰ ওপৰতো পৰিল। কিছুমান প্ৰামাণিক হদীসৰ আধাৰত জহাঁপনাই নিজে এই পৰামৰ্শ দিলে যে সেই চৌগোশিয়া টুপীত চাৰিৰ সলনি পাঁচ পাণ[2] কৰি দিয়া হওক যাৰ কাৰণে পাঁচটা সুৰাহী আৰু পাঁচটা পাণ হ'ল আৰু নামো চৌগোশিয়াৰ সলনি পঞ্চগোশিয়া ঘোষিত হ'ল। কিন্তু আচল টুপীত যি সংস্কাৰ হৈছিল সি এনে স্থায়ী হ'ল যে চাৰি পাণৰ টুপী একেবাৰে নষ্ট হৈ গ'ল আৰু ইয়াত যে কেতিয়াবা চাৰিটাহে পাণ আছিল সেই কথা কাৰো মনতেই নাথাকিল। কিন্তু চৌগোশিয়া নামটোহে হলে নাইকিয়া কৰিব নোৱাৰিলে। যদিও কিছুমানে পঞ্চগোশিয়া বুলি কয়ো তথাপি পাঁচ পাণ থকা টুপীকো চৌগোশিয়া বুলি কোৱা লোকৰ সংখ্যাই বেছি।

অৱধৰ শাসক নছীৰউদ্দীন হায়দৰে এই পাঁচ পাণ থকা টুপী আৰম্ভণিতে নিজৰ বাবেহে উলিয়াইছিল আৰু তেওঁৰ জীৱিতাৱস্থাত সেই টুপী প্ৰজাৰ কোনোৱে পিন্ধিবলৈ সাহস নকৰিছিল। কিন্তু

---

[1] পাঁচজন ব্যক্তি অৰ্থাৎ হজৰত মহম্মদ, হজৰত আলী, হজৰত ফাতিমা ( তেওঁৰ ঘৈণীয়েক ) আৰু তেওঁৰ দুয়োজন পুতেক ইমাম হছন আৰু ইমাম হুছেন।

[2] তাচপাতৰ পাণৰ আকাৰৰ বঙা ৰঙৰ ছবি। হৰ্তনৰ চিত্ৰ।

নগৰবাসীৰ টুপীৰ এই ফেশ্যনটো ইমান পছন্দ হৈছিল যে তেওঁ চকু মুদাৰ লগে লগে সকলো ডাঙৰ সৰুৱে ইয়াক পিন্ধিবলৈ ললে আৰু লক্ষ্ণৌৰ সকলো শিষ্ট আৰু সভ্য লোকৰ মূৰত এই ঘূৰণীয়া কৰাৰ দৰে টুপী শোভা পাবলৈ ধৰিলে।

কিছুদিন পিছত জাৰৰ কাৰণে এনে ধৰণৰ বৰ সুন্দৰ বনকৰা টুপীৰ প্ৰচলন হ'ল য'ত পাঁচ পাণত জৰবফু বা বনৌষধিৰ জমীনত অইন ৰঙৰ ৰেছমী জমীন দি ফীতা আদিৰে চন্দ্ৰমা আৰু সুৰাহী আদি সজোৱা হ'ল আৰু সকলো ফেশ্যন ভাল পোৱা মানুহৰ মূৰত জাৰকালি, ইয়াৰ বাহিৰে অইন টুপী নাথাকিছিল। ইয়াৰ পিছত যেতিয়া বনকৰা কাপোৰৰ প্ৰচলন হ'ল গৰমকালিৰ নিমিত্ত তেনে ধৰণৰ চৌগোশিয়া টুপী এনে মহঙা. পৰিষ্কাৰ আৰু সুন্দৰ ভাৱে তৈয়াৰ হ'ব ধৰিলে যি একো একো বছৰৰ পৰিশ্ৰমেৰে তৈয়াৰ হৈছিল আৰু দহ দহ বাৰ বাৰ টকালৈ একোটাৰ দাম পৰিছিল।

সেই সময়ত দিল্লীৰ এজন ছাহজাদা লক্ষ্ণৌলৈ আহিছিল, যাৰ দৰবাৰ আৰু সমাজত প্ৰতিষ্ঠা আছিল। তেওঁ দুভাঁজ দিয়া টুপী পিন্ধিছিল, যিটোত মূৰৰ দীঘ অনুসৰি দুটুকুৰা ডিম্বাকাৰ কাপোৰ কাটি যোৰা দিয়া হয়। তেওঁৰ এই বগা টুপীটো প্ৰায় মানুহৰে পছন্দ হ'ল এইবাবেই যে ই অইন টুপীৰ তুলনাত বেছি সহজ আৰু চিলাই কৰাৰ দৃষ্টিতো সহজ। বহুতো মানুহে এই টুপীকেই গ্ৰহণ কৰিলে আৰু সাধাৰণ প্ৰজাৰ মাজতো এই টুপী যথেষ্ট লোকপ্ৰিয় হ'ল, আৰু আজি কোটি কোটি মানুহৰ মূৰত এই টুপীয়ে শোভা পাইছে। আনকি ৰাজত্বৰ শেষৰ পিনে এই দুই ফালৰ পৰা গৈ এটা বৰ সৰু টুপী ওলাল যাৰ আগফাল আৰু পিছফাল দুটা জোঙা আছিল। ইয়াক জোঙা টুপী (নুক্কেদাৰ টুপী) বুলি কোৱা হৈছিল আৰু এই ধৰণৰ বহু বনকৰা টুপী খোদ ছাহজাদা, ধনীলোক, ৰাজকীয় অধিকাৰী বৰ্গ তথা উচ্চ শ্ৰেণীৰ নবাব পুত্ৰ সকলে ব্যৱহাৰ কৰিছিল।

বিদ্ৰোহৰ সময়লৈ লক্ষ্ণৌবাসীৰ মাজত দুই ধৰণৰ টুপীৰহে প্ৰচলন

আছিল। এক হ'ল চোগোশিয়া যাক ধাৰ্মিক আৰু লিখাপঢ়া জনা লোকে পিন্ধিছিল আৰু দ্বিতীয়টো হ'ল—দুই ফাল থকা (দুপলড়ী) যাক ৰাজপুত্ৰৰ পৰা আৰম্ভ কৰি নিম্নস্তৰৰ মানুহলৈ সামান্য হেৰফেৰ কৰি পিন্ধিছিল আৰু যি প্ৰায় সাধাৰণ পোছাকৰ দৰে আছিল।

সম্ভৱতঃ গাজীউদ্দীন হায়দৰ বা নছীৰউদ্দীন হায়দৰ সময়ৰ পৰা এটা ঘূৰণীয়া টুপীৰ প্ৰচলনো কিছুমান লোকৰ মাজত হৈছিল যাক 'মিন্দীল' বুলি কোৱা হৈছিল। ইয়াৰ আকৃতি ডফলী (খঞ্জৰীৰ দৰে বাদ্য)ৰ নিচিনা আছিল আৰু প্ৰায় দৰ্জীৰ কামেই পছন্দ কৰা হৈছিল; ধনী আৰু কিছুমান নবাবপুত্ৰই ইয়াকেই বেছি চমৎকাৰ ভাবি গ্ৰহণ কৰিলে আৰু তাক ইমান মহত্ত্ব দিয়া হ'ল যে বাদছাহ আৰু ছাহজাদাৰ সমুখলৈ পাগুৰি নমৰাকৈ বা কাৰচোবৰ মিন্দীল নিপিন্ধাকৈ কোনো মানুহই যাব নোৱাৰিছিল। অৰ্থাৎ মিন্দীলকো দৰবাৰত স্থান দিয়া হ'ল। এই মিন্দীলৰ ওপৰত ভিত্তি কৰিয়েই গোল টুপী (ঘূৰণীয়া টুপী) সজা হৈছিল যাৰ ওপৰৰ কোণা কেইটা সামান্যভাৱে ঘূৰণীয়া আছিল আৰু ইয়াক 'জজীলী টুপী' বুলি কোৱা হৈছিল। ই সাধাৰণতে ক'লা মখমলৰে তৈয়াৰী আৰু ইয়াৰ ওপৰত আচল সোণালী ৰঙৰ গুণাৰে কাম কৰা হয়। আচলতে এই টুপী ইংৰাজ চৰকাৰৰ সৈন্যদলত শ্বেতাঙ্গ সকলক দিয়া হৈছিল আৰু এই কথা স্পষ্ট যে ইয়াত সৈনিক পোছাকৰ গৌৰৱ বিদ্যমান। কিন্তু ইংৰাজসকলৰ অনুকৰণ কৰাৰ সম্ভৱতঃ প্ৰথম উদাহৰণ আছিল এয়েই যে ফৌজী আৰু জজীলী টুপী ছাহজাদা আৰু উচ্চবংশজাত অধিকাৰী সকলৰ পোছাকত সম্মিলিত হৈছিল।

অৱধৰ অন্তিম শাসক ৱাজিদ আলী ছাহে তেওঁৰ দৰবাৰৰ সদস্য সকলৰ বাবে, যি সকলক পদবী দিয়া হৈছিল, এক নতুন আৰু আচৰিত ধৰণৰ দৰবাৰী টুপী প্ৰচলন কৰিলে। ইয়াত কাগজৰ পুট্‌ঠা দি (পুট্‌ঠা—কিতাপ আদি বন্ধাবলৈ কিতাপৰ গদীৰ দিয়া বস্তু বিশেষ) এটা ঘূৰণীয়া ঘেৰ চিধা আতলস বা কাৰচোবৰ কাম কৰে যি মূৰৰ ওপৰত বেছি ওখ হৈ থাকে। ইয়াত ওপৰৰ তঞ্জেব

( মলমল কাপোৰ) গ্ৰণ্ট বা জালৰ এখন ডাঙৰকৈ মোনাৰ দৰে সাজি লগ লগাই চিলাই কৰা হয় আৰু পিন্ধাত এই ওলম পিছফালে ওলমি থাকে আৰু মূৰৰ পিছফালে পৰি থাকে। এই দৰবাৰী টুপীৰ নাম বাদছাহে "আলম পছন্দ" ৰাখিছিল আৰু সাধাৰণ মানুহে ইয়াক "বালা" বুলিছিল। কিন্তু ই ইমান অপ্ৰিয় আৰু অপছন্দ আছিল যে ৱাজিদ আলী ছাহৰ জীৱন কালতো তেওঁৰ দৰবাৰৰ বাহিৰত যি সকলক এই টুপী দিয়া হৈছিল তেওঁলোকৰ মূৰৰ ওপৰতো ইয়াক দেখা নগৈছিল। তেওঁৰ পিছত ই এনেভাবে নাইকিয়া হ'ল যে আজি-কালিৰ মানুহে হয়তো ইয়াক দেখাই নাই।

বিদ্ৰোহৰ ( চিপাহী ) পিছত টুপীৰ ক্ষেত্ৰত লক্ষ্ণৌ চহৰত এক বিপ্লৱ আহিল। কিছু দিনলৈ চৌগোশিয়া, তুপলড়ী আৰু মিন্দীল বা পাগুৰিৰ বাহিৰে মূৰত অইন কোনো পোছাক নাছিল। ইয়াৰ পিছত আচৰিতভাবে চৌগোশিয়া টুপীৰ প্ৰচলন নোহোৱা হ'ব ধৰিলে, আনকি কেইজনমান পুৰণি ফেশ্যন ভাল পোৱা মানুহৰ মূৰতহে ই বাকী ৰ'লগৈ। এই টুপী পিন্ধিবলৈ যি সকলে এৰিলে তেওঁলোকে তুপলড়ী টুপী পিন্ধা হ'ল, কিন্তু তাতো অকণমান নতুনত্ব দিহে গ্ৰহণ কৰিলে। কিছুদিন মেৰঠত চিলাই কৰা মিন্দীলৰ নিচিনা টুপীৰ খুব ব্যৱহাৰ হ'ল, তাৰ পাছত ইংৰাজৰ নাইট ক্যাপ বা কাশ্মীৰৰ উনী দীঘল চন্দৰাদাব ( অৰ্ধচন্দ্ৰ ) টুপীৰ প্ৰচলন হ'ল। পিছত তাৰ ধৰণ অনুসৰি গ্ৰণ্ট বা সাটনৰ পাতল পাতল টুপী ব্যৱহাৰ কৰা হ'ল সি সৰু হৈ হৈ তুপলড়ীৰ নিচিনাই হ'ল। এতিয়া ইংৰাজী পৰম্পৰাৰ ফেশ্যন আৰম্ভ হ'ল আৰু মূৰৰ বাবেও মিল থকা পোছাক বিচৰা হ'ল। অল্পবয়স্ক সকলেও সকলো পিনে চকু মুদি সংকোচবিহীন ভাবে হেট বা ইংৰাজৰ নাইট ক্যাপ পিন্ধিব ধৰিলে।

কিন্তু এই সময়ত তুৰ্কী টুপীৰো প্ৰচলন আৰম্ভ হ'ল। এই টুপীক স্যৰ ছৈয়দ আহমদ খাঁই আৰম্ভ কৰিলে আৰু মুছলমান ভদ্ৰলোকৰ বাবে কোট পটলুঙৰ লগত ইয়াক লগ লগাই দিয়া হৈছিল। এই কাৰণে আৰম্ভণিতে এই টুপীক ঘৃণাৰ দৃষ্টিৰে চাইছিল। ইয়াৰ নাম

'নেচৰী'ৰ টুপী[1] হ'ল। বাতৰি কাকতত ইয়াৰ বিৰুদ্ধে হেজাৰ টিপ্পনী প্ৰকাশিত হ'ল, কিন্তু স্যৰ ছৈয়দৰ দৃঢ়তাই তাক প্ৰচলন কৰিহে এৰিলে। তেওঁৰ জীৱন কালতেই লাখ লাখ মানুহে ইয়াক পিন্ধিব ধৰিলে আনকি ই লক্ষ্ণৌও আহি পালেহি। বহুতো লোকে ইয়াৰ বিৰোধী সকলৰ জেদত ইয়াক পিন্ধিবলৈ ধৰিলে, কিন্তু ভিতৰে ভিতৰে ইয়াৰ প্ৰতি মানুহৰ আগ্ৰহ ইমান বাঢ়িল যে সমগ্ৰ হিন্দুস্তানতে প্ৰায় সকলো শিক্ষিত আৰু সভ্য মুছলমানে এই টুপী ব্যৱহাৰ কৰিব ধৰিলে।

লক্ষ্ণৌত প্ৰতিষ্ঠিত, সুশিক্ষিত আৰু শিষ্ট চীয়া সম্প্ৰদায়ৰ মানুহৰ সংখ্যা হিন্দুস্তানৰ সকলো চহৰতকৈ বেছি আৰু তেওঁলোকৰ মাজত চুন্নী সকলৰ পৰা পৃথকে থকা আৰু আচাৰ ব্যৱহাৰ আদিত পাৰ্থক্য ৰখা প্ৰবৃত্তি চুন্নী সকলতকৈ বেছি। ইয়াৰ লগতে এই কথাও আছে যে চুন্নী সকলে পশ্চিমী তুৰ্কীৰ শাসনৰ যিদৰে পক্ষপাতী, তেনেদৰে চীয়া সকল ইৰাণৰ কাচৰ বংশৰ শাসনৰ সমৰ্থক আৰু অনুসৰণকাৰী। গতিকে লক্ষ্ণৌত যেতিয়া তুৰ্কী টুপীৰ প্ৰচলন আৰম্ভ হ'ল ( ই তুৰ্ক সকলৰ টুপী ) তেতিয়া ফেশ্যনেবুল চীয়া সকলৰ মনত তুৰ্কী টুপীৰ সলনি ইৰাণী দৰবাৰৰ 'কুলাহে পাপাখ' ( ক'লা টুপী )ক পছন্দ কৰাটো ভাল হ'ব বুলি ভাবিলে। এই প্ৰবৃত্তি সফল হ'ল আৰু এনে হ'ল যে যি মুছলমানে পুৰণি টুপী এৰি নতুন পিন্ধে তেওঁ যদি চীয়া হয় তেনে হলে ইৰাণৰ পাৰ্চিয়ান ক্যাপ ব্যৱহাৰ কৰে। কিন্তু এই দুয়ো দলৰ বাহিৰেও এনে সৎচিন্তকো আছিল যিয়ে মুছলমানৰ এই আন্তৰিক মতভেদ দূৰ কৰিবলৈ ইচ্ছা কৰিছিল আৰু চুন্নী হোৱা সত্ত্বেও ইৰাণী বা চীয়া হলেও তুৰ্কী টুপী পিন্ধিছিল, কিন্তু এনে লোকৰ সংখ্যা কম আছিল। নগৰৰ মুছলমানৰ আধুনিক ৰুচিসম্পন্ন

---

[1] স্যৰ ছৈয়দ আহমদ খাঁৰ বৈপ্লৱিক সংস্কাৰৰ বিৰুদ্ধে মৌলবী সকলে তেওঁক দহৰীয়া ( নাস্তিক ) নেচৰী ( ভৌতিকবাদী ) আদি নামেৰে অভিহিত কৰিছিল।

লোকৰ ভিতৰত চীয়াই ইৰাণী আৰু চুন্নীয়ে তুৰ্কী টুপী পিন্ধাটোৱেই সাধাৰণ নিয়ম আছিল।

মুছলমানৰ নিজৰ ভিতৰতে এই বৈমনস্য দেখি হিন্দু শিক্ষিত মানুহ বিলাকে সাধাৰণতে ঘূৰণীয়া মিস্দীলৰ দৰে ফেল্ট ক্যাপ ব্যৱহাৰ কৰিব ধৰিলে। ইয়াক কোনো কোনো মুছলমানেও পিন্ধিছিল। কিন্তু হিন্দু আৰু ইংৰাজী দুয়ো প্ৰকাৰ ফেশ্যনৰ মিল থকা হেতুকে ইংৰাজ সকলে ইয়াৰ নাম 'বাবুৰ টুপী' ৰাখিছিল। কিন্তু জনসাধাৰণে হিন্দু হওক বা মুছলমান, চীয়া হওক বা চুন্নী সকলোৱে দুপলড়ী পিন্ধিছিল।

বিদ্ৰোহৰ পিছত যি সময় পাৰ হ'ল লক্ষ্ণৌৰ সমাজৰ বাবে সি আছিল উপদ্ৰৱৰ সময়। আচাৰ ব্যৱহাৰ আৰু স্বভাৱৰ লগত মানুহৰ বেশভূষা, আৰু চলন ফুৰণতো পৰিৱৰ্তন হ'ব ধৰিলে আৰু শিক্ষিত সমাজত এনে মানুহৰ সংখ্যা বহুত বেছি হ'ল যি সকলে নিজৰ ৰীতি-নীতিৰ লগতে নিজৰ পোছাক একেবাৰেই এৰি পেলালে। ভৰিত নাথাকিল পায়জামা, গাত অঙ্গৰখা, ভৰিত নাথাকিল "চঢ়োৱা জোতা" ( মোগল সকলে ব্যৱহাৰ কৰা জোতা বিশেষ ) মূৰত টুপী বা পাগুৰি নোহোৱা হ'ল, তেওঁলোকে একে জাপতে সাত সমুদ্ৰ পাৰ হৈ, হিন্দুস্তানৰ পৰা ইংলিস্তানত জপিয়াই পৰিল গৈ আৰু কোট-পেণ্ট, বুট আৰু হেট তেওঁলোকৰ পোছাক হৈ পৰিল। কিন্তু ইয়াৰ অধিকাংশ নিবাসীয়ে নিজস্ব চালচলন ৰক্ষা কৰিবলৈ ইচ্ছা কৰিলে, কিন্তু তেওঁলোকে অনুভৱ কৰক বা নকৰক, তেওঁলোকৰ বেশভূষাতো পৰিৱৰ্তন হ'ল আৰু অংগৰখাৰ সলনি শেৰৱানী জাতীয় পোছাক হৈ পৰিল। কিন্তু মূৰৰ বাবে সকলোৱে নিঃসংকোচভাবে গ্ৰহণ কৰিব পৰা তেনে কোনো টুপী বাচি লব নোৱাৰিলে।

এই কাজিয়া পেছাল আৰু পৰিৱৰ্তনৰ যুগতে লক্ষ্ণৌত কেইবা ধৰণৰ টুপী ওলাল, যিবিলাক ইয়াৰেই আৱিষ্কাৰ অথবা অইন কোনো জাতিৰ পৰাই বা ঠাইৰ পৰা লৈছিল। তাৰ ভিতৰত যি দুই এটা তিষ্ঠিব পাৰিলে লক্ষ্ণৌবাসীয়ে আপোন ৰুচি অনুসৰি তাত কিছু

পৰিৱৰ্তন ঘটালে আৰু শেষত লাহে লাহে সিও নাইকিয়া হ'ল। লক্ষ্ণৌবাসীৰ স্বাভাৱিক প্ৰবৃত্তিয়েই হ'ল সকলো বস্তুকে সূক্ষ্ম, সুন্দৰ, সৰু, চঞ্চল, আৰু পাতল কৰাটো। সকলো প্ৰকাৰৰ চালচলন আৰু বেশভূষাৰ তেওঁলোকে এনে পৰিৱৰ্তন কৰিলে আৰু বেছি ভাগ টুপীবো এই দিশতেই পৰিৱৰ্তন কৰিলে, কিন্তু তুৰ্কী টুপী, ইৰাণী টুপী আৰু হেটৰ আকাৰ প্ৰকাৰৰ কোনো পবিৰৰ্তন কৰিব নোৱাৰিলে। ইয়াৰ কাৰণ হ'ল এইয়ে এই টুপী বিলাক অইনৰ পৰা তৈয়াৰী বস্তু কিনা হয় আৰু বাহিৰৰ পৰা (অইন ঠাইৰ) আহে। মোৰ বিশ্বাস পৰিৱৰ্তন কৰিব নোৱাৰা কাৰণেই এই টুপী বিলাকৰ এটিও জাতীয় পোছাকৰ ভিতৰত নপৰিব। ইহঁতৰ প্ৰচলন অৱশ্যে বহুতেই হৈছে কিন্তু ই লক্ষ্ণৌৰ ৰুচিৰ একেবাৰে বিপৰীত। এই কাৰণেই টুপীৰ ক্ষেত্ৰত পোছাক সাজোঁতা সকলে এতিয়াও চিন্তা কৰি আছে।

## 32

যদিও ভাৰতবৰ্ষত, বিশেষকৈ লক্ষ্ণৌত মূৰৰ পোছাক টুপীয়েই, তথাপি এই কথা ভবা ভুল হ'ব যে ইয়াৰ সুৰুচিসম্পন্ন ব্যক্তি সকলে পাগুৰিক একেবাৰে নাইকিয়া কৰি দিছিল। ৰাজদৰবাৰত সাধাৰণতে পাগুৰিৰে নিয়ম আছিল। দিল্লীৰ সেই সম্মানিত সামন্ত পাগুৰি অৱশ্যে নাছিল আৰু অধিকাৰী তথা ৰাজ পৰিয়ালৰ মূৰত কেৱল টুপীয়েহে বিৰাজ কৰিছিলগৈ। কিন্তু দৰবাৰৰ বাবে শেষ পৰ্য্যন্ত পাগুৰি নিশ্চয় আছিল আৰু সাধাৰণ চাকৰে মালিকৰ সমুখলৈ গলে পাগুৰি মাৰিহে যাব লগা নিয়ম আছিল, আৰু আজিও এই নিয়ম বহু পৰিমাণে আছে।

নবাব ছাআদত আলী খাঁৰ সময়লৈ খোদ নবাবৰ মূৰতো পাগুৰি আছিল। নবাব বুৰহান-উল-মুল্ক, নবাব চুজাউদ্দৌলা আৰু নবাব আছফউদ্দৌলাৰ মূৰতো দিল্লীৰ চৰকাৰী খিতাপধাৰী সকলৰ দৰে বগা

পাগুৰি আছিল, য'ত বিশেষ বৈঠক আদিৰ সময়ত সোণ-ৰূপৰ মুকুট, সাজোন-কাচোন কৰা আভূষণ আৰু বেছি শুভ্ৰ কৰিছিল। কিন্তু নবাব ছাআদত আলী খাঁৰ মূৰত আমি নতুন ধৰণৰ পাগুৰি দেখিছিলোঁ, যাক লক্ষ্ণৌ বাসীয়ে নিজৰ ভাষাত 'শমলা' বুলি কৈছিল। এই 'শমলা' এনে ধৰণে সজা হৈছিল যে মেৰত এটুকুৰা বহল আৰু পাতল কাপোৰ মূৰৰ জোখ মতে ঘূৰাই মাজতে খালী কৰি ৰাখে। পাছত কোনো পাতল পাট বা ৰঙা কাপোৰৰ পাতল পাতল, দীঘল দীঘল ফিটাৰ দৰে কেবা বাৰো সেই কাপোৰৰ ঘেৰটোৰ ওপৰে তলে মেৰিয়াই দি গাঠি দিয়া হয়। সেই ঘেৰ ওপৰৰ পিনে এচটা পাটৰ বহল কাপোৰ বা ৰঙা কাপোৰেই লগাই দিয়া হয়, যাতে পাগুৰিৰ ঘেৰটোত তললৈ সৰকি আহিব নোৱাৰে। কিন্তু ইয়াবে সম্পূৰ্ণ তালু ঢাক নাখায় সেইবাবে তাৰ তলত সাধাৰণ ফুপলড়ী বা চৌগশিয়া টুপীৰ আৰশ্যক হয়। এয়েই আছিল পোন প্ৰথমে নবাব ছাআদত আলী খাঁই পিন্ধা আচল 'শমলা আৰু সম্ভৱতঃ ইয়াত মধ্য ভাৰতৰ হিন্দু আৰু মুছলমান দৰবাৰৰ সেই পাগুৰি বিলাক দেখি সজা হৈছিল যি কোনো মিহি ৰঙীন কাপোৰৰ কেবাশ গজৰ যোৰা লগাই বিশেষ পদ্ধতিৰে মেৰাই মেৰাই সজা হৈছিল। নবাব ছাআদত আলী খাঁই এই শমলা অকল নিজেই পিন্ধা নাছিল, আনকি দৰবাৰৰ প্ৰতিষ্ঠিত সদস্য আৰু উজীৰ সকলকো ইয়াকেই দিছিল।

গাজীউদ্দীন হায়দৰক ইংৰাজ চৰকাৰে বাদছাহ পাতি ৰাজমুকুট পিন্ধাইছিল, যি আচলতে হিন্দুস্তান আৰু এছিয়াৰ প্ৰকৃত ৰাজমুকুট নাছিল এক প্ৰকাৰে ইউৰোপৰ মুকুটহে আছিল। সেই সময়ৰ পৰাই লক্ষ্ণৌৰ শাসক সকলে 'শমলা' বা 'দস্তাৰ' একেবাৰে এৰি দিলে আৰু তেওঁলোকৰ লগতে সকলো ছাহজাদা আৰু নগৰৰ প্ৰতিষ্ঠিত ব্যক্তি সকলেও পাগুৰিৰ পৰা বিদায় ললে। ছাহাজাদা সকলে বিশেষ পৰ্বত মুকুট পিন্ধিছিল, কিন্তু সাধাৰণতে গুণাৰ বনকৰা জোঙা টুপী পিন্ধিছিল আৰু নগৰৰ অইন সম্মানিত সকলেও তেওঁলোকৰ অনুসৰণ কৰিছিল। কিন্তু ৰাজ্যৰ অধিকাৰী বৰ্গ, উজীৰ আৰু অইন অইন

কৰ্মচাৰী সকলে চুলতান বা উজীৰৰ দৰবাৰলৈ আহোঁতে এই শমলা পিন্ধি আহিবলৈ নিৰ্দেশ দিয়া আছিল। গাজীউদ্দীন হায়দৰৰ সময়ৰ পৰা আমজদ আলীৰ শাসনকাললৈ সকলো অধিকাৰীৰ মূৰত এই 'শমলা'ই আছিল, যাৰ শব্দ চিত্ৰ পাঠকৰ আগত আমি আগতেই দাঙি ধৰিছোঁ। ৱাজিদ আলী চাহে যেতিয়া তেওঁৰ দৰবাৰৰ বাবে বিশেষ টুপী 'আলম পসন্দ' উলিয়ালে, তেতিয়া এই নিয়ম হ'ল যে যিবিলাকৰ দৰবাৰৰ লগত বেছি ঘনিষ্ঠ সম্বন্ধ আৰু "দৌলা"ৰ উপাধি পায় তেওঁলোকক "আলম পসন্দো" দিয়া হৈছিল। তেওঁলোকে 'আলম পসন্দ' পিন্ধি দৰবাৰলৈ আহিব লাগিছিল। তেওঁলোকতকৈ তলতীয়া শ্ৰেণীৰ কৰ্মচাৰীসকল, যি সকলৰ সম্বন্ধ দৰবাৰৰ লগত আছিল আৰু যি কোনো কাৰখানা বা ক্ষেত্ৰৰ দাৰোগা ( অধিকাৰী ) তেওঁলোককো দাৰোগা পদৰ লগতে 'শমলা' দিয়া হৈছিল আৰু নবাব ছাআদত আলী খাঁৰ মূৰত পোন প্ৰথমে শোভা পোৱা সেই পুৰণি শমলা পিন্ধিয়েই দৰবাৰত উপস্থিত হয়। আৰু বাকী বোৰৰ বাবে আদেশ আছিল যে যি কোনো প্ৰকাৰৰ পাগুৰি মাৰি আহক, পাগুৰি টুপী সোলোকাই লব লাগে। কৰ্মচাৰী সকলৰ যি শমলাৰ উল্লেখ আমি কৰিলোঁ সেই ধৰণৰ শমলা সম্ভৱতঃ মুৰ্শিদাবাদৰ দৰবাৰতো আছিল আৰু তাৰেই প্ৰভাৱ আছিল যে আজিৰ পৰা পঞ্চাছ বছৰ আগতে আমি কলিকতা হাইকোৰ্টৰ বঙালী উকীলকো তেনে ধৰণৰ শমলা পিন্ধা দেখিছিলোঁ, কিন্তু এই শমলা অৱধ দৰবাৰৰ শমলাতকৈ পাতল আৰু আমাৰ দৃষ্টিত অলপ নিম্ন খাপৰ।

কাছাৰীৰ কৰ্মচাৰীৰ বাহিৰে আন সকলো চথীন ব্যক্তি আৰু নগৰৰ প্ৰতিষ্ঠিত লোক সকলে পাগুৰি এৰিয়েই দিছিল, কিন্তু এই হোৱা সত্বেও দৰবাৰ আৰু জনসাধাৰণৰ মাজত পাগুৰিৰ প্ৰতি সম্মান আছিল। ইয়াৰ প্ৰমাণ ইয়াতকৈ বেছি আৰু কি হ'ব যে বিয়াৰ সময়ত নিম্ন বৰ্গৰ দৰাইয়ো মূৰত পাগুৰি মাৰে আৰু লক্ষ্ণৌৰ সম্ভ্ৰান্ত লোকৰ ভিতৰত খুব জাকজমক কিংখাপৰ শমলাৰ প্ৰচলন আছিল।

ইয়াৰ দৰবাৰে ওপৰত কোৱা পাগুৰিৰ উপৰিও কৰ্মচাৰী সকলৰ

বিভিন্ন বৰ্গৰ বাবে বেলেগ বেলেগ ধৰণৰ পাগুৰি ঠিক কৰি দিছিল। মহৰী বা মুন্সী সকলৰ বাবে ওপৰত উল্লেখ কৰা শমলাৰ দৰে বগা মলমলৰ পাগুৰি নিশ্চিত আছিল। দৰবাৰৰ দূত আৰু চুবেদাৰ সকলেও সেই ধৰণৰ পাগুৰি পিন্ধিছিল, (তেওঁলোকে পাগুৰি নামাৰিছিল, টুপীৰ দৰে পিন্ধিছিলহে)। পাৰ্থক্য এয়েই আছিল যে দূতৰ পাগুৰি লাল আৰু চুবেদাৰৰ বগা আৰু সোঁফালে আগৰ পিনে মুকৈশৰ এটা ফুল চিলাই কৰি দিয়া হৈছিল। দূতৰ পাগুৰিৰ প্ৰায় মিলা ৰূপ এটা আছিল দোলাভাৰী চাকৰ আদিলা। সিহঁতৰ পাগুৰিৰ সোঁফালে কাণত ৰূপৰ মাছ এটা লগোৱা থাকে আৰু গাত ৰঙা ৰঙৰ কাপোৰৰ ঢিলা-ঢালা টুকুৰা থাকে।

ইয়াৰ বাহিৰেও সমগ্ৰ সৈন্যবাহিনী আৰু প্ৰতিষ্ঠিত ব্যক্তিৰ সেৱক বিলাকৰঁ পাগুৰিৰ প্ৰচলন আছিল যিবিলাক নিজা নিজা ধৰণে বেলেগ বেলেগ আছিল।

সকলোতকৈ বেছি আদৰ সম্মান পাইছিল বিদ্বান সকলৰ আমামাই (বিশেষ ধৰণৰ ডাঙৰ পাগুৰি) আৰু এই সুযোগতে আমি পাগুৰি পৰম্পৰাতে বিদ্বান সকলৰ পাগুৰিৰ বিষয়ে চৰ্চা কৰাটো উচিত বুলি ভাবিছোঁ। লক্ষ্ণৌৰ মুছলমান সকলৰ দুটি সম্প্ৰদায়ৰ বিদ্বান আছে এক চুন্নী সকলৰ উলমা আৰু দ্বিতীয় হ'ল—চীআৰ মজহিদ। এওঁলোক দুয়ো সম্প্ৰদায়ৰে আচাৰ ব্যৱহাৰ ভিন্ ভিন। চুন্নী সকলে আৰববাসীৰ বেশভূষাত ধাৰ্মিক পৱিত্ৰতা আৰু শ্ৰেষ্ঠতা দেখিছিল আৰু চীয়া সকলে পাৰস্যৰ উলমাৰ পোছাকত আৰু এই ৰুচি তথা প্ৰবৃত্তি অনুসৰিয়েই দুয়ো সম্প্ৰদায়ৰ বিদ্বানৰ পোছাকো আছিল।

আঁহজৰত সল্লোল্লাহ আলাইতে ৰছল্লম (হজৰত মুহম্মদ চাহেব)ৰ সময়ত আৰবৰ অমামা কেৱল এনে আছিল যে কোনো সৰু কাপোৰ এটুকুৰা মূৰত মেৰোৱা হয় যাৰ কোনো নিয়ম নাই, নাই একো ফেশ্যন। কিন্তু যেতিয়া আব্বাসী খলিফা সকলৰ সময়ত ইৰাক খিলাফতৰ কেন্দ্ৰ নিশ্চিত হ'ল তেতিয়া ইৰাণী আৰু সাসানী পোছাকৰ

প্ৰচলন আৰবৰ নেতা আৰু প্ৰতিষ্ঠিত লোক সকলৰ মাজত আৰম্ভ হ'ল ) যি বৰ বৰ চমৎকাৰ আমামা আৰু তৈলিসান ) বক্তাই বক্তৃতা দিবৰ সময়ত কান্ধত লোৱা চাদৰ ) আদি আৰবৰ খিলাফতৰ সময়ৰ বিদ্বান সকলে ব্যৱহাৰ কৰিছিল তাক আৰবী পোছাক বুলি কোৱা টান। হিন্দুস্তানৰ চুন্নী সকলৰ উলেমাই পুৰণি কালত আৰবী পোছাক এৰি দিল্লীৰ দৰবাৰী পোছাক পিন্ধিছিল আৰু এনে নিষ্ঠাৰে ইয়াৰ পোছাক গ্ৰহণ কৰিছিল যে আজি হিন্দুস্তানৰ সকলোৱে এই পোছাক এৰি দিলে, কিন্তু তেওঁলোকে আজিও তাকেই ব্যৱহাৰ কৰি আছে।

এইবাবেই আজিলৈকে ফিৰিঙি মহলৰ উলমাৰ আচল বেশভূষা হ'ল এক চিধা ঘূৰণীয়া অমামা মাৰে, যাক বান্ধোতে আগৰ পিনে অৰ্ধ-মণ্ডলাকাৰ কৰাৰ কোনো চেষ্টা নকৰে। গাত পুৰণি কালৰ জামা যি এতিয়া সকলো ঠাইৰ বাবে একেবাৰে সপোন হৈ পৰিছে। ভৰিত বহল পানাৰ গোৰোহাৰ ওপৰ উঠা পায়জামা আৰু পাতলহেন এখন চাদৰ। এই পোছাকত আমাৰ ফিৰিঙি মহলত দুই এজন বয়স্ক ব্যক্তি আজিও জুমাৰ নামাজ পঢ়িবলৈ আহে। কিন্তু ঘৰত তেওঁলোকে সাধাৰণ দুপলড়ী বা চৌগোশিয়া টুপী, দীঘল কুৰ্তা য'ত গৰীবানৰ চকু মাজতে থাকে বা অঙ্গৰখা আৰু বহল ভৰিৰ পায়জামা পিন্ধে। আজিকালি ফিৰিঙি মহলৰ উলমাই এতিয়া এই পোছাক এৰি হৰমেইন উলমা আৰু শ্যম ( আৰবৰ উত্তৰৰ এখন দেশ ) তথা মিচৰৰ নেতা সকলৰ বেশভূষা পিন্ধিবলৈ আৰম্ভ কৰিছে, যাক শেষত মৌলান শিব্‌লী নোমানীয়ে কৌমী আৰু চৰকাৰী দৰবাৰৰ নিমিত্তে ঠিক কৰিছিল। এই বয়স্ক সকলৰ জোতাও সেই সময়ত যথেষ্ট মজপুত আছিল, কিন্তু এতিয়া হয় তিৰোতাৰ জোতাৰ দৰে নহলে দিল্লী বা লক্ষ্ণৌৰ চঢ়ো জোতা।

চীয়া উলমাৰ পোছাক ইয়াতকৈ একেবাৰে বেলেগ। তেওঁলোকে মূৰত দুপলড়ী টুপী পিন্ধে, কিন্তু সাধাৰণ মানুহৰ বিপৰীত ইয়াৰ চিলাই আগৰপৰা পিছলৈ নহৈ এককাণৰ পৰা অইন কাণলৈহে

থাকে। তাৰ ওপৰত ওখ ডাঙৰ কুব্বাৰ আমামা ইৰাণী অমামাৰ বান্ধোনেৰে মিল থকা। গাত দীঘল কুৰ্তা কিন্তু তাৰ গৰীবানৰ চাক বুকৰ সোঁমাজত হোৱাৰ সলনি, সোঁ কান্ধৰ ওচৰত হয়। পুৰণি কালত চীয়া উলমা সকলৰ কুৰ্তাৰ গৰীবানৰ ঠাই দুই কান্ধে আছিল, কিন্তু এতিয়া তেনেধৰণৰ চিলাই বাদ দিয়া হৈছে। যি সকল উলমাই ইৰাণ আৰু কবলা ঘূৰি আহিছিল, তেওঁলোকে কুৰ্তাৰ ওপৰত তৈলি সান পিন্ধে যাক ইয়াত কবা বুলি কোৱা হয়, ভৰিত বহল পানাৰ পায়জামা আৰু সাধাৰণতে জুতী পিন্ধে যাৰ বৰ্ণনা আমি আগলৈ কৰিম।

## 33

মূৰ আৰু শৰীৰৰ মধ্য ভাগৰ পোছাকৰ বিষয়ে সম্পূৰ্ণ বিৱৰণ আমি দি আহিলোঁ। এতিয়া আমি শৰীৰৰ তলৰ অংশলৈ যাওঁ তাৰ পাছত অন্য অতিৰিক্ত বেশ আৰু বিভিন্ন দলৰ বিশেষ পোছাক আৰু তাৰো পাছত মহিলাৰ পোছাকৰ উল্লেখ কৰিম।

শৰীৰৰ তলৰ অংশৰ বাবে আৰব দেশত লুঙীৰ বাহিৰে অইন একো নাছিল। আৰবী তহমত ( লুঙী ) আৰু হিন্দুৰ ধুতী দুয়ো চিলাই নকৰা পাতল চাদৰ। পাৰ্থক্য ইমানেই যে তহমত কেৱল কঁকালত মেৰিয়াই ৰখা হয়। ধুতী হিন্দুস্তানৰ বিভিন্ন জাতিয়ে বেলেগ বেলেগ পদ্ধতিৰে পিন্ধে। ইয়াৰ এটা মূৰ তলেৰে উলিয়াই নি পিঠিৰ পিনে খুহি লোৱা হয় আৰু অন্যটো ফাল বহুতেই কঁকালতে মেৰিয়াই লয়। আৰবৰ তহমতে পিছৰ কালত এই উন্নতি কৰিলে যে তাৰ দুয়ো মূৰ চিলাই কৰি এটা ঘেৰ কৰি লোৱা হ'ল, দুয়োখন ভৰি তাত সুমাই, কঁকালৰ ওচৰলৈ নি বান্ধি ৰখা হয়।

ইছলামৰ প্ৰাদুৰ্ভাবৰ সময় আৰু তাৰো বহুত আগতে আৰবসকলৰ নিম্নবৰ্গৰ জাতীয় পোছাক এয়েই আছিল। ধনী-দুখীয়া, বাদছাহ

উজ্জীৰ সকলোৱে তহমত বান্ধিছিল, পাৰ্থক্য কেৱল এইখিনি আছিল যে আৰবৰ ধনিক সম্প্ৰদায় আৰু ডাঙৰ ডাঙৰীয়া সকলে আপোন গৰ্ব আৰু অহঙ্কাৰ এনে ভাৱে প্ৰকাশ কৰিছিল যে এই তহমত খুব তললৈ আৰু মাটিত চুচৰি যোৱা আছিল যাতে ভৰি সম্পূৰ্ণভাৱে লুকাই থাকে। যিহেতু এই পোছাকত অহঙ্কাৰৰ গোন্ধ আছিল আৰু যিয়ে এই তহমত বান্ধি ওলায় অইনক নিজতকৈ হেয় আৰু ঘৃণিত বুলি ভাবিছিল, এই কাৰণে ইছলামত এই পোছাক নিষিদ্ধ কৰি দিলে আৰু আদেশ দিলে যে তহমত কোনো ক্ষেত্ৰতে গোৰোহাৰ তললৈ যাব নালাগে। উলমা সকলে এই আদেশৰ ভিত্তিত বৰ্তমানে এই ফতৱা ( ধাৰ্মিক ঘোষণা ) দিছিল যে পায়জামা বা ভৰিৰ কোনো পোছাক গোৰোহাৰ তললৈ যাব নালাগে। যদিও সেই সময়ত পায়জামাও নাছিল আৰু এনে হুকুম হ'বও নোৱাৰিছিল, এই কাৰণেই যে তলত আৰু মাটিত চুচৰি তহমত পিন্ধিলে যি গৌৰৱ বা অহঙ্কাৰৰ ভাব আৰবৰ ধনীসকলৰ মনত উদয় হৈছিল, হিন্দুস্তানত তললৈ পায়জামা পিন্ধা সকলৰ কেতিয়াও নহৈছিল।

হজৰত মুহম্মদ চাহেবৰ সময়ত পায়জামা অইন দেশৰ পৰা আৰব দেশ পালেহি ; আৰু পিছৰ কালত বাগদাদ দৰবাৰ আৰু আৰব দেশৰ পৰা ওলাই অইন দেশলৈ যোৱা আৰব সকলৰ জাতীয় পোছাক হৈ পৰিলে। হিন্দুস্তানত মুছলমান অহাৰ আগেয়ে ধুতীৰ বাহিৰে পায়জামা নাছিল। মুছলমান বিজেতাই তাক নিজৰ লগত হিন্দুস্তানলৈ লৈ আহিল, যি সকলৰ লগত কেইজনমান এনে সংযমী, ভক্ত আৰু ধাৰ্মিক নেতা আছিল যি সকলে হজৰত মুহম্মদ চাহেবৰ আদেশ পালন কৰিছিল আৰু তহমত পিন্ধি ইয়ালৈ আহিছিল। তহমত যিহেতু চুন্নত[1] আছিল, সেয়ে ই বিশুদ্ধ ধাৰ্মিক পোছাক আছিল আৰু ই নিস্বাৰ্থ আৰু ধৰ্মপৰায়ণ মুছলমান বা বিদ্যাৰ্থীৰ বাবে নিশ্চিত আছিল। কিন্তু পায়জামা ইয়াৰ সমাজত ইমান সাধাৰণ হৈ পৰিল যে মুছলমান তো

[1] হজৰত মুহম্মদ চাহাব আৰু সঙ্গীবৃন্দই গ্ৰহণ কৰা পদ্ধতি

দুৰৈৰ কথা হিন্দুসকল আৰু ইয়াত বাস কৰা অন্য জাতিবো সাধাৰণ নিয়ম হৈ পৰিল।

কিন্তু মন কৰিবলগীয়া কথা হ'ল যে মুছলমানৰ আগৰ আৰু আচল পায়জামা কি ফেশ্যনৰ আছিল। সম্ভৱতঃ সেই ঠেক ভৰিৰ পায়জামা যাক 'শৰই' পায়জামা বুলি কোৱা হৈছিল ( আৰু ই চুন্নী সকলৰ মাজত প্ৰচলিত আছিল ) মুছলমানৰ প্ৰথম পায়জামা আছিল। এয়াই বাগদাদতো প্ৰচলিত আছিল আৰু ইয়াৰ প্ৰচলন ইৰাণ আৰু তুৰ্কি-স্তানত হ'ল আৰু ইয়াকেই পিন্ধি মুছলমান হিন্দুস্তানলৈ আহিল।

হিন্দুস্তানত শেষৰ পিনে ইয়াৰ ৰূপৰ ইমান পৰিৱৰ্তন হ'ল যে ইয়াৰ ভৰি ঘেৰ আদি কলাফুল আদিত লিপিত খোৱা হ'ল। কিন্তু ওপৰৰ ঘেৰটো পুৰণি শৰই পায়জামাৰ সমানেই আছিল। কিছু কালৰ পিছত পায়জামাৰ ভৰি কিছু দীঘল আৰু তললৈ গৈছিল, কিন্তু ভৰিৰ গাঠিৰ তললৈ নগ'ল। দিল্লীৰ ৰাজত্বৰ শেষলৈকে তাত আৰু সমগ্ৰ হিন্দুস্তানত মুছলমানৰ এই পায়জামাই আছিল। যদিও নিম্নবৰ্গৰ মুছলমান সকলে হিন্দুৰ সৈতে মিলামিছা বঢ়াবলৈ ধুতী পিন্ধিছিল আৰু প্ৰতিষ্ঠিত বৰ্গৰ হিন্দুৱে নিজৰ ঘৰত ধুতী পিন্ধি থাকিলেও, ভদ্ৰমণ্ডলীৰ মাজলৈ অহা সময়ত পায়জামা পিন্ধিহে আহিছিল।

সেই সময়ত কাবুল আৰু কন্দহাৰত দুই প্ৰকাৰৰ বেলেগ বেলেগ পায়জামাৰ ব্যৱহাৰ হৈছিল। কাবুলীৱালাৰ পায়জামা তলৰ পিনে ঠেক আৰু ওপৰৰ পিনে ইমান ঢিলা যে তলৰ শৰীৰ খণ্ড এটা ডাঙৰ ফুলি থকা বেলুনৰ মাজত হেৰাই যোৱা যেন লাগে আৰু এটা এটা পায়জামাত এক থান বা দুই থানকৈ কাপোৰ লাগে। ইয়াক আজিও আফগানী সকলৰ শৰীৰত দেখিবলৈ পোৱা যায়। ইয়াৰ বিপৰীতে কন্দহাৰবাসীয়ে এনে পায়জামা পিন্ধিছিল যাৰ ওপৰৰ ঘেৰটো বেছি বহল নহয়, কিন্তু দুয়োখন ভৰিত যোৱা দি দি ইমান ডাঙৰ আৰু ঘেৰ ইমান বহল কৰিছিল যে মানুহে তাক চম্ভালি নললে বা হাতেৰে ধৰি নললে, খোজ কঢ়াই মুস্কিল হৈ পৰে।

দিল্লী দৰবাৰত কন্দহাৰৰ বহুতো লোক আহি ফৌজত ভৰ্তি হ'লহি। তেওঁলোকক যিহেতু বৰ বীৰ বুলি ভবা হৈছিল, সেয়ে ইয়াৰ সাধাৰণ সৈন্যবাহিনীত তেওঁলোকৰ চলন পোছাক আৰু অভ্যাস আদিৰ প্ৰচলন হ'ব ধৰিলে আৰু ই তেওঁলোকৰে অনুগ্ৰহ আৰু তেওঁলোকৰ সঙ্গৰ প্ৰভাবেই আছিল যে দিল্লীত বীৰসকলে খুব বহল ভৰিৰ পায়জামা পিন্ধিছিল, দিল্লীৰ শেষ পৰ্য্যায়ত বীৰসকলৰ বাহাদুৰী ইমান ভালপোৱা হ'ল যে বহুতো সম্ৰান্ত যুৱকে বীৰসকলৰ লগত চামিল হৈ, তেওঁলোকৰ ফেশ্যনকে গ্ৰহণ কৰিলে আৰু নিজস্ব নিয়ম মতে চলি থকা বহুতো সম্ৰান্ত লোক আৰু বহুতো বীৰ লক্ষ্ণৌলৈ আহিল।

লক্ষ্ণৌলৈ আহি হঠাতে এক প্ৰকাৰ বহল ভৰিৰ পায়জামা প্ৰচলন হ'ল। চুজাউদ্দোলা, আচফউদ্দৌলা, আৰু ছাআদত আলী খাঁৰ সময়লৈ ইয়াৰ কোনো চিন মোকাম নাছিল, কিন্তু গাজীউদ্দীন হায়দৰ বা তেওঁৰ পুতেক নছীৰউদ্দীন হায়দৰৰ সময়ত ইয়াৰ পোছাক আৰু আচাৰ ব্যৱহাৰ পৰিৱৰ্তন হৈ থকা অৱস্থাত বীৰ সকলৰ এই পায়জামা সৰু কৰি এই পায়জামা সজা হৈছিল যি এক থান কাপোৰ খৰচ কৰিবলগীয়াকৈ ঢিলা নাছিল আৰু কোচাব নোৱাৰাকৈ টান ভৰিবো নাছিল। এই নতুন পায়জামা বৰং পাতল আৰু হিন্দুস্তানৰ গৰমতো যথেষ্ট আৰামপ্ৰদ। কেইদিনমানৰ ভিতৰত ধনী আৰু সভ্য সমাজত ই ইমান লোকপ্ৰিয় হ'ল যে বীৰ বুলি দাবী কৰা সকলৰ বাহিৰে সকলো বিদ্বান, সংযমী আৰু সদাচাৰী তথা সম্ৰান্ত আৰু সামন্ত সকলৰ পোছাকত পায়জামা আছে।

এতিয়া লক্ষ্ণৌত কেৱল দুই প্ৰকাৰৰ পায়জামা—এটা হ'ল বীৰৰ বহল ঘেৰৰ পায়জামা আৰু দ্বিতীয় হ'ল সাধাৰণ বহলৰ পায়জামা যি গোটেইখন চহৰৰ শিষ্টজনৰ বেশভূষা হৈ পৰিল আৰু এই গৌৰৱৰ লগতে বেছি সভ্য আৰু শিক্ষিত লোকেও পাটৰ আৰু মশৰুঅৰ পায়জামা ঢিলালে আৰু তাৰ ভৰিত তলৰ পিনে ফিটাৰ দৰে বহলকৈ ঢিলাই দিয়া হৈছিল। বীৰ সকলৰ আগৰ পায়জামাক

খোদ নছীৰউদ্দীন হায়দৰে নিজৰ পোছাকত চামিল কৰি লৈছিল। তেওঁ ইংৰাজী পোছাকো ভাল পাইছিল, সেয়ে হয় তেওঁ কোটপেণ্ট পিন্ধিছিল, নহলে এই ফুলৰ দৰে ফুলি থকা বহল ঘেৰৰ পায়জামা পিন্ধিছিল যাক আজিকালি পঞ্জাবীসকলে 'গৰাবেদাৰ পায়জামা' বুলি কয়। নছীৰউদ্দীন হায়দৰে এই পায়জামা ইমান ভাল পাইছিল যে ইংৰাজৰ গাউনৰ সমান দেখি তাক মহলৰ বেগম সকলকো পিন্ধাবলৈ আৰম্ভ কৰিলে। আৰু ই মহলৰ পোছাকৰ অন্তৰ্ভুক্ত হোৱাৰ প্ৰভাৱ এনে হ'ল যে নগৰৰ সকলো তিৰোতাই ইয়াক পিন্ধিবলৈ আৰম্ভ কৰিলে এই বিষয়ে তিৰোতাৰ পোছাকৰ সন্দৰ্ভত আমি আলোচনা কৰিম।

অবধৰ সৈন্যবাহিনীয়ে পঞ্জাব বিজয়ৰ সময়ত ইংৰাজৰ সৈতে গৈ শিখৰ লগত যুঁজিছিল। শিখবিলাকে এক নতুন ধৰণৰ বেঁকাবেকি কৈ কটা ঠেক আৰু ঢিলা পায়জামা পিন্ধিছিল যাক ঘুটন্না বোলা হৈছিল। পঞ্জাবলৈ যোৱা বহুতেই এই পেটাৰ্ণটো খুব পছন্দ কৰিলে আৰু ঘৰলৈ ঘূৰি আহিবৰ সময়ত এই বেঁকাকৈ কটা ঘুটন্না পিন্ধি আহিছিল। ইয়াৰ মানুহেও ইয়াক খুব পছন্দ কৰিলে আৰু চাওঁতে চাওঁতে এনে হ'ল যে লক্ষ্ণৌৰ সকলো বীৰ বাহাদুৰ, চৌখীন আৰু ধনীপুত্ৰ সকলে ঘুটন্না পিন্ধিবলৈ ধৰিলে যি খুব লিপিত খোৱা আৰু তলৰ পিনে ভাজত বহুতো চিলাই দিয়া থাকে।

ইংৰাজৰ শাসন প্ৰতিষ্ঠা হোৱাৰ আগলৈ লক্ষ্ণৌত এই তিনি প্ৰকাৰ পায়জামাই বীৰ আৰু অস্ত্ৰৰ সৈতে পুৰুষৰ পৰা বিদায় ললে। নছীৰ-উদ্দীন হায়দৰৰ কৃপাত কেৱল স্ত্ৰী সমাজত বাকী ৰ'ল। পুৰুষৰ মাজত কেৱল দুই প্ৰকাৰৰ পায়জামা আছিল অৰ্থাৎ বহল ঘেৰৰ পায়জামা আৰু ঘুটন্না বা চুন্নী ধৰ্মপৰায়ণ লোক সকলৰ কিছুমানে শৰই পায়জামা পিন্ধিছিল। ইংৰাজ শাসনে প্ৰথম প্ৰভাৱ এই পেলালে যে পায়জামাৰ চটে আদিটো সেয়েই থাকিল, কিন্তু আতলস, পাট আৰু মশৰুঅৰ বা ৰঙীন সূতাৰ পায়জামা পুৰুষৰ পৰা এৰা পৰিল। কিছুদিন পিছত আলীগড়

কলেজৰ চোচিয়াল স্কুলৰ পৰা ইংৰাজী পেণ্টৰ নকল কৰা পায়জামা ওলাল যি কলাফুলত লিপিট খোৱা টানো নাছিল আৰু ওপৰলৈ কোচাব পৰা ঢিলাও নাছিল। ইংৰাজী শিক্ষা পোৱা আৰু সমগ্ৰ হিন্দুস্তানৰ প্ৰায় সম্ভ্ৰান্ত বংশৰ যুৱকৰ মাজতো এই প্ৰকাৰ পায়জামাৰ প্ৰচলন বাঢ়িল। আধুনিক সভ্যতাৰ চৰম সীমাত উপনীত হোৱা আধুনিক শিক্ষিতৰ বেছি ভাগেই নিজস্ব পোছাক এৰি কোট-পেণ্ট পিন্ধিবলৈ ধৰিছে যদিও, লক্ষ্ণৌত কিন্তু তেনে প্ৰতিষ্ঠিত লোকৰ এটি বুজন পৰিমাণ আজিও আছে যিয়ে পুৰণি পেটাৰ্ণৰ বহল ঘেৰৰ পায়জামা পিন্ধে আৰু নিজা চাল-চলন এৰা নাই।

34

অঙ্গৰখা বা চাপকণ আদিৰ ওপৰত পুৰণি কালত দোশাল বা চাদৰ লোৱা নিয়ম আছিল আৰু ইয়াকেই ৰাজদৰবাৰৰ পৰা খিলআত (ৰজাৰ পক্ষৰপৰা সম্মানাৰ্থে দিয়া বস্ত্ৰ বিশেষ) ৰূপে দিয়া হৈছিল। ইয়াৰ উপৰিও ৰাজকীয় ৰুমাল লোৱাৰো এটা সাধাৰণ নিয়মো আছিল। এই দুয়োটা বস্তু দিল্লীৰ পৰা লক্ষ্ণৌলৈ আহিল, কিন্তু লক্ষ্ণৌত বেছি প্ৰচলন ৰুমাল লোৱাটোৰ হ'ল। জাৰ কালি প্ৰায়ে ষালী ৰুমাল আৰু ঠাণ্ডাৰ সময়ত চাদৰ উৰিছিল। লক্ষ্ণৌত ৰাজধানী স্থাপন হোৱাৰ পিছত গৰমকালিৰ পোছাকৰ বাবে স্বচ্ছতা, আৰামদায়ক আৰু পাতল বস্তু পছন্দ কঁৰাত বাবৰলেট আৰু লিঙ্কণৰ ৰুমাল ওলাল আৰু সকলো বগা কাপোৰ পিন্ধা সভ্য ব্যক্তিৰ এই পোছাক হ'ল—মূৰত সাঁচত তৈয়াৰী চোগোশিয়া টুপী, গাত অঙ্গৰখা, ভৰিত বহল ঘেৰৰ পায়জামা আৰু কান্ধত পাতল মল মল বা জালী ৰুমাল। লক্ষ্ণৌৰ সম্ভ্ৰান্ত লোকৰ প্ৰথম সামান্য বেশভূষা এয়েই আছিল যাক 'মীৰ' আনীসৰ বংশই সেই বিশেষত্বৰ বাবেই আজিও চলাই আছে।

পোছাকৰ ভিতৰত সকলোতকৈ শেষৰ আৰু বৰ মহত্বপূৰ্ণ বস্তু হ'ল

জোতা। মুছলমান অহাৰ আগেয়ে হিন্দুস্তানত জোতাৰ প্ৰচলন একেবাৰে নাছিল এই কাৰণেই যে ছামৰাৰ ব্যৱহাৰৰপৰা ধাৰ্মিক দৃষ্টিৰ বাবে, হিন্দুসকল দূৰৈত আছিল। জোতাৰ সলনি ইয়াত কাঠৰ খৰম পিন্ধিছিল যি আজিকালি কিছুমান ফকীৰ আৰু ঋষিৰ বাহিৰে প্ৰাচীন ৰজাসকলেও ব্যৱহাৰ কৰিছিল। মুছলমানে চিলাই কৰা কাপোৰৰ পোছাকৰ লগত, ছামৰাৰ জোতাও আনিলে।

মুছলমানৰ প্ৰথম জোতা আৰবত কেৱল একটুকুৰা ছামৰাৰ তলা আছিল যাক পট্টা বান্ধি ভৰিত লগাই ৰখা হৈছিল। ইৰাণী আৰু ৰোমৰ ছামৰাৰ মোজা জোতাতকৈ আগেয়ে আৰব পাইছিলহি। পাছত আৰবৰ দৰবাৰ শাম ( দেশ বিশেষ ) আৰু ইৰাক অৰ্থাৎ ৰোমাৰ ছত্ৰ-ছায়াত প্ৰতিষ্ঠা হোৱাত ছামৰাৰ জোতাৰ প্ৰচলন হ'ল। কিন্তু এই জোতা সঁহজ আৰু সাধাৰণ জোতা আছিল। তাকেই পিন্ধি মুছলমান হিন্দুস্তানলৈ আহিল।

দিল্লীৰ অধিকাৰী আৰু বাদচাহৰ পুৰণি কালৰ ছবিত ওখ গোৰোহাৰ জোতা পিন্ধা চকুত পৰে। দিল্লী দৰবাৰৰ শেষ সময়ত চৌঁৰা জোতা ওলাল যাৰ প্ৰথম ৰূপটো আছিল আধা পাজা আৰু গোৰোহাৰ ওপৰৰ গাঠিৰ তললৈ ভৰিখন সোমাই থাকে। তাৰ আগৰ পিনে বহল জোঙ এটা পাঞ্জাৰ ওপৰত ভাজ দি বহাই দিয়া হয়। এয়ে প্ৰথম দিল্লীৰ জোতা পঞ্চাছ বছৰ আগয়ে যাৰ খুব প্ৰচলন আছিল। ইয়াৰ পাছত 'সলীমশাহী' জোতা ওলাল যি সম্ভৱতঃ জাহাঙ্গীৰৰ সময়ত আবিষ্কৃত হ'ল। ইয়াৰ জোঙ ডোখৰ আগলৈ ওলোৱা আৰু ওপৰ উঠা আৰু জোঙৰ অলপমান ক্ষুদ্ৰ অংশ ওপৰৰ পিনে ভাজ দিয়া থাকে। ই ওলোৱাৰ পিছত সাচঁাৰ ওপৰত খুব মজপুত কাম হ'ব ধৰিলে যি সঁচাকৈয়ে বিশুদ্ধ আৰু মহঙা আছিল। যদিও এই কাম দিল্লীৱালা আৰু সলীমশাহী—দুয়ো প্ৰকাৰৰ জোতাৰ ওপৰত কৰা হৈছিল, সলীমশাহী জোতাৰ হলে প্ৰচলন বেছি হ'ল আৰু কম দিনৰ ভিতৰতে পুৰণি দিল্লীৱালা জোতাক পৰাজিত কৰিলে। ইয়াৰ সবাতোকৈ ভাল গুণ আছিল, এয়ে যে এতিয়া ইংৰাজী ফেশ্যনে আমাৰ সকলো

পোছাক আৰু আমাৰ সকলো নিজা বস্তু নাইকিয়া কৰি দিয়া অৱস্থাতো ই আজিলৈ বাকী আছে আৰু সবাতোকৈ বেছি লোকপ্ৰিয় হৈছে। বেছিভাগ হিন্দুস্তানী ফেশ্যন পছন্দ কৰোঁতা সকলে গধুৰ গধুৰ পোছাকৰ লগতো ইয়াক পিন্ধে আৰু বৰ্তমানে লক্ষ্নৌতো বহু মানুহে ইয়াক পিন্ধে।

কিন্তু লক্ষ্নৌত ৰাজ আমোলত এক নতুন ধৰণৰ সৰু আগৰ জোতা ওলাল। আৰম্ভণিতে ফেশ্যন ভালপোৱা সকলে ইয়াক খুব পছন্দ কৰিছিল। দিল্লীৱালা আৰু সলীমশাহীৰ আগটো ওপৰ উলিয়াই দিয়া হয় আৰু ইয়াৰ চিলাই কৰাৰ পিছত ওলোটাই ভিতৰ কৰি দিয়া হয়। আগটোৰ ওচৰত অলপমান ফুলি থাকে। এই জোতা ৰঙা ছালৰ ( ছাগলী ) খুব পাতল আৰু পৰিষ্কাৰ কৈ তৈয়াৰ কৰিছিল আৰু পুৰণি ৰুচিয়ে ইয়াক ইমান পাতল কৰি দিছিল যে অন্য সাধাৰণ মুচীৰ হাতৰ জোতাৰ যোৰা চাৰি পাঁচ পইচাতকৈ বেছি ওজনৰ নহয়। যদিও সাধাৰণ প্ৰজা আৰু গাঁৱলীয়া মানুহৰ এনে ধৰণৰ ছামৰাৰ জোতা সেৰ-ডেৰ সেৰ ওজনৰ কম নহয় আৰু তেল ঘঁহি ঘঁহি তাক আৰু বেছি গধুৰ কৰি তোলে।

অলপ দিনৰ পিছতেই এই সৰু আগৰ জোতা তৈয়াৰ কৰাৰ বিষয়ে মনোযোগ দিয়া হ'ল। প্ৰথমে জাৰ আৰু গৰমৰ শুকান বতৰৰ বাবে কাশানী মখমলৰ আৰু বৰষুণৰ বাবে ঘোঁৰা বা গাধৰ ছালৰ পৰা তৈয়াৰ কৰিব ধৰিলে আৰু এই কথাত কোনো সন্দেহ নাই যে বানাত ( বস্ত্ৰ বিশেষ )ৰ জোতা বেছি ভাল, সাধাৰণ, পাতল আৰু সুন্দৰ। কীমুখত সেউজীয়া ৰঙৰ—ঘোঁৰা বা গাধৰ ছালেৰে তৈয়াৰী আৰু তাত কঠালৰ কাঁইটবোৰৰ ( খহু দৰে দানা থাকে আৰু প্ৰশংসাৰ কথা এয়ে যে বৰষুণত যিমানেই ভিজক তাৰ ৰং ৰূপৰ কোনো পাৰ্থক্য নহয়। কীমুখতৰে জোতা তৈয়াৰ কৰা কলা যদিও বাহিৰৰ পৰা আহিছে, কিন্তু লক্ষ্নৌত ইয়াৰ বহু কাৰখানা নিৰ্মাণ হ'ল আৰু সকলো ঠাইতে ভাল জোতা তৈয়াৰ হ'ব ধৰিলে।

কেইদিনমানৰ পাছত জোতা তৈয়াৰী কৰা কলাৰ ইমান উন্নতি হ'ল

আৰু সল্‌মা সিতাৰা ( সোণ ৰূপৰ তাঁৰ বা গুণা )ৰ কাৰচোবী (সাচাঁ) কামৰ জোতা তৈয়াৰ হ'ব ধৰিলে—যিবিলাকত মুকেশৰ ( পক্ষী বিশেষ )ৰ পাখি লগাই অদ্ভুত ৰমক জমক আৰু শোভা আদি বঢ়াইছিল। ইয়াৰ পিছত যেতিয়া সৰু সৰু গুণা আৰু সাচাঁ আদি আহিল তেতিয়া কৃত্রিম কামৰ চঢ়োৰাঁ জোতা সাজিব ধৰিলে যি খুব সস্তা দামত অদ্ভুত সৌন্দৰ্য্য দেখুৱাইছিল।

কিন্তু চঢ়োৰাঁৰ লগে লগে ইয়াত 'ঘীতলা' জোতাৰ প্ৰচলন আছিল যি আচলতে পুৰণি জোতাৰ পৰা তৈয়াৰ কৰা হৈছিল আৰু বৰ বৰ অধিকাৰী তথা অভিজাত শ্ৰেণীৰ সভ্যসকলেই সাধাৰণতে পিন্ধিছিল। দৰাচলতে এয়েই হিন্দুস্তানৰ জাতীয় জোতা আছিল আৰু ইয়াৰেই স্মৃতি হায়দৰাবাদৰ চেণ্ডেল আৰু অইন দেশৰ দেশীয় জোতাবোৰ আৰু ইয়াকেই পুৰণি দৰবাৰী তথা অইন বয়স্ক বা সম্ভ্ৰান্ত লোক সকলৰ ভৰিত দেখিবলৈ পাওঁ। ঘীতলাৰ ইমান উন্নতি হ'ল যে তাৰ আগটো সৰু হোৱাৰ সলনি হাতীৰ শুঁড়ৰ নিচিনা খুব বঢ়াই আৰু বহল কৰি আঙুলিৰ মূৰৰ পিনে ডাঙৰ ঘেৰা এটাৰ আকৃতিৰে ভাঁজ কৰি দিয়া হ'ল। এই জোতা অৱধৰ আগৰ বাদছাহ আৰু উজীৰ তথা সম্ভ্ৰান্ত লোক সকলোৰে ভৰিতেই শোভা পাইছিল। চঢ়োৰা জোতা ওলোৱাৰ পৰাই ইয়াৰ স্থান লবলৈ আৰম্ভ কৰিলে। আনকি বিদ্ৰোহৰ সময়লৈ ঘীতলা জোতা কেৱল তিৰোতাৰ ভৰিতহে ৰ'লগৈ যাৰ কোমল ভৰিৰ ই সাধাৰণ পোছাক আছিল—পুৰুষৰ পোছাকৰ পৰা ই সম্পূৰ্ণ ভাবে বহিষ্কৃত হ'ল, কিন্তু জুতী ( তিৰোতাৰ জোতা ) আজিও সেই আকৃতিৰেই আছে আৰু চীয়া ধৰ্ম্মগুৰু তথা বিদ্বানৰ বাবে ই আজিও নিশ্চিত হৈ আছে।

ঘীতলা জোতা, জুতী ( তিৰোতাৰ ) আৰু তাৰ ওপৰত গুণাৰ যি কাম কৰা হয় সিয়ে লক্ষ্ণৌৰ মুছলমানৰ মাজত দুটা বিশেষ ব্যৱসায়ৰ জন্ম দিলে আৰু ইয়াৰ দ্বাৰাই বহু মানুহৰ জীৱিকাৰ সংস্থান হ'ল প্ৰথম হ'ল মুছলমান মুচী, যিবিলাকৰ ইয়াত স্থায়ী জাতি আৰু জ্ঞাতি আছে। এওঁলোকে ঘীতলা জোতা তৈয়াৰ কৰাৰ বাহিৰে আন জোতা তৈয়াৰ

কৰাটো ভদ্ৰতাৰ বাহিৰত বুলি ভাবে। লক্ষ্ণৌত এওঁলোকৰ বহু ঘৰ আছিল আৰু সকলো প্ৰকৃত মুছলমান, শুভ্ৰ বস্ত্ৰধাৰী তথা নিম্ন বৰ্গৰ মানুহৰ তুলনাত বেছি প্ৰতিষ্ঠিত আছিল আৰু সেই সময়ত সুখে স্বচ্ছন্দে দিন কটাইছিল।

কিন্তু এতিয়া পুৰণি ৰীতি আৰু পোছাক সলোৱাৰ ফল এই হ'ল যে পুৰুষৰ পিছত তিৰোতাইও ঘীতলা জোতা একেবাৰে এৰি দিলে আৰু বহু দামী ঘীতলা জোতাৰে যি বজাৰ ভৰি আছিল তাত যদি কোনো দোকানত এক-আধা যোৰা পায়ো সিও খুব বেয়া, পুৰণি পৰি থকা, লেতেৰা পেতেৰাহে পাব। ফলতঃ মুছলমান মুচী সম্প্ৰদায়টো সমূলে বিনষ্ট হ'ল, তেওঁলোকৰ বহুতো ঘৰ পৰিত্যক্ত হ'ল আৰু বাকী যি ৰ'ল সিও বংশৰ মুখত পতিত হ'ল। কিন্তু তেওঁলোকৰ সেই দৃঢ়তাৰ প্ৰশংসা কৰা উচিত যে সৰ্বস্ব লুট হ'ল ধ্বংস হৈ গ'ল, কিন্তু ঘীতলা জোতাৰ সলনি চেণ্ডেল বা বুট বনোৱাটো স্বীকাৰ নকৰিলে আৰু সময়ৰ গতিৰ লগত খাপ খুৱাই আগতকৈ বেছি উন্নতি কৰাৰ চেষ্টা নকৰিলে।

দ্বিতীয় দলটো আছিল শিল্পী সকলৰ তেওঁলোকৰ জোতাৰ ফলতেই যাৰ জন্ম আৰু যি সকলে জোতাৰ নকল ঔধী তৈয়াৰ কৰিছিল। ঔধী গুণাৰ কামৰ সেই বিভিন্ন প্ৰকাৰৰ অংশক কয়, যাক তিৰোতা বা পুৰুষৰ জোতাত লগোৱা যায়। ইয়াত খুব সুন্দৰ আৰু উজ্জ্বল আৰু ইমান উচ্চ ধৰণৰ ঔধী তৈয়াৰ হৈছিল তেনে আন ক'তো নহৈছিল আৰু ইয়াৰ চাহিদা ইমান বেছি আছিল যে অধিবাসীৰ এটি বুজন পৰিমাণৰ লোকে ইয়াকে তৈয়াৰ কৰি জীৱিকা নিৰ্বাহ কৰিব পাৰিছিল।

গতিকে ঘীতলা জোতাৰ প্ৰচলন শেষ হোৱাৰ লগে লগে এই দুয়ো সম্প্ৰদায়ৰে ক্ষতি হ'ল। এতিয়া ঘীতলাৰ সলনি তিৰোতা বিলাকে স্লীপাৰৰ আৰু বিশেষ পৰিয়ালত আৰু বিশেষ সময় আদিৰ বাবে সকলো সম্ভ্ৰান্ত মহিলাই সুন্দৰ সুন্দৰ ধৰণৰ পম্প চু পিন্ধাৰ নিয়ম। ধনী পৰিয়ালত ঘীতলা জোতাৰ সলনি টাটৰাফী ( গুণাৰ কাম কৰা )

বুট পিন্ধা আৰম্ভ হ'ল। ইয়াৰে কম দিনৰ পিছতেই নোখোলাকৈ ভৰিৰ পৰা উলিয়াব পৰা ছামবাৰ বুট জোতা পিন্ধিবলৈ ধৰিলে আৰু এতিয়াতো সাধাৰণতে পাম্প চু আৰু যি সকলে সম্পূৰ্ণভাৱে ইংৰাজী ধৰণ অনুকৰণ কৰিছে,তেওঁলোকৰ বেগম সকলে বিভিন্ন পেটাৰ্ণৰ লেডীজ চু ( মহিলাৰ বাবে বিশেষ ভাবে তৈয়াৰী জোতা ) পিন্ধিবলৈ ধৰিছে।

এই সন্দৰ্ভতে মহিলাৰ সাধাৰণ পোছাকৰ বিষয়ে আলোচনা কৰি চাল-চলন আৰু বেশভূষাৰ চৰ্চা শেষ কৰাটো মই উচিত হ'ব বুলি ভাবিছোঁ।

হিন্দুস্তানৰ তিৰোতা সকলৰ পুৰণি পোছাক আছিল এখন নিচিলোৱা দীঘল চাদৰ, যাৰ আধা কঁকালত, মেৰিয়াই বান্ধি থয়, আৰু আধা কান্ধ বা মুৰত দি উৰি লয়। তাৰ লগতে বুকৰো এটি পোছাক পুৰণি কালৰ পৰাই হিন্দু সকলৰ মাজত প্ৰচলিত আছিল— উত্তৰ ভাৰতত যাক 'অঙ্গিয়া' আৰু দক্ষিণ ভাৰতত যাক 'চোলী' বোলা হৈছিল। এই পোছাক শ্ৰীকৃষ্ণৰ সময়তো থকা যেন অনুমান হয়। শেষৰ পিনে চোলী আৰু অংগিয়াত পাৰ্থক্য এই ভাবেই হ'ল যে দক্ষিণত এক প্ৰকাৰ বুটা থকা কাপোৰ ছটাৰে পিছফালৰ পৰা আগলৈ আনি দুয়ো স্তনৰ মাজত গাঠি দি বুটাম লগাই বান্ধি দিয়া হয় আৰু দুয়োটা স্তন এই বান্ধোনত অলপ উখহাৰ দৰে চেপেটা লাগি থাকে, এই হ'ল দক্ষিণৰ চোলী। ইয়াৰ বিপৰীতে উত্তৰ ভাৰতৰ অংগিয়া এনে ভাৱে তৈয়াৰ হয় যে স্তনৰ জোখত কাপোৰৰ দুটা খোল তৈয়াৰ কৰি দুই তিনি আঙুল মান চিলাই কৰি, ইটোক সিটোৰ লগত লগ লগাই দিয়া হয় আৰু ওপৰৰ পিনে জালীৰ দুটা সৰু সৰু আস্তীন লগোৱা হয়। এই আস্তীনৰ তলত দুয়ো ফালে দুডালকৈ ফিটা দিয়া হয়। এই দৰে তৈয়াৰ কৰি আৰু দুয়ো হাতৰ আস্তীনত দি এই অংগিয়া পিন্ধা হয়। আস্তীন খুব সৰু, আধা বাজুৰো কম থাকে আৰু বুকুত খোল দুটা দি পিঠিত ফিটা টানি তলে ওপৰে দুটা গাঠি দিয়া হয়। চোলীৰ বিপৰীতে অংগিয়াই আঁচলতকৈ বেছি ফুলাই স্তনযুগল স্পষ্ট কৰি দিয়ে।

গতিকে এয়েই হ'ল হিন্দু পোছাক আৰু অতীত কালৰপৰা ইয়াৰ কি উন্নতি হৈছে আমি নাজানো। এনেয়ে দেখাত অংগিয়া বেছি প্ৰগতিশীল আৰু পিছৰ কালৰ যেন অনুমান হয়।

ইয়াৰ পিছত হিন্দু ৰাজৰ কালত তিৰোতাৰ অইন পোছাকৰ কথা জনা নাযায়। চিলাই কৰা কাপোৰ আৰু কুৰ্তা পায়জামা মুছলমান সকলে লগত হৈ আহিছিল। মুছলমান তিৰোতা সকল ইৰাণৰ পৰা ঢিলা অৰ্জৰ পায়জামা পিন্ধি ইয়ালৈ আহিছিল আৰু ভৰিৰ গোৰোহাৰ ওপৰত কুচি দি বান্ধি দিছিল। কিছু দিন পিছত সেই পায়জামা ঠেক পানাৰ ঘুটন্না হ'ল যাৰ ওপৰৰ পিনে যথেষ্ট আহল-বহল আছিল। লাহে লাহে তাত সৰু কৰাৰ চখ বাঢ়ি গ'ল, আনকি ওপৰৰ ঘেৰো কম হ'ল আৰু ভৰিৰ খণ্ডৰ বহলো ইমান ঠেক হ'ল যে পিন্ধাৰ পিছত টানি চিলাই কৰি দিয়া হ'য় আৰু খুলিবৰ সময়ত চিলাইৰ সূতা ছিঙি দিব লগীয়া হয়। এনে পায়জামা আজিও বহুত নগৰত প্ৰচলিত আছে।

লক্ষ্ণৌৰ মুছলমান বেগমৰ পোছাক আৰম্ভণিতে এই ঠেক ভৰিৰ পায়জামা বুকত সৰু আৰু খাটা আস্তীনৰ অংগিয়া, পেট আৰু পিঠি লুকাবলৈ এটা অদ্ভুত ধৰণৰ চোলা আৰু আগফালটোৰ অংগিয়া থকা অংশ কাটি পেলোৱা হয়। ইয়াৰ আস্তীনো নাই আৰু বুকৰো কোনো অংশ নাথাকে। দুডাল দীঘল ফিটাৰে কান্ধৰ পৰা আহি পেট আৰু পিঠিত ওলমি থাকে। তাৰ ওপৰত তিনি গজৰ বাচক-বনীয়া মিহি দুপট্টা, যাক মূৰত লয়, কিন্তু শেষৰ পিনে কান্ধত হে পৰি থাকিব ধৰিলে।

হিন্দুস্তানৰ জলবায়ু আৰু ইয়াৰ মানুহৰ স্বভাৱৰ কোমলতাই অংগিয়া আৰু দুপট্টা সকলোকে দিনে দিনে পাতল কৰিবলৈ আৰম্ভ কৰিলে আনকি সেউজীয়া ৰঙৰ অংগিয়া আৰু ক্ৰেৰৰ দুপট্টা ফেশ্যনেবল ধনী ঘৰত সোমাল। নছীৰউদ্দীন হায়দৰ বাদচাহৰ সময়ৰ পৰা ঘুটন্না নাইকিয়া হ'ল আৰু তাৰ ঠাইত বহল বহল ঘেৰৰ কুচি থকা পায়জামা যি কঁকালৰ কাষত ঠেক আৰু তলৰ পিনেও কম বহল

—সাধাৰণতে প্ৰচলিত হৈ তিৰোতাৰ বিশেষ পোছাক হিচাপে পৰিগণিত হ'ল। এই পায়জামাৰ আগৰপিনে খুব সুন্দৰ ভাৱে নাভিৰ ওচৰত খুঁহি লোৱা হয়, যাতে চলা ফিৰা কৰোঁতে মাটিত চুচৰি লেতেৰা নহয়। বিদ্ৰোহৰ ওচৰা-উচৰি সময়ত বা ৰাজত্বৰ অন্তিমৰ সময়ত মিহি কাপোৰ আৰু আধা আস্তীনৰ ঠেক 'শলুকা'ৰ প্ৰচলন হ'ল যাক কুৰ্ত্তীৰ সলনি অংগিয়াৰ আৱশ্যকতাই শেষ কৰি দিলে। কিন্তু খুব পাতল কাপোৰ ব্যৱহাৰ কৰা কাৰণে এই পোছাক নঙঠা যেন লগা হয়, বিশেষকৈ হাত তুখন একেবাৰে নাঙঠ হোৱা বাবে। ফলতঃ শলুকাৰ ঠাইত অলপ অলপ ঢিলা কুৰ্ত্তাৰ প্ৰচলন হ'ল। কিন্তু হঠাতে কুৰ্ত্তাৰ ঠাইত ইংৰাজী জেকেত আৰু বডিস ( বক্ষ বান্ধনী ) পিন্ধিব ধৰিলে।

এতিয়া সকলো ৰাজ্য আৰু প্ৰত্যেক নগৰৰ বেশভূষাৰ তুলনা তাৰ লগত মেল-জোলৰ পৰা কৰা হয়। কিছুমান মুছলমানে বা তিৰোতাই নিজেই সাড়ী বেছি ধুনীয়া দেখা হ'ল, যি কাৰণত লক্ষ্ণৌৰ তিৰোতা বিলাকৰ প্ৰায় অৰ্দ্ধেকে পুৰণি বেশভুষা এৰি সাড়ী পিন্ধিব ধৰিলে। আৰু ই বৰ সহজ-সৰল বুলিও কোৱা হ'ল। তিৰোতাই নিজস্ব সৌন্দৰ্য্যলৈ নতুনত্ব অনা বা তাক সতেজ কৰিবলৈ বিভিন্ন কাপোৰ পিন্ধা আৰু ন ন সাজেৰে গিৰিয়েকক আকৃষ্ট কৰাৰ মই বিৰোধী নহওঁ, কিন্তু নিজস্ব ৰাষ্ট্ৰীয় চলন-ফুৰণ আৰু সাজ-পোছাক এৰা আৰু স্বকীয় সাংস্কৃতিক বিশেষত্ব সম্পূৰ্ণ নষ্ট কৰি পেলোৱাৰ মই ঘোৰতৰ বিৰোধী। সাড়ী এখন নিচিলোৱা কাপোৰ আৰু মানব-সভ্যতাৰ প্ৰাৰম্ভিক কালৰ স্মৃতি। সৰলতা নিশ্চয় চিত্তাকৰ্ষক বস্তু। কিন্তু ইয়াৰ বহুত সীমা আৰু বিশেষত্ব আছে—নহলে সম্পূৰ্ণ সৰলতা নঙঠা হোৱাতহে আছে। পোছাকে নিজেই মানুহৰ স্বভাৱক আপোন ৰুচি অনুসৰি কাপোৰ পিন্ধায়। সেই কাৰণে সাড়ীত বিশেষ কি সৌন্দৰ্য্য আছে মই বুজি নাপাওঁ।

নিজৰ সুন্দৰতম বিবাহিতা পত্নীৰে বিৰক্ত হৈ অন্য যুৱতী তিৰোতাৰ প্ৰতি আসক্ত হোৱাটো যিদৰে পুৰুষ স্বভাৱৰ বিশেষত্ব, সেই দৰে

আমাৰ নবযুৱক সকল নিজৰ ঘৈণীয়েকৰ পোছাকৰ প্ৰতি বিৰক্ত হৈ অন্য জাতিৰ তিৰোতাৰ পোছাকৰ প্ৰতি আকৰ্ষিত হয়। কিন্তু মনত ৰাখিব যে যিদৰে আপুনি তেওঁলোকৰ পোছাকৰ প্ৰতি আকৃষ্ট হৈছে, সেইদৰে অন্য জাতিৰ পুৰুষ আপোনাৰ তিৰোতাৰ প্ৰগতিশীল বেশ-ভূষাৰ প্ৰতি আকৰ্ষিত হ'ব পাৰে। ই কাম বাসনা মাত্ৰ, যিয়ে বৰ্ত্তমানে আপোনাৰ দৃষ্টিত নিজৰ তিৰোতাৰ বেশ-ভূষাক দোষযুক্ত বুলি প্ৰমাণিত কৰি বাৰে বাৰে দেশত এই তৰ্ক উপস্থিত কৰে যে হিন্দুস্তানী মুছলমান সকলৰ তিৰোতাই কি পিন্ধা উচিত ?

এই সমস্যা কেৱল মহিলাৰ নৈতিক আৰু সামাজিক সংস্কাৰৰ উদ্দেশ্যেৰে জন্ম হোৱা বুলি বিশ্বাস হলে এই বিষয়ে ভালদৰে আলোচনা কৰিলোহেঁতেন। আচলতে এই সমস্যা তেওঁলোকৰ স্বভাৱৰ অস্থিৰতাৰ কাৰণে উদ্ভৱ হৈছে; যিয়ে নবযুৱক সকলক কোট-পেণ্ট পিন্ধালে, মূৰত হেটে শোভা বঢ়ালে আৰু ৰঙটোৰ বাহিৰে নিজা একো বস্তু বাকী নেৰিলে। গতিকে আমাৰ বিশ্বাস যে এই সমস্যা কেৱল এই ভাবত জন্মিছে যে পুৰুষৰ দৰে তিৰোতায়ো ইংৰাজী পোছাক পিন্ধক। আমি ভালদৰে জানো যে এই বিষয়ে লিখাপঢ়া কৰা বা কোৱা-মেলা কৰা সকলো নিৰৰ্থক এই বাবেই যে যেতিয়া-লৈকে ইংৰাজী সায়া ( সাড়ীৰ তলত পিন্ধা পোছাক বিশেষ ) স্কৰ্ট, বনেট পিন্ধাৰ সিদ্ধান্ত কৰা নহ'ব, আমাৰ সমাজ সংস্কাৰকসকল আৰু মুখা পিন্ধা ফেশ্যন নিৰ্মাতা সকলে শান্তি নাপাব। ইয়াৰ বাহিৰে যি ভাল সংস্কাৰেই নকৰক তেওঁলোক সন্তুষ্ট নহ'ব।

গতিকে ইয়াঁৰ পৰিণাম চিন্তা কৰিব, এই বিষয়ে বাতৰি কাকত বা আলোচনীৰ পৃষ্ঠা ক'লা কৰাৰ একো লাভ নাই।

পোছাকৰ বিষয়ে লক্ষ্ণৌত ইয়াৰ কাট আৰু কাপোৰ চিলাই কৰা কথা আদিত দিনে দিনে উন্নতি হ'ব ধৰিলে। গৰম দেশ হোৱা কাৰণে নিম্নবৰ্গৰ লোক সকলে শৰীৰ ঢকাৰ বাহিৰে বাকী দেহাটো প্ৰায়েই নঙঠা কৰি থয়। দেশবাসী নিৰ্ধন বা দুখীয়া হোৱা বাবে এনে কৰা নহয়, বতৰ আৰু জলবায়ুৰ কাৰণেহে এনে হয়। ইয়াৰ প্ৰভাৱ দিল্লীতো এই আছিল যে—ডাঠ আৰু গধুৰ কাপোৰৰ সলনি, মিহি আৰু পাতল কাপোৰ পিন্ধিছিল। ইয়াত তাতোকৈ বেছি উন্নতি হ'ল আৰু যিহেতু চিপাহীগিৰি আৰু যুদ্ধৰ আৱশ্যকতা খুব কমহে হৈছিলগৈ, বিলাসিতা আৰু স্ত্ৰী-সংসৰ্গ খুব বাঢ়ি গৈছিল। এই কাৰণেই পুৰুষৰ ওপৰত তিৰোতাৰ পোছাকৰ প্ৰভাৱ সীমা চেৰাই বাঢ়ি গ'ল আৰু যি ধৰণৰ ৰূপ আৰু শৃঙ্গাৰ তিৰোতাৰ কাৰণে উপযোগী আছিল, পুৰুষেও তাকেই অনুকৰণ কৰিবলৈ আৰম্ভ কৰিলে।

বিশেষকৈ তেতিয়াৰপৰা যেতিয়া ইয়াৰ শাসক সকলে নবাব উপাধিৰ সলনি বাদচাহ উপাধি গ্ৰহণ কৰিলে। নৈশাপুৰী আৰু সালাৰ জংগী বংশৰ মানুহে যি সকলে সেই সময়ত বৃত্তি আৰু পেঞ্চন পাইছিল, একেবাৰে যেতিয়া এৰি দিলে তেওঁলোকে তিৰোতাৰ বাহিৰে কাৰো সংগ নোপোৱা হ'ল। ইয়াৰ অনিবাৰ্য পৰিণাম আছিল এয়ে যে তেওঁলোকৰ চাল-চলন আৰু পোছাকতেই তিৰোতা ভাৱৰ জন্ম নহ'ল, তেওঁলোকৰ মাতো তিৰোতাৰ দৰে হ'ল, যিহেতু তেওঁলোকেই নগৰৰ ধনী আৰু প্ৰতিষ্ঠিত লোক বুলি জনাজাত আছিল, সেয়ে প্ৰজাইও তেওঁলোকৰ অনুকৰণ আৰম্ভ কৰিলে। আৰু অইন ঠাইৰ ধনী সকলৰ বিপৰীতে ই লক্ষ্ণৌত সাধাৰণ ভাৱে প্ৰচলিত হ'ল যে মূৰত সেন্দূৰ, তাৰ ওপৰত বনকৰা টুপী, কানলৈকে চুলি যিবোৰ চুছিলে মূৰৰ ওপৰত দুয়ো ফালে পট্টি হয়, মুখত মিঠা পাণ ওঁঠত ৰঙা ৰং গাত তিনি কাছনৰ ঢিলা অংগৰখা,

তাৰ তলত গুলবদন পাটৰ টনা ঘুটন্না, হাতত জেতুকা, ভৰিত টাট্‌ৰাফী বা বনকৰা বুট, জাৰকালি অংগৰখাৰ সলনি নীলা, হালধীয়া বা সেউজীয়া আৰু ৰঙা আতলস বা গ্ৰণ্টৰ কপাহী দগলা ( পোছাক বিশেষ )।

জাৰকালি কিছুমান প্ৰতিষ্ঠিত লোকে সাধাৰণতে শালৰ কবা পিন্ধিছিল, কিন্তু তুশালা আৰু শালী ৰুমাল সকলোৱে পছন্দ কৰিছিল। ইয়াৰেই ফল হৈছিল যে যেনে শ্বাল লক্ষ্ণৌত এতিয়াও কেতিয়াবা মাজে মাজে পোৱা যায়, তেনে শ্বাল হিন্দুস্তানৰ অইন ঠাইৰ কথাটো বেলেগেই, খোদ কাশ্মীৰতো এতিয়ালৈ পাব পৰা নাযায়।

শ্বালৰ চথ ইমানলৈ বাঢ়িল যে বহুতো শ্বাল তৈয়াৰ কৰোঁতা, আৰু হেজাৰ হেজাৰ ৰফুগৰ আৰু শ্বাল ধোৱাসকল নিজৰ জন্মভূমি এৰি এৰি লক্ষ্ণৌত আহি থিতাপি ললেহি যি সকলৰ যোৱা পঞ্চাছ বছৰৰ ভিতৰতে নাম-ধাম নাইকিয়া হৈ গ'ল। তাৰ ভিতৰত যি অলপ ৰ'ল, তেওঁলোকেও অইন ব্যৱসায় আৰম্ভ কৰিলে।

মহৰম যিহেতু লক্ষ্ণৌৰ এটা খুব ডাঙৰ মহত্বপূৰ্ণ উৎসৱ আৰু শোক পালনৰ সময় আছিল সেয়ে শোকৰ ভাব তাৰ মহত্বৰ আৰু সুকুমাৰতাৰ প্ৰতি দৃষ্টি ৰাখি ইয়াত মহৰমৰ বাবে বিশেষ পোছাক আৰু অলঙ্কাৰ আবিষ্কাৰ হ'ল। ছাই আৰু নীলা ৰং সুখ আৰু শোকৰ ৰং বুলি জনা যায় আৰু সেউজীয়া ৰং অব্বাসীৰ সময়ত তেওঁলোকৰ ছাই ৰঙৰ সলনি তৈয়াৰ হৈছিল, সেয়ে ফাতিমাৰ ৰং সেউজীয়া আছিল। সেয়ে আজিও ইৰাণ আৰু হিন্দুস্তানৰ অন্য ফাতিমীয়ে সেউজীয়া আমামা পিন্ধি ছৈয়দ সকলৰ সেই পুৰণি প্ৰথাৰ প্ৰমাণ দিছে। গতিকে মহৰমত ৰঙা ৰঙ নিষিদ্ধ কৰি দিয়া হৈছিল। সেউজীয়া, নীলা, ক'লা ৰং আৰু তাৰে লগত হালধীয়া ৰঙে সেই ঋতুৰ বাবে উপযোগী বুলি ভবা হৈছিল। সেয়ে ইয়াত মহৰমৰ সময়ত, সকলো তিৰোতাৰ পোছাক ওপৰত উল্লেখ কৰা ৰঙৰ লগত মিলাই তৈয়াৰ কৰিছিল। সকলো অলঙ্কাৰ খুলি পেলোৱা হৈছিল আনকি চুড়ী কেইপাটো—যাৰ সলনি হাতৰ বাবে ৰেচমৰ ক'লা আৰু

সেউজীয়া ৰঙৰ পহুচিয়া ( অলঙ্কাৰ বিশেষ ) আৰু কাণৰ নিমিত্তে ক'লা আৰু হালধীয়া ৰঙৰ বেচমৰ কৰ্ণফুল ওলাল। ই সোণ-ৰূপৰ অলঙ্কাৰতকৈ বেছি সুন্দৰ হোৱা বাবে তেওঁলোকৰ শৃঙ্গাৰ বঢ়াই-ছিলহে।

মহৰম খুব মহত্ত্বপূৰ্ণ মাহ আছিল। ইয়াত প্ৰত্যেক ঋতু আৰু প্ৰত্যেক সময় অনুসৰি এনে তিৰোতাৰ পোছাক সদায় সদায় ওলাইছিল, যাক সমগ্ৰ হিন্দুস্তানে আশ্চৰ্য্য দৃষ্টিৰে চাইছিল। আৰু সঁচাকৈয়ে আজিৰ পৰা পঞ্চাছ বছৰৰ আগৰ লক্ষ্ণৌৰ তিৰোতাৰ পোছাকৰ ফেশ্যন আৰু নিতে নিতে হোৱা নতুনত্ব যিয়ে দেখিছে সি ফ্ৰান্স আৰু লণ্ডনৰ ফেশ্যন পৰিৱৰ্তনৰ কথা পাহৰি যাব আৰু এই বাবেই অধিক সংখ্যক মানুহৰ মুখে মুখে প্ৰচাৰিত হ'ল যে লক্ষ্ণৌ পুবৰ পেৰিচ। আজি বহুতো সৰলতা ভালপোৱা আৰু প্ৰগতিশীল সমাজ ব্যৱস্থাৰ বঞ্চিত মানুহে এই কথাত আপত্তি কৰে আৰু এইটো নাচায় যে যি দৰবাৰ আৰু নগৰত সংস্কৃতিৰ বিকাশ হয়, তাত সমাজৰ প্ৰত্যেক স্তৰতেই এনে কথাই জন্ম লয়েই যিবোৰ দাৰ্শনিকৰ দৃষ্টিৰে নিৰৰ্থক হলেও প্ৰতিষ্ঠিত ব্যক্তিৰ গোষ্ঠী আৰু সভ্যলোকৰ মহফিলত ইয়াক আৱশ্যকীয় আৰু মহত্ত্বপূৰ্ণ বুলি ভাবে।

পুৰুষৰ ওপৰত তিৰোতাৰ পোছাকৰ প্ৰভাৱ কাপোৰৰ শ্ৰেষ্ঠত্ব আৰু ডাঠ জাক-জমক ৰঙতেই সীমাবদ্ধ থকা হলে ভালেই আছিল, ইয়াততো বহু লোকৰ এনে অৱস্থা হ'ল যে গিৰিয়েক ঘৈণীয়েকৰ দগল, দুপট্টা, দুলাঈ, লেপ আৰু পায়জামা আদিত কোনো প্ৰকাৰৰ পাৰ্থক্যই নাথাকিল। কেৱল তিৰোতাৰ নিমিত্তে নিশ্চিত কৰা ফিটা-ফালি আৰু অলঙ্কাৰৰ বাহিৰে। পুৰুষে ডাঠ ৰঙৰ মিহি কাপোৰ ফুল আদি নথকা পিন্ধে কিন্তু এই ৰুচি বিদ্ৰোহৰ পিছত ইংৰাজ প্ৰভাৱৰ কাৰণে কমিবলৈ ধৰিলে আৰু এতিয়া আঙুলিৰ মূৰত লেখিব পৰা মানুহৰ বাহিৰে আৰু ক'তো বাকী নাই।

পুৰুষ সেৱক আৰু তেওঁলোকৰ বিভিন্ন বৰ্গৰ নিচিনাকৈ ইয়াৰ তিৰোতাৰ বিভিন্ন বৰ্গতো ভিন ভিন বেশভূষা নিশ্চিত আছিল।

ইংৰাজৰ খানচামা, কচোৱান আৰু চহীচে বিভিন্ন প্ৰকাৰৰ বৰ্দী পিন্ধিছিল, কিন্তু এই বৰ্দীবোৰ তেওঁলোকে ঘৰত পিন্ধা আচল পোছাক হ'ব নোৱাৰিলে। ইয়াৰ বিপৰীতে লক্ষ্ণৌৰ তিৰোতা আৰু পুৰুষ চাকৰ আৰু ভিতৰে বাহিৰে কাম কৰা সকলো কৰ্মচাৰীৰ বাবে যি বিশেষ বিশেষ পোষাক নিশ্চিত হ'ল সি তেওঁলোকৰ আচল পোছাক হৈ পৰিল। উদাহৰণ হিচাপে তুৰাৰমুখৰ আগত থকা চিপাহী আৰু চোবদাৰ, দূত আদিয়ে বিশেষ আৰু ভিন্-ভিন্ পোছাক যেনেকৈ পিন্ধিছিল, তেনেকৈয়ে অন্দৰমহলৰ মহলদাৰ, মোগলানী ( চিলাই আদি কৰা তিৰোতা ) আৰু কহাৰিন ( বাচন বৰ্তন ধোৱা তিবোতা )ৰ পিন্ধন ইমান ভিন আছিল যে দূৰৈৰ পৰা দেখিলেই মানুহে বুজিব পাৰিছিল যে সেই তিৰোতাজনী মহলদাৰ, সেই জনী খৱাস ( বিশেষ চাকৰৰ মোচাহিব ), এই মোগলানী আৰু এই কহাৰিন—কিন্তু মজাৰ কথা এয়ে যে এওঁলোকৰ পোছাকত বৰ্দীৰ জাক-জমক নাছিল।

খিদ্‌মতগাৰ ( সেৱক ) আৰু তেওঁলোকৰ দৰে ই আৰ্দালীবো খোদ গিৰিয়েক ঘৈণীয়েকৰ দৰেই পোছাক আছিল। ইয়াৰ কাৰণ আছিল এয়ে যে এই তুয়ো শ্ৰেণীয়ে মালিক বা মালিকনীৰ পিন্ধি এৰা বা পুৰণি কাপোৰহে পিন্ধিছিল।

পোছাকৰ পিছতেই তিৰোতাৰ বাবে সবাতোকৈ মহত্ত্বপূৰ্ণ বস্তু হ'ল অলঙ্কাৰ আৰু তিৰোতাই প্ৰায়েই নিজা টকা-পইচা আৰু সম্পত্তি অলঙ্কাৰকেই বুলি ভাবে যাৰ অনিবাৰ্য্য পৰিণাম এয়ে হয় যে ভাৰতৰ বহু ৰাজ্যত গধুৰ আৰু কুৰূপ অলঙ্কাৰৰ বেছি প্ৰচলন, যাতে বেছি মূল্যৰ হয়। অলঙ্কাৰ গধুৰ হোৱাৰ চখ অৰধৰ গাঁৱত আৰু সাধাৰণতে হিন্দুস্তানৰ সকলো নগৰতে দিনে দিনে বাঢ়ি গৈছে। কিন্তু লক্ষ্ণৌত দিল্লীৰ সম্ভ্ৰান্ত বংশৰ মহিলা সকল যেতিয়া আহিল, তেতিয়া আৰম্ভণিতে গোটেই হিন্দুস্তানত আৰু খোদ দিল্লীত প্ৰচলিত হৈ থকা অলঙ্কাৰকেই পিন্ধিছিল। কিন্তু ইয়ালৈ অহাৰ কিছুদিনৰ পিছত ইয়াত যেতিয়া উন্নত সমাজ ব্যৱস্থা স্থাপিত হ'ল, তেতিয়া অলঙ্কাৰক শৃঙ্গাৰৰ উপকৰণ মাত্ৰ বুলি ভবা নহ'ল আৰু সকলো প্ৰকাৰৰ অলঙ্কাৰ দিনে দিনে

পাতল, সূক্ষ্ম আৰু ধুনীয়া হ'ব ধৰিলে আনকি শেষ কালত ডাঙৰীয়া আৰু ধনী ঘৰৰ তিৰোতাৰ পিন্ধন এনেকুৱা হ'ল যে চিধা, তৰক-ভৰক নোহোৱা ফুল-তুল থকা কাপোৰ পিন্ধে আৰু অলঙ্কাৰৰ ভিতৰত খুব সূক্ষ্ম, পাতল আৰু মূল্যবান দুই এপদ অলঙ্কাৰ পিন্ধিয়েই সন্তুষ্ট হৈছিল। আৰু গল, নাক-কাণ আদিত যদি কিবা পিন্ধিছিলো—সি খুব পাতল আছিল। ইয়াৰ ফল এয়ে হ'ল যে যিমান সূক্ষ্ম আৰু পাতল অলঙ্কাৰ লক্ষ্ণৌত তৈয়াৰ হ'ব ধৰিলে তেনে আন ক'তো হ'ব নোৱাৰিলে।

নাকৰ নথ ( নাকফুলৰ নিচিনা—নাকৰ তলত ওলমি থকা অলঙ্কাৰ বিশেষ ) হিন্দু সকলৰ সময়ৰ পৰাই বৰ জৰুৰী অলঙ্কাৰ আৰু সৌভাগ্যৱতীৰ চিহ্ন বুলি গণ্য কৰা হৈছিল আৰু এই মনোভাবে পৰম্পৰাঁৰ মাজত মিলামিছা থকা কাৰণে মুছলমানৰ মাজতো হ'ল। সেয়ে গাঁৱৰ তিৰোতাবোৰে আজিও ইয়াক গধুৰ কৰাৰ ক্ষেত্ৰত ইমান বেছিলৈ যায় যে চাৰি চাৰি বা পাঁচ পাঁচ তোলাৰ নথ পিন্ধে যাৰ ফলত হয়তো নাক ফাটিও যায় আৰু দ্বিতীয়বাৰ নাক বিন্ধাব লগীয়া হয় যাতে নাক নথা নোহোৱাকৈ নাথাকে। লক্ষ্ণৌৰ তিৰোতা সকলে এই নথ একেবাৰে নোহোৱা কৰিলে আৰু তাৰ ঠাইত সোণাৰ কীল ( গজালৰ টোপৰ দৰে অলঙ্কাৰ বিশেষ ) পিন্ধিবলৈ ধৰিলে যি খুব সৰু আৰু ধুনীয়া অলঙ্কাৰ, বুলি প্ৰমাণিত হ'ল আৰু সৌন্দৰ্য্যবিলাসীয়ে এই কীলকো ইমান সৰু আৰু পাতল কৰিলে যে নাকৰ পাতল কীল লক্ষ্ণৌৰ সোণাৰী আৰু কাৰিগৰৰ বাহিৰে অইন কোনো ঠাইৰ কাৰিগৰে কৰিব নোৱাৰা হ'ল।

আজি পঁচিছ-ত্ৰিছ বছৰৰ পৰা বুলাক ( নাকৰ অলঙ্কাৰ বিশেষ )ৰ প্ৰচলন খুব বাঢ়িল, যদিও ই একো ভাল পছন্দৰ বস্তু নহয়, কিন্তু কম অলঙ্কাৰ আৰু সাধাৰণ প্ৰজাই পছন্দ কৰা বাবে ইয়াৰ ইমান উন্নতি হ'ল যে এতিয়া বুলাক নিপিন্ধা খুব কম তিৰোতাহে পোৱা যাব।

বৰ্তমানে বিভিন্ন চহৰৰ আদান-প্ৰদানৰ কাৰণে অলঙ্কাৰ সজাৰ কৌশলৰ সকলো প্ৰকাৰে উন্নতি হ'ব ধৰিছে আৰু বিশেষ বিশেষ

অলঙ্কাৰৰ বাবে বিশেষ বিশেষ নগৰ বিখ্যাত হৈ পৰিছে। কিন্তু বিদ্ৰোহৰ আগত যেতিয়া ৰেলওৱেই হিন্দুস্তানৰ বিভিন্ন চহৰৰ মাজত পৰস্পৰ মৈত্ৰী আৰু একৰূপতাৰ জন্ম দিয়া নাছিল, লক্ষ্ণৌতকৈ ভাল সোণাৰী আৰু কাৰিগৰ ক'তো পোৱা নগৈছিল। কিন্তু এতিয়া বহুতো নগৰ এই এই কলাত লক্ষ্ণৌতকৈ আগবাঢ়িল, বিশেষকৈ দিল্লী চহৰৰ অশোধিত ৰূপৰ অলঙ্কাৰ সজাত হিন্দুস্তানৰ সকলো চহৰতকৈ আগবাঢ়িল। কিন্তু এতিয়াও এনে বহু ঠাই আছে য'ৰ সৌন্দৰ্য্য বিলাসী পৰিয়ালে লক্ষ্ণৌত তৈয়াৰী অলঙ্কাৰ আৰু ইয়াৰ ৰূপৰ বাচন বেছি পছন্দ কৰে। এই তৰ্ক লক্ষ্ণৌৰ উদ্যোগ সম্পৰ্কত বাৰে বাৰে উল্লেখ কৰিব লগীয়া হ'ব—গতিকে ইয়াত ইমানতেই সন্তোষ লওঁ।

## 36

খোৱা-লোৱা আৰু পিন্ধা উৰাৰ আলোচনা শেষ কৰি, আমি এতিয়া সেই বস্তু বিলাকৰ পিনে যাওঁ যাৰ সমাজ আৰু পাৰস্পৰিক সৌহাৰ্দ্যৰ লগত সম্বন্ধ আৰু যিবোৰৰ উচিত তথা আপোন ৰুচিমতে পৰিৱৰ্তন কৰি লক্ষ্ণৌৱে সিবিলাকক গ্ৰহণ কৰিলে।

পৃথিৱীৰ প্ৰত্যেক দেশতে মিলা প্ৰীতি আৰু ৰীতিনীতিৰ এটি পদ্ধতি প্ৰতিষ্ঠিত হয় যাৰ ভিতৰত চলন ফুৰণ, পিন্ধন, আচাৰ-ব্যৱহাৰ, স্বভাৱ, শিষ্টাচাৰ, কথাবতৰা কোৱাৰ ধৰণ, ৰুচি, ঘৰ-দুৱাৰ আৰু আচবাবপত্ৰৰ যথেষ্ট মহত্ত্ব থাকে। এই কথাবোৰৰ পাছত জীৱনৰ বাবে আৱশ্যকীয় আৰু সমাজে আৱশ্যকতা অনুভৱ কৰা স্বাভাৱিকতে এই বস্তুবোৰৰ প্ৰত্যেক দল, প্ৰত্যেক শ্ৰেণী আৰু প্ৰত্যেক নগৰ তথা চুবুৰিতে জন্ম হয় আৰু আজিৰ পৃথিৱীখন ঘূৰি পকি চাওক দেখিব যে প্ৰত্যেক ঠাইৰ সমাজৰ এটা বিশিষ্ট ৰূপ আৰু সিহঁতৰ বিশেষত্ব দেখিবলৈ পাব। কিন্তু যিবোৰ স্থানত কোনো সম্মানিত দৰবাৰ প্ৰতিষ্ঠিত হয় আৰু শিক্ষাৰ উন্নতি হয় তাৰ সমাজে দেশৰ এটা ডাঙৰ

অংশক নিজৰ বশলৈ আনি প্ৰত্যেক চহৰ আৰু গাঁৱৰ সংস্কৃতি আৰু সভ্যতাৰ কেন্দ্ৰস্থান হৈ পৰে।

হিন্দুস্তানৰ সভ্যতা আৰু সংস্কৃতি তথা সমাজ নিয়মৰ মূল কেন্দ্ৰ নিশ্চিত ভাবেই দিল্লী আছিল, এই বাবেই যে কেবা শতিকা জুৰি ই হিন্দুস্তানৰ শাসন কেন্দ্ৰ আৰু বিদ্যাৰ কেন্দ্ৰ স্থান হৈ আছিল। সমগ্ৰ হিন্দুস্তান তাৰ অধীনত আছিল আৰু সকলো ৰাজ্যৰ হাকিম (প্ৰশাসক) আৰু শিষ্টাচাৰৰ শিক্ষকসকল ইয়াৰ বাতাবৰণতেই ডাঙৰ দীঘল হৈছিল। ইয়াৰ তুলনাত লক্ষ্ণৌৰ কোনো ৰিশেষতাও নাই আৰু কোনো প্ৰতিষ্ঠাও পাব নোৱাৰে। কিন্তু এই সন্দৰ্ভত লক্ষ্ণৌৰ নাম লোৱাৰ যদি কোনো কাৰণ হ'ব পাৰে তেনেহলে সি হ'ল এই যে কালৰ চক্ৰত, যোৱা শতাব্দীত সেই দিল্লীৰ সংস্কৃতি সম্পূৰ্ণ-ভাবে লক্ষ্ণৌলৈ আহিল আৰু তাৰ বিষয়া, সম্ভ্ৰান্ত ব্যক্তি, বিদ্বান আৰু কবি, ধৰ্মপৰায়ণ ব্যক্তি আৰু সংস্কাৰক সকলোৱেই লক্ষ্ণৌলৈ গুচি আহিল। আৰু দিল্লী দৰবাৰৰ পৰা যি সকল ওলাইছিল তেওঁলোক লক্ষ্ণৌত আহি গোট খাইছিলহি। সেয়ে তাৰ সকলো প্ৰতিষ্ঠিত মানুহ এটা এটাকৈ সকলো ইয়ালৈ গুচি আহিল আৰু যিহেতু ইয়াত সন্তোষ পাইছিল, সেয়ে তেওঁলোকে ইয়াত আপোন উন্নত সংস্কৃতিৰ আৰু বিকাশ আৰম্ভ কৰিলে। ইয়াত মজাৰ কথা হ'ল এয়ে যে দিল্লীবাসীৰ যি সংস্কৃতি অৱধত আহি স্থাপিত হ'ল তাত দিল্লীৰ বাহিৰে আৰু আন ক'ৰো ব্যক্তি নাছিল। আনকি লক্ষ্ণৌৰ পুৰণি বাসিন্দা সকলেও ইয়াত একেবাৰে স্থান নাপালে।

সেয়ে লক্ষ্ণৌৰ সংস্কৃতি দৰাচলতে দিল্লীৰ সংস্কৃতি আৰু তাৰ উন্নত সমাজৰ অন্তিম উদাহৰণ। এই যোৱা শতিকাত দিল্লীৰ প্ৰাচীন সংস্কৃতিৰ দুটা স্কুল হ'ল—এটা হ'ল সেই সকলৰ যি সকল দিল্লীত আছিল আৰু দ্বিতীয় দল হ'ল সি সকলৰ—যিসকল লক্ষ্ণৌলৈ আহিল। কিন্তু এই কথাত সন্দেহ নাই যে পতনৰ আগতে শেষ শতিকাত দিল্লীত থকা স্কুলৰ নিমিত্তে, মোগল দৰবাৰ দুৰ্বল হোৱা আৰু ঐশ্বৰ্য্য কমি যোৱা কাৰণে প্ৰগতি পথত আগ বাঢ়িবলৈ সিমান

সুযোগ নাপালে যি লক্ষ্ণৌবাসী দিল্লী স্কুলৰ প্ৰাপ্ত আছিল আৰু এই কাৰণতেই সেই সময়ত লক্ষ্ণৌৰ সংস্কৃতিয়ে উন্নতি কৰি আহিল আৰু দিল্লীৰ প্ৰাচীন সংস্কৃতিৰ প্ৰগতি ৰুদ্ধ হৈ পৰিছিল। কব লাগিব যে এই প্ৰগতিয়েই লক্ষ্ণৌৰ সমাজৰ বিশেষত্ব। মন দিলে এই কথা ধৰা পৰে যে দিল্লী সংস্কৃতিৰ যি বিকাশ হ'ল তাত ৰাজদৰবাৰৰ সংৰক্ষণ আছিল, কিন্তু পিছৰ পৰম্পৰাত যিহেতু নিষ্ঠুৰ বেপাৰী শ্ৰেণীৰ সমাজত আধিপত্য হ'ল আৰু পুৰণি উচ্চ বংশৰ সভ্যলোক সকল অইন চহৰত গৈ বাস কৰিলে বা ঘৰৰ ভিতৰত সোমাই থাকিল, সেয়ে এই সংস্কৃতিও নষ্ট হ'ল আৰু সঁচা কথা হ'ল এয়ে যে অৰধৰ ৰাজদৰবাৰ ভাগি যোৱাৰ পিছত বাহিৰৰ লগত মিলিজুলি আৰু পুৰণি সভ্য পৰিয়াল তথা তেওঁলোকৰ প্ৰভাৱ নাইকিয়া হোৱা বাবে যি সংস্কৃতিৰ লক্ষ্ণৌত জন্ম হৈছিল সিও দিনে দিনে নাইকিয়া হৈ গ'ল।

কিন্তু সেই বদমাচৰ সমাজ আৰু বিদ্ৰোহপূৰ্ণ শিষ্টাচাৰৰ লগত আমাৰ তৰ্ক নাই, যি বিদ্ৰোহৰ পাছত লক্ষ্ণৌত জন্মিবলৈ আৰম্ভ কৰিছে আৰু উন্নতি কৰি যাব ধৰিছে। আমাৰ উদ্দেশ্য হৈছে সেই সংস্কৃতিৰ বিষয়ে কোৱা যিয়ে লক্ষ্ণৌৰ শাহী (ৰাজকীয়) দৰবাৰৰ সংৰক্ষণত প্ৰগতি কৰি ইয়াৰ সমাজত বিয়পি পৰিছিল।

ইয়াৰ সংস্কৃতিৰ বিষয়ে মোৰ এই প্ৰবন্ধত তলত লিখা বিষয়ে কেইটাৰ বিষয়ে বৰ্ণনা কৰিব খুজিছোঁ। (1) ঘৰ-দুৱাৰ (2) আচবাব (3) বেশভূষা (4) শিষ্টাচাৰ (5) শালীনতা (6) অভিবাদন (7) সম্বোধন আৰু ভাল বেয়া সোধা (8) ব্যংগৰ ধৰণ (9) বিয়া আদিৰ মহফিল (10) মজলিস (11) মোলুদ শৰীফ[1]ৰ মহফিল। ইয়াৰ পাছত সমাজৰ বাবে অনিবাৰ্য্য বস্তুখিনিৰ বৰ্ণনা কৰিম।

### 1 ঘৰ-দুৱাৰ

দিল্লী আৰু লক্ষ্ণৌত ঘৰৰ বিষয়ে পুৰণি ৰুচি এয়েই আছিল যে বাহ্যিক প্ৰদৰ্শন আৰু ৰমক জমক গুণ কেৱল শাহী (ৰাজ) মহল

[1] হজৰত মুহম্মদ চাহৰ জীৱন আৰু কাৰ্য্যৰ বৰ্ণনা কৰিবলৈ পতা সভা

প্ৰাসাদতেই সীমিত আছিল। বিষয়া আৰু বেপাৰীয়ে নিজে ফকিৰৰ বাবে যি ঘৰ সজায়, ভিতৰে ভিতৰে সি যিমানেই বিশাল নহওক কেলেই কিন্তু তাৰ প্ৰকাশ্য স্বৰূপ একেবাৰে সাধাৰণ ঘৰৰ নিচিনা আৰু তাতে ৰহস্য এয়ে আছিল যে যি ঘৰ দেখাত ভৰা হয়, প্ৰায়েই বাদচাহৰ পছন্দ হৈছিল আৰু সাজোঁতা জনৰ ভাগ্যত তাত থকাটো নহয়গৈ। লগতে এই কথাও আছিল যে প্ৰজাৰ ভিতৰত কোনো ঘৰ সাজোঁতে বাদচাহৰ নিচিনা ৰমক জমক দেখুৱাটো বিদ্ৰোহ বুলিয়েই ভাবিছিল আৰু তাৰ সুখে-শান্তিৰে জীৱন কটোৱাটো মুস্কিল হৈ পৰিছিল।

এই কাৰণতেই দিল্লীত মকবিৰাৰ বাহিৰে, পুৰণি কালৰ এনে কোনো প্ৰাসাদ আপুনি দেখিবলৈ নাপায় যি ভব্য হয় আৰু প্ৰজাৰ ভিতৰৰ উচ্চ শ্ৰেণীৰ কোনো সামন্ত বা ধনী বেপাৰীয়ে যাক সাজিছে। লক্ষ্ণৌতো আৰম্ভণিতে এই অৱস্থাই আছিল। নবাব আছফউদ্দৌলা আৰু নবাব চাআদত আলী খাঁৰ সময়ত ধনী ফৰাচী বেপাৰী মোসিয়ো মার্টিনে দুই এটা ভব্য অট্টালিকা সজাইছিল, কিন্তু তেওঁ সজোৱাৰ আচল উদ্দেশ্য আছিল এয়ে যে শাসক সকলে ইয়াক ভাল পাওক আৰু তেওঁলোকৰ তাত বিক্ৰী কৰা যাওক। সেই অট্টালিকাতেই লা মার্টিনৰ যহত যাৰ ওপৰত নবাব চাআদত আলী খাঁৰ কৃপণালিৰ বাবে চৰকাৰী দখললৈ নহাকৈ থাকিল। আজি কালি জনসাধাৰণে “মাৰকিন চাহাবৰ কোঠী” বুলি কোৱা এইটোৱেই সেই বিখ্যাত ঘৰ।

ইয়াৰ পিছত তাৰ এজন উজীৰ ৰৌছনউদ্দৌলাই নিজে থাকিবৰ বাবে ভাল প্ৰাসাদ সজাইছিল যাৰ পৰিণাম হ'ল এয়ে যে ৰজাৰ আদেশ মতে তাক বাজেয়াপ্ত কৰা হ'ল আৰু ৰাজত্ব যোৱাৰ লগে লগে তাৰ হিচাপ ৰাজপ্ৰাসাদৰ লগতে কৰা হ'ল। যদিও ইংৰাজৰ শাসনতঃই চৰকাৰী সম্পত্তি হোৱা বাবে গৱৰ্ণমেণ্টৰ দখললৈ আহিল আৰু ৰৌছনউদ্দৌলাৰ উত্তৰাধিকাৰীক দিয়া নহ'ল, তথাপি ইয়াক আজিও ৰৌছনউদ্দৌলাৰ কোঠী বুলিয়েই কয় যদিও তাত ডেপুটী কমিচনাৰ আৰু তেওঁৰ সহায়কৰ এজলাচ বহে।

প্ৰজাৰ সাধাৰণ ঘৰৰ ৰূপ ইউৰোপৰ 'কোঠী'ৰ দৰে ঘৰৰ পৰা একেবাৰে পৃথক আছিল। ইউৰোপত ঘৰৰ ভিতৰত চোতাল আদিৰ আৱশ্যকতা নাছিল কাৰণ পুৰুষৰ নিচিনাকৈ তিৰোতাবো ওৰণি প্ৰথা নৰখাৰ কাৰণে বাহিৰলৈ গৈ মুকলি বাতাবৰণত মুক্ত বায়ু সেৱন কৰিব পাৰে। গতিকে তাৰ বিপৰীতে ইয়াত ঘৰৰ ভিতৰত চোতাল থকাৰ আৱশ্যক হ'ল যাতে মহিলা সকলে ঘৰৰ ভিতৰতে মুকলি বতাহৰ মজা লব পাৰে।

এই আৱশ্যকতা আৰু ইয়াৰ ধৰণ কৰণৰ অন্যত্ৰ আৱশ্যকতাই ইয়াৰ ঘৰৰ সাধাৰণ ৰূপ এনে কৰি দিলে যে মাজত চোতাল, তাৰ চাৰিওফালে ঘৰ সেই ঘৰবোৰৰ ভিতৰত এটা মূল আৰু সিপিনে ইটা-চূণৰ খুটাত কমপক্ষে তিনিটা আৰু কেতিয়াবা তাতোকৈ বেছি মেহৰাব যুক্ত ফাক সজোৱা হয়। মেহৰাব সাধাৰণ হিচাপে শাহজহাঁৰ দিনৰ মেহৰাবৰ আদৰ্শৰ হয় অৰ্থাৎ তাত ধেনু ভিৰীয়া মেহৰাবক যোগ কৰি ডাঙৰ মেহৰাব সজোৱা হয়। সদৰত প্ৰায়েই এনে মেহৰাবৰ দুই তিনি গুণ ডাঙৰ হয়। পাছফালৰ হলটো কেতিয়াবা দুৱাৰ লগাই একোটা ডাঙৰ কোঠালী কৰা হয় আৰু প্ৰায়েই এনেকুৱাও হয় যে কঁকাললৈ তাৰ চকী ওখ কৰি চবুতৰা ( বাহিৰৰ কাৰণে সজা ঘূৰণীয়া বহল ঠাই ) সাজি দিয়া হয়।

এনে ডাঙৰ হল ঘৰৰ দুয়ো ফালে কোঠালী থাকে আৰু হলৰ ছাল ইমান ওখ হয় যে কাষৰ তল ওপৰৰ দুটা কোঠালী ইয়াৰ তলত সুমুৱাব পাৰি।

এতিয়া চোতালৰ দুয়ো ফালে তাৰ দীঘ অনুসৰি দালান, কোঠালী সৰু কোঠালী আদি সজা হয় য'ত বাবুৰ্চীখানা, পায়খানা, মোদীখানা, ( ভঁৰাল ) চিৰি, কুঁৱা আৰু চাকৰণী আদি থকা ঠাই থাকে। সদৰ দালানৰ সমুখৰ পিনে যদি আৱশ্যক বুলি ভাবে বা ঠাই থাকে তেনেহলে ভব্য দালান সদৰৰ পিনে থকাৰ দৰে সিপিনেও সজা হয়। দুৱাৰ সাধাৰণতে কাষত অৰ্থাৎ বাবুৰ্চীখানা আৰু চাকৰ বিলাক থকা ঘৰৰ পিনে কৰা হয়। যাৰ সমুখত ভিতৰৰ পিনে সমুখত আৰু

মানুহৰ দীঘতকৈ অকণমান বেছি ওখ এখন বেৰ সজাই দিয়া হয় যাতে দুৱাৰেৰে ভিতৰলৈ চাব নোৱাৰে।

তৃতীয়া আৰু সাধাৰণ স্তৰৰ মানুহৰ ঘৰত প্ৰায়ে পকা মেহৰাবৰ সলনি তেনেধৰণৰ কাঠৰ তিনিটা ফাক কৰি দালান ( বাৰান্দা ) সজা হয় য'ত সদৰত আৰু কেতিয়াবা তাৰ সমুখৰ পিনে একে লেঠাৰীৰ দালান থাকে। এনে ধৰণৰ যি ঘৰ বেছি সৰ্বাঙ্গপূৰ্ণ তাত চাৰিওফালে তিনিটা ফাক আৰু দালান থাকে তাৰ কাষবোৰ এখন এখনে দুৱাৰৰ সৰু কোঠালী হয় যিয়ে বিভিন্ন আৱশ্যকতা পূৰণ কৰে আৰু সেইবোৰৰ কোনো এটাৰ মাজেৰেই বাহিৰৰ দুৱাৰখন থাকে।

এয়ে ইয়াৰ ঘৰৰ সাধাৰণ স্বৰূপ আছিল, কিন্তু ইয়াক সজাৰ কথা বাকী এৰি প্ৰায় ঘৰৰ তলত আৰু প্ৰত্যেক ঠাইতে এনে উপায়েৰে আৰু সুন্দৰভাবে এখন দুৱাৰ যুক্ত কোঠালী আৰু সৰু কোঠালী উলিওৱা হয় যে আচৰিত লাগে যে ইমান কম ঠাইৰ ভিতৰতে ইমান বেছি ঘৰ কেনেকৈ সজা হ'ল।

ভবন নিৰ্মাণ কলাৰ ইতিহাসৰ পিনে চকু দিয়ে যদি দেখিব যে আৰম্ভণিতে তলৰ ঘৰবোৰহে সজা হৈছিল। পাছত ওখ আৰু মজপুত কিন্তু (সৰল সহজ) সাধাৰণ ঘৰ সজা হ'ব ধৰিলে। তাৰ পাছত সাজোন-কাচোনৰ বাবে লতা ফুল আঁকিবলৈ ধৰিলে—ধাতু পাথৰৰ কলা আৰম্ভ হ'ল আৰু অদ্ভুত অদ্ভুত ধৰণে ৰং দিয়া হ'ব ধৰিলে। কিন্তু এই সকলো সফলতা পোৱা সত্বেও এতিয়ালৈ ডাঙৰ ডাঙৰ বহল দুৱাৰ থকা বেৰ আদি আছিল আৰু তাত ডাঙৰ ডাঙৰ হল ঘৰ আৰু দীৱানখানা কৰা হৈছিল।

সকলোতকৈ পিছৰ প্ৰসিদ্ধি হিন্দুস্তানৰ ঘৰৰ এয়েই হ'ল যে দৰ্জীৰ দৰে কটা ছিঙা কৰি অলপমান মাটিতে বহুতো ঘৰ বান্ধিবলৈ ললে। ঘৰ বন্ধাৰ এই পাৰ্গতালি খাচ দিল্লীতেই আৰম্ভ হ'ল, তাতেই এই কলাই বৰ উন্নতি কৰিলে, তাৰ পৰাই সকলো ঠাইতে বিয়পিল। আৰু লক্ষ্ণৌত অইন ঠাইতকৈ ও বেছি উন্নতি কৰিলে।

আজি কালি ডাঙৰ ডাঙৰ কুশল ইঞ্জিনিয়াৰ আছে যি সকলে ডাঙৰ ডাঙৰ ভব্য অট্টালিকা সজাইছে। তেওঁলোকে প্ৰদৰ্শনমূলকভাৱে এটা খুব ধুনীয়া আৰু ভব্য অট্টালিকাৰ ৰূপ কৰি দিব। কিন্তু এই কাম কেৱল পুৰণি কাৰিগৰৰ দ্বাৰাহে সম্ভৱ যে এটুকুৰা সৰু ঠাইত সুন্দৰ অট্টালিকা থিয় কৰায়। আৰু তাত কলাৰ চমৎকাৰ দেখুৱাই ইমান দালান, কোঠালী আৰু সৰু মুকলি ঠাই উলিয়াই দিয়ে যে চাওঁতাৰ বুদ্ধিভ্ৰম হয়। ভিতৰৰ পৰ্দাৰ বেৰ ইমান পাতল, সূক্ষ্ম আৰু লগতে ইমান মজপুত যে ইটা-চূণৰ বেৰ নহৈ কাঠৰ স্ক্ৰীণ বুলিহে ভাব হয়। ঘৰবন্ধাৰ এই প্ৰসিদ্ধি এতিয়া লাহে লাহে নাইকিয়া হ'ব ধৰিছে কাৰণ ইয়াৰ আদৰ নোহোৱা হ'ল। পুৰণি কাৰিগৰ সকলে বিদায় ললে আৰু যি দুই এজন বাকী আছে সিহঁতৰ আদৰ নোহোৱা হৈছে।

কিন্তু পুৰণি কালৰে পৰা হিন্দু-মুছলমানৰ ঘৰৰ মাজত এটি স্পষ্ট পাৰ্থক্য চলি আহিছে আৰু আজিও সি বিদ্যমান। হিন্দুৱে ঘৰৰ ভিতৰত চোতাল বৰ সৰু আৰু ঠেককৈ ৰাখে আৰু বতাহ তথা পোহৰ পৰিবনে নাই তাৰ প্ৰতি দৃষ্টি নাৰাখি ঘৰ বঢ়াই যায়। ইয়াৰ বিপৰীতে মুছলমান সকলে মুকলি আৰু বতাহ আহ-যাহ কৰিব পৰা বিচাৰে আৰু পোহৰ তথা বতাহ অহাত বাধা নপৰালৈহে ঘৰ বঢ়ায়। মুছলমানৰ এনে ৰুচি থকা সত্বেও পুৰণি কাৰিগৰ সকলে তেওঁলোকৰ বতাহমুক্ত ঘৰতো ইমান বোৰ কোঠালী সজাইছিল যে চাওঁতা জন আচৰিত হৈ পৰে।

ইয়াৰ বাহিৰেও সেই সময়ত কুশলী ঘৰ সজা কাৰিগৰ সকলে দুৱাৰ আৰু কোঠালীৰ মেহৰাব আৰু দালান তথা ৰুমৰ বেৰত বিভিন্ন ৰঙৰ এনে সুন্দৰ লতা ফুল আদি সজাইছিল যি আজি খুব মস্কিলেৰেহে সজা হ'ব পাৰে। আজি কালি চিত্ৰকলাই বহুতো প্ৰগতি কৰিছে, কিন্তু ৰাজমিস্ত্ৰীয়ে যেনে চিত্ৰকাৰী দুৱাৰ আৰু বেৰত কৰিছিল সি নাইকিয়া হৈ গ'ল আৰু আধুনিক যুগৰ সৰলতা ভাল পোৱাৰ বাবে দিনে দিনে ই আৰু নাইকিয়া হ'ব ধৰিছে। তথাপিও এই কামৰ

এনে ওস্তাদ ৰাজ মিস্ত্ৰী আজিও আছে যে তেওঁলোকৰ দৰে চিত্ৰকলা সম্ভৱতঃ কোনো চহৰৰ ৰাজমিস্ত্ৰীয়ে কৰিব নোৱাৰে। লতা-পতাই নহয়, তেওঁলোকে চাল আৰু বেৰত উচ্চধৰণৰ চিত্ৰও অঙ্কণ কৰিছিল।

কেৱল ৰাজমিস্ত্ৰীৰ ওপৰতে নিৰ্ভৰ নহয়, সেই সময়ৰ কাঠমিস্ত্ৰী ও এই কৃতিত্বৰ অধিকাৰী আছিল। তেওঁলোকে লাগিলে ভাল ধৰণৰ মেজ, চকী, আলমাৰী বা ৰেলওৱে ট্ৰেইনৰ গাড়ী সাজিব নোৱাৰিব পাৰে, কিন্তু খুটা, মেহৰাব আৰু দুৱাৰৰ চৌকাঠত এনে সুন্দৰ লতা আদি চিত্ৰ খুলি আঁকি দিয়ে যি আজি খুব মুস্কিলেৰে হ'ব পাৰে।

## 37

### 2 আচবাব পত্ৰ

সংস্কৃতিৰ দ্বিতীয় বস্তু হ'ল ঘৰৰ ফাৰ্নিচৰ (আচবাব পত্ৰ) অৰ্থাৎ সেই-বোৰ সামগ্ৰী যিহেৰে ঘৰটো সজোৱা হয়। সেই সময়ত আজিকালিৰ দৰে চকী মেজ নাছিল, খাচ হিন্দুস্তানী আৰু ইছলামী ৰুচিৰ সামগ্ৰীহে আছিল। ঘৰৰ কাঠৰ পিৰা, পালেঙ থাকে বা তক্তাপোছৰ ওপৰত পাৰিবলৈ মিহি আৰু ধুনীয়া পলঙ গড়িয়া ( সৰু পালেঙ ) থাকে। দুখীয়া আৰু মধ্যবিত্ত লোকৰ ঘৰত সূতাৰে বা জৰীৰে গোথা পালেঙ থাকে আৰু ধনীৰ ঘৰত সাধাৰণতে নেৱাৰৰ ( সূতাৰে তৈয়াৰী বহল ফিটা ) পালেঙ থাকে।

পৰিষ্কাৰ পৰিচ্ছন্নতা ভালপোৱা ঘৰৰ বিশেষত্ব এই যে সদায় ঘৰ সাৰি পুছি ৰাখে, বেৰত চূণ দিয়ে আৰু চালতো বগা ৰঙ দি থয় আৰু তাৰ চাৰিও ফালে ওলমি থকা বৰালৰ ( শোভা বঢ়াবৰ বাবে ওলোমাই থকা কাষৰ বস্তু ) ওলমি থাকে। দালান কোঠালী বা চোতালত তক্তা থাকে তাৰ ওপৰত সতৰঞ্চী, সতৰঞ্চীৰ ওপৰত একেবাৰে বগা চাদৰ পাৰি এনে ভাবে থয় যাতে ক'তো অকণমানো

কোঁচ নাখায়। চাৰিওটা কোণত মাৰ্বলৰ গম্বুজৰ লেখীয়া মীৰফৰ্শ (গৰুৰ পাথৰ মাৰ্বল) কোণ কেইটা দমাই ৰাখে যাতে চাদৰ উৰিব নোৱাৰে বা ভাজ কোঁচ আদি খাব নোৱাৰে।

ওপৰত উজ্জ্বল বিছনি সিও পিছৰ কালত প্ৰচলিত হ'ল নহলে আচলতে সেই ঘৰৰ শোভা হাত বিছনীৰেহে হৈছিল যি নিজ নিজ শক্তি আৰু সামৰ্থ্য অনুসৰি খুব কোমল আৰু ধুনীয়াকৈ তৈয়াৰ কৰে। এই বিষয়ে আমি আগলৈ উপযুক্ত সন্দৰ্ভত বৰ্ণনা কৰিম। সেই চৌক আৰু মজিয়াত লাগিলে সি কোঠালীৰ ভিতৰতেই হওক বা বাহিৰত এপিনে যিফালে সদৰ মুখ কৰা হয় সিপিনে নেৱাৰৰ পৰিষ্কাৰ আৰু ধুনীয়া পালেঙ পাৰি থোৱা হয়। পালেঙৰ ওপৰত গৰম কালি সতৰঞ্চী আৰু জাৰ কালি তুলি পাৰি থোৱা থাকে। আৰু তাৰ ওপৰত বগা পৰিষ্কাৰ চাদৰ থাকে। পালেঙৰ চাদৰতো ৰাজমহল আৰু তেওঁলোকৰ স্তৰৰ বিশ্ৰামাগাৰ আদিতো মাটিলৈ ওলমি থকা ঝালৰ (জোলোম) লগোৱা থাকে—যিয়ে পালেঙৰ শোভা দুগুণে বঢ়ায়। চাৰিও খুৰাতে বিচনাৰ চাৰিও কোণতে পাটৰ ৰঙিয়াল জৰীৰে বান্ধি দিয়া হয় যাতে শোওঁতে আৰু বাগৰ সলাওঁতে বিচনা টনাটনি বা ইফাল সিফাল হোৱাৰ কোনো ভয় নাথাকে।

মূৰ শিতানত পালেঙৰ বহলৰ সমানে চাৰি চুকীয়া কোমল পাতল পাতল গাৰু থাকে। এই গাৰু প্ৰায়েই টুল কাপোৰৰ কৰা হয় আৰু তাৰ ওপৰত তজেবৰ বা পাতল সেনসুখৰ বগা আৱৰণী লগোৱা হয় যাৰ মাজেৰে তুলৰ ৰঙিয়ালী ফুটি ওলায় আৰু তাক পৰাঠাৰ তৰপৰ নিচিনাকৈ তলওপৰ কৰি ৰখা হয়। পিছত তাৰ ইপিনে সিপিনে সেই কাপোৰৰ দুটা সৰু গাৰু কৰে যাতে বাগৰ সলাবৰ সময়ত গালৰ তলত পৰি থাকে। এই গলতকিয়া (সৰু গাৰু) হাতৰ তলু-ৱাখনতকৈ বেছি ডাঙৰ নহয়। ইয়াৰ পাছত বিচনাৰ ওপৰত দুয়ো ফালে কোণৰ পিনে দুটা ঘূৰণীয়া তকীনিয়া (ঘূৰণীয়া গাৰু) থাকে, যাক বাগৰ সলাবৰ সময়ত দুই ভৰিৰ মাজত সুমুৱাই ললে

আৰাম পোৱা যায়। ভৰি পথানত তুলাই, ( পাতল লেপ ) ৰজাই ( সাধাৰণ লেপ ), বা লিহাফ ( গধুৰ লেপ ) বতৰ অনুযায়ী থৈ দিয়া হয় আৰু দিনৰ সময়ত যেতিয়া কোনো শুবলগীয়া নাথাকে, গোটেই পালেঙখনৰ ওপৰত এখন চাদৰ ( পালেং ঢাকনি ) ঢাকি থোৱা থাকে।

মজিয়াত পালেঙৰ আগত বহিবলৈ এখন মচনদৰ আকাৰৰ কালীন ( গলিছা ) পাৰি ৰখা হয় আৰু কালীনৰ ওপৰত পালেঙৰ সৈতে মিলা ঘূৰণীয়া গাৰু থাকে আৰু সদায় ব্যৱহাৰ কৰিবৰ নিমিত্তে বগা আবৰণী এখন লগোৱা থাকে, কিন্তু সমাৰোহ আদিৰ সময়ত দামী পাটৰ আৰু প্ৰায়েই গুণাৰ বন কৰা গিলাফ ওঢ়োৱা হয়।

আৰু যদি মজিয়াত পালেং নাথাকে তেনেহলে উপযোগী বুলি ভবা পিনে মচনদ আৰু গাৰু থাকে আৰু তাত গাদী পাতি দিয়া হয়।

বেৰত যদিও কেতিয়াবা ছবি আদি থাকে আচলতে ছবিৰ প্ৰচলন আজিকালি যেনেদৰে হৈছে আগতে তেনে নাছিল। ছবিৰ সলনি সুন্দৰ কিত্‌এ ( পদ ) চিত্ৰ আদি আঁকি ফ্ৰেমত বন্ধাই বেৰত আঁৰি ৰখা হৈছিল। সেই কিত্‌আৰ ধনী সমাজত ইমান চখ আছিল যে তাক লিখিবৰ আৰু সাজু কৰিয়েই খুশনবীস সকলৰ জীৱিকা নিৰ্বাহ হৈছিল আৰু সঁচাকৈয়ে এই চখে সেই সময়ত ইমান নামজ্বলা আৰু সিদ্ধহস্ত খুশনবীসৰ জন্ম দিলে, যি কিত্‌আ লিখাৰ বাহিৰে কিতাপ আদি নকল কৰাটো অপমানজনক আৰু সাধাৰণ শিল্পৰ কাম বুলি ভাবিছিল।

তক্তৰ উপৰিও চোতাল-দুৱাৰ ডলি আৰু দুৱাৰ মুখৰ বাহিৰত বহিবৰ বাবে মূঢ়া আছিল, যি আজিও ক'ৰবাত ক'ৰবাত দেখা যায় যদিও কিন্তু সম্ভ্ৰান্ত পৰিয়ালত ই নোহোৱাকৈ থকা নাছিল। ইয়াক সেঁটো ( খাগৰি বেট আদিৰ বস্তু ) আৰু জৰী আদিৰে তৈয়াৰ কৰা গৈছিল আৰু যিবোৰ ঘৰত ইয়াৰ বেছি প্ৰচলন আছিল সেইবোৰত মূঢ়াৰ ওপৰত ছাগলীৰ শুকান ছাল ( নোম আদিৰে সৈতে থকা ) লগাই দিয়া হয় বা মজপুত কৰিবৰ বাবে মূঢ়াটোৰ চাৰিওফালে নোমযুক্ত

ছামৰা লগোৱা হয়। এই মূঢ়া সেই সময়ত বৰ কামৰ বস্তু আছিল।

ধনিক পৰিয়ালে পুৰুষ আৰু তিৰোতাৰ বাবে বেলেগ বেলগ ঘৰ সাজিছিল। সাধাৰণ প্ৰজা আৰু বেছি ভাগ মধ্যবিত্ত মানুহে কেৱল এটা ঘৰতেই বাস কৰিছিল। এতিয়া প্ৰত্যেক ঘৰৰ দুৱাৰৰ ওচৰতে বাহিৰা কোঠালী এটা ৰাখিবলৈ সকলোৱেই সাধাৰণতে চেষ্টা কৰিছিল। কিন্তু সেই সময়ত এই বিষয়ে একো চিন্তা কৰা নগৈছিল, দুৱাৰমুখত বা তাত সম্ভৱ নহলে দুৱাৰৰ বাহিৰে মূঢ়া পাৰি বন্ধু-বান্ধৱৰ লগত কথা পাতিছিল আৰু ইয়াত একো বুলি ভবা নহৈছিল।

কোঠালী আৰু দালানৰ ভিতৰত বেছি ভাগ থাকতেই সৌন্দৰ্য্য আৰু সাজোন কাচোনৰ বাবে কাগজৰ ফুল থৈ দিয়া হৈছিল।

দালানৰ মেহৰাবৰ নিমিত্তে সাধাৰণতে পৰ্দাৰ আৱশ্যক। কিন্তু আজিকালি যিসেণ্ট [1], সিৰকী [2] বা টাট [3] ৰ পৰ্দাৰ প্ৰচলনো হৈছে সেই সময়ত নাছিল। আনকি সেই ধৰণৰ পৰ্দাক বেয়া চকুৰে চাইছিল আৰু তাৰ ঠাইত তুল বা জাজঘৰ ( বস্ত্ৰ বিশেষ ) তুলা দিয়া পৰ্দা তৈয়াৰ কৰা হৈছিল যি প্ৰায়ে বান্ধি থোৱাই আছিল কিন্তু আৱশ্যক হোৱা সময়ত খুলি ওলোমাই দিয়া হৈছিল। স্ত্ৰী নিবাসৰ বাহিৰৰ দুৱাৰতো এনে ধৰণৰ পৰ্দা থাকে যাৰ ওচৰতে কোনো চাকৰণী বা বান্দী থিয় হৈ থাকে।

## 3 বেশভূষা

ইয়াৰ উল্লেখ পোছাকৰ লগতে কৰা হৈছে। কিন্তু এই সুযোগতে এই কথা বৰ্ণনা কৰিব খুজিছোঁ যে সেই সময়ৰ সম্ভ্ৰান্ত ঘৰৰ মানুহে নিজ ঘৰত বা বাহিৰত সম্পূৰ্ণভাবে কাপোৰ পিন্ধাৰ আৱশ্যকতা

[1] বেত জাতীয় বস্তু।

[2] নল, খাগৰি জাতীয় বস্তু, যিহেৰে গাড়ীৰ চৈ আদি কৰা হয়।

[3] মৰাপাট আদিৰে গুঠি তৈয়াৰ কৰা ডাঠ কাপোৰৰ নিচিনা বস্তু যাক পৰ্দা বা পাৰি দিয়া কাম আদিত ব্যৱহাৰ কৰা হয়।

অনুভৱ নকৰিছিল। আনকি আপাদমস্তক নঙঠা হৈ থকা আৰু তেবল "তুলৰ গৰ্কী" অৰ্থাৎ সৰু লুঙী এখন পিন্ধি থকাটো ও একো বেয়া কথা নাছিল। এই গৰ্কী এনে ধৰণৰ আছিল যে জাঙিয়াৰ দৰে কেৱল বিশেষ অংগ ঢাক খোৱাৰ বাহিৰে ভৰিও ওলাই থাকে। আজিকালি আমাৰ ভদ্ৰঘৰৰ মানুহে নিজৰ ঘৰৰ ভিতৰত বা বাহিৰতো গেঞ্জী, কুৰ্তা আৰু পায়জামা পিন্ধি থকাটো আৱশ্যক বুলি ভাবে। কিন্তু আমি যি যুগৰ, কথা উল্লেখ কৰিছোঁ সেই সময়ত প্ৰকাশ্যভাৱে প্ৰত্যেক ঘৰতে ইমান কাপোৰ পিন্ধি থকাটো সেই সময়ৰ নিয়ম বিৰুদ্ধ কথা আছিল। সেই সময়ত এনে মানুহো বহুত আছিল যিয়ে ঘৰৰ পৰা বাহিৰ ওলাই গলেহে অংগৰখা আৰু পায়জামা পিন্ধে আৰু এই দৰে এযোৰা কাপোৰেৰেই এমাহ চলিব পাৰে আৰু কাপোৰৰ অৱস্থা এনে যেন আজিহে ধোবাই ধুই দিছে। সাধাৰণতে ধোবীৰ ঘৰৰ পৰা অহাৰ পিছত অংগৰখা পিন্ধিলে তাৰ দামন, আৰু আস্তীনত ভাজ দিয়া হয় আৰু ইয়াৰ চিন কেবা মাহো থাকে।

অৱশ্যে তিৰোতাৰ পোছাকত কোনো পাৰ্থক্য আজি পৰা নাই। তেওঁলোকে বাহিৰলৈ গলে যিমান পিন্ধিছিল নিজৰ ঘৰতো সিমান কাপোৰেই পিন্ধি থাকিছিল। এইটো অৱশ্যে বেলেগ কথা যে বাহিৰলৈ আহ-যাহ কৰা কাপোৰ যোৰ ডাঠ আৰু ভাল আৰু ঘৰত পিন্ধা যোৰ সাধাৰণ। কাৰো ঘৰলৈ অতিথি হৈ যাবলগীয়া হলে পুৰুষ আৰু তিৰোতা উভয়েই দামী, পৰিষ্কাৰ আৰু গধুৰ জাকজমক পোছাক পিন্ধি যায় আৰু কাপোৰ বঢ়িয়া হোৱা কাৰণেই পুৰুষ আৰু তিৰোতাৰ সম্মিলন খুব পৰিষ্কাৰ পৰিচ্ছন্ন আৰু জাকজমকতা পূৰ্ণ হৈছিল।

পুৰুষৰ পোছাক পুৰণি কালৰে পৰা এয়েই চলি আছিল যে মূৰত চুলি, কটা-গোঁফ আৰু দাড়ি ঘূৰণীয়াকৈ কটা আৰু দীঘল। ধাৰ্মিক ব্যক্তি বিদ্বান, সংযমী আদিয়ে দাড়ি হজৰত মুহম্মদৰ আদেশানুসৰি একেবাৰে এৰি দিছিল ( মুখুৰোৱাকৈ আছিল )। আৰু গোঁফ কটাতো ইমান অতি কৰে যে কেতিয়াবা একেবাৰে খুৰাই পেলোৱাই হয়। কিন্তু ধনী আৰু ভদ্ৰলোকৰ এইটো স্বভাৱ আছিল যে দাড়িৰ তলৰ পিনে গলৰ ওচৰত, আৰু ওপৰৰ গালত এটা সীমাৰেখা কৰি পেলাইছিল আৰু যি দাড়ি বাঢ়ি আহিব তাক কাটি দি দাড়িত এটা ঘূৰণীয়া গুণদি তাৰ দীঘৰো এটা সীমা নিশ্চিত কৰি দিছিল। সবাতোকৈ আগে চাহনচাহ আকবৰে দাড়ি খুৰালে আৰু তাৰ পিছত জাহাঙ্গীৰৰ মুখতো দাড়ি নাছিল। আকবৰ আৰু জাহাঙ্গীৰৰ দৰবাৰী সভ্য সকলৰ মনত ইয়াৰ কিবা প্ৰভাৱ পৰিলেও, আগৰ পৰা চলি অহা প্ৰথাই, মুছলমান ধনী আৰু সম্ভ্ৰান্ত লোকৰ মাজত চলি থাকিল।

লক্ষ্ণৌত দৰবাৰ প্ৰতিষ্ঠা হোৱাৰ পিছত দাড়ি কম হ'বলৈ আৰম্ভ কৰিলে আৰু হওঁতে হওঁতে প্ৰায় মানুহৰ মুখৰ পৰা দাড়ি নাইকিয়া হৈ গ'ল। সম্ভৱতঃ ইয়াৰ কাৰণ ইও হ'ব পাৰে যে একেই ধৰ্মৰ হোৱা কাৰণে ইয়াৰ দৰবাৰত ইৰাণীৰ প্ৰভাৱ পৰিল আৰু তাত সফৱিয়া বংশৰ বাদচাহৰ সময়ৰ পৰা বাদচাহ আৰু অধিকাৰী বৰ্গৰ মাজত দাড়িৰ মহত্ব নোহোৱা হৈছিল যি ইচলামৰ প্ৰাদুৰ্ভাৱৰ সময়ৰে পৰা চলি আহিছিল। মুছলমানৰ দাড়ি খুৰাই দিয়াটো শাস্তি আছিল বা অপমান কৰাৰ তুল্য আছিল বা ইৰাণত দাড়ি নৰখাটো সম্ভ্ৰান্ত ঘৰৰ সন্মানৰ ভিতৰুৱা আছিল। লক্ষ্ণৌৰ নৈশাপুৰী বংশৰ প্ৰথম সংস্থাপক নবাব বুৰহান-উল-মুল্কৰ মুখত দীঘল দাড়ি আছিল, চুজাউদ্দৌলাই দাড়ি খুৰালে আৰু তেওঁৰ পিছৰ পৰা ইয়াৰ সকলো অধিকাৰী আৰু বাদচাহে দাড়ি খুৰায়েই থাকিল। ইয়াৰ অনিবাৰ্য্য

পৰিণাম হ'ল এয়ে যে সাধাৰণ চীয়াৰ মাজৰ পৰা দাড়িৰ প্ৰচলন উঠি গ'ল আৰু পাছৰ কালত বহুতো চুন্নীয়েও দাড়ি কটালে বা খুৰাই দিলে। দাড়ি খুৰোৱাৰ চখ অহাৰ লগে লগে, নানা তৰহৰ ফেশ্যন ওলাবলৈ লাগিল। কোনো কোনোৱে কাণৰ কাষত সৰু সৰু খট ৰাখিলে, কোনো কোনোৱে ডাঙৰ গল মুচ্ছা থুঁতৰীৰ মাজৰ দাড়ি খুৰাই দিয়াৰ ফলত গালত থকা দাড়ি গোঁফ) ৰাখিলে, লক্ষ্ণৌৰ ওচৰ পাজৰে থকা আৰু অন্য চহৰৰ চুন্নী সকলেও এই ফেশ্যন গ্ৰহণ কৰিলে যে দাড়ি ৰাখে, কিন্তু ৰাজপুত আৰু হিন্দু পাঠান সকলৰ ৰুচি অনুসৰি দাড়িৰ মাজত থুঁতৰীৰ ওচৰত খুৰাই দি দুয়ো ফালে দাড়ি কাণৰ কাষলৈ বঢ়ায় আৰু দাড়িক এনে ফেশ্যন বান্ধি ৰাখিবলৈ -কেবা ঘণ্টাও খৰচ কৰা হয়, আৰু তাৰ পিছত এই বাঢ়ি অহা দাড়ি আৰু গোঁফক চুচি মাজি আৰু বান্ধি বান্ধি ওপৰমুৱা কৰিবলৈ চেষ্টা কৰে। সেয়ে এই ফেশ্যন ইয়াত আৰু সমগ্ৰ হিন্দুস্তানতে চিপাহীগিৰি আৰু বীৰত্বৰ প্ৰতীক বুলি ভৰা হয়। মূৰ সম্পৰ্কে হজৰত মুহম্মদ চাহবৰ সময়ত এইটো এটা সাধাৰণ নিয়ম আছিল যে দীঘল দীঘল চুলি ৰখা হয় আৰু হজ্জ কৰিবলৈ যাওঁতে খুৰাই দিয়া হয় বা কাটি পেলোৱা হয়।

কিন্তু আৰব দেশতেই ইচলাম ধৰ্মৰ আগমনৰ কেইদিন মান পিছত মূৰ খুৰোৱাৰ সাধাৰণ নিয়ম হৈ পৰিল আৰু সেই নিয়মেই ইৰাণতো চলি থকা যেন লাগিল। আৰু মুছলমান সকল আৰম্ভণিতে যেতিয়া হিন্দুস্থানলৈ আহিল সেই সময়ত তেওঁলোকৰ মূৰ খুৰোৱা আৰু তাৰ ওপৰত অমামা পিন্ধি অহাটোৱেই সাধাৰণ নিয়ম আছিল। মুছলমানৰ ভাৰত আগমনৰ সময়ত হিন্দু সকলৰ মূৰত চুলি ৰখা নিয়ম আছিল। এই নিয়ম মুছলমান সকলেও ভাল পালে সেই সেই যুগৰ শেষৰ পিনে বিদ্বান, ধৰ্মপৰায়ণ শ্বেখ আৰু চুফী সকলৰ বাহিৰে, দিল্লীৰ সম্ভ্ৰান্ত আৰু ভদ্ৰ লোকৰ সাধাৰণ স্বভাৱ এয়ে আছিল যে কাণৰ কাষলৈ মূৰত চুলি থাকিব, বীৰ চিপাহীবোৰে অৱশ্যে নতুন নতুন ফেশ্যন কৰিছিল।

এই পোছাক আৰু পেটাৰ্ণত দিল্লীৰ ভদ্ৰলোক সকল লক্ষ্ণৌলৈ আহিল। ইয়ালৈ আহি সূক্ষ্ম গুণ বাঢ়িল, নিজকে সজোৱাবৰ কলাৰ উন্নতি হ'ল, আৰু বৰ মিহি আৰু ধুনীয়াকৈ চুলি আঁচুৰি, তিৰোতাৰ দৰে মূৰত পটি সজাবলৈ ধৰিলে আৰু এনে আকৰ্ষণৰ জন্ম দিলে যে ডেকা ল'ৰাক তিৰোতা যেন মনোমোহা দেখা হৈছিল। কিছুদিন পিছত যেতিয়া ইংৰাজৰ পৰা শিকি তিৰোতাবিলাকে মূৰ খুব খুলি চুলি ওলোটাই বন্ধা আৰম্ভ কৰিলে, তেতিয়া এই ষ্টাইলো কিছু পৰিমাণে পুৰুষে গ্ৰহণ কৰিলে।

এতিয়া বিদ্ৰোহৰ পিছত যেতিয়া ইংৰাজী চাল-চলন গ্ৰহণ কৰিব ধৰিলে তেতিয়া সমগ্ৰ হিন্দুস্তানৰ মানুহৰ দৰে ইয়াতো চুলি কটা ইংৰাজৰ ফেশ্যন ললে আৰু মুখত যি অলপ বাকী আছিল সিও শেষ হ'ল।

তিৰোতাৰ চুলিৰ ধৰণ সম্ভৱতঃ দিল্লীত যেনে আছিল, লক্ষ্ণৌতো তেনে আছিল। কিন্তু ইয়াৰ ৰাজমহলৰ কইনা আৰু শৃঙ্গাৰ কৰা তিৰোতাৰ বেণীত বৰ বৰ ৰঙীন ডুপট্টাৰ ফিটা থাকে যি খুব পেচি মূৰৰ পৰা কঁকাললৈ বাটি ওলমাই ৰাখে আৰু বেছি সংকট সময়ত বহল বগা ফিটা লগাই দিয়া হয় আৰু এনে লাগে যে ভৰিৰ পৰা কঁকাললৈ ৰূপেৰে সজোৱা যেন দেখি। মূৰৰ ওপৰত মেহৰাবযুক্ত ফিটা লগাই দিয়া হয় আৰু তাৰ মাজতে সোণালী বা ৰূপালী সেন্দূৰ আৰু তৰা আদিৰ নক্সা আদি দিয়া হয়।

হাতে-ভৰিয়ৈ জেতুকা পিন্ধা তিৰোতাৰ বাবে আৱশ্যকীয় আছিল, কিন্তু তেওঁলোকৰ লগত ৰঙিয়াল মনৰ পুৰুষেও বেছিভাগে জেতুকা লোৱা আৰম্ভ কৰিলে যাক দেখি বাহিৰৰ মানুহে লক্ষ্ণৌৰ পুৰুষ সকলত স্ত্ৰৈণ গুণ দেখে আৰু তাৰ নাম ৰাখে।

## 4 শিষ্টাচাৰ

সংস্কৃতিৰ চতুৰ্থ অঙ্গ হ'ল শিষ্টাচাৰ আৰু স্বভাৱ। এই ক্ষেত্ৰত লক্ষ্ণৌৱে বিশেষ দক্ষতা লাভ কৰিছিল। এই বিষয়টোৱেই লক্ষ্ণৌৰ মহত্বপূৰ্ণ বিষয় আৰু সেয়ে ইয়াৰ উল্লেখ কৰাটো বিশেষ আৱশ্যক। দৰাচলতে লক্ষ্ণৌতে এছিয়াৰ সভ্যতাৰ বহুত বিকাশ হয় আৰু অইন কোনো চহৰৰ মানুহে সেই সিদ্ধান্ত সমূহ পালন নকৰে যিবিলাকৰ সম্বন্ধে লক্ষ্ণৌবাসী অজ্ঞাত হৈ গৈছে।

সভ্যতা বা শিষ্টতা দৰাচলতে সেই উপচাৰিকতাৰ নাম যাক যি কোনো ৰাষ্ট্ৰই কুলীনতাৰ ( সৎ বংশৰ ) প্ৰতীক বুলি ভাবে। আজিকালি আমি প্ৰায়ে এনেকৈ কোৱা শুনো যে মিলা-মিছাত এনে আৰু তেনে, সংস্কৃতিৰ উপচাৰিকতা নিৰৰ্থক প্ৰদৰ্শন আৰু পাখণ্ড। কিন্তু ই তেওঁলোকৰ দোষ। এনেয়ে পোছাক আৰু চাল-চলনৰ ব্যৱস্থাও এক ব্যৰ্থ বস্তু আৰু জন্তুৰ দৰে জীৱন এৰি মনুষ্যত্বৰ জীৱন ধাৰণ কৰা সকলো ক্ৰিয়া কাণ্ডই পাখনী বুলি কব পাৰি। আচল কথা হ'ল এই যে যিবিলাক মানুহৰ মানৱীয় শিষ্টতা নাই আৰু সভ্য লোক সকলৰে মিলিবৰ নিয়ম নাজানে, তেওঁলোকে নিজা আপত্তিকেই ভিত্তি কৰি এইবোৰ কথা সাজি লৈছে যে আমি নগৰবাসী বা সভ্য লোক সকলৰ ক্ষেত্ৰত এনে প্ৰদৰ্শনৰ কথা নুঠে, কিন্তু যদি চিন্তা কৰে তেনেহলে মনুষ্যত্বই প্ৰদৰ্শন বুলি ভাবিব। ভাল পিন্ধা, ভাল জীৱন-সামগ্ৰী ৰখা, ভাল খোৱা আৰু প্ৰত্যেক কামত পৰিচ্ছন্নতাৰ চিন্তা কৰা—সকলো প্ৰদৰ্শনহে।

শিষ্টাচাৰৰ প্ৰথম সিদ্ধান্ত হ'ল এয়ে যে মিলা-মিছাত অইনক সকলো প্ৰকাৰে সুখ-সুবিধাৰ কথাত প্ৰাথমিকতা দিয়া হওক আৰু আপুনি তাৰ পিছত আৰু তাতোকৈ নিম্নস্তৰত ৰাখিব। কাকো সম্মান দেখুৱালৈ উঠি থিয় হোৱা, তেওঁৰ বাবে প্ৰমুখ স্থান খালী কৰি দিয়া আৰু তেওঁক তাত বহুওৱা, তেওঁৰ সমুখত আঁঠু কাঢ়ি বহা, তেওঁৰ কথা মনোযোগেৰে শুনা, নম্ৰভাবে উত্তৰ দিয়া এই সকলো

কথাত অইনক নিজতকৈ ডাঙৰ আৰু শ্ৰেষ্ঠ বুলি মানিব লাগে আৰু লক্ষ্মৌৰ সভ্য সমাজত ইয়াৰ যিমান প্ৰচলন অছিল লক্ষ্মৌৰ স্বৰ্ণযুগত আৰু ক'তো নাছিল।

ই হ'ল সেই কথা যাৰ সম্বন্ধ মিলামিছাৰ প্ৰক্ৰিয়াৰ লগত আছে। কিন্তু এইবোৰ বস্তুৱেই যেতিয়া শিষ্টাচাৰ আৰু স্বভাৱত সম্পূৰ্ণভাৱে জন্মে, তেতিয়া মানুহৰ মনত ত্যাগ আৰু বলিদানৰ ভাব উদয় হয় আৰু তেওঁ এই কথাৰ বাবে সাজু থাকে যে বন্ধুৰ লগত সকলো ধৰণৰ ব্যৱহাৰত স্নেহ আৰু সহানুভূতি দেখুৱাব। চাহ সকলৰ যুগত এই বস্তু লক্ষ্মৌবাসীৰ মাজত সম্পূৰ্ণ কুশলতাৰে উদয় হৈছিল আৰু ইয়াৰেই ফল যে ইয়াত যথেষ্ট সংখ্যক এনে মানুহৰ জন্ম হ'ল যে যাৰ দেখাত জীৱিকাৰ কোনো উপায় নাছিল, কিন্তু তেওঁৰ মিত্ৰ মণ্ডলীয়ে এনে গোপনভাৱে তেওঁৰ ভৰণ-পোষণ কৰিছিল যে কোনোৱে একো গমেই ধৰিব নোৱাৰিছিল। জীৱিকাৰ সাধন গোপনে থকা কাৰণে তেওঁ শুদ্ধভাৱে আৰু ধনীৰ দৰে জাঁকজমকতাৰে বৰ বৰ ডাঙৰীয়াৰ গোষ্ঠীলৈ গৈছিল আৰু কাৰো সমুখত তেওঁ মূৰ দোৱাব লগা নহৈছিল। লক্ষ্মৌ এনে মানুহেৰে ভৰি আছিল যিবিলাক ৰাজ্যৰ সিংহাসন উলটি যোৱাৰ লগে লগে জীৱিকাৰ সাধনো সমাপ্ত হৈ গৈছিল।

ধনী সকলৰ ত্যাগ বা পৰমাৰ্থৰ এই গৌৰৱেই ইয়াৰ ভদ্ৰতাৰ ইয়াকে মানদণ্ড কৰি তুলিছিল আৰু অইনৰ লগত এনে শিষ্টতাৰে কথা-বতৰা হৈছিল আৰু তেওঁলোকৰ আতিথ্য সৎকাৰত এনে উদাৰতা দেখুৱাইছিল যাৰ বাবে তেওঁৰ ওপৰত কৃতজ্ঞতাৰ নাম থকাৰো সন্দেহ কৰিব নোৱাৰে। পৃথিৱীৰ সকলো ডাঙৰ চহৰত ডাঙৰ ডাঙৰ বেপাৰী আৰু ধনী মানুহ আছে—যি লাখ লাখ টকা লগা জনক দি দিয়ে, কিন্তু তেওঁলোকৰ ৰঙ ঢঙৰ পৰা এই কথা স্পষ্ট হৈ ওলায় যে তেওঁ এটা পইচাও নিঃস্বাৰ্থভাৱে খৰচ কৰা নাই। ইয়াৰ বিপৰীতে লক্ষ্মৌবাসীৰ বন্ধুতা আৰু ভদ্ৰজনৰ লগত উদাৰতাৰ ব্যৱহাৰ এনে আছিল যে পৃথিৱীত দিওঁতা আৰু গ্ৰহণ কৰোঁতাৰ মাজত কোনো পাৰ্থক্য দেখা নগৈছিল।

এই কথাত সন্দেহ নাই যে ৰাজ্য যোৱাৰ লগে লগে ডাঙৰ ডাঙৰ ধনী সকল যেতিয়া দুখীয়া হৈ পৰিল আৰু যি শ্ৰেণীৰ মানুহে গোপন জীৱিকাৰ উপায়েৰে জীৱন নিৰ্বাহ কৰি আছিল তেওঁলোক লঘোন পৰিব ধৰিলে, তেতিয়া ধনী সকলৰ ইমান শক্তি নাথাকিল যে তেওঁলোকে আপোন স্বাৰ্থ ত্যাগ কৰিব আৰু দানশীলতাৰ পৰিচয় দিব পাৰে। কিন্তু প্ৰকাশ্যভাবে তেওঁলোকৰ শিষ্টাচাৰ, যি তেওঁলোকৰ স্বভাৱৰ অঙ্গ হৈ পৰিছিল, তেনেকুৱাই থাকিল আৰু তাৰ ফল হ'ল এয়ে যে বহুতো মানুহৰ এনে অৱস্থা হৈ পৰিল যে কথাৰে খুব অতিথি সৎকাৰৰ আশা দেখুৱায় কিন্তু তেওঁৰ অতিথি হলে, তেওঁৰ ব্যৱহাৰ অষ্টন হে পাব। ইয়াকেই বহুতো মানুহে পাখণ্ড আৰু মিছা শিষ্টাচাৰ বুলি ধৰি লৈছে। কিন্তু আপচোচ এই কথাত যে ই পাখণ্ড বা প্ৰদৰ্শন মাত্ৰ নহয়, কিন্তু তাৰ সাহসিক মনোবৃত্তিৰ হে পৰিচায়ক যাৰ সামৰ্থ্য তেওঁৰ নাই। এনে মানুহৰ প্ৰতি আপত্তি কৰিব নালাগে তেওঁৰ অৱস্থাৰ প্ৰতি সহানুভূতিহে দেখুৱাব লাগে।

কিন্তু এই কথাও দুই কৰিব নোৱাৰি যে ঐশ্বৰ্য্য-বিভূতিৰ সময়ত যিহেতু নগৰৰ অধিবাসীৰ এটা ডাঙৰ অংশই ধনী, সম্ভ্ৰান্ত আৰু বন্ধু-বান্ধৱৰ গোপন সহায়তাৰেই জীৱন নিৰ্বাহ কৰিছিল সেই কাৰণে পৰিশ্ৰম, কষ্ট সহিষ্ণুতা আৰু সময়ৰ মূল্য জনাৰ কথা লক্ষ্ণৌবাসীৰ সাধাৰণতে নষ্ট হৈ গৈছিল আৰু যি গতিবিধি তেওঁলোকে গ্ৰহণ কৰিলে সেয়ে তেওঁলোকক ৰাষ্ট্ৰীয় প্ৰগতিৰ পৰা দিনে দিনে দূৰলৈ নিলে। ভোগ-বিলাসৰ বাহিৰে আন একোতে তেওঁলোকৰ ৰুচি নাছিল। নিশ্চিন্ত আৰু জীৱিকাৰ চিন্তাৰ পৰা মুক্ত হোৱা কাৰণে তেওঁলোকে পাৰ খেল, বটেৰ খেল, চৌসৰ ( খেল বিশেষ ) গঞ্জফা (আঠ ৰঙৰ ৯৬ পাতাৰ খেল) আৰু শতৰঞ্জৰ নিচাতেই মচগুল আছিল আৰু এইবোৰ কামতেই তেওঁলোকৰ আমদানীৰ বেছিভাগেই খৰচ কৰিছিল। "কালিলৈৰ চিন্তা" শব্দৰে সকলো অধিবাসী অপৰিচিত আছিল এনে কোনো এজন ধনী মানুহ নাছিল যি এই কুকাৰ্য্য বোৰৰ

যি কোনো এটাত আসক্ত নাছিল আৰু তাৰ চখে আৰু বহুতকে এই চখৰ প্ৰতি আকৰ্ষিত কৰা নাছিল।

বিলাসী আৰু তামচাপ্ৰিয় মানুহৰে কোনো নগৰ শূন্য নহয়। বিশেষকৈ ইউৰোপৰ বদমাচী আৰু কদাকাৰ বিলাস, ভগৱানে আমাৰ নগৰত প্ৰবেশ নকৰাওক। কিন্তু লক্ষ্ণৌত চুজাউদ্দৌলাৰ সময়ত বেশ্যাৰ লগত সম্পৰ্ক ৰখাৰ যি ভেটি ৰচনা হ'ল সি দিনে দিনে উন্নতিহে কৰিলে। ডাঙৰীয়াৰ চাল-চলনৰ এই বিশেষত্বাই হ'ল যে নিজৰ চখ মিটাবলৈ বা নিজৰ গৌৰৱ প্ৰদৰ্শন কৰিবৰ বাবে কোনো এজনী বজাৰৰ বেশ্যাৰ লগত সম্বন্ধ ৰাখিবই। হাকিম মেহদী যেনে সুদক্ষ, সাৱধান, সভ্য আৰু শিষ্ট ব্যক্তি যিজনে প্ৰধান মন্ত্ৰীৰ পদ পাইছিলগৈ, তেওঁৰ উন্নতিৰ বুনিয়াদ প্যাজু নামৰ এজনী বেশ্যাই স্থাপন কৰিলে যিয়ে জামিনৰ টকা আদায় দি তেওঁক এখন চুবাৰ নিজামৰ উপাধি দিয়াইছিল। এই উচ্ছৃঙ্খলতাৰ সৰু প্ৰসিদ্ধি এটা এয়ে আছিল যে লক্ষ্ণৌত ই প্ৰখ্যাত আছিল যে যেতিয়ালৈকে মানুহে বেশ্যাৰ লগত সংসৰ্গ নকৰে, তেতিয়ালৈকে মানুহেই নহয়। শেষত মানুহৰ নৈতিক অৱস্থাৰ পতন হ'ল আৰু আমাৰ সময়লৈ লক্ষ্ণৌত এনে বহু বেশ্যা আছিল যিবিলাকৰ ঘৰলৈ মুকলি ভাবে এনেয়ে সোমাই যোৱা আৰু তাত থকাটো একো বেয়া কথা বুলি নাভাবিছিল। সেয়ে এই কথাই খুব বেছিকৈ তেওঁলোকৰ স্বভাৱ নষ্ট কৰিলে, অৱশ্যে ইয়াৰ ফলত তেওঁলোকে উঠাবহা কৰাৰ ভদ্ৰতা শিকিলে।

বাকী ৰ'ল তিৰোতাৰ শিষ্টাচাৰ আৰু স্বভাৱ আদিৰ কথাও। এই বিষয়ে আমাৰ সাধাৰণ দাবী এই যে যিবিলাক মানুহৰ ব্যভিচাৰৰ প্ৰতি চখ থাকে তেওঁলোকৰ তিৰোতাও চৰিত্ৰৱতী হ'ব নোৱাৰে। কিন্তু তথাপিও এই কথা হুই কৰিব নোৱাৰি যে লক্ষ্ণৌৰ তিৰোতা সকলৰ আচৰণ, পুৰুষ সকলৰ হোৱা দৰে বেয়া হোৱা নাছিল। মিলন সাৰিতা আৰু লগ ধৰিবলৈ অহা সকলৰ সৈতে আদৰ সম্মানেৰে লগ হোৱা কথা আদি পুৰুষৰ দৰেই তিৰোতাবোৰৰো আছিল।

কোনো এটা সময়ত সূতা কটাটো ভদ্ৰঘৰৰ তিৰোতাৰ ভদ্ৰ চখ বুলি ভবা হৈছিল, এতিয়া যদিও সূতাৰ কলে এই অভ্যাসক একেবাৰে বেকাৰ আৰু নিৰৰ্থক কৰি দিলে তথাপি চৌখীনতা আৰু বিলাসে ইয়াৰ আগতেই এই কাম তিৰোতাবিলাকৰ পৰা এৰুৱাইছিল। ইয়াত তাৰ সলনি তিৰোতাক চিলাই আদি, ফুল তোলা, ঘৰ পৰিষ্কাৰ কৰাৰ ব্যৱস্থা, চাকৰণী, বাবুৰ্চী তিৰোতা আৰু আৰ্দালীৰ পৰা কাম আদায় কৰা, নিজেকে সজাই পৰাই তোলাৰ বেছি আছিল আৰু গৃহিণী সকলে ঘৰৰ কাম, পতি আৰু ল'ৰা-ছোৱালীৰ কাপোৰৰ বাবে পুৰুষ বিলাক যিবিলাক ব্যভিচাৰত লিপ্ত হৈছিল তাত সোমাবলৈ সময়েই নাপাইছিল। আচলতে সেই সময়ত পুৰুষে ঘৰত বহি বহি খেলা কৰিছিল, ঘৰবাৰী আৰু সংসাৰৰ সকলো কাম কাজ তিৰোতাৰ জহতহে হৈছিল।

কিন্তু ধনীৰ মহলত সকলো কামকাজ, চাকৰণী, মুগলানী, আৰ্দালী আৰু ধাই আদিৰ হাতত আছিল তেতিয়া প্ৰতিষ্ঠিত বেগমৰ সমুখত নাচ-গান কৰিবলৈ ডোমনীৰ মণ্ডলী চাকৰ হ'ল, আৰু যি মহলত স্থায়ীভাবে ডোমনী চাকৰ নাছিল, তাত চহৰৰ সাধাৰণ ডোমনী সকলৰ সঘন আহ-যাহ আছিল আৰু প্ৰায়েই তবলা সাৰঙ্গী লৈ দুৱাৰ মুখত থিয় হৈ থাকিছিলেই—সেয়ে সিহঁতৰ বহু দল নগৰত থাকিছিল। মই যি জানো সেই মতে ডোমনী বিলাকৰ ৰুচি বৰ অশ্লীল আৰু খাৰাপ আছিল আৰু সিহঁতৰ সঙ্গতিয়ে কোনো তিৰোতাৰ ওপৰত ভাল প্ৰভাৱ পেলাব নোৱাৰে। গতিকে যি দৰে পুৰুষৰ অনৈতিক আচৰণৰ কাৰণে বেশ্যা আছিল, সেই দৰে তিৰোতাৰ আচৰণ নষ্ট কৰিবৰ বাবে ডোমনী[1] হঁত আছিল।

কিন্তু ভদ্ৰলোকৰ বংশ এই ডোমনী সকলৰ সংস্পৰ্শৰ পৰা দূৰৈত আছিল আৰু সেয়ে তেওঁলোকৰ তিৰোতা এই ক্ষতিৰপৰা ৰক্ষা পৰি থাকিল আৰু সুন্দৰ আচাৰ ব্যৱহাৰৰ আদৰ্শ হৈ পৰিল। লক্ষ্ণৌৰ

[1] ডোমনী—এক শ্ৰেণী হৰিজনৰ স্ত্ৰী।

তিৰোতা বিলাকৰ চৰিত্ৰ হ'ল গিৰিয়েকৰ নিমিত্তে নিজৰ সকলো বস্তু তৈয়াৰ কৰিবলৈ সাজু থকা। নিজকে স্বামীৰ শৰীৰৰ এটা অংশ বুলিহে ভাবে। আৰু অইন কিছুমান চহৰৰ, লক্ষ্ণৌবাসীত কৈ ঘৰৰ কাম কাজত আগবঢ়া তিৰোতাৰ দৰে, ইয়াৰ তিৰোতা বিলাকৰ এনে ধৰণৰ কথা মনত কেতিয়াও খেলোৱা নাই যে গিৰিয়েকক লুকাই পইচা বেলেগে জমা কৰি, গিৰিয়েকৰ বেমাৰৰ সময়তো সেই ধন খৰচ কৰিবলৈ সংকোচ কৰে। লক্ষ্ণৌৰ তিৰোতা তাৰ তিৰোতাৰ দৰে সুন্দৰী নহয়, ঘৰ-গৃহস্থালি কামত সিহঁতৰ তুলনাত অকৰ্মণ্য, অত্যন্ত খৰচী, লোভী কিন্তু গিৰিয়েকৰ সঙ্গ দিয়াত আৰু তেওঁৰ বাবে জীৱন উৎসৰ্গ কৰাৰ ক্ষেত্ৰত সকলোতকৈ আগ শাৰীত।

## 39

## 5 শালীনতা

সংস্কৃতিৰ পঞ্চম বস্তু হ'ল সভা সমাজত উঠা-বহা কৰাৰ ধৰণ বা শালীনতা। সকলো সুসংস্কৃত জাতিৰ শালীনতা সম্বন্ধে কিছুমান ধৰা-বন্ধা নিয়মৰ নিশ্চিত থাকে আৰু তাৰ দ্বাৰাই সেই জাতিৰ সভ্যতা আৰু তাৰ প্ৰগতিশীলতাৰ স্তৰৰ পৰীক্ষা কৰা হয়। যদি আপুনি খৃষ্টান সকলৰ সুসংস্কৃত নগৰ পেৰিচ, লণ্ডন, আৰু বাৰ্লিনত বা মুছলমানৰ সুসভ্য নগৰ কুস্তুনতুনিয়া, তেহেৰান আৰু চীৰাজলৈ যায়, আৰু তাৰ সভ্য লোক সকলৰ গোষ্ঠী আদিত সম্মিলিত হয়, তেতিয়া দেখিবলৈ পাব তেওঁলোকৰ শিষ্টাচাৰৰ নিয়মৰ কিমান কঠোৰ ভাৱে পালনকৰা আৱশ্যক হয়। কিন্তু হিন্দুস্তানৰ ডাঙৰ ব্যবসায়ী নগৰলৈ আপুনি যাওক, আৰু তাৰ ধনী তথা প্ৰতিষ্ঠিত লোক সকলৰে সাক্ষাৎ কৰক—আপুনি শিষ্টাচাৰৰ নিয়মৰ একো গমকেই নাপাব। কিন্তু যিবোৰ চহৰত বিশেষ দৰবাৰ প্ৰতিষ্ঠিত হৈছে বা আগৰে পৰা আছে

উদাহৰণ হিচাপে হায়দৰাবাদ দক্ষিণ, ভূপাল আৰু ৰামপুৰ আদি প্ৰতিষ্ঠিত দেশী দৰবাৰ স্থাপিত হোৱা কাৰণে সাধাৰণ প্ৰজা আৰু বিশেষ ব্যক্তি সকলোতে সৰু ডাঙৰক সম্মান কৰা কেতবোৰ নিয়ম পোৱা যায়। ইয়াৰ বিপৰীত ব্যবসায়ী নগৰত বিবেকশীলতা, শিষ্টাচাৰ আৰু সৰু ডাঙৰৰ সম্মান কৰা নাম গোন্ধেই নাই।

পুৰণি কালত দিল্লীত নিশ্চয় এই আচাৰ সিদ্ধান্ত অইন ঠাইতকৈ বেছি আগবঢ়া আছিল এই কাৰণেই যে ইয়াৰ দৰবাৰ সকলোতকৈ ডাঙৰ আছিল আৰু কেইবা শতাব্দীও আছিল। কিন্তু যেহেতু ইয়াত বেপাৰী শ্ৰেণী সমাজত বিয়পি পৰিল সেয়ে আগৰ সংস্কৃতি ধূলিত মিলিল। শালীনতাৰ বুনিয়াদ ডাঙৰীয়াগিৰি, ধন আৰু শাসনৰ পৰা হৈছে। শাসন আৰু ৰাজ্যই কয় যে সৰুৱে ডাঙৰৰ লগত আৰু ডাঙৰে সৰুৰে সৈতে কেনেকৈ সাক্ষাৎ হ'ব লাগে বা মিলামিচা কৰিব লাগে, আৰু সমনীয়াৰ লগত কেনে ব্যৱহাৰ কৰা উচিত। কিন্তু বেপাৰী শ্ৰেণীৰ ডাঙৰীয়াৰ আও-ভাও আৰু আচাৰ সম্বন্ধীয় যন্ত্ৰণাৰ লগত শত্ৰুতা আছে ব্যৱসায় লেন-দেন আৰু স্বাৰ্থপৰতাৰ যহতহে বাঢ়ে আৰু অকৃত্ৰিম—স্বাৰ্থত্যাগ অৰ্থাৎ নিজা সময়, নিজ টকা, নিজ যোগ্যতা আৰু আপোন সম্পত্তিৰ অকাৰণতে অইন কাকো সঁপি দিয়াটো মূৰ্খতা বুলি কয়। ইয়াৰ বিপৰীত ধনীৰ বিশেষত্ব হ'ল এয়ে যে নিঃস্বাৰ্থভাবে নিজৰ ফালৰ বা যোগ্য লোকক সা-সুবিধা দিব লাগে আৰু তাৰ অনিবাৰ্য্য পৰিণাম হ'ল য'ত ব্যৱসায়ৰ উন্নতি হ'ব আৰু বেপাৰীৰ সংস্কৃতি সমৃদ্ধ সামন্ত আৰু অভিজাত বৰ্গৰ সংস্কৃতিৰ ওপৰত বিয়পি পৰিব তাত কোনো নৈতিক সিদ্ধান্ত বাকী ৰ'ব নোৱাৰে। সেয়ে এই বস্তুটোৱে দিল্লীৰ পুৰাণি জাকজমকাপূৰ্ণ দৰবাৰৰ সকলো সাজোন-কাচোন শেষ কৰি আৰু ঐতিহাসিক খ্যাতিৰ অনুকূল কথা খিনিহে বাকী ৰ'ল।

দিল্লীৰ সংস্কৃতিক যেতিয়া পুঁজিপতি শ্ৰেণীয়ে ধ্বংস কৰিলে তেতিয়া তেওঁলোক আপোন পুৰণি জন্মভূমিৰ পৰা পলাই লক্ষ্ণৌৰ সৰু দৰবাৰত শৰণ ললে—যিখন যদিও সৰু আছিল, কিন্তু ইয়াৰ সীমাত সোমোৱাৰ

পিছতেই কাৰো চকুত এইটো নপৰিছিল যে সংসাৰত ইয়াতোকৈ আৰু কোন ডাঙৰ দৰবাৰ আছে ? পিছত ইয়াত স্বাধীন ভাৱে বহি দিল্লীৰ ভদ্ৰলোক সকলে যেতিয়া আপোন শালীনতাৰ নিয়ম পালন কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়া কেইদিনমানৰ ভিতৰতে এনে অৱস্থা হৈ গ'ল যে অকল লক্ষ্ণৌৱেই সমগ্ৰ হিন্দুস্তানত ভদ্ৰতা, শিষ্টতা আৰু শালীনতাৰ কেন্দ্ৰ হৈ পৰিল। সকলো চহৰৰ ভদ্ৰ জনে লক্ষ্ণৌবাসীৰ অনুসৰণ কৰিবলৈ ধৰিলে। কোনো ব্যক্তিক আদৰিবলৈ দুৱাৰমুখলৈ ওলাই আহিব লাগে, কাৰো কাৰণে কেৱল থিয় হলেই হয়, কাৰো বাবে আধা থিয় হৈ আৰু কাৰো বাবে নিজৰ ঠাইত বহি থাকিয়েই "আইএ, তশৰীফ লাইএ" ( আহক, বহক বা আহক, আসন গ্ৰহণ কৰকহি। ) ক'লেই যথেষ্ট হয়, আদি নিয়ম কৰাটো বেছিভাগেই স্বেচ্ছা নিৰ্ণয় আৰু বিবেকৰ ওপৰত নিৰ্ভৰ কৰে আৰু এই বিবেকৰ ক্ষেত্ৰত যিমান খ্যাতিমান সভ্য আৰু শিষ্ট লোক লক্ষ্ণৌত আছে তেনে আন ক'তো নহ'ব।

ইয়াত যদি কোনো সমনীয়া আহে, তেনেহলে থিয় হৈ তেওঁক সন্মান জনাব, তেওঁৰ কাৰণে ভাল ঠাই খিনি খালী কৰি দিব আৰু যেতিয়ালৈকে তেওঁ নবহিব নিজেও নবহিব। তেওঁৰ লগত আদৰ সন্মান ৰাখি বহিব, তেওঁ যাতে বেয়া নাপায় তাৰ বাবে চেহেৰা আনন্দ-ময় কৰি ৰাখিব। যদি তেওঁ কিবা বস্তু দিয়ে, আদৰ ভাবেৰে গ্ৰহণ কৰিব। আমাৰ কোনো কাৰ্য্যাৱলীৰ বাবে তেওঁ যাতে বেয়া নাপায় তাৰ প্ৰতি সম্পূৰ্ণ মন দিব আৰু তেওঁৰ লগত বহি থকা অৱস্থাত যদি অইন কিবা জৰুৰী কামত হাতদিবলগীয়া হয়, তেতিয়া হলে ক্ষমা খুজিহে সেই কাম কৰিব। ক'ৰবাত যদি উঠি যাবলগীয়া হয় তেনেহলে তেওঁৰ অনুমতি লৈহে যাব। যদি তেওঁৰ লগে লগে যাবলগীয়া হয় তেতিয়া ৰাস্তাত তেওঁৰ পাছে পাছে থাকে তেওঁক আগবঢ়াই দিব লাগে। শিষ্টাচাৰৰ নিয়মানুসৰি তেৱোঁ আগ্ৰহ কৰিব যে আগয়ে আপুনি ব'লক। "মই কিহৰ যোগ্য ?" আৰু যদি তেওঁক কোনো প্ৰকাৰে নামানে আৰু বাধ্য কৰি তোলে, তেতিয়া

তেওঁক ধন্যবাদ দি, মুৰ দোঁৱাই নমস্কাৰ কৰিব আৰু ভৰি আগবঢ়াব সিও এনেভাবে যাতে নিজৰ পিঠি তেওঁৰ পিনে নহয়।

প্ৰায় মানুহেই এনে ধৰণৰ শিষ্টাচাৰক ঠাট্টা কৰে আৰু এই সাধু বিখ্যাত যে কেইজনমান লক্ষৌবাসীয়ে "পহলে আপ, পহলে আপ" (প্ৰথমে আপুনি, প্ৰথমে আপুনি) কৈয়েই থাকিল আৰু ৰেলে এৰি গুচি গ'ল, গতিকে দুয়ো ষ্টেচনতে পৰি থাকিল। ইয়াৰ দ্বাৰা এই কথা না কৰিব নোৱাৰি যে সকলো বস্তুৰে সীমা চেৰাই যোৱাটো অশোভনীয় বা হানিকাৰক হয়। কিন্তু ইয়াৰে এইটো প্ৰমাণিত নহয়নে যে সভ্যতাৰ নিয়ম পালন কৰাটো লক্ষৌবাসীৰ শিষ্টাচাৰৰ এনে অঙ্গ হৈ পৰিল যে তাক পালন কৰিবলৈ যাওঁতে হ'ব খোজা লোকচানৰ চিন্তাই নাথাকে। যিবিলাক মানুহ ভদ্ৰতা আৰু শিষ্টতা-বিহীন হয়, তেওঁলোকে যি আপত্তিয়েই কৰক, কিন্তু এনে শিষ্ট আৰু সভ্য ব্যক্তিয়ে এইবোৰ কথাক দুৰ্গুণৰ সলনি শিষ্টাচাৰৰ গুণ বুলি মানি লব।

এতিয়া সকলো নগৰৰ দৰে ইয়াতো চকী মেজ আৰু ইংৰাজী কাৰ্নিচাৰৰ প্ৰচলন হ'ল, কিন্তু আগতে মাটিত বহাৰ নিয়ম আছিল আৰু সেই মজিয়া ব্যক্তিজনৰ আপোন পদমৰ্যাদা আৰু সম্বল অনুসৰি মূল্যবান আৰু স্বয়ংপূৰ্ণ হৈছিল। যদি কোনো সমান স্তৰৰ অপৰিচিত বা বয়স্ক আৰু সম্মানীয় ব্যক্তি আহে, তেনেহলে তেওঁক গাৰুৰ আগত বহুৱাই সকলো মানুহ, তাত উপস্থিত থকা মানুহৰ সংখ্যা অনুপাতে সৰু ডাঙৰ ঘেৰ কৰি আঁঠু পেলাই আদৰ ৰাখি বহে। যাৰে লগত তেওঁ কথা কয় সেইজনে যোৰ হাত কৰি খুব বিনম্ৰ হৈ উত্তৰ দিয়ে আৰু তেওঁৰ সমুখত বেছি কথা কোৱা বা নিজৰ মাতটো তেওঁৰ মাততকৈ বেছি ডাঙৰ কৰাটো নৈতিক অপৰাধ বুলি ভাবে।

কিন্তু যদি সকলো সমনীয়া পৰস্পৰ বন্ধু আৰু একে ৰুচি সম্পন্ন হয় তেনেহলে মেলত মুকলিমূৰীয়া ভাব হয় আৰু পদমৰ্যাদা আৰু বয়সত পৰস্পৰ একে আৰু মুকলিমূৰীয়া হোৱা সত্বেও ইজনে সিজনক সম্মান কৰে। কাৰো পিনে যাতে পিঠি দিয়া নহয় আৰু

কাৰো সন্মান লাঘৱ নহয় তাৰ প্ৰতি লক্ষ্য ৰাখে। য'ত মিত্ৰ-মণ্ডলী বহি থাকে তাৰ ওচৰত বা সেই মজিয়াত চাকৰ বা অন্য সেৱক বহিব নোৱাৰে। আদেশ পালনৰ বাবে সিহঁত ওচৰত বিনম্ৰভাবে থিয় দি থাকে অথবা যাতে চুকি পোৱাতে চকুৰ আঁতৰত কোনো এঠাইত থাকে গৈ। সকলো সময়তে থিয় দি থকা আৰু বেছি কথা কোৱাটো অসভ্যই বুলি ধৰা হয়।

সিহঁতে গুৰগুৰী বা হোকা আনি লগাই দিয়ে, গৃহস্থই আপোন হাতেৰে বন্ধু সকলৰ পিনে আগুৱাই দিয়ে আৰু তেওঁ উঠি প্ৰণাম কৰিহে লয়। মুকলি-মূৰীয়া বৈঠকত অনাহকতে কম বয়সীয়া ল'ৰা-ছোৱালী অহাটো অনুচিত। যদি কেতিয়াবা আৱশ্যকীয় কামত আহেও তেতিয়া দেউতাকৰ আগত বন্ধুসকলক বৰ নম্ৰভাবে প্ৰণাম কৰি লয় আৰু সিহঁত অহাৰ লগে লগে বয়স্ক সকলৰ কথা-বতৰা মুকলিমূৰীয়াৰ পৰা শিষ্ট আৰু শালীন হৈ পৰে, আৰু যিদৰে সেই কম বয়সীয়াই শ্ৰেষ্ঠ সকলক সন্মান জনায়, তেনেদৰেই বয়স্ক সকলেও তাৰ কম বয়সৰ পিনে লক্ষ্য কৰি নিজৰ মুকলিমূৰীয়া ভাব এৰি দিয়ে।

ইয়াৰ বন্ধুত্বত, সদায় লগ পাই থকা সকলে হাত মিলোৱা, আলিঙ্গন কৰা আদি নিয়ম নাছিল। হাত মিলোৱা কেৱল নেতা বা প্ৰতিষ্ঠিত ব্যক্তিৰ হাতত চুমা খোৱাতেই সীমাবদ্ধ আছিল আৰু আলিঙ্গন কোনো যাত্ৰাৰ পৰা ঘূৰি অহা বা বহুদিনৰ মূৰকত লগালগি হোৱা বন্ধুৰ বাবেহে আছিল।

অন্দৰমহল লৈ পুৰুষ গলে তিৰোতাৰ সন্মান কৰে, তেওঁলোকৰ বেছি মুকলিভাবে কথা কোৱা বা বেছি উঠা-বহা কৰাটো সম্ভৱ নাছিল। গিৰিয়েক ঘৈণীয়েকৰ মাজত খোলাখুলি অনিবাৰ্য কিন্তু পৰিয়ালৰ বয়সস্থ তিৰোতাৰ সমুখত তেওঁলোক কেতিয়াও অশিষ্টাচাৰী হ'ব নোৱাৰে। গাঁৱৰ ভদ্ৰলোকৰ মাজত এইটো সাধাৰণ নিয়ম আছিল যে নতুন কইনা যেতিয়ালৈকে চাৰি পাঁচটা ল'ৰা-ছোৱালীৰ মাক নহয়, ঘৰৰ সকলো তিৰোতাৰ আগত স্বামীৰ আগত ওৰণি লয়, আৰু কোনো সম্বন্ধীয় পুৰুষ বা তিৰোতাই তেওঁক স্বামীৰ

ওচৰত বা স্বামীক তেওঁৰ ওচৰলৈ যোৱা চাব পোৱাৰ কোনো উপায় নাছিল। এই কঠোৰতা নগৰৰ ভদ্ৰজনৰ মাজত নাছিল। নগৰৰ পৰিয়ালত স্বামী স্ত্রীয়ে আৰম্ভণিৰে পৰা একেখন দস্তৰখানত খাইছিল, কিন্তু চাকৰণী বা দাসীৰ আগতো শিষ্টাচাৰ এৰি ব্যৱহাৰ কৰাটো অশোভন আছিল।

ডাঙৰ ডাঙৰ অধিকাৰীৰ পৰিয়ালৰ বাহিৰে আন তিৰোতাৰ নিজৰ ভিতৰত মিলা-মিছা কৰাটো তুলনামূলক ভাবে উন্মুক্ত ধৰণৰ আছিল। তাৰ ভিতৰত অতিথিয়ে আগন্তুক তিৰোতাৰ লগত উচিত সীমালৈকে শিষ্টাচাৰ ৰাখিব, কিন্তু সেই শিষ্টাচাৰৰ লগতো নিষ্ঠা আৰু একতাৰ প্ৰদৰ্শন হ'ব।

## 40

শালীনতাৰ লগতে আমি এই কথাও কৈ দিয়া উচিত যে ইউৰোপ বা আৰব আৰু ইৰাণৰ দৰে হিন্দুস্তানতো নিজৰ ভিতৰত মিলামিছা আৰু সঙ্গলাভৰ বাবে ক্লাব আৰু চোচাইটিৰ নিয়ম নাছিল। ইউৰোপৰ সকলো ঠাইতে এনে ক্লাব বা চোচাইটি আছে য'লৈ গৈ আপোন বন্ধু আৰু একে ৰুচিৰ মানুহৰ লগত লগ হ'ব পাৰি আৰু তেওঁলোকৰ সঙ্গৰ পৰা আনন্দ উপভোগ কৰিব পাৰি। আৰব, ইৰাণী আৰু তুৰ্কত চাহদোকান বা কহৱাখানা ( কহৱা এক প্ৰকাৰ বীজ যাক ভাজি গুড়া কৰি সেই গুড়ি গাখীৰ আৰু চেনি মিহলাই খোৱা হয়। ) মিলা মিছা আৰু বিচাৰ বিনিময়ৰ সাধন স্বৰূপ আছিল। যি দৰে দুই চাৰিজন ইংৰাজ থকা ঠাইত, তেওঁলোকে নিজাকৈ একোটি ক্লাব স্থাপন কৰি লোৱা দেখা যায় আৰু আজৰি সময়ত তালৈ গৈ বাতৰি কাকত পঢ়ে আৰু বন্ধু বান্ধৱৰ লগত মিলেগৈ ঠিক তেনেদৰে যি চহৰত ইৰাণী আৰু আৰবৰ যথেষ্ট সংখ্যক লোক থাকে তাত তেওঁলোকৰ কোনো চাহ-দোকান বা কহৱাখানা খুলিব আৰু তাত আপুনি যি সময়তে চাওক,

কোনো নহয় কোনো দল থাকিবই আৰু চাহ তামখু খায়, ভাত খায় আৰু একেলগে বহি গপ মাৰে।

ইয়াৰ বিপৰীতে হিন্দুস্তানত কেতিয়াও এনে ধৰণৰ ক্লাব বা চাহ-খানাৰ প্ৰচলন নাছিল আৰু আজিলৈ নাই। ইংৰাজ চৰকাৰে নগৰত ঠায়ে ঠায়ে এই ৰুচি উদয়ৰ চেষ্টা কৰিলে আৰু খুব বেছি বেছি খৰচৰ বোজা বহন কৰিও ক্লাব খোলালে, কিন্তু সফল নহ'ল। আজিৰ পৰা ত্ৰিছ পঁয়ত্ৰিছ বছৰ আগতে খাচ লক্ষ্ণৌৰ চ'কত মীৰ মুহম্মদ হুছৈন চাহাব, কৃষি আৰু ব্যৱসায় বিভাগৰ ডাইৰেক্টৰে হায়দৰাবাদৰ নিজাম হৈ যোৱাৰ আগতে চৰকাৰৰ সাহায্যত এখন ক্লাব খোলাইছিল—য'ত আচবাব পত্ৰও ভাল আছিল আৰু অনুচিত বস্তুৰ বাহিৰে সকলো প্ৰকাৰৰ পানীয় তৈয়াৰ কৰিছিল, কিন্তু কোনোৱে সেইপিনে মন কাণ নিদিলে আৰু শেষত লোকচান ভৰি মীৰ চাহাবে সেইখন বন্ধ কৰিব লগীয়া হ'ল।

ইয়াৰ পুৰণি নিয়ম আছিল এই যে প্ৰত্যেক চুবুৰিত বা প্ৰত্যেক এলেকাতে কোনো আঢ্যৱন্ত বা ধনীমানুহে নিজৰ ঘৰতে মানুহ অহা আৰু তেওঁলোকৰ বহা-মেলাৰ ব্যৱস্থা কৰে। বন্ধু বান্ধৱৰ খাতিৰৰ নিমিত্তে ধপাত, পাণ আদি আৱশ্যকীয় বস্তুৰ খৰচ নিজে বহন কৰে আৰু তেওঁৰ সকলো বন্ধু সময়তে তালৈ আহে। বহু সময়লৈ এই বৈঠক বহে, কবিতা আদি পঢ়ে আৰু পৰস্পৰৰ ভিতৰত কথা কটাকটি হয় আৰু যেতিয়ালৈকে এই বৈঠক চলি থাকে ধপাত আৰু পাণ দি থাকে আৰু বন্ধু-বান্ধৱৰ ইচ্ছা অনুসৰি তেওঁলোকৰ মহফিল ৰঙো সলনি হয়। মহফিলত যদি হোৰ' আৰু শায়ৰীত নিচা থকা মানুহ থাকে তেতিয়া হলে "কবিতা আৰু অন্য সাহিত্যিক কথাৰ চৰ্চ্চা হয়। যদি ই বিদ্বান সকলৰ মণ্ডলী হয়, তেনেহলে তাত শাস্ত্ৰীয় চৰ্চ্চা হয়। যদি সুসংস্কৃত সামন্ত বা ডাঙৰীয়াৰ বৈঠক হয় তেনেহলে বেশভূষা, ঐশ্বৰ্য্য, খোৱা-লোৱা আৰু অন্য বস্তুৰ নিৰ্ব্বাহ, বিভিন্ন ৰুচি গ্ৰহণ কৰা সম্বন্ধে খুব শিষ্টতা আৰু মুকলি ভাৱে আলোচনা কৰা হয় তথা ভদ্ৰতা প্ৰকাশ কৰা হয়। যদি ৰঙিয়াল মনৰ বিলাসীৰ মহফিল হয়

তেনেহলে তাত বজৰুৱা সুন্দৰীও থাকে আৰু তেওঁলোকৰ মোহনীয় চেষ্টা প্ৰদৰ্শন কৰে। এইটো মনত ৰখা উচিত যে ইউৰোপৰ দৰে ইয়াত পুৰুষৰ কোনো গোষ্ঠীত ভদ্ৰ আৰু সচ্চৰিত্ৰৰ মহিলা সম্মিলিত হ'ব নোৱাৰে আৰু মিত্ৰ মণ্ডলীত যদি কোনো তিৰোতাক দেখা পায়, তেনেহলে বিশ্বাস কৰক তেওঁ নিশ্চিত ৰূপে বেশ্যা। ইয়াৰ ফল হ'ল এই যে ইউৰোপৰ গোষ্ঠীত ভদ্ৰ আৰু শিষ্ট মহিলা সকল চামিল হোৱা কাৰণে বজৰুৱা তিৰোতাৰ স্তৰ আৰু মান সমাজত ইমান পতিত হ'ল যে কোনো ভদ্ৰ বংশৰ দুৱাৰ তেওঁলোকৰ বাবে মুকলি থাকিব নোৱাৰে আৰু ভদ্ৰলোকৰ ক্লাব আৰু চোচাইটিতো তেওঁলোকৰ প্ৰবেশাধিকাৰ নাছিল। ইয়াৰ বিপৰীতে কিছু পৰিমাণে সমগ্ৰ হিন্দুস্তানত আৰু এনে ধৰণে লক্ষ্নৌত বজৰুৱা তিৰোতাৰ এনে স্তৰ পালে যে সভ্য আৰু সুসংস্কৃত সামন্তৰ গোষ্ঠীত তেওঁলোকৰ লগত উঠা-বহা কৰা হ'ল। আৰু ইয়াত এই ৰুচিৰ এনে বিকাশ হ'ল যে কিছুমান প্ৰতিষ্ঠিত বেশ্যাসকলে নিজৰ ঘৰতেই এনে গোষ্ঠীৰ আয়োজন কৰিছিল, য'লৈ গৈয়ো কোনো ভদ্ৰ আৰু শিষ্ট মানুহে লজ্জা অনুভৱ নকৰিছিল। লক্ষ্নৌত চৌধুৰাণী বীবী হায়দৰ জান আৰু সেই স্তৰৰ কেইজনীমান বেশ্যাৰ ঘৰ ভাল ধৰণৰ ক্লাবেই আছিল; য'লৈ ভদ্ৰলোকৰ আহ-যাহ আছিল, য'ত সেই বীবী চাহেবাৰ তৰফৰ পৰা ধপাত পাণ আদিৰে খুব খাতিৰ কৰিছিল। ইংৰাজী ৰুচিয়ে এইবোৰত ইমান সংস্কাৰ কৰিলে যে যদিও বেলেগ বেলেগ নতুন নতুন অশিষ্টতাৰ জন্ম হ'ল, কিন্তু বেশ্যাৰ ঘৰত খোলাভাবে বহি সঙ্গ লাভ কৰাটো অলপ বেয়া বুলি ভবা হ'ল।

সেই সময়ত লক্ষ্নৌৰ ক্লাব আচ্যৱন্ত ব্যক্তি আৰু ডাঙৰীয়াৰ ঘৰ আছিল। ইয়াত এই পদ্ধতি খুব বেয়া বুলি ভবা হ'ল আৰু আজিও আছে যে সমূহীয়া বাবে খাদ্যাদি ৰন্ধা বা মহফিলৰ মানুহে চান্দা দি আৰু নিজা নিজা খৰচৰ ধপাত পাণ বা খোৱা-লোৱা একেলগে বহি খাই লয়। ইয়াত চান্দা তুলি ভোজ খোৱাটো সমাজৰ বাবে লজ্জাজনক আৰু ভদ্ৰতাৰ প্ৰতিকূল আছিল। ইয়াৰ সকলো ভোজ লাগিলে

সি কিবা আনন্দৰ বাবেই হওক বা কেৱল বন্ধু-বান্ধৱৰ অতিথি সত্‌কাৰৰ নিমিত্তে হওক কেৱল এজন ব্যক্তিৰ তৰফৰ পৰাই হৈছিল। অইন যদি নিজৰ তৰফৰ সম্পূৰ্ণ ভোজ দিব পৰাৰ সমৰ্থন হয় এইটো কৰিব নোৱাৰে যে নিজা ভোজত মোৰ পৰা খোৱা বাবত পাঁচ টকা লৈ মোকো তাত সম্মিলিত কৰি লওক।

দিল্লীৰ ব্যৱসায়ী সকলৰ মাজত "পত্তী পাৰা'ৰ নিয়ম আছে অৰ্থাৎ বহুতো ব্যৱস্যায়ী লগ হৈ চান্দা তুলি জমা কৰে আৰু সেই ধনেৰে কোনো ভোজ বা নাচ-গানৰ মহফিল কাৰো ঘৰত বা বাহিৰত কোনো মনোৰম স্থানত কৰা হয়। কিন্তু আমাৰ বিশ্বাস যে এই পদ্ধতি তাৰ পুঁজিপতিসকলে শাসনৰ পতনৰ পাছত এৰি পেলালে, দিল্লীৰ ভদ্ৰসমাজত এই পদ্ধতিৰ প্ৰচলন কেতিয়াও নাছিল এই কাৰণেই যে তাৰ ভদ্ৰ সমাজত হোৱাহেঁতেন লক্ষ্ণৌতো হ'লহেঁতেন সভ্যতাৰ ক্ষেত্ৰত দিল্লীৰেই শিষ্য আৰু তাৰ পৰিষ্কৃত ৰুচিৰ অনুসৰণকাৰী।

## 6 অভিবাদন

সকলোতকৈ বেছি মহত্বপূৰ্ণ আৰু আৱশ্যকীয় সংস্কৃতিৰ ষষ্ঠ বস্তু হ'ল প্ৰণাম কৰা আৰু লগ পোৱা মানুহ জনৰ ভাল বেয়া খবৰ লোৱা পদ্ধতি। ইছলামৰ পুৰণি ধাৰ্মিক আৰু সহজ সৰল নমস্কাৰ বাক্য হ'ল "আচ্ছালামু অলৈক' আৰু মানুহ বহুত হলে "আচ্ছালামু আলাইকুম"। ইয়াৰ লগতে তেওঁলোক এই নমস্কাৰ কৰাৰ পিছত লগ পোৱা মানুহজনক ৰাতিপুৱাই লগ পালে "সুবহকুম অল্লা বিল খাইৰ" অৰ্থাৎ আল্লাই তোমাৰ ৰাতিপুৱাতে ভালেৰে পাৰ কৰক বুলি কয়। আৰু সন্ধিয়া লগ পালে "মস্সাকুম অল্লা বিলখাইৰ" বুলি কৈছিল। এই নমস্কাৰ আৰু মনোবৃত্তি আৰব সকলৰ আছিল যাৰ শিক্ষা দি তেওঁলোক পশ্চিমে স্পেন পৰ্য্যন্ত গৈছিল আৰু পুবে হিন্দুস্তানলৈ আহিছিল। ইউৰোপত অভিবাদনৰ এই পদ্ধতি ইংৰাজ

সৰে শিকিলে আৰু পূৰত ইৰাণী, তুৰাণী আৰু হিন্দুস্তানী সকলে। অৱশ্যে ইউৰোপত প্ৰকৃত নমস্কাৰ যি ইছলাম ধৰ্মৰ বিশেষত্ব আছিল নোহোৱা হ'ল, কেৱল ইছলামৰ আশীৰ্বাদ বা শুভেচ্ছা "সুহ্বকুম অল্লা বিলখাইৰ আৰু" মস্মাকুম আল্লা বিলখাইৰ" হে বাকী ৰ'ল। ইয়াৰেই অনুবাদ "গুড মৰ্ণিং" আৰু গুড ইৱিনিং" আজিও অভিবাদনৰ শব্দ হিচাপে ইংৰাজৰ মুখত শুনা গৈছে। ফৰাচী ভাষাত' বাঁমতিএন" "বাঁজুৰ" আৰু বাঁস্বাৰ" অৰ্থাৎ তোমাৰ ৰাতিপুৱা, দিন আৰু সন্ধিয়াটো ভাল হওক বুলি কয়। এই কথাত কোনো সন্দেহ নাই যে এই পাশ্চাত্য জাতিসমূহে অভিবাদনৰ এই পাঠ স্পেনৰ আৰৱ বিজেতা সকলৰ পৰাই পাইছে।

হিন্দুস্তান আৰু ইৰাণত যিহেতু পূৰ্ব পুৰুষৰ পূজাৰ নিয়ম প্ৰচলিত আছিল আৰু এই বস্তু এই প্ৰাচ্যলোক সকলৰ জীৱনৰ অংগ হৈ পৰিছিল, সেয়ে কেৱল আচ্ছালামু আলেইকুম" শব্দ যি ব্যক্তি আৰু সমষ্টিৰ সমতাক স্থিৰ ৰাখিছিল, ধনী সকলৰ অহঙ্কাৰ আৰু ডাঙৰ ভাৱৰ মানত খুব মান আৰু আপোন গৰিমাতকৈ কম যেন লাগিল, বিশেষকৈ যেতিয়া ইয়াত ৰাজ দৰবাৰ প্ৰতিষ্ঠিত হ'ল আৰু বাদচাহ সকলে আপোন আদৰ-সন্মান কৰোৱাত সকলো ইছলামী শিষ্টাচাৰ নাইকিয়া কৰি দিলে। দৰবাৰী সকলক তেওঁৰ সমুখত এনে ধৰণে হাত বন্ধ কৰি আৰু মূৰ দোঁৱাই থিয় হ'বলৈ নিৰ্দেশ দিলে, যিদৰে ভক্তই খোদাৰ ওচৰত হাত বন্ধ কৰি থিয় হৈ ৰুকুঅ (নামাজ পঢ়াৰ সময়ত চিজদাৰ আগত মূৰ দোঁওৱা) আৰু চিজদা (নমাজৰ বিধি বিশেষ) কৰে। ৰাজ দৰবাৰৰ অনুসৰণত সাধাৰণ বিষয়া আৰু ধনিক সকলেও আচ্ছালামু আলেইকুমৰ সলনি আৰু বহুতো সন্মান সূচক শব্দ নমস্কাৰ কৰাৰ বাবে নিশ্চিত কৰিলে, যেনে 'তসলীম' 'কোৰনিশ' 'আদাব' 'বন্দেগী' আৰু আত্মশ্লাঘী তথা ঈশ্বৰ বিমুখ মুছলমান ডাঙৰীয়াৰ চেষ্টাত বৰ্ত্তমানে এই সকলোবোৰ শব্দ নমস্কাৰৰ বাবে প্ৰয়োগ হয়। আৰৱত 'আচ্ছালামু আলেইকুম' কোৱাৰ সময়ত মুখৰ প্ৰফুল্লতাৰ বাহিৰে আৰু কোনো কাম কৰা নহৈছিল। নমস্কাৰ

কৰাৰ পিছত এখন হাতেৰে হাত মৰ্দ্দন কৰা হয়, তাৰ লগতে 'আচ্ছালামু আলেইকুম বিলখাইৰ' বা "মস্মাকুম আল্লা বিলখৈৰ' বুলি কোৱা হয়। অভিবাদনৰ এই আৰবী পদ্ধতিৰ স্মৃতিত, এতিয়া ইউৰোপত মূৰটো লাহেকৈ লৰাই 'গুড মৰ্ণিং আদি কয় আৰু হাত মিলাই জোকাৰি দিয়ে। ইয়াৰ বিপৰীতে হিন্দুস্থানত এতিয়া সম্পূৰ্ণ অভিবাদনৰ ৰূপ হ'ল এয়ে যে ওপৰত উল্লেখ কৰা শব্দ কোৱাৰ লগতে হাত মূৰত থয় আৰু অকণমান দোঁৱাই দিয়ে।

এয়েই নহয়, বাদচাহ আৰু বিয়য়া আদিৰ দৰবাৰত নমস্কাৰৰ সংখ্যা নিশ্চিত আছিল। ক'ৰবাত সাতবাৰ প্ৰণাম কৰা হয়, ক'ৰবাত তিনি বাৰ। সাধাৰণতে বয়সিয়াল লোক আৰু বন্ধু-বান্ধৱক লগ পালে এবাৰ নমস্কাৰ কৰাই যথেষ্ট আছিল। লক্ষ্ণৌত যিহেতু শিষ্টাচাৰ আৰু শালীনতাৰ প্ৰতি বেছি লক্ষ্য ৰখা গৈছিল, সেয়ে সৰুৱে ডাঙৰক আৰু মধ্যমবৰ্গই প্ৰতিষ্ঠিত ব্যক্তিক প্ৰণাম আছিল এয়ে যে ওপৰৰ যি কোনো শব্দ এটা উচ্চাৰণ কৰি সোঁহাতখন বুকত বা গাৰ সমুখলৈ কেইবা বাৰো লৰাই দিয়া হয়। সৰুৰ বাবে আজও ই খুব উপযুক্ত আৰু আজ্ঞাকাৰিতা প্ৰকট কৰা অভিবাদন। হাতখন কেইবা বাৰো লৰাই দিয়াৰো, বহুত প্ৰণামৰেই ইঙ্গিত। সম্ভৱতঃ এই কাৰণেই প্ৰায়েই মানুহে 'তসলীম' আৰু 'কোৰনিশ' ক বহু বচনত প্ৰয়োগ কৰি কয় 'তসলীমাত' আৰু 'কোৰনিশাত'। ইও নমস্কাৰ বৰ্ণনা কৰাৰেই অৱশিষ্ট স্মৃতি।

এতিয়া আমি ওপৰত উল্লেখ কৰা প্ৰচলিত অভিবাদনসূচক শব্দৰ অৰ্থ আৰু সেইবোৰৰ উদ্গম তথা বিকাশৰ কথা বেলেগে বৰ্ণনা কৰিম।' 'তসলীম'ৰ অৰ্থ আৰবী ভাষাত চেলাম কৰা বা নমস্কাৰ কৰা। 'আচ্ছালামু আলেইকুম' বা বাকীবোৰ ক্ৰিয়া পদৰ ৰূপত প্ৰয়োগ কৰাটো বেয়া যেন লাগে, কিন্তু ইয়াৰ সমাজত এইটোকে বুজি ললে যে নমস্কাৰ কৰাৰ সলনি "মই নমস্কাৰ কৰিছোঁ" কোৱাত সম্মানৰ ভাব বেছি থাকে। 'কোৰনিশ' তুৰ্কী ভাষাৰ শব্দ—তুৰ্কী বিজেতা সকলে ইয়াক ইয়ালৈ আনিলে। ইয়াৰ অৰ্থ নমস্কাৰৰ কাৰণে হালি

যোৱা। গতিকে ইয়াতো হাজি মাটি স্পৰ্শ কৰা আৰু চৰণ স্পৰ্শ কৰাৰ ভাব নিহিত আছে। 'আদাব' আদবৰ বহুবচন। নমস্কাৰ কৰাৰ সময়ত ইয়াক প্ৰয়োগ কৰাৰ উদ্দেশ্য হ'ল এয়ে যে আদৰ সন্মানৰ যিমান পদ্ধতি আছে সেই সকলোকে মই থলোঁ বা ৰাখিলোঁ। বন্দেগী শব্দ সম্বন্ধেই নমস্কাৰ সম্বন্ধীয় সকলো সমানাৰ্থী শব্দতকৈ বেছি হেয় আৰু নাস্তিকতাসূচক শব্দ। বন্দেগীৰ অৰ্থ পূজা কৰা— অভিবাদনত ইয়াৰ অৰ্থ 'মই আপোনাক উপাসনা কৰোঁ'ৰ বাহিৰে একো হ'ব নোৱাৰে, যি মুছলমান বিশ্বাসৰ দৃষ্টিত খোদাৰ বাহিৰে আৰু আন কাৰো বাবে কোৱা নহয়।

এই হিন্দুস্তানী নমস্কাৰৰ বিপৰীতে আৰবত যি 'অসলাম অলেকুম' শব্দ কোৱা হয় তাৰ শাব্দিক অৰ্থ 'হল—"তোমাৰ ওপৰত কুশল" বা স্পষ্ট ভাষাত কবলৈ হলে "তুমি কুশলে থাকা" অৰ্থাৎ নমস্কাৰ কৰাটো প্ৰতিজন লগ পোৱা ব্যক্তিৰ সুৰক্ষাৰ আশীৰ্ব্বাদ দিয়াহে। ইছলামে এই ক্ষেত্ৰত উন্নতি এই কৰিলে যে 'সলাম' ( চেলাম ) খোদাৰ বাণী বা পয়গাম যাক খোদাৰ ৰসুলে ( দূত-মুহম্মদ চাহব ) মুছলমান সকললৈ লৈ আহিছে আৰু কেয়ামত (প্ৰলয়ৰ দিন) লৈ তেখেতৰ এই উপদেশ প্ৰত্যেকজন মুছলমানে, অইন এজন মুছলমানক দি থাকিব। 'অসলাম অলৈকুম'ৰ 'সলাম' শব্দ খণ্ডত যি অলিফ ( আৰবী ভাষাৰ লিপি-অ ) আৰুলাম ( ল-'ধ্বনিৰ আৰবী ভাষাৰ আখৰ ) শব্দ আছে তাত এনে ধৰণৰ স্পষ্ট ইঙ্গিত আছে যে সেই চেলাম হজৰত মহম্মদৰ উপদেশ বাণী তুমি পোৱা।

ইছলামৰ আচল নমস্কাৰৰ এইবোৰ অৰ্থ আৰু তাৰ উদ্দেশ্য বুজি প্ৰত্যেকজন মানুহে অনুমান কৰিব পাৰে যে এই চেলাম বা নমস্কাৰ ৰাষ্ট্ৰীয় সমতাৰ ভাব উদয় কৰা আৰু ইছলাম ধৰ্ম্মাৱলম্বী সকলোৰে মাজত ৰাষ্ট্ৰীয়তা আৰু একতাৰ ভাব জগাই তোলাৰ সাধন স্বৰূপ। কিন্তু দুখৰ কথা এই যে মুছলমান সকলে ইয়াক এৰি পেলালে আৰু আমাৰ মিছা অহঙ্কাৰে আমাক এই ভাব আনি দিয়ে যে সাধাৰণ মুছলমান এজনে আমাৰ লগত সাক্ষাত্ কৰা সময়ত 'অসলাম অলেকুম

কোৰাটো আমাক অপমান কৰাৰ তুল্য। এই কথা বৰ দুঃখজনক—কাৰণ ইছলামে সমগ্ৰ সংসাৰৰ মানুহৰ বাবে সমানতা আৰু ভাই-ককাইৰ সম্বন্ধৰ বাণী লৈ আহিছে। ইয়াত এজন সাধাৰণ মুছলমানৰ কথা কিয়, অন্য ধৰ্ম্মাৱলম্বীৰ লগতো সেই একেই উদাৰতা আৰু প্ৰসন্নচিত্ত হৈ ব্যৱহাৰ কৰাৰ শিক্ষা দিছে। আৰু এই সুৰক্ষা একতৰফা নহয় যে কোৱাজনে. কেৱল 'অসলাম অলৈকুম (তুমি কুশলে থকা) বুলি ক'লে, আনকি উত্তৰ দিয়া জনেও সেই দৰে আনন্দিত হৈ নম্ৰভাৱে কব "ৱ-আলেইকুমচ্ছালাম" অৰ্থাত্ তুমিও ভালে থাকা। মই ভাবোঁ যে ইছলাম ধৰ্ম্মত যিমান এনে ভাল পদ্ধতি আছে পৃথিৱীৰ কোনো জাতি বা কোনো ধৰ্মৰ সভ্যতা আৰু সংস্কৃতিত তিমান নাই।

ধনী মানী সমাজত 'আদাব' আৰু 'তসলীম'ৰ প্ৰয়োগ সাধাৰণতে হয়। 'বন্দেগী' ও প্ৰায় মানুহে কয়, কিন্তু এই শব্দৰ প্ৰচলন স্ত্ৰী সমাজত বেছি।

লক্ষ্ণৌত পুৰণি শিষ্ট আৰু বিনম্ৰ অভিবাদন এই আছিল যে সৰুৱে ডাঙৰক বা দুখীয়াই ধনীক খুব হালি 'তসলীম' বা 'আদাব' বুলি কৈছিল। উত্তৰত বয়সিয়াল সকলে জীতে ৰহো' 'বড়ে হো সাহব' 'ইকবাল হো' (জীয়াই থাক, ডাঙৰ হ, ভাগ্যবান হ), ধনী মানুহে দুখীয়াক নহলাকৈ কেৱল হাতখন দাঙি দিয়ে বা হাত দঙাৰ লগে লগে 'তসলীম' আৰু আদাব বুলি বা বন্দেগী বুলি কয়। কিন্তু সমনীয়া বিলাকে উত্তৰ দিয়াৰ পদ্ধতি এই আছিল যে গৈ থাকোঁতে হলে তেনেধৰণে হালি তসলীম বা আদাব বুলি কব। যদি কোনো মহফিজত বহি থাকে তেনেহলে ভাল ভাবে থিয় দিয়ে আৰু মুৰ দোঁৱাই উত্তৰ দিয়ে।

নমস্কাৰৰ পিছত ইজনে সিজনক কয়—মিজাজ শৰীফ বা মিজাজে অকদস বা মিজাজে আলী বা মিজাজে মুবাৰক বা মিজাজে মুঅল্লা (কেনে? শৰীৰ ভাল নে?) আৰু অন্য জনে হাতযোৰ কৈ কয় "আশীৰ্ব্বাদ কৰোঁ"। প্ৰায় সমগ্ৰ হিন্দুস্তানতে শিষ্ট লোকৰ অভিবাদন আদিৰ এয়ে পদ্ধতি। কিন্তু লক্ষ্ণৌত আৰু কেইখনমান চহৰত য'ত

হিন্দুস্তানী শাসন চলি আছে আৰু কোনো দৰবাৰ আছে তাত এই ব্যৱহাৰ বোৰ পালন কৰাত বেছি মন দিয়া হয় আৰু ইয়াৰ কম কৰাটো বদস্বভাৱ বুলি ভবা হয়।

কিন্তু আজি কিছু দিনৰ পৰা বিশেষকৈ লক্ষ্ণৌত জনসাধাৰণ, শিল্পী আৰু নিম্নবৰ্গৰ মানুহৰ মাজত পুৰণি দৰবাৰ আৰু তাৰ শিষ্টাচাৰ নাইকিয়া হোৱাৰ বাবে 'অসলাম অলৈকুম' বুলি কোৱাৰ খুব প্ৰচলন হৈছে। ঈশ্বৰে সুবুদ্ধি দিয়ক—বিষয়া সকলেও ইয়াৰ অনুসৰণ কৰক আৰু ডাঙৰ সৰু, উচ্চ-নীচৰ পাৰ্থক্য একেবাৰে উঠি যাওক।

## 41

### 7 সম্বোধন আৰু ভাল বেয়া খবৰ সোধা

সংস্কৃতিৰ নিয়মিত সপ্তম মহত্বপূৰ্ণ কথা হ'ল কথা-বতৰা আৰু কথা কোৱাৰ ধৰণ-কৰণ। পৃথিৱীৰ সকলো মানুহৰ শিষ্টতা আৰু সাহিত্যিক যোগ্যতাৰ অনুমান তেওঁৰ শব্দ আৰু কথা-বতৰা পতাৰ ধৰণৰ পৰা কৰা হয়। সংসাৰৰ সকলো প্ৰতাপশালী জাতিয়ে পোন প্ৰথমে ভাষাৰ সংস্কাৰ কৰে আৰু তাৰ বিকাশ সাধন কৰে।

সভ্যতাৰ ই দাবী যে মুখত বেয়া আৰু অশ্লীল শব্দ যাতে নাহে। যি শব্দ বা বিচাৰ সম্বোধি ব্যক্তিয়ে বেয়া পায়, তেওঁৰ সমুখত সি মুখত ওলাব নালাগে; আৰু বেয়া পোৱা কথা যদি কবলগীয়াও হয় তেনেহলে তাক এনে শব্দেৰে আৰু এনে ভাবে কব লাগে যে শুনাজনে বেয়া নাপায় আৰু বেয়া লাগিলেও তাৰ চোকটো কমে তাৰ পৰা অকণমান যাতে ৰসো লব পাৰে। এই বিষয়ত লক্ষ্ণৌ আৰু ইয়াৰ সুসংস্কৃত লোকসকলে যি কৃতিত্ব অৰ্জন কৰিছে হিন্দুস্তানৰ আৰু কোনো নগৰবাসীত, তাক দেখা নাপাব। অৱশ্যে বৰ্ত্তমান শিক্ষা আৰু সভ্যতাই কিছু পৰিমাণে সম্ভাষণৰ এই বিশেষত্ব সকলো ঠাইতে আনি

দিছে, কিন্তু ইংৰাজী প্ৰভাৱ বাদ দি চাওক এই সভ্যতা আৰু বিনম্ৰতা লক্ষ্ণৌবাসীৰ ভাষাতেই দেখিবলৈ পাব।

বাহিৰৰ মানুহে ইয়াৰ বশ্যতা ইমান স্বীকাৰ কৰে যে লক্ষ্ণৌবাসীৰ লগত কথা কওঁতে সংকোচ কৰে আৰু তেওঁলোকৰ যি শিষ্টতা আছে তাকো পাহৰি যায় 'আৰু তাৰ পিছত যেতিয়া নিজা মহফিলত বহে তেতিয়া এই বুলি কৈ নিজৰ দুৰ্ব্বলতাৰ দোষ এৰুৱাই যে "আমি সৰল ভাবে পোনাই স্পষ্টভাবে কথা কওঁ আৰু লক্ষ্ণৌবাসীৰ দৰে এনে তেনে নাহে। কিন্তু যদি সঁচাকৈয়ে সুধিব খোজে তেনেহলে এই চেলু সেই আৰোপৰ খণ্ডন নহয় মণ্ডন হে। মই ইৰাণীকো দেখিছোঁ, তেওঁলোকৰ আগত হিন্দুস্তানীয়ে কথা কবলৈ পাহৰি যায়—ইংলণ্ডত দেখিছোঁ ফৰাছী ব্যক্তিৰ সমুখত ইংৰাজৰ মুখৰ পৰা এষাৰ মাত ওলোৱাটোও মুস্কিল। এই দৰে আৰবৰ বাচালতা শক্তিৰো কেতিয়াবা এনে অৱস্থা আছিল যে তেওঁলোকৰ সমুখত বিদেশীৰ মুখ খোলেই নাখাইছিল আৰু আৰববাসীৰ এনে ধাৰণা হৈ গৈছিল যে মুখ খোদাই কেৱল আমাকহে দিছে ; আৰু গোটেই পৃথিৱী আমাৰ সমুখত বোবা। এই মনোভাবৰেই ফল আছিল যে আৰবৰ বাহিৰে অইন সকলো মানুহকে তেওঁলোকে আজম বুলি কৈছিল যাৰ শাব্দিক অৰ্থ হ'ল বোবা। ঠিক এই একে অৱস্থাই হিন্দুস্তানৰ প্ৰত্যেক চহৰৰ তুলনাত লক্ষ্ণৌবাসীৰ আছিল। তেওঁলোকে প্ৰবাহপূৰ্ণ ভাষা আৰু বিনোদ বৃত্তিৰ কাৰণে সকলোকে দমাই ৰাখি মহফিলত আধিপত্য বিস্তাৰ কৰে আৰু তেওঁলোকৰ সমুখত কাকো মুখ খুলিবলৈ নিদিয়ে।

ভাষাৰ শিষ্টতাৰ প্ৰথম কথা হ'ল যে সম্বোধিত কৰোঁতে কোন সৰ্বনামৰ প্ৰয়োগ কৰা হ'ব। অন্য সকলো ভাষাত সম্বোধন কৰিবলৈ দুটা সৰ্বনাম আছে—এটা এক বচনৰ আনটো বহুবচনৰ। আৰু যদি সম্বোধিত ব্যক্তি সন্মানিত হয় তেনেহলে তেওঁৰ বাবে একবচনৰ সলনি প্ৰত্যেক ভাষাতেই বহুবচনৰ সৰ্বনাম প্ৰয়োগ হয়। ফাৰচী ভাষাতে একবচনত সম্বোধিত সৰ্বনাম 'তু' আৰু বহুবচনত 'শুমা', আৰবীত একবচনৰ 'ক' আৰু "অন্ত" আৰু বহুবচনৰ 'কুম' আৰু

'অস্তুম' ; ইংৰাজীত 'ইউ'ৰ সৰ্বনামেৰেই সম্মানিত ব্যক্তিক সম্বোধন কৰা হয়। এই সকলো ভাষাৰ বিপৰীত উৰ্দুত সম্বোধিতৰ কাৰণে একবচনৰ সৰ্বনাম "তূ" কিন্তু বহুবচনৰ সৰ্বনাম দুটা তুম ( তুমি ) আৰু 'আপ' ( আপুনি ) আৰু এই তিনিও প্ৰকাৰ সৰ্বনামৰ কাৰণে সংবোধিতৰ মৰ্য্যাদা আৰু পদ নিশ্চিত কৰা আছে। এজন খুব নিম্ন শ্ৰেণীৰ মানুহক 'তূ' ( তই ) বুলি কোৱা হ'ব। নিম্নবৰ্গতকৈ অলপ ভাল আৰু নিজতকৈ কম বয়সীয়া জনক 'তুম' ( তুমি ) কব আৰু যি সমপৰ্য্যায়ৰ বা মৰ্য্যাদাত সম্পন্ন আৰু শিক্ষিত হয় তেনেহলে 'আপ' ( আপুনি ) বুলি কব। যদি প্ৰতিষ্ঠিত মানুহে কেতিয়াবা অনৌপচাৰিক ভাবে আপোন বন্ধু বান্ধৱক বা সমান পদমৰ্য্যাদাৰ বা একে বয়সৰ মানুহকো তুমি ( তুম ) বোলে, কিন্তু যাৰ অনৌপ-চাৰিকতা নাই, তেওঁক 'তুম' বুলি কোৱা উৰ্দু ভাষাত, বিশেষকৈ লক্ষ্নৌবাসীৰ বাবে নৈতিক অপৰাধ।

উৰ্দু ভাষাত আৰু খাচ লক্ষ্নৌবাসীৰ মাজত সম্বোধনৰ এই কেইটাই শ্ৰেণী নহয় ইয়াতকৈও বেছি আছে, যিবোৰ ভদ্ৰ আৰু সম্মানিত ব্যক্তিৰ বাবে প্ৰয়োগ কৰা নিতান্ত আৱশ্যক। 'জনাব' 'জনাবে আলা' 'জনাবে আলী' হজৰত, হজৰতেৱালা, হুজুৰে, হুজুৰেৱালা, হুজুৰে ৱালী, কিৱলা, কিবলা ও কাবা, চৰকাৰ আৰু এনে ধৰণৰ কিছুমান উৰ্দু ভাষাত আছে যি সম্বোধিতৰ নিমিত্তে মৰ্য্যাদা অনুসৰি প্ৰয়োগ কৰা হয়। এই সকলোবাৰ শব্দ লক্ষ্নৌবাসীৰ মুখত আৰু তাৰ যথাযথ প্ৰয়োগ লক্ষ্নৌবাসীয়ে যিমান জানে আৰু অইন চহৰৰ মানুহে নাজানে।

আমি নদি কব পাৰোঁ যে সম্বোধনৰ নিমিত্তে ইমান আদৰসূচক শব্দ পৃথিৱীৰ কোনো ভাষাত নাই। হিন্দুস্তানৰ সেই কাল পাৰ হৈ গ'ল, যেতিয়া উৰ্দু ইয়াৰ সকলো ভাষাতকৈ সমৃদ্ধ আছিল আৰু এতিয়া উৰ্দু সাহিত্যৰ শিশুত্বৰ পৰা মুকলি হৈ সকলো ভাষাই নিজ নিজ মহত্বৰ কথা ঘোষণা কৰিব ধৰিছে। বঙলা, পঞ্জাবী, গুজৰাটী, সিন্ধী, মৰাঠী, কন্নড়, তেলেগু আদি সকলোৱে সাহিত্যিক প্ৰগতি

আৰু শ্ৰেষ্ঠতাৰ দাবী কৰিছে। কিন্তু আমি উপৰোক্ত ভাৰতীয় ভাষা আৰু তাৰ লগতে পৃথিৱীৰ সকলো বিখ্যাত ভাষা ফাৰ্চী, আৰবী, ইংৰাজী আৰু ফৰাচী ভাষাকো আহ্বান জনাওঁ যে যদি তেওঁলোকে উৰ্দুতকৈ বেছি সাহিত্যিক সমৃদ্ধিৰ দাবী কৰে তেনেহলে সম্বোধিতৰ বাবে নিজ নিজ অভিধানৰ পৰা ইমান শব্দ উলিয়াই দিয়ক, যিমান শব্দ উৰ্দুত আছে। সঁচাকৈয়ে নিজৰ কম বয়স আৰু সীমিত প্ৰয়োগ ক্ষেত্ৰ হোৱা- সত্বেও উৰ্দু কম দিনৰ ভিতৰতে শিষ্টতা, সৰসতা, আৰু শিষ্টাচাৰৰ নিয়মৰ দৃষ্টিৰে ইমান প্ৰগতি কৰিছিল যে সংসাৰৰ কোনো ভাষাই তিমান কৰা নাছিল। আচল কথা হ'ল এই যে উৰ্দু কোনো দেশ, কোনো ৰাজ্য কোনো বৰ্গ বা কোনো ধৰ্মৰ ভাষা নাছিল। কিন্তু এই ভাষা আছিল, ৰাজদৰবাৰৰ পৰা আৰম্ভ হৈ হিন্দুস্তানৰ সকলো নগৰত সভ্য আৰু সুসংস্কৃত প্ৰতিষ্ঠিত ব্যক্তি, সাহিত্যিক, কবি আৰু ভাষা সাহিত্য প্ৰেমীসকলৰ ভাষা হৈ পৰিল। অৰ্থাৎ ইয়াৰ ভেটিয়েই সভ্যতা আৰু শিষ্টতাৰ হাতেৰে ৰচিত হ'ল আৰু শেষ পৰ্য্যন্ত সংস্কৃত ৰুচিসম্পন্ন আৰু সাহিত্য প্ৰেমীৰ ভাষা হৈয়ে ৰ'ল। ইয়াৰ ফলত উৰ্দু ভাষা কোৱা মানুহৰ সংখ্যা কোনো এলেকাতে সংখ্যা গৰিষ্ঠ নহয়। কিন্তু মনত ৰখা উচিত যে সকলো ঠাইৰ সভ্য আৰু সুসংস্কৃত ব্যক্তিয়ে এই ভাষা কয়। ইয়াৰ জন্মই হৈছিল এই কাৰণে যে হিন্দুস্তানত উচ্চ শ্ৰেণীৰ আৰু সমগ্ৰ পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ শিষ্ট সমাজৰ জন্ম দিয়ে; কিন্তু দুৰ্ভাগ্যবশতঃ ইংৰাজী শাসনত যেতিয়া পশ্চিমী সভ্যতাই শিপা মেলিলে, তেতিয়া হিন্দুস্তানীৰ নিজা আৰু পুৰণি স্বাভাৱিক পূৰ্বাগ্ৰহে মুখ মেলিলে যে মুছলমানে ইয়াক নিজৰ ভাষা বুলি গৰ্ব কৰিব আৰম্ভ কৰিলে আৰু হিন্দুসকলে এই কথা ভাবি যে এই ভাষাত আমি মুছলমানৰ সমকক্ষ হ'ব নোৱাৰিম তাক মুছলমান সকলৰ মুৰতেই মাৰি দি বেলেগ হ'ল। ইয়াৰ দ্বাৰা উৰ্দু ভাষা ক্ষতিগ্ৰস্ত হ'ল আৰু ক্ৰমে বেছি ক্ষতি হ'বলৈ ধৰিলে। কিন্তু এইবোৰ হোৱা সত্বেও এই কথা নুই কৰিব নোৱাৰি যে যি ৰস, যি সাহিত্যিক গুণ ইয়াত

আছে, সি নতুনকৈ জন্ম দিয়া হিন্দী ভাষাত নাই নাইবা হিন্দুস্তানৰ কোনো অন্য ভাষাতো নাই।

ইংৰাজেই হওক বা আৰবেই, আফগানীয়েই হওক বা ইৰাণীয়েই যেতিয়া উর্দু ভাষাত কথা কয় তেতিয়া সম্বোধিতৰ বাবে 'তুম'ৰ বাহিৰে অইন কোনো শব্দ মনত নপৰে এই কাৰণেই যে তেওঁলোকৰ নিজৰ ভাষাত 'তুম' তকৈ বেছি শিষ্ট আৰু প্ৰগতিশীল এনে ধৰণৰ কোনো শব্দ আৰু নাই।

ইংৰাজীত সম্বোধনৰ আৰু শব্দ আছে যেনে য়ুওৰ অনাৰ য়ুওৰ এক্সেলেন্সী, য়ুওৰ হাইনেচ, য়ুওৰ মেজেষ্টি আদি, কিন্তু সেইবোৰ উচ্চ শ্ৰেণীৰ সামন্ত আৰু ৰজাৰ ববেহে উপযুক্ত তাৰ বাহিৰে আৰু কাৰো নিমিত্তে এই বোৰৰ প্ৰয়োগ কৰিব নোৱাৰি। এনে ধৰণৰ বিশিষ্ট জনৰ নিমিত্তে উর্দুতো নিশ্চিত শব্দ আছে। উদাহৰণ হিচাপে 'জহঁপনাহ, চাহবে আলম, মুৰ্শিদজাদা, নৱাব চাহেব, নৱাবজাদা, চাহবজাদা, আদি। এইবোৰ বিশেষকৈ উচ্চবৰ্গৰ মানুহৰ সম্বোধন কৰোঁতে 'জনাব' আৰু হুজুৰ' শব্দ লগাই সম্বোধন কৰা হয়। আৰু সম্ভৱতঃ এনে ধৰণৰ নিশ্চিত সম্বোধন সকলো ভাষাতেই আছে, কিন্তু উপৰোক্ত আদৰসূচক শব্দ, যিবোৰৰ ব্যৱহাৰ উর্দু ভাষাত প্ৰত্যেকজন সম্মানিত আৰু সুসংস্কৃত ব্যক্তিৰ বাবে কৰা হয়, উর্দুৰ বাহিৰে অন্য ভাষাত দেখিবলৈ পোৱা নাযায়।

খবৰ সোধাৰ কথাই চাওক, সকলো ভাষাতেই ইয়াৰ বাবে সাধাৰণ শব্দ আছে। কিন্তু উর্দুত আদৰ সম্মান প্ৰদৰ্শিত কৰিবৰ নিমিত্তি। মিজাজে আলী, মিজাজে মুবাৰক, মিজাজে আক্‌দস, মিজাজে মুকদ্দস, মিজাজে মুঅল্লা আদি বুলি কৈ সম্মানিত ব্যক্তিৰ খবৰ আদি সোধে। এইবোৰ শব্দ যদিও এতিয়া উর্দুৰ প্ৰগতিৰ লগে লগে সকলো ঠাই আৰু চহৰত প্ৰচাৰিত হৈছে, কিন্তু ইয়াৰ ব্যৱহাৰত যি দক্ষতা লক্ষ্ণৌৰ ভদ্ৰলোক সকলে লাভ কৰিছে অইন কোনো ঠাইৰ ভাগ্যত সি নঘটিব।

লক্ষ্ণৌৰ অভিজাত শ্ৰেণীৰ মানুহৰ মাজত এটা বিশেষ কথা আছে

এই যে প্ৰত্যেক শব্দৰ যথাযথ উচ্চাৰণ কৰিব আৰু সকলো আৰবী আখৰ যথাসম্ভৱ সিহঁতৰ উচ্চাৰণ স্থানৰ পৰাই উচ্চাৰণ কৰিব। ফাৰ্চীৰ সমস্ত শব্দ ( তৰকীবেঁ৷ )ত কাৰক চিহ্ন স্পষ্টভাবে লগাব। বিদ্বান ব্যক্তিৰ সৈতে কথা ক'লে আৰবী আৰু ফাৰ্চী শব্দ বেছি ব্যৱহাৰ কৰিব আৰু তাৰ সঠিক উচ্চাৰণো। চিকিৎসক, পণ্ডিতৰ লগত কথা হলে আৰবীৰ তৎসম্বন্ধীয় শব্দাৱলীৰ প্ৰয়োগ কৰিব। বদমাচ, চাকৰ আৰু সাধাৰণ মানুহৰ সৈতে কথা পাতিলে আৰবী শব্দৰ পৰা আঁতৰত থাকিব। তিৰোতাৰ লগত কথা পাতিলে সিহঁতৰ ফকৰা যোজনা কথা-বতৰাত প্ৰয়োগ কৰিব।

সৰুৱে ডাঙৰেৰে, নিম্নবৰ্গই উচ্চ বৰ্গৰ ব্যক্তিৰ সৈতে বা লিখা-পঢ়া নজনাই শিক্ষিত লোকৰ সৈতে কথা-বতৰা হলে, প্ৰত্যেক শব্দ আৰু প্ৰত্যেক বাক্যত আদৰ সম্মানৰ প্ৰতি লক্ষ্য ৰাখিব। মাতো পাৰ্য্যমানে সৰু আৰু পাতল হ'ব। সেই দৰে ডাঙৰে সৰুৰ লগত, উচ্চ শ্ৰেণীয়ে নিম্ন শ্ৰেণীৰ মানুহৰ সৈতে, বিদ্বান লোকে জন সাধাৰণৰ সৈতে কথা ক'লে তেওঁলোকৰ মাতৰ সুৰ আৰু ভাব-ভঙ্গিমাত তেওঁলোকৰ শব্দাৱলীত স্নেহ আৰু বাৎসল্যৰ ভাব নিহিত থাকিব।

এইবোৰ কথাৰ প্ৰতি ধ্যান ৰখা আৰু ওপৰত উল্লেখ কৰা আদৰ সূচক শব্দ আৰু সৰ্বনামৰ প্ৰয়োগ কৰা কাৰণে লক্ষ্ণৌবাসীৰ ভাষা এনে শিষ্ট, প্ৰাঞ্জল আৰু প্ৰবাহময়ী হ'ল যে ইয়াৰ সাধাৰণ প্ৰজা আৰু অশিক্ষিত মানুহেও, অইন চহৰৰ বেছিভাগ কবি আৰু সাহিত্যিকতকৈ বেছি ভাল উৰ্দু কঁয় আৰু যি শিষ্টতা আৰু ভদ্ৰতা ( তেওঁলোকৰ দ্বাৰা প্ৰকাশ পায় ) তেওঁলোকে দেখুৱায়, অইন ঠাইৰ যোগ্য আৰু লিখা-পঢ়া লোকেও প্ৰকাশ কৰিব নোৱাৰে। কিন্তু দুঃখৰ কথা লক্ষ্ণৌ লাহে লাহে নাইকিয়া হ'ব ধৰিছে। ইয়াত এতিয়া বাহিৰৰ মানুহৰ এনে ধুমুহা তাণ্ডৱ চলিছে, ইয়াৰ সভ্য আৰু শিষ্ট ব্যক্তিসকলে এনে ধৰণে নিস্ক্ৰিয় হৈ এটা চুকত বহি আছে আৰু আইনগত স্বাধীনতাই অশিক্ষিত জনতাক ইমান নিৰ্ভীক আৰু অভদ্ৰ কৰি তুলিছে যে

শিষ্টাচাৰ সম্বন্ধীয় সকলো বিশেষত্বৰ ধূলিত মিহলি হৈ গৈছে আৰু কম দিনৰ ভিতৰতে হয়তো ইয়াৰ চিন-মোকামেই নাথাকিব।

## 42

### 8 হাঁহি বিনোদ

সভ্যতাৰ অষ্টম বস্তু হ'ল হাঁহি-তামছা বা ঠাট্টা-মস্কৰাৰ পদ্ধতি। আৰবী ভাষাৰ পুৰণি প্ৰবাদ আনকি হজৰত মুহম্মদ চাহবৰ বিখ্যাত হদীসত আছে যে "কথা-বতৰাত বিনোদৰ সেয়েই স্থান—ভোজনত নিমখৰ যি স্থান।" সঁচাকৈয়ে চঞ্চলতা আৰু বিনোদপ্ৰিয়তা অবিহনে কথা-বতৰাত একো আনন্দ পোৱা নাযায় আৰু মহফিলো প্ৰাণৱন্ত নহয়। কিন্তু এই বিনোদ প্ৰিয়তাত যদি অকণমান অসাৱধান হয়, তেনেহলে সিয়েই কাজিয়া পেছালৰ কাৰণ হৈ পৰে। বিনোদ বা ঠাট্টা-মস্কৰাই কথাই কথাই তৰোৱালো চলাইছে আৰু পুৰণি প্ৰাণৰ বন্ধুক মুহূৰ্ত্তৰ ভিতৰতে কাল শত্ৰুও কৰি তুলিছে। যদি ভালদৰে লক্ষ্য কৰে, তেনেহলে দেখিব যে এই বদগুণ বোৰৰ কাৰণ ঠাট্টা-মস্কৰা নহয়, কিন্তু সেই ক্ষেত্ৰত অসাৱধান হোৱা বা সীমাৰ বাহিৰলৈ যোৱাটোহে।

যি ভাষা যিমানেই বিকশিত হয়, ঠাট্টা-মস্কৰা আৰু ব্যংগ বিনোদৰ গুণো সেই অনুপাতেই তাত বাঢ়ি যায়। কথাত বিনোদ যি উপায়েৰে ওলাই তাক মৰ্য্যাদিত কৰাটো বৰ টান কাম। শ শ উপায় আছে যাৰ দ্বাৰা এজন ভাল ভাষাবিদ লাভান্বিত হয় আৰু এই বিষয়ে চৰ্চা কৰিবলৈ এখন সম্পূৰ্ণ কিতাপৰ প্ৰয়োজন হ'ব। এতিয়া আমি কেৱল এই খিনিয়েই কব লাগে যে বিনোদৰ উদ্গম স্ৰোত সেই শব্দ বিলাক যিবোৰৰ অৰ্থ একাধিক আৰু তাৰেই কোনো এটা অৰ্থৰেই কাৰো ওপৰত ব্যঙ্গ কৰা হয় আৰু কেতিয়াবা বিনোদ এনে শব্দেৰে

কৰা নহয়,কিন্তু কোনো মানুহ বা বস্তুৰ কোনো এনে বস্তুৰ সৈতে উপমা দিয়া হয় যি অনুচিত হলেও তাৰ সমান। পাছত সেই উপমাক এনে ধৰণে প্ৰকাশ কৰা হয় যাতে তাত উপমাৰ সলনি অলঙ্কাৰৰ আনন্দ উপভোগ কৰে। ঠিক এনেধৰণে কেতিয়াবা নিজক নিজে বা অইন কাৰোবাক ইমান বঢ়োৱা বা ঘটোৱা হয় যে সি বাস্তৱিকতাৰ পৰা বহুত আঁতৰি পৰে। এই সকলোবোৰ কথাৰ বাবে যোগ্যতা আৰু ভদ্ৰতাৰ আৱশ্যক। ভাল যোগ্য ব্যক্তিয়ে খুব তীক্ষ্ণ ব্যঙ্গ কৰি যাব, বেয়াতকৈও বেয়া উপমা দিব, কিন্তু কাৰো অন্তৰ ক'লা নপৰে বা কোনোৱে খং প্ৰকাশ কৰিবলৈ সুযোগ নাপায়। ইয়াৰ বিপৰীত যদি কোনো অদ্ভুত লোকে এই কাম কৰিব খোজে তেতিয়া হলে মানুহে খং খাই উঠিব আৰু শত্ৰু হৈ পৰিব। ইয়াৰ যিমান ভাল শিষ্টতা লক্ষ্ণৌৰ জনসাধাৰণৰ আছে অইন ঠাইত বিশেষ ব্যক্তিৰ মাজতো তেনে দেখা নাযায়।

এজন বঙালী বিদ্বান ডঃ অঘোৰ নাথে, যিজন ডাঙৰ পণ্ডিত, দাৰ্শনিক, সাহিত্যক, পি, এইচ, ডি আৰু উৰ্দুৰ ভাল পণ্ডিত আছিল উৰ্দু ভাষা সম্পৰ্কে আপত্তি কৰি মোক কৈছিল, "চাহব, এইটো ভাষাৰ কি বিশেষত্ব যে এক গোষ্ঠীত মই এবাৰ কলোঁ আমি আজিকালি গাধীৰ খোৰাত ধৰিছোঁ ( দুধ পিয়া কৰতে হৈ )। এই কথা শুনি সকলোৱে হাঁহি দিলে।"

মই কলোঁ উৰ্দুৰ এই বিশেষত্ব। আপুনি যিহেতু এই ভাষাত এতিয়াও শিশু হৈ আছে সেয়ে আপুনি নিজৰ দোষৰ পৰিৱৰ্তে ভাষাৰ দোষ দেখিছে। প্ৰত্যেক ভাষাৰ দুটা অৰ্থ থকা শব্দ থাকে আৰু ভাষাবিদ সকলৰ কাম হ'ল নিন্দাৰ সকলো কথা বাদ দি শব্দ প্ৰয়োগ কৰাটো। ইংৰাজীত 'কনসীৱ' শব্দৰ অৰ্থ বিচাৰ কৰাও হয় আৰু 'গৰ্ভ ধাৰণ কৰা'ও। এজন বিখ্যাত লাটচাহাবে পাৰ্লিয়ামেণ্টত তিনিবাৰ ক'লে "আই কন্সীৱ" আৰু আগৰ শব্দ ভাবিবলৈ ধৰিলে। কোনোবাই চিঞৰ মাৰি ক'লে—"মহাশয়ে তিনিবাৰ 'আই কন্সীৱ' ক'লে কিন্তু হোৱা হলে একো নহ'ল।" অৰ্থাৎ তিনিবাৰ গৰ্ভধাৰণ

কৰিলে কিন্তু একোৰে জন্ম নহ'ল। এই কথাত সকলোৱে হাঁহি দিলে আৰু সেই লাট চাহাবজনে বৰ লাজ পালে। এনে ধৰণৰ উৰ্দুত হেজাৰ হেজাৰ শব্দ আছে যাৰ বহুতো অৰ্থ হ'ব পাৰে, যদি বক্তাই সেইবোৰৰ যথাযথ প্ৰয়োগ নাজানে তেনেহলে প্ৰতি কথাতেই হাঁহিব লগীয়া হ'ব।

ওপৰৰ সেই বাক্য—"দূধ পীনা" (গাখীৰ খোৱা) বাক্যটো। হিন্দুস্তানত গাখীৰ খোৱাটো সৰু ল'ৰা-ছোৱালীৰ কাম আৰু কোনো বুদ্ধিমান আৰু সাবালক মানুহৰ বাবে গাখীৰ খোৱা বুলি (য়হ দূধ পীতে হৈঁ) কোৱাটো দোষেই, কিন্তু ইয়াৰ বাহিৰে অবুজন আৰু মূৰ্খ অৰ্থতে ইয়াৰ ব্যৱহাৰ হয়। এই অৰ্থৰ পৰা দূৰৈত থাকিবৰ কাৰণে লক্ষ্ণৌবাসীয়ে এই কথা কেতিয়াও নকব যে "মৈঁ দূধ পীতা হূঁ (মই গাখীৰ খাওঁ) কিন্তু এই কথাৰ এই দোষপূৰ্ণ অৰ্থ এৰাই অন্য অনেক ভাবে পৰিবেশন কৰিব। কব যে মৈঁ আজকাল দূধ কো ইস্তেমাল কৰতা হূঁ।" (মই আজিকালি গাখীৰ ব্যৱহাৰ কৰোঁ।) আজকল মেৰা খানা দূধ হৈ (আজিকালি মোৰ খাদ্য গাখীৰ) "দূধ চাৱল খাতা হূঁ" (গাখীৰ ভাত খাওঁ)। লক্ষ্ণৌবাসীৰ এই সাৱধানতা দেখি আৰবৰ এক যোগ্য আৰু ভাষাবিদ কবিৰ ভ্ৰম হ'ল যে লক্ষ্ণৌৰ ভাষাত "দূধ খানা হৈ" দূধ পীনা নহী" (অৰ্থাৎ গাখীৰ খোৱা বস্তুহে পীয়া (পিখোৱা) বস্তু নহয়—হিন্দী ভাষাত পনীয়া বস্তু খোৱা অৰ্থত "পীনা" ক্ৰিয়া ব্যৱহাৰ হয়—অনু)। লক্ষ্ণৌৰ এজন ব্যক্তিৰ লগত তেওঁৰ এই বিষয়ে মতভেদ হ'ল আৰু অন্তিম নিৰ্ণয় হিচাপে মোৰ পৰা জানিব খুজিলে। মই কলোঁ—"দূধ পি খোৱা বস্তু কোনোবাই ইয়াৰ বাবে "খানা" (হিন্দীত গোটা বস্তু খোৱাৰ বাবে ব্যৱহাৰ কৰা ক্ৰিয়াপদ) শব্দ কেনেকৈ ব্যৱহাৰ কৰিব পাৰে? অৱশ্যে এই কথা সঁচা যে নিন্দাৰ পৰা হাত সাৰিবলৈ লক্ষ্ণৌবাসীয়ে "দূধ খানা" শব্দক নিজৰ ধৰীয়াকৈ ব্যৱহাৰ কৰিব।

এটা এই জতুৱা ঠাঁচৰ ওপৰতেই নিৰ্ভৰ নহয়, উৰ্দুত শ শ শব্দত বিভিন্ন জতুৱা ঠাঁচ আৰু অৰ্থৰ কাৰণে নিন্দাযুক্ত অৰ্থ উদয় হৈছে আৰু

প্ৰত্যেক জন ভাষা শিকোঁতাৰ কাম হৈছে তাৰ পৰা ৰক্ষা পৰা বা কোনো ব্যক্তিয়ে কাৰোবাৰ বিষয়ে ঠাট্টাত ব্যৱহাৰ কৰিলে তেওঁৰ কৰ্ত্তব্য হ'ব সেইটো বুজি উত্তৰ দিয়া, নহলে বুজি লোৱা হ'ব যে তেওঁ সেই ভাষা নাজানে।

লক্ষ্ণৌবাসীৰ চঞ্চলতা আৰু বিনোদ-প্ৰিয়তা বহু বেছি। তেওঁলোকে নিজৰ কথাত শ শ উপায়ে বিনোদ-পূৰ্ণ কথা যোগ কৰে আৰু যিয়ে এই কলাত যিমান প্ৰবীণ হয়, তেওঁ সিমানেই সাহিত্যিক গোষ্ঠীত বেছি নাম কৰে আৰু প্ৰতিষ্ঠিত হয়। মই এই কথাও নকওঁ যে অন্য স্থানৰ মানুহৰ এই দক্ষতা নাই, কিন্তু বহু আছে আৰু এতিয়া উৰ্দু ভাষা সমগ্ৰ হিন্দুস্তানত এনে ধৰণে উন্নতি কৰিছে যে প্ৰত্যেক ঠাইতে উচ্চ শ্ৰেণীৰ বিনোদীয়ে জন্ম গ্ৰহণ কৰিছে আৰু কাব্য ৰস পান কৰা আৰু তাক পৰীক্ষা কৰি চোৱাৰ নিচা বাঢ়িছে। কিন্তু লক্ষ্ণৌবাসীৰ এই বিশেষত্ব তেওঁলোকৰ স্বভাৱৰ অংগ স্বৰূপ হৈ পৰিছে। কথাত ৰস অনা আৰু মনোৰঞ্জক কবিতা আদি গোৱাৰ যিমান পৰিষ্কৃত ৰুচি তেওঁলোকত দেখা যায় অন্যত্ৰ দেখিবলৈ পোৱা নাযায়।

## 9 বিয়া-শোক আদিৰ মহফিল

সংস্কৃতিৰ নৰম বস্তু হ'ল বিয়া আৰু শোক আদিৰ মহফিল। মুছলমানৰ ঐশ্বৰ্য আৰু ৰাজত্বই তেওঁলোকৰ তিৰোতাৰ কামনা অইন ঠাইৰ তুলনাত খুব বেছি বঢ়াই দিছে। জন্মৰ পৰা বিবাহলৈ ল'ৰাৰ প্ৰত্যেক আনন্দ আৰু সফলতা একো একোটি উৎসৱত পৰিণত হয়। জন্মৰ পাছত ছ'ঠী ( ষষ্ঠ দিনৰ উৎসৱ বিশেষ ) চিল্লা (ল'ৰাৰ জন্মৰ চল্লিছ দিনৰ দিনাৰ অনুষ্ঠান ) ৰম্মান, আকীকা ( মুণ্ডন ) খীৰ চটাঈ ( অন্নপ্ৰাশন ), দুধ বঢ়াঈ ( গাখীৰ দিয়া অনুষ্ঠান বিশেষ ) বিচমিল্লাহ ( বিদ্যাৰম্ভ ) খতনা ( মুছলমান ল'ৰাৰ ধাৰ্মিক অনুষ্ঠান— য'ত ল'ৰাৰ লিঙ্গৰ ছালৰ আগটো কাটি পেলোৱা হয়) আৰু সকলোতকৈ মহত্বপুৰ্ণ হ'ল নিকাহ ( বিয়া ) এই সকলো একোটি স্বতন্ত্ৰ আনন্দৰ

উৎসৱ। প্ৰায়ে ল'ৰাৰ জন্মোৎসৱ পালন কৰে। উপৰোক্ত সমাৰোহৰ উপৰিও আৰোগ্য স্নান বা কোনো বিশেষ লক্ষ্য পূৰ্ণ হলেও উৎসৱ পতা হয়।

এই সকলো সমাৰোহত বন্ধু-বান্ধৱ আৰু ওচৰ-পাজৰৰ চিনাজনা সকলো তিৰোতা লগ লাগেহি। তিৰোতাৰ সভা বহে। তক্তাৰ পিৰাত বহি আৰু যদি অতিথি বেছি হয় তেনেহলে মাটিতেই সতৰঞ্জী-গালিছা পাৰি বহিব দিয়ে। ঐশ্বৰ্য্যশালী ব্যক্তিৰ ঘৰত বগা চাদৰৰ ওপৰত তিনি ফালে বা কেৱল মাজতে এখন ডাঙৰ, মূল্যবান কালীন পাৰি দিয়ে, কমল ( মম জলোৱা পাত্ৰ বিশেষ ) আৰু মৃদঙ্গ ( পোহৰৰ পাত্ৰ বিশেষ ) জ্বলোৱা হয় আৰু ডোমনী মণ্ডলীয়ে সম্মুখত বহি গীত আদি গায়। নাচনী ডোমনীয়ে নূপুৰ বান্ধি নাচে আৰু নানা অঙ্গী ভঙ্গী কৰে। মুজৰা ( নৃত্য গীতৰ কাৰ্য্যক্ৰম )ৰ মাজত কেতিয়াবা কেতিয়াবা হাঁহি উঠা বহুৱালিও কৰে। অৰ্থাৎ আনন্দ মুখৰিত হৈ পৰে আৰু যদিও ডোমনীহঁতে প্ৰায়েই মৰ্য্যাদাৰ সীমা লংঘন কৰে আৰু মহফিলত নিৰ্লজ্জতা বাঢ়ি যায়, কিন্তু তথাপি শিষ্টাচাৰ, তিৰোতাৰ পৰস্পৰ সম্বন্ধ আৰু তাৰ লগতে ডাঙৰ সৰুৰ সম্মানত কোনো প্ৰকাৰৰ বাধা আহি নপৰে। সকলো উৎসৱৰ সম্বন্ধে বেলেগ বেলেগ বিভিন্ন নিয়ম আছে যিবোৰ সম্পূৰ্ণ ভাবে পালন কৰাটো আৱশ্যক বুলি ভবা হয়। এই ৰীতি-নীতিৰ ৰক্ষক বুঢ়ী তিৰোতাসকল আৰু তেওঁলোকৰ লগতে ডোমনী সকল যিবিলাকে এই ৰীতিনীতিৰ চেলুতে অলপ আয় কৰে।

বেছিভাগ উৎসৱতে ৰাত জাগা ( ৰাত্ৰি জাগৰণ ) নিশ্চয় হয় আৰু ইয়েই এটা বস্তু যি হিন্দুস্তানী তিৰোতাৰ বিশ্বাস অনুসৰি লৌজ আল্লা আৰু ইয়াতে ডেমনীহঁতে "আল্লা মিয়াৰ সুৰক্ষা'ৰ গীত গায়। গোটেই ৰাতিটো জাগৰণ হয়, কিন্তু উপাসনাৰ বাবে নহয়, গান-বাজনা, গোটেই ৰাতি হাহাকাৰ—হুলস্থূল কৰা আৰু ৰাতিপুৱালেই মচজিদলৈ গৈ আল্লাহ মিঞাৰ ওচৰলৈ যায় আৰু উপঢৌকন হিচাপে গুলগুলী ( আটা, চেনি মিহলাই ঘি বা তেলত ভজা খাদ্য বিশেষ ) আৰু

খুদাই ৰহম ( কেঁচা চাউল, মেৱা আদিৰে তৈয়াৰী মিঠাই বিশেষ ) বিশেষ বস্তু। এই উৎসৱত এই পদ্ধতিয়ে গাঁৱতো হয়, কিন্তু তাত বদমাচী আৰু অব্যৱস্থা হয় আৰু নগৰবাসীৰ মাজত বিনম্ৰতা, পৰিচ্ছন্নতা, সুব্যৱস্থা আৰু শিষ্টতা থাকে।

## 43

আমি উল্লেখ কৰা বিবাহ আদি উৎসৱৰ কথা আৰু সেইবোৰত হোৱা স্ত্ৰী সমাজৰ বৰ্ণনা ও অলপ দি আহিছোঁ। সেই উৎসৱ বোৰৰ বৰ্ণনা তলত দিয়া ধৰণৰ ঃ

ল'ৰা-ছোৱালী জন্ম হোৱাৰ পিছত মাক আৰু কেঁচুৱাক প্ৰথম বাৰৰ গা ধুওৱা উৎসৱক ছঠীৰ উৎসৱ বুলি কোৱা হয়। নৱজাত কেঁচুৱাক উতলা গৰম পানীৰে গা ধুওৱাটো এটা যুনানী চিকিৎসা। কিন্তু এই স্নান যিহেতু আনন্দ উৎসৱৰ সময়ত কৰা হয়, সেয়ে ইয়াৰ মহত্ত্ব বেছি আৰু যিহেতু সাধাৰণতে শিশু জন্মৰ ষষ্ঠ দিনৰ দিনা প্ৰথমে গা ধুওৱা হয় সেয়ে ইয়াৰ নাম ছঠী হ'ল। ইয়াত খুব সাৱধানতাৰে প্ৰসূতীক গা ধুওৱা হয়, তাৰ পিছত কেঁচুৱাক গা ধুওৱা হয় আৰু তাৰ পাছত অতিথি সকলো তিৰোতাই এজনী এজনীকৈ সকলোৱে গা ধুৱে। প্ৰসুতী আৰু কেঁচুৱাৰ বাবে নিজ নিজ সামৰ্থ্য অনুসৰি নতুন কাপোৰ আনে আৰু লগতে সকলো তিৰোতাই কাপোৰ সলায়। এই স্নান কৰাত নানা প্ৰকাৰৰ অসংখ্য ৰীতি-নীতি মনা হয়, আৰু সম্ভৱতঃ প্ৰত্যেক নগৰ আৰু গাঁৱত আনকি প্ৰত্যেক বংশতে মূঠতে এক প্ৰকাৰৰ কিন্তু আংশিক ভাবে ভিন্ন আৰু নতুন এই ৰীতি-নীতি থাকে।

কইনাৰ মাকৰ ঘৰৰ পৰা বা অইন ইষ্ট-কুটুম্বৰ পৰা এই সময়ত প্ৰসূতী আৰু কেঁচুৱাৰ বাবে কাপোৰ, তৌক ( গলৰ অলঙ্কাৰ বিশেষ ) হঁসলী ( তিৰোতাৰ বাবে মণ্ডলাকাৰ অলঙ্কাৰ ) আৰু কড়া ( হাত বা ভৰিত পিন্ধা চুৰি ) কেঁচুৱাক খেলিব পৰা পুতলা, জুনজুনীয়া, আদি

আৰু লগতে মুৰ্গী আৰু খোদাই জানে কি কি বস্তু খুব ধুমধাম কৰি শোভা যাত্ৰা কৰি গান-বাজনা বজাই লৈ আহে। অন্দৰ মহলত নাচ-গান হয় আৰু যাৰ সিমান খিনি সামৰ্থ্য নাথাকে তেনেহলে ঘৰত থকা তিৰোতা কেইজনীয়ে ঢোল আদি বজাই গীত আদি গায়।

একেই ধৰণৰ উৎসৱ পাছৰ দুয়োটি স্নানৰ অৰ্থাৎ কুৰি দিন আৰু চিল্লা ( চল্লিছ দিন )ৰ দিনৰ স্নানতো হয়। যদি ঈশ্বৰে সামৰ্থ্য দিছে তেনেহলে দুয়ো দিনতে ধুমধামকৈ মহফিল সজোৱা হয়, নহলে কেৱল চিল্লাৰ স্নানৰ দিনাহে বেছি উৎসৱ আদি হয় আৰু কুৰি দিনৰ দিনাৰ স্নানত সাধাৰণ আনন্দ কৰা হয়।

আকীকা ( মুণ্ডন ) মুছলমানৰ নিতান্ত ধাৰ্মিক সংস্কাৰ, যাৰ আৰম্ভ ইসৰাইল( য়ুহূদী সকলৰ উপাধি বিশেষ )ৰ সময়ৰপৰা আলে-ইব্ৰাহিম ( এজন পয়গম্বৰ )ৰ পৰাই হৈছিল। য়ুহূদী সকলে জন্মৰ অষ্টম দিনা কেঁচুৱাক মছজিদে অক্সা ( জেৰুজালেমৰ এটি প্ৰসিদ্ধ মছজিদ ) লৈ নি তেওঁলোকৰ মূৰ খুৰাই দিয়া হয় আৰু কোৰবাণী আদি কৰে আৰু তেওঁলোকৰ নেতাই বিশেষ পদ্ধতিৰে তাৰ মঙ্গলৰ বাবে আশীৰ্ব্বাদ ভিক্ষা কৰে। এই পদ্ধতিয়ে মুছলমানৰ মাজতো ৰশ্মে ইব্ৰাহিমী আৰু সুন্নতে মুহম্মদীৰ ৰূপত আজিও চলি আহিছে। যদিও এতিয়া জন্মৰ অষ্টম দিনৰ দিনা মুণ্ডন কৰাৰ বান্ধোন উঠি গৈছে, কিন্তু ল'ৰাৰ প্ৰথম বছৰটোৰ ভিতৰতে এই সংস্কাৰ কৰা হয়। সিদিনা কেঁচুৱাক ধুৱাই পখলাই নতুন কাপোৰ পিন্ধাই আৰু তাৰ পিছত বন্ধু-বান্ধৱ আৰু ইষ্ট কুটুম্বৰ সমুখত তাৰ মূৰ খুৰাই দিয়ে আৰু মূৰত খুৰ লগোৱাৰ লগে লগে কেঁচুৱা ল'ৰা হলে দুটা আৰু ছোৱালী হলে এটা পঠা কোৰবানী কৰে। খুৰোৱাৰ পিছত মূৰত চন্দন লগোৱা হয়। ইষ্টু কুটুম্বই নিজ নিজ সামৰ্থ্য অনুসৰি কেঁচুৱাক 'মুখ চোৱা' বাবদ উপহাৰ আদি দিয়ে। কোৰবাণীৰ গোস্ত (মাংস) দুখীয়া আৰু ইষ্ট কুটুম্বক ভগাই দিয়া হয় আৰু ঘৰত আনন্দোৎসৱ হয় আৰু অন্য সংস্কাৰত পতা দৰে মহফিল পতা হয়।

## খীৰ চটাঙ্গৈ ( অন্নপ্ৰাশন )

এই উৎসৱত কেঁচুৱাক গাখীৰৰ বাহিৰে অন্যবস্তু খাব দিবলৈ আৰম্ভ কৰে আৰু এই সংস্কাৰ প্ৰায় কেঁচুৱা চাৰি-পাঁচ মাহ বয়সীয়া হলেই কৰে। প্ৰায়েই ঘৰত খোৱাৰ আৰম্ভ ক্ষীৰেৰে কৰা হয় যাক খুব যা-যোগাৰ কৰি পগোৱা হয় আৰু বিশেষ ভাৱে সকলো ইষ্ট-কুটুম্বৰ উপস্থিতিত কেঁচুৱাক খুওৱা হয়। সেই অৱস্থাত তাক নতুন কাপোৰ পিন্ধোৱা হয় আৰু সকলো তিৰোতাই কেঁচুৱাক চিৰঞ্জীৱ হ'বলৈ আশীৰ্ব্বাদ কৰাৰ লগে লগে তাৰ হাতত টকা দিয়ে আৰু সি এক আনন্দ উৎসৱত পৰিণত হয় আৰু সকলো সংস্কাৰতে ই পৰিলক্ষিত হয়।

## দুধ বঢ়াঙ্গৈ

কেঁচুৱাক গাখীৰ এৰুৱাবৰ সময়ত এই উৎসৱ পতা হয়। ইয়াত সাধাৰণতে খেজুৰ পগোৱা হয় যাতে কেঁচুৱাই গাখীৰৰ কাৰণে জেদ কৰিলে, শুৱাবলৈ ইয়াৰে অলপ তাৰ হাতত দিব পাৰে। কিন্তু সাধাৰণ নিয়ম মতে ইয়াক বংশ পৰিয়ালৰ মাজত বিলাই দিব পৰাকৈ পগায়। গাখীৰ এৰুওৱাৰ সাধাৰণ নিয়ম আছিল এই যে—মাক বা গাখীৰ খুওৱা মানুহজনীৰ বুকত তিতা বস্তু পানীত গুলি তাত লগাই দিয়া হয় যাৰ তিতা পাই কেঁচুৱাই গাখীৰ খাব এৰি দিয়ে আৰু যেতিয়া খাবলৈ জেদ কৰে আৰু নিচুকালেও শান্ত নহয়, তেতিয়া সেই কাৰ্য্যকে পুনৰ বাৰ কৰা হয়। এনেদৰে দুই এবাৰ কৰিলেই গাখীৰৰ প্ৰতি তাৰ ঘৃণা হৈ পৰে। সাধাৰণতে কেঁচুৱাৰ বয়স দুবছৰ হলে গাখীৰ এৰুওৱাৰ সময় হয়। হানফী ( মুছলমানৰ এটা সম্প্ৰদায় ) সকলৰ মতে পিয়াহ এৰুওৱাৰ বয়স আঢ়ৈ বছৰ অৰ্থাৎ আঢ়ৈ বছৰৰ পিছত পিয়াহ এৰুওৱাটো অনিবাৰ্য্য। কিন্তু নিয়ম ইয়াতকৈ কম বয়সতে এৰুৱাটোহে। এইটো অৱশ্যে বেলেগ কথা যে কোনো

কোনো তিৰোতাই তিনি তিনি চাৰি চাৰি বছৰ বয়সলৈ পিয়াহ খুৱায়। কিন্তু সাধাৰণতে এই কথা ঘৃণাৰ দৃষ্টিৰে চোৱা হয়, এই কাৰণেই যে ই শাস্ত্ৰ বিৰোধী। এই উৎসৱত যি সকলক ঈশ্বৰে সামৰ্থ্য দিছে তেওঁলোকৰ ঘৰত যথেষ্ট উখল-মাখল হয় আৰু নাচ-গানৰ মহফিল গৰম হৈ পৰে।

## বিস্মিল্লাহ ( বিদ্যাৰম্ভ )

ল'ৰাক যিদিনা পোন প্ৰথম বাৰৰ বাবে পঢ়িবলৈ বহুওৱা হয় সেই দিনাই এই সংস্কাৰ কৰা হয় আৰু ইয়াৰ সময়ত প্ৰচলিত নিয়ম অনুসৰি চাৰি বছৰ চাৰিমাহ আৰু চাৰি দিনৰ বয়সত কৰা হয়। চাৰিৰ এই সংখ্যাই এই উৎসৱক এনে বিশিষ্টতা প্ৰদান কৰিলে যে চাৰি বছৰ, চাৰিমাহ, চাৰি দিনৰ পিছত চাৰি ঘণ্টা আৰু চাৰি মিনিটৰ প্ৰথাও আৰম্ভ হ'ল। নিশ্চিত সময়ত কোনো মৌলৱী চাহাব বা বংশৰ কোনো বয়স্কই ল'ৰাটোক, ধুৱাই পখলাই, নতুন সাজ পোছাক পিন্ধি মই দৰা যেন কৈ উলিয়াই.পঢ়াবৰ কাৰণে বহে। আলিফ বে ( আৰবী বৰ্ণমালা )ৰ কিতাপ তাৰ সমুখত দিয়া হয় আৰু বিস্মিল্লাহ' বুলি কোৱাই আৰবী ভাষাৰ এই আশীৰ্বাদাত্মক শব্দ পঢ়ায়—"ৰব্বে-য়াচ্ছিৰ ৱলা তৰচ্ছিৰ ৰতন্মিম বিলখাইৰ" যাৰ অৰ্থ হ'ল—"খোদা সহজ কৰি দিয়া, কঠিন কৰি নিদিবা আৰু ভাল ভাবে শেষ কৰি দিয়া।" পাছত আলিফ-বে মতাই মিঠাই বিতৰণ কৰে আৰু ল'ৰাৰ ইষ্ট-কুটুম্ব আৰু জ্যেষ্ঠ সকলে নিজ নিজ সামৰ্থ্য অনুসৰি অলপ-অচৰপ উপহাৰ দিয়ে আৰু সিদিনাৰ পৰা তাৰ শিক্ষা আৰম্ভ হ'ল।

## খতনা

ইও সুন্নতে ইব্ৰাহীমী[1] আৰু আলে—ইব্ৰাহীম[2]ৰ পুৰণি আৰু আৱশ্যকীয় সংস্কাৰ। আৰু যিহেতু ই কেৱল মুছলমানৰ মাজত হয়

[1] হজৰত ইব্ৰাহিমৰ দ্বাৰা কৰা কাম বা তেওঁ দেখুওৱা পন্থা

[2] হজৰত ইব্ৰাহিমৰ সন্তান

আৰু এই সংস্কাৰৰ পাছত ল'ৰাক মুছলমান হয় বুলি কোৱা হয় এই কাৰণে এই সংস্কাৰৰ সাধাৰণ নাম 'মুছলমানী' হৈ গৈছে। ইয়াত ল'ৰা'ৰ গুপ্তাংগৰ মুখৰ ছালখন কাটি দিয়া হয়, যিটুকুৰ কটাতো ডাক্তৰী পৰামৰ্শ মতে কিছুমান বেমাৰ আৰু কষ্টৰ পৰা হাত সাৰিবৰ কাৰণে উপকাৰী। ই এক প্ৰকাৰ অপাৰেচন যাক আমাৰ পুৰণি চাৰ্জন, যি সাধাৰণতে নাপিতজনেই হয়, খুব বিশেষতা আৰু অসাধাৰণ ফুৰ্ত্তিৰে কৰি পেলায়। তেওঁক ভাল পাৰিশ্ৰমিক আৰু পুৰস্কাৰ দিয়া হয় আৰু এই সংস্কাৰ সম্পন্ন হোৱাৰ সময়ত বাহিৰত প্ৰায়বোৰ ইষ্ট-কুটুম্ব আৰু বন্ধু-বান্ধৱক বহুওৱা হয় আৰু ভিতৰত স্ত্ৰী অতিথি সকলৰ মেলা বহে। খতনা হোৱাৰ লগে লগে মিঠাই বিলোৱা হয় আৰু যাৰ সামৰ্থ্য থাকে তেওঁ ভোজো খুৱাই আৰু সিদিনা আনন্দ উৎসৱ পালন কৰা হয় যিদিনা ঘা টুকুৰা শুকোৱাৰ পাছত আৰোগ্য স্নান কৰে। বেছি ভাগ বংশ আৰু ধাৰ্মিক পৰিয়ালত সিদিনা ল'ৰাটোক দৰা সজাই, ঘোঁৰাত তুলি খুব ধুমধামেৰে সমদল সজাই ওচৰৰ কোনো দৰগাহলৈ লৈ যোৱা হয় তাত চাদৰ আৰু মিঠাই নিবেদন কৰি সেই ঠাট-বাটেৰে ঘৰলৈ ঘূৰি আহে আৰু আনন্দৰ উখল-মাখল লাগি পৰে। এই সংস্কাৰ পালন কৰাৰ সময় বেলেগ বেলেগ: কিছুমান মানুহে ছঠা বা চিল্লাৰ দিনাই ল'ৰাক খতনা কৰি দিয়ে। কিন্তু ছয় সাত বছৰ বয়স হলেহে সাধাৰণতে খতনা কৰা নিয়ম।

এটা আৰু সংস্কাৰ হ'ল ৰোজা আৰম্ভ কৰা। ই সেই সময়ত কৰা হয় যেতিয়া ল'ৰা বা ছোৱালীৰ ন দহ বছৰ বয়স হয় আৰু ৰোজা পোন প্ৰথম বাৰৰ বাবে ৰখা হয়। এই সংস্কাৰত সাধাৰণতে বহুতো ৰোজা ৰখা মানুহক নিমন্ত্ৰণ কৰা হয় আৰু তেওঁলোকৰ বাবে বিভিন্ন ধৰণৰ, আৰু যথেষ্ট পৰিমাণে ইফ্‌তাৰিয়া (ৰমজান মাহত ৰোজা আৰম্ভ কৰিবৰ সময়ত ৰন্ধা খাদ্য বিশেষ) ৰন্ধা হয় আৰু ল'ৰাই তেওঁলোকৰ লগত বহি ইফতাৰ কৰে আৰু ছোৱালী হলে ভিতৰত তিৰোতা সকলৰ লগত বহি ৰোজা খোলে। ইয়াত

গান বাজনা কম হয়, কিন্তু চৌখীন আৰু ৰঙিয়াল মানুহৰ বাবে এইটো কথা কোৱা ও নাচ-গানৰ মহফিল সজাবলৈ যথেষ্ট হয়।

এনে ধৰণৰ সংস্কাৰ আৰোগ্য স্নানৰ উৎসৱ আৰু প্ৰাৰ্থনা আদি সফল হোৱা সময়তো কৰা হয়। কেৱল উৎসৱৰ বৈশিষ্ট্য থকা কথা খিনিৰ বাহিৰে বাকী সকলো ওপৰৰ বৰ্ণনা মতে কৰা হয়।

সকলোতকৈ ডাঙৰ আৰু মহত্বপূৰ্ণ উৎসৱ হ'ল বিয়া। ই এনে জৰুৰী সংস্কাৰ যাৰ সীমাবদ্ধতা নথকা কাৰণে শ শ বংশ ধ্বংস হৈ গৈছে আৰু তাৰ কাৰণ হ'ল এয়ে যে আনন্দৰ উৎসাহতে আৰু প্ৰেমিকাৰ সৈতে আলিঙ্গন কৰাৰ উৎকণ্ঠাত কাৰো নিজৰ অৱস্থা আৰু সামৰ্থ্যৰ খবৰ নাথাকে আৰু তাৰ পৰিণতিৰ চিন্তাও নকৰে। ফলত ধাৰলৈ, সম্পত্তি বিক্ৰী কৰি, বন্ধু-বান্ধৱ আৰু ইষ্ট-কুটুম্বৰ পৰা খুজি বা যিভাৱে টকা পাব পাৰে সংগ্ৰহ কৰি অভিলাষ পুৰণ কৰে আৰু বিয়া শেষ হোৱাৰ লগে লগে প্ৰায় ঘৰতেই লঘোন পৰিব লগীয়া অৱস্থা হয়।

বিবাহ আৰু নিকাহ যিহেতু মানৱ জীৱনৰ এক অত্যন্ত মহত্বপূৰ্ণ ঘটনা সেয়ে ইয়াৰ সবিস্তাৰ বৰ্ণনা আমি কৰিবৰ খুজিছোঁ। বিয়াৰ কথা প্ৰায়ে মশ্লাতা ( প্ৰসাধিকা ) সকলৰ জৰিয়তে ঠিক কৰা হয়। হিন্দুস্তানৰ সকলো ডাঙৰ চহৰত বিশেষকৈ যিবোৰ ঠাইত প্ৰাচীন সংস্কৃতিৰ বিকাশ হৈছিল তাত তিৰোতাৰ এটি বিশেষ ব্যৱসায় হ'ল সাজোন-কাচোন কৰা বা শৃঙ্গাৰ প্ৰসাধন আদি কৰা। কবিসকলে আৰু অভিধানত 'মশ্লাতা'ৰ অৰ্থ তিৰোতা বুলি দিছে, যিয়ে উচ্চ বংশৰ মহিলাৰ মূৰ আঁচুৰি দিয়ে, কাপোৰ অলঙ্কাৰ পিন্ধায় আৰু তেওঁলোকৰ শৃঙ্গাৰ প্ৰসাধনৰে সজাই দিয়ে। কিন্তু সমাজত মশ্লাতা বুলি সেই সকলক কোৱা হয় যিয়ে বিয়াৰ খবৰ নিয়ে, বন্দোবস্ত কৰে আৰু বিয়া পাতে। সম্ভৱতঃ এই ব্যৱসায়ৰ আৰম্ভ সুন্দৰী সকলক সজাই পৰাই দিয়া তিৰোতা সকলেই কৰিছিল ; সেয়ে ইয়াৰ নাম মশ্লাতা হ'ল। ইহঁত খুব চতুৰ আৰু বদমাচ তিৰোতা। যি ল'ৰাৰ খবৰ যাৰ তালৈ লৈ যায় তাত তাৰ ধন-বৈভৱ, শিক্ষা আজ্ঞাকাৰিতা

শিষ্টতা আৰু সৌন্দৰ্য্যৰ অত্যন্ত প্ৰশংসা কৰিছিল। সেই দৰে ছোৱালীৰ খবৰ ল'ৰাৰ ওচৰলৈ আহিলে ছোৱালীৰ সৌন্দৰ্য্য আও-ভাও আৰু বিশেষত্বৰ কথা এনে ভাৱে বৰ্ণনা কৰে যে যিজনী ছোৱালীৰ কথা কৈছে তাই যেন মানৱী নহয়হে, স্বৰগৰ অপেশ্বৰী বা ৰাজকুমাৰীহে এনে লাগে। মশ্লাতাই বাতৰি দিয়াৰ পিছত যদিও আচল ব্যৱস্থা পুৰুষেহে কৰে, কিন্তু সম্বন্ধ ঠিক কৰাত বেছি কাম দুয়ো ঘৰৰ তিৰোতাৰ মাজতহে হয়, যি সকলে নিজৰ বৰীয়াকৈ সন্তুষ্ট হৈ পুৰুষৰ সম্মতি আদায় কৰে আৰু সম্বন্ধ ঠিক হয়। দুয়ো বংশতে কেঁচুৱা জন্ম হোৱাৰ লগে লগে আশাবাদী মাকহঁতে সম্বন্ধ ঠিক কৰে, তেওঁলোকৰ কাৰণে তেতিয়া মশ্লাতাৰ কোনো অৱশ্যক নাথাকে, দৰাই অনায়াসে মাটিৰ পুতলা কইনা পায় আৰু বিয়াৰ আগতে হ'ব লগীয়া সম্বন্ধ ঠিক কৰা ( ৰিস্তা ঠহৰনা ) সংস্কাৰ কৰাৰ আৱশ্যকতাই নহয় যেন জন্ম হোৱাৰ লগে লগেই মগনী ( দৰা ধৰা বা ছোৱালী ধৰা সংস্কাৰ ) হৈ যায়।

নতুন ঘৰলৈ যেতিয়া পয়াম ( বাতৰি ) আহে বা যায় তেতিয়া প্ৰায়েই ল'ৰাই কেইজনমান জ্ঞাতি-কুটুম্ব আৰু বন্ধু-বান্ধৱৰ সৈতে বৰ দিখোৱা ( বৰ দেখুওৱা )ৰ বাবে কইনাৰ ঘৰলৈ মাতি নি এনে ঠাইত বহুওৱা হয় য'ৰ পৰা তিৰোতাসকলেও চাব পাৰে। ঘৰৰ পুৰুষ মানুহখিনি লগ হৈ দৰাৰ লগত কথা পাতে আৰু সামৰ্থ্য অনুসৰি খাতিৰ কৰে। এই দৰে ল'ৰাৰ মাক-ভনীয়েকো এটি নিশ্চিত তাৰিখত কইনাৰ ঘৰলৈ যায় আৰু মিঠাই খুওৱাৰ বা অইন ছলেৰে কইনাৰ মুখখন চায় সাধাৰণতে যাক তেওঁলোকৰ পৰা লুকাই বা পৰ্দাৰ আঁৰত ৰখা হয়। কিন্তু ভদ্ৰ পৰিয়ালত দৰাক মাতি পঠিওৱা নহয়, কিন্তু বংশৰ মতা মানুহে কিবা উপায়ে ল'ৰাক নোকোৱাকৈ চায় আৰু অৱস্থাৰ বুজবাজ লয় আৰু সেইদৰে ছোৱালীৰো খা-খবৰ লোৱা হয়। এই পদ্ধতিৰে যেতিয়া ল'ৰাৰ পক্ষই ছোৱালীক, ছোৱালী পক্ষই ল'ৰাক পছন্দ কৰে যাৰ বাবে চেহেৰা, অৱস্থা আৰু সামৰ্থ্যৰ বাহিৰেও বংশ মৰ্য্যাদাৰ কথাও বহুত

জড়িত হৈ থাকে তেতিয়া মংগ্‌নী সংস্কাৰ হয়। ইয়াত দৰাৰ তৰফৰ পৰা মিঠাই ভগোৱা হয়, ফুলৰ অলঙ্কাৰ, এটা সোণৰ আঙঠি নিয়ে, যি বহু পৰিয়ালত দৰাৰ সম্বন্ধীয় তিৰোতাই গৈ নিজেই পিন্ধায়।

মংগ্‌নী ( আঙঠি পিন্ধোৱা ) সংস্কাৰ হৈ যোৱাৰ পিছত সম্বন্ধ পকা হৈ যোৱা বুলি ভবা হয়, তেতিয়াৰ পৰাই দুয়ো পক্ষৰ মাজত এইটো সাধাৰণ নিয়ম হৈ পৰে যে কেতিয়াবা কোনো উৎসৱ হলে বিয়েয়েকৰ ঘৰলৈ বিশেষ ভাৱে উপঢৌকন যায় আৰু ল'ৰা বা ছোৱালীলৈ যি অংশ যাব তাক ডাঙৰকৈ অৰু বিশেষ ধৰণেৰে সজাই পঠিওৱা হয়। ইয়াৰ মাজত যদি মহৰম পৰে তেনেহলে দুয়ো পক্ষৰ পৰাই বৰ ব্যৱস্থিত ভাৱে গোটা এলাচি মিহি ডলিয়া আৰু উচ্চস্তৰৰ কাৰচোবী আৰু পাটৰ মোনা বিয়নীয়েকলৈ পঠিওৱা হয়।

বৰাত অৰ্থাৎ বিয়াৰ দিনৰ কেই দিনমান আগতে কইনাক মাঝ ( বিয়াৰ আগতে বৰ কইনাক পিন্ধোৱা কাপোৰ ) দিয়া হয়, তাৰো হালধীয়া যোৱাহে পিন্ধোৱা হয়। সিদিনাৰ পৰাই গাত সদায় মাহ-হালধি বটা সানে আৰু খুব বিশেষ প্ৰয়োজন নহলে পৰ্দ্দাৰ বাহিৰত নোলায়। যিদিনাখন কইনাই বিয়াৰ সাজ পিন্ধে সিদিনাৰ সংস্কাৰ হ'ল তাৰ অৱশিষ্ট বটা, তেওঁ পিন্ধা অৱশিষ্ট জেতুকা, মিশ্ৰীৰ কলহ আৰু বহুতো লাড়ু, গান-বাজনা, আৰু শোভা যাত্ৰা কৰি দৰাৰ ঘৰলৈ পঠিয়ায়। দৰাৰ কাৰণে পঠিওৱা লাড়ু বোৰ বেলেগ থালত বিশেষ ভাৱে ৰখা হয়। তাৰ লগত দৰাৰ বাবে হালধীয়া সাজ এযোৰ, এখন ৰঙীন ফুলাম চৌকী আৰু লোটা আদি পঠিয়ায়। লোটা-বাটি চৌকীখনত জৰীৰে বান্ধি দিয়া হয় আৰু শোভা যাত্ৰাত এই বস্তুবোৰ এই ক্ৰমত থাকে—বাদকসকল, আৰু তাৰ পিছত চৌকী. তাৰ পিছত থালত দৰাৰ বাবে বিশেষকৈ সজোৱা খাদ্য বস্তু, যি সাধাৰণতে কেঁচা থালত সাজি নিয়ে আৰু তাৰ পাছত বহুত থালত সৰ্বসাধাৰণৰ বাবে লাড়ু যায়। কইনাৰ সৰু ভনীয়েক আৰু ডোমনীহঁতে পীনস ( বাহন বিশেষ ) আৰু দোলাত উঠি যায় আৰু দৰাৰ ঘৰ পাই এটা লাড়ু আৰু মিশ্ৰীৰ সাত টুকুৰা কৰি দৰাক খুৱায়। এই সংস্কাৰৰ

বিষয়ে অনুমান কৰা যায় যে ই নিতান্ত হিন্দুস্তানী সংস্কাৰ যাৰ না আৰবৰ লগত সম্বন্ধ আছে না ইৰাণৰ লগত ; এই কাৰণেই যে মাঝ আৰু কংগণৰ প্ৰচলন ভাৰতৰ বাহিৰে আন ক'তো নাই।

মাঁঝৰ দহ-বাৰৰ বেছি দিন পাৰ হোৱাৰ পিছত এই জাক-জমক আৰু শোভাযাত্ৰা কৰি দৰা ঘৰৰপৰা কইনাৰ ঘৰলৈ সাঁচক যায়। 'সাঁচক তুৰ্কী ভাষাৰ শব্দ আৰু এই সংস্কাৰো তুৰ্কৰ। তুৰ্ক আৰু মোগলসকলে এই সংস্কাৰ আহিবৰ সময়ত লগত লৈ অহা যেন লাগে। ইয়াত দৰা ঘৰৰ পৰা কইনাৰ বাবে পিন্ধা পোছাক যায় যি সাধাৰণতে গধুৰ আৰু কাৰচোবী হয়। তাৰ লগত কইনাৰ বাবে সোণালী মুকৈশৰ ( ফুল বিশেষ ) চেহৰা ( মুকুট ), ৰূপৰ ছল্লা, সোণৰ আঙঠি আৰু দুই এপদ বস্তু থাকে আৰু বিদায় দিবৰ সময়ত পিন্ধাই পঠিওৱা অলঙ্কাৰ আৰু ফুলৰ গহনা আদি থাকে। কাপোৰৰ লগত চেনিৰ নকুল ( খীৰ ) আৰু চেনিৰ কুৰ্স ( লাডু বা পিঠা ) তথা মিঠাই যায়। সাঁচকৰ বাবে বিশেষভাৱে ফুলকৰা আৰু ৰঙীন ঘট তৈয়াৰ কৰা হয়। পাছত বাঁহ আৰু কাগজৰ ৰঙীন তক্তাত চাৰি চাৰিটা ঘট দি চৌঘট সজোৱা হয় আৰু ঐশ্বৰ্য্য তথা মৰ্য্যাদাৰ গৌৰৱ অনুসৰি সেই চৌঘটৰ সংখ্যা বঢ়োৱা হয় আৰু প্ৰায়েই শ শ, দুই দুই শ পৰ্যন্ত পায়গৈ। কিন্তু তাৰ ভিতৰত কেইটামানত হুক্ক বা এপোৱা অধাসেৰ চেনিৰ বাহিৰে একো নাথাকে সেই ঘটবোৰৰ মুখ সাধাৰণতে ৰঙা ৰঙৰ কাপোৰেৰে বন্ধা হয় আৰু শোভাযাত্ৰাত সেই সকলো ঘটৰ আগত ৰূপৰ দৈৰ কটা এটাও থাকে যিটোৰ ভিতৰত দৈ ভৰাই থোৱা থাকে আৰু তাৰ মুখখনো ৰঙা কাপোৰেৰ বান্ধি থোৱা থাকে। আৰু তাৰ গলত মাঙ্গলিক চিহ্ন হিচাপে দুই এটা মাছ বান্ধি দিয়াও হয়। এই সকলোবোৰ বস্তু কইনাৰ ঘৰ পায়গৈ আৰু ইষ্ট-কুটুম্বৰ মাজত বিতৰণ কৰা হয়।

সাচঁকৰ পিছদিনাই ৰাতি কইনাৰ ঘৰৰ পৰা বৰ শোভাযাত্ৰা আৰু পোহৰ আদি লৈ মেহন্দী ( জেতুকা ) যায়। অনুমান হয় ই আচলতে আৰবী সংস্কাৰ। ইয়াত কইনাৰ পক্ষৰ পৰা দৰালৈ পিন্ধা সাজ যায় যি যোৰা পিন্ধি বিয়া কৰাবলৈ আহিব। এই সাজত সাধাৰণতে পুৰণি মোগল দৰবাৰত প্ৰচলিত ধৰণৰ খিলঅত, শম্‌লা, জীগা, সৰপেচ আৰু সজোৰা মুকুট থাকে ভাগ্যত হলে তাৰ লগত মুকুতাৰ মালাও পঠিয়ায়। উপৰোক্ত বস্তুবোৰৰ বাহিৰেও পাটৰ পায়জামা আৰু জোতা আদি সাধাৰণ বস্তুও থাকে। এটা ৰূপৰ আঙঠিও প্ৰায়েই থাকে। এই সাজৰ লগত দৰাই লগাবৰ বাবে গুড়ি কৰা মেহন্দী ও পঠিওৱা হয় যাক বহুতো কাঁহীত সিচঁৰতিকৈ থয় আৰু তাত সেউজীয়া আৰু ৰঙা মম জ্বলাই দিয়ে। এনেদৰে মেহন্দীৰ বহুতো কাঁহী জ্বলি উঠে যিয়ে মেহন্দীৰ শোভাযাত্ৰাত এক বিশেষ গৌৰৱ আৰু ৰমক-জমকতা আনি দিয়ে। মেহন্দীৰ এই উজ্জ্বল কাঁহীবোৰৰ লগত শ পঞ্চাছ খন কাঁহীত মলীদা ( গুড়ি খাদ্য বিশেষ ) থাকে যাক ছুহাবা ( খেজুৰ জাতীয় ফল বিশেষ )ৰ পৰা তৈয়াৰ কৰা হয় আৰু সামৰ্থ্য অনুযায়ী বেছি পৰিমণে পঠিয়ায়। এই সময়তে সাজৰ লগত দৰাৰ বাবে সোণৰ মুকুটো পঠিওৱা হয়।

মেহন্দীৰ পিছ দিনা দৰাৰ তৰফৰপৰা বৰাত ( বৰযাত্ৰী দল) যায়। বৰযাত্ৰী যোৱাৰ সময় পুৰণি কালত এক পহৰ ৰাতি থকাত অৰ্থাৎ ৰাতি তিনি বজাত আছিল ; কিন্তু এতিয়া এই সময় প্ৰায় পৰিৱৰ্ত্তিত হৈ আহিছে আৰু এ প্ৰহৰ ৰাতি থকাৰ সলনি এ প্ৰহৰ দিন যোৱাৰ লগে লগে অৰ্থাৎ ৰাতি পুৱা ন দহ বজাত বৰযাত্ৰী যাব ধৰিলে। সময়ৰ এই বিলম্ব অৱধৰ শেষ বাদছাহ ৱাজিদ আলী ছাহৰ সময়ৰ পৰা হ'ল। তেওঁৰ বৰাত যোৱাত সংযোগবশতঃ পলম হ'ল আৰু দিন হ'ল। মানুহে সহজ পন্থা আৰু পোহৰৰ ব্যৱস্থা কম কৰাৰ

অভিপ্ৰায়েৰে সেই সময়টোকে ৰখা কৰিলে। সেয়ে আজিকালি সাধাৰণতে ৰাতিপুৱা বৰাত যায় আৰু দুপৰীয়া নিকাহ হয়।

বৰযাত্ৰী দলত যিমান দূৰ পাৰি সম্পূৰ্ণ সমদল একত্ৰ কৰা হয়। প্ৰচলিত তিনিও বিধ বাদ্য পুৰণি ঢোল, তাশা আৰু ঝাঁঝা, ৰোশন চৌকী আৰু অৰ্গেন থাকিবই লাগিব। ইয়াতকৈ বেছি হলে ঘোঁৰাৰ পিঠিত নৌবত, নস্কাৰা আদি, হাতী, উট ঘোঁৰা আৰু তাতোকৈ বেছি সামৰ্থ্য হলে এই বাদ্য সমুহৰে কেইবাদলো নিয়া হয়। মেহন্দীৰ লগত অহা সাজ যোৰ পিন্ধি মুকুট লৈ দৰা সাধাৰণতে ঘোঁৰাৰ পিঠিত আৰু উচ্চ শ্ৰেণীৰ অধিকাৰী হলে হাতীৰ ওপৰত উঠি গোটেই সমদল আৰু বাজনাৰ পিছত লাহে লাহে বীৰদৰ্পে যায়। দৰাক 'নৌশা' অৰ্থাৎ নতুন বাদছাহ বুলি কোৱা হয়। আৰু কল্পনাও তেনেই যে এদিনৰ কাৰণে দৰাক বাদছাহ সজাই দিয়া হৈছে। কিন্তু মন কৰিব লগীয়া কথা হ'ল এই যে দৰাক যদি বাদছাহেই সজোৱা হৈছে তেনেহলে মুৰত শম্‌লা কিয় পিন্ধাইছে? 'তাজ' পিন্ধোৱা নাই কেলেই? ইয়াৰ দ্বাৰা এই কথাৰেই প্ৰমাণ পোৱা যায় যে হিন্দুস্তানত মুছলমানৰ মুৰত 'তাজ' পিন্ধোৱা নাছিল, সকলোৰে মুৰত পেখমযুক্ত শমলা হে আছিল। ইংৰাজে গাজীউদ্দীন হায়দৰৰ সময়ত অৰধৰ বাদছাহক তাজ পিন্ধাই দিছিল, কিন্তু দেশীয় সমাজে তাক স্বীকাৰ নকৰিলে আৰু তেওঁলোকৰ নিজা বাদছাহৰ বেশ-ভুষা পুৰণি হিচাপেই ৰাখিলে আৰু সেই নমুনাৰ বাদছাহ আজি 'নৌশা' কো সজায়। দৰাৰ পিছত পিনস আৰু দোলাত দৰাৰ মাকৰ বাহিৰে অন্য সম্বন্ধীয় তিৰোতা আৰু ডোমনীহঁত যায়। যাত্ৰাৰ সময়ত যি বোৰ সংস্কাৰ আৰু আচাৰ কৰা হয় তাৰ সংখ্যা বহুত, আৰু সেইবোৰ নিৰৰ্থক হোৱা বাবে মন দিবলগীয়া নহয়।

এই ঠাট-বাটত বৰযাত্ৰী যেতিয়া কইনাৰ ঘৰ পায়গৈ, তেতিয়া সাধাৰণতে কইনাক গা-পা ধুৱাই তোলা হয় আৰু তেওঁক ধুওৱা পানী বৰযাত্ৰীৰ ঘোঁৰা, হাতী আদিৰ ভৰিৰ তলত পেলাই দিয়েহি। কইনাৰ এই স্নান সাত দিনৰ বাহী পানীৰে কৰোৱা হয়, যাক 'কলহৰ পানী' বুলি কোৱা হয় আৰু জাৰ কালি সেই পানীৰে গা ধোৱাটো

কইনাৰ বাবে প্ৰলয়ত কৈ একো কম নহয়। পীৰাত পাণ পাৰি কইনাক গা ধুওৱা হয় আৰু সেই পাণকেই একৈছ খন পাণৰ গুছিত ভৰাই দিয়া হয় যিবোৰ শহুৰেকৰ ঘৰত পোন প্ৰথম খুওৱা হয়।

এতিয়া দৰা বাহনৰ পৰা নামি জনানা (তিৰোতা থকা স্থান অন্দৰ-মহল) লৈ যায়। তাত ৰসূসী বান্ধি থোৱা থাকে আৰু নানা ধৰণৰ বহুতো আচাৰ মানিবলগীয়া হয় যিবোৰ প্ৰত্যেক খেল আৰু বংশত বেলেগ বেলেগ আৰু অদ্ভুত অদ্ভুত হয়। এই সময় সাধাৰণতে কইনা গা ধুই উঠাৰ সময়ত হয়, কিন্তু কাপোৰ সম্পূৰ্ণ কৈ পিন্ধোৱা নহয়, তেওঁ এখন চাদৰ মেৰাই লৈ থাকে আৰু তেওঁৰ হাতত মিশ্ৰী থৈ দৰাক খুওৱা হয় যি কাৰ্য্যত খুলশালী, ফুৰ্ত্তিবাজী তিৰোতা আৰু ডোমনীহঁতে বাধা দি দি দৰাৰ বাবে সকলো কাম মুস্কিল কৰি পেলায়।

বিয়াৰ এই প্ৰথম কঠিন স্তৰ পাৰ কৰি দৰা বাহিৰলৈ আহে য'ত আনন্দৰ মেলা বহি থাকে। জ্ঞাতি-কুটুম্ব আৰু বন্ধু-বান্ধৱে ভাল ভাল পোছাক পিন্ধি পৰিষ্কাৰ সতৰঞ্চি, বগা চাদৰ আৰু কালীন (গালিচা) আদিত বহি থাকে আৰু সমুখত পুৰুষ বা মহিলা নৃত্য-মণ্ডলীয়ে নাচ-গান কৰি থাকে। মহফিলৰ ঠিক মাজতে আগৰ পিনে দৰাৰ বাবে সোণালী মচনদ গাৰু থাকে য'ত তেওঁৰ সমনীয়াই আনি দৰাক বহুৱায় আৰু তেওঁৰ ছুয়োফালে তেওঁলোক নিজেও বহে যাতে দৰাই মুকলিমূৰীয়া ভাবে তেওঁলোকৰ লগত কথা বতৰা হ'ব পাৰে।

দৰাই সকলো কামতে লাজ কৰি দেখুৱাটো অত্যন্ত আৱশ্যক। তেওঁ খোলাকৈ কথা কব নোৱাৰে, কোনোৱে তেওঁৰ কথা শুনা পাব নোৱাৰে, কাৰো লগত খোলাভাবে মিলিব নোৱাৰে, মূৰত মুকুট আৰু সোণৰ মুকুটৰ ওপৰত ফুলৰ মুকুট পিন্ধাই দিয়াৰ ফলত খুব চেষ্টা নকৰিলে দৰাৰ মুখো কোনেও দেখা নাপায়। আনন্দৰ মহফিলত বহাত কিন্তু প্ৰায়ে নিকাহ হৈ যোৱাৰ পিছত সেহৰা খুলি শম্‌লাত মেৰুৱাই দিয়ে যাতে মুখখন ওলাই পৰে। কিন্তু তেতিয়াও এখন হাতেৰে মুখত ৰুমাল ধৰি থাকিব লাগে যাতে তাৰ লাজকুৰীয়া মনোভাব প্ৰকাশ পায়। মুখখন ওলোৱাৰ পিছতো মুখত ৰুমাল

খন লৈ থকা চেহেৰা চাবলৈ ইচ্ছুক ব্যক্তিয়ে বহুত সময় চেষ্টা নকৰাকৈ মুখ দেখাত সফল হ'ব নোৱাৰে।

দৰাক অলপ সময় বাহিৰত বহিব দিয়াৰ পিছত নিকাহৰ যা-যোগাৰ হয় যাৰ কাৰণেই এই যতবোৰ জঞ্জাল। যদি চীয়া বংশৰ বিয়া তেনেহলে দুজন মুজতহিদ ( ধাৰ্মিক নেতা ) আহে ; এজন ল'ৰাৰ নায়ব আৰু উকীল সাজি আৰু অন্যজন ছোৱালীৰ নায়ব আৰু উকীল হৈ। ছোৱালী পক্ষৰ জন পৰ্দাৰ ওচৰলৈ গৈ বা সাক্ষীৰ সত্যবচন কৰি লৈ ছোৱালীৰ ) শৰাঈ মোখতাৰী হৈ লয় আৰু তাৰ পাছত দুয়ো দৰাৰ সমুখত বহি দৰা কইনাৰ তৰফৰ পৰা কেৰাআত (শুদ্ধ উচ্চাৰণেৰে কোৰাণ পাঠ) আৰু শুদ্ধ উচ্চাৰণেৰে ঈজাব-ও-কবুল বলীগা ( নিকাহৰ সময়ত দৰা-কইনাই পৰস্পৰক স্বীকাৰ কৰা ) সংস্কাৰ পালন কৰে। যদি ছুন্নী বংশৰ হয় তেনেহলে কোনো সম্মানিত মৌলবী চাহেব আৰু যদি কোনো গাঁও হয় তেনেহলে তাত নিয়োগ কৰা স্থায়ী কাজী চাহাব আহি নিকাহ পঢ়ে যিহৰ পদ্ধতি এনে ধৰণৰ যে ছোৱালীৰ সম্বন্ধীয় সকলৰ মাজৰ পৰা কোনো ব্যক্তি তেওঁৰ উকীল আৰু মুক্তিয়াৰ হৈ আহে আৰু তেওঁ সাক্ষী উপস্থিত কৰি কয় যে অমুক ছোৱালীয়ে মোক তেওঁৰ উকীল নিয়োগ কৰিছে এই দুজন সাক্ষীৰ সমুখত আৰু তেওঁৰ নিকাহৰ দায়িত্ব দিছে। কাজী চাহেবে এই সাক্ষী সকলক বিশ্বাস কৰি আৰু মোহৰ[1]ৰ ধন সেই উকীল চাহাবক সুধি দৰাক ছাহাদত কলমা [2] পঢ়ায়। মুছলনমানৰ বাবে যি যি বস্তুত নিষ্ঠা থকা যুগুত সেইবোৰক আৰবীত মঞ্জুৰ কৰায় আৰু তাৰ পিছত তিনিবাৰ তেওঁৰ দ্বাৰা এই বুলি কোৱাই যে "অমুক ছোৱালীৰ সৈতে ইমান মোহৰত মই তোমাৰ লগত নিকাহ কৰি দিলোঁ।" দৰাৰ দ্বাৰা মনাই লয় যে মই মানি ললোঁ।

---

[1] দৰাৰ পক্ষৰ পৰা নিকাহৰ সময়ত কইনাক দিবলগীয়া ধন।

[2] সেই কলমা য'ত খোদাৰ স্ৰষ্টা হোৱা আৰু ৰছুলৰ পয়গম্বৰ হোৱাৰ সাক্ষী দিয়া আছে।

ইয়াৰ পাছত আশীৰ্বচন পঢ়ি সমজুৱাক কয়—"মুবাৰক'। আৰু লগে লগে মুবাৰক—আদিৰ ধ্বনিৰ কোঢ়াল লাগে। নু আৰু ছুহাৰা যিবোৰ থালীত থোৱাই আছিল সেইবোৰ উপস্থিত লোক সকলৰ মাজত ভগাই দিয়া হয়।

মুজতহিদ বা মৌলবী চাহেব আহি পোৱাৰ সময়ত গীত মাত বন্ধ হয় আৰু নিকাহৰ পিছত মৌলবী চাহেব গুচি গলে পুনৰ নাচ-গানৰ মহফিল গৰম হয়, আৰু তাৰ পিছত দৰাক পুনৰ ভিতৰলৈ মাতি নিয়া হয়। তিৰোতাৰ সংসাৰত নিকাহ সংস্কাৰ আৰু চৰ্ত পূৰণ কৰাৰ এয়েই সময়। স্ত্ৰী সমাজত এই সুবিধাত নিকাহৰ সংস্কাৰৰ অন্তৰ্গত দৰাৰ লগত সকলো ধৰণৰ ঠাট্টা মস্কৰা চলে আৰু তেওঁক জব্দ কৰিবলৈ কোনো কাৰ্যই বাকী নেৰে। এই সকলো সংস্কাৰ শেষ কৰোঁতা হ'ল থুলশালী আৰু ডোমনীহঁত। দৰাচলতে অবিবাহিত নৰযুৱকৰ বাবে এক ৰহস্যময় লাজ—য'ত এনে বহুতো সমস্যা আছে—যাৰ কল্পনাও কৰা নাযায়। কইনাক পিন্ধাই উৰাই নিশ্চল টেপোলা এটাৰ দৰে তেওঁৰ সমুখত আনি থয়হি। এতিয়ালৈ তেওঁক বিদায় যাত্ৰাৰ পোছাক পিন্ধোৱা নাই।

আনিবৰ সময়ত এনে চেষ্টা কৰা হয় যে প্ৰথম আগমনতে কইনাৰ এটা লাথি দৰাৰ গাত লাগে। পাছত খিজা গীত আৰম্ভ কৰে—ঘৈণীয়েকৰ গোলাম দৰা, সকলোতকৈ নিকৃষ্ট গোলামি আৰু ঈশ্বৰেহে জানে কি কি সেৱা কৰাৰ মান্তি কৰোৱা হয় আৰু প্ৰতিজ্ঞা কৰোৱাও হয়। ইয়াৰ পিছত আৰসী মুসহফৰ সংস্কাৰ কৰা হয়, যাৰ বাবে দৰা-কইনাৰ নিমিত্তে থাপনাত কোৰআন শৰীফ আৰু তাৰে ওপৰত আইনা এখন থয় আৰু সেই আইনাত দৰা কইনাক প্ৰথমে মুখ দেখুওৱা হয়। কিন্তু মুখ দেখাৰ আগেয়ে দৰাই সুৰা এ-ইখলাস ( কোৰাণ শৰীফৰ এক বিশেষ অধ্যায় আছিল ) পঢ়া দৰকাৰ। দৰ্শনত কইনাই চকু মুদি থাকে, তিৰোতা বিলাকে দৰাৰ দ্বাৰা চকু মেলিবলৈ নানা ধৰণৰ কাকুতি কৰায় আৰু এই সুযোগতে নানা প্ৰকাৰৰ গোলামি ও মঞ্জুৰ কৰাই লয়। খুব মুস্কিল আৰু খোচামোদৰ পাছত কইনাই চকু

মেলি এবাৰ চায় আৰু পুনৰ চকু জপাই লয়। আৰু এই দৰে সংস্কাৰ শেষ হয়।

এতিয়া দৰাক বাহিৰলৈ পঠিয়াই দিয়া হয় যাতে কইনাক কাপোৰ, অলঙ্কাৰ পিন্ধাব পাৰি আৰু সজাই-পৰাই শহুৰেকৰ ঘৰলৈ পঠাবৰ যা-যোগাৰ কৰিব পাৰি। সেই সময়ত ডোমনীহঁতে 'বাবুল' অৰ্থাৎ বিদায়ৰ হৃদয় বিদাৰক গীত গাই আৰু আনন্দত উৎফুল্ল ঘৰত শোকৰ ছাঁ পৰে। যেতিয়া কইনাক সজাই-পৰাই আনি দিয়ে সেই সময়ত মাকৰ ঘৰৰ সকলো ইষ্ট-কুটুম্ব, বন্ধু-বান্ধৱ আৰু সকলো আহি কান্দি কান্দি কইনাক বিদায় দিয়ে আৰু যিয়ে যি দিব পাৰে টকা-পইচা বা অলঙ্কাৰ দি দিয়ে।

## 45

সেই সময়তে দহেজৰ বস্তু উলিওৱা হয়, তাৰ তালিকাখন আনি দৰাঘৰীয়া মানুহৰ আগত দিয়েহি যি সূচীত সকলো অলঙ্কাৰ, কাপোৰ, বাচন-বৰ্ত্তন, পালেং আৰু চৌকী আৰু অন্য যি যি বস্তু দিয়া হয় লিখা থাকে। সকলো বস্তু তালিকা খনৰ লগত মিলাই চোৱা হয় আৰু কইনা বিদায়ৰ বাবে সম্পূৰ্ণ প্ৰস্তুতি হয়। তেওঁৰ পোছাক বৰ গধুৰ বনকৰা সাজ নহয়, টুলৰ ওপৰত তঞ্জেবৰ কুৰ্ত্তা আৰু বগা পাটৰ পায়জামা পিন্ধে আৰু তাতো সৰলতাৰ ইমান ধ্যান ৰাখে যে গোট ( ফীটা ) পৰ্য্যন্ত নলয় আৰু পায়জামাৰ জৰী থাকে।

তেওঁক শৃঙ্গাৰ কৰোঁৱা আৰু কাপোৰ পিন্ধাবৰ সময়ত ডোমনী-হঁতে 'বাবুল' অৰ্থাৎ মাকৰ ঘৰৰ বিদায় লোৱা দুখৰ ৰাগিণী গাই থাকে যি বৰ করুণ আৰু মৰ্মভেদী হয়। দুঃখ-শোকৰ এক অদ্ভুত পৰিৱেশ সৃষ্টি হয়, সকলো মানুহ দুখী আৰু সন্তপ্ত হয়। সকলো কুটুম্ব, লগ পাবলৈ অহা সকলো মানুহ, পৰিয়ালৰ বন্ধু-বান্ধৱ মিলি দুঃখপূৰ্ণ শব্দেৰে কইনাক বিদায় দিয়ে। তেওঁ নিজেও খুব কান্দে,

পাল্কী দুৱাৰমুখত লগাই দিয়া হয়। সেই সময়ত দৰাক পুনৰ ভিতৰলৈ মাতি অনা হয় যাতে নিজে আহি কইনাক লৈ যায়। তেওঁ আহি কইনাক নিজে কোলাত দাঙি লৈ পাল্কীত বহুৱাই দিয়ে।

বিদায়ৰ আগতে অন্দৰ মহলত দৰাৰ দ্বাৰাই তচ্‌লিম আদি কৰোৱা হয় আৰু সকলো বন্ধু বান্ধৱ, জ্ঞাতি-কুটুম্ব, অইন সকলে সামৰ্থ্য অনুসৰি উপঢৌকন দিয়ে। সেই সময়ত বাহিৰত চৰবত খুওৱা হয়, অৱশ্যে চৰবতৰ গিলাচ আদি উপচাৰিকতাৰ কাৰণে অনা হয়, কোনোৱে নাখায়, কেৱল সকলো মানুহে চৰবতৰ কাঁহীত টকা দিয়ে আৰু ভিতৰে বাহিৰে সেৱা কৰি আৰু চৰবত খুৱাই, যি টকা পোৱা হয় সেই সকলো দৰাক দি দিয়া হয়।

এতিয়া বৰযাত্ৰী দলে একেই ধুম-ধাম আৰু ৰমক-জমক ভাবে দৰাৰ ঘৰলৈ উভতি যাবলে যাত্ৰা কৰে। ঘূৰি অহা এই যাত্ৰীদলৰ সৰ্ব্বশ্ৰেষ্ঠ আকৰ্ষণ হৈ পৰে কইনাৰ পাল্কীখন, যিখন দৰাৰ ঘোঁৰাৰ আগে আগে যায়। সেইখনত সুন্দৰ ৰঙীন পৰ্দা লগোৱা থাকে, দুয়োফালে দাসী সকলে পৰ্দাত ধৰি থাকে, চাৰিওফালে দৰাৰ চাকৰ-নাকৰ আৰু বিশিষ্ট লোক সকলে ঘেৰি থাকে। দৰাৰ পিছত অইন তিৰোতাবিলাকৰ পাল্কী যায়।

সমদলৰ সকলোতকৈ প্ৰমুখ বস্তু হ'ল দহেজৰ বস্তু। এই সকলোবোৰ বস্তু সমদল আৰু বাদক সকলৰ পিছত আৰু কইনাৰ পাল্কীৰ আগত এই ক্ৰমানুসৰি থাকে, তামৰ এপদ এপদ বাচন, বাঁহৰ পাত্ৰত একো একোজন বনুৱাৰ হাতত থাকে। চীনামাটি আৰু আইনাৰ বাচন থালত সজোৱা থাকে। তাৰ পিছত কইনাৰ সাজ-পোছাক থকা পেটাৰী আদি আছে। তাৰ পিছত পাটৰ গাদী, লেপ, গাৰু চাদৰ আদিৰ সৈতে পালেং আছে। বিচনাখন পাটৰ জৰীৰে খুৰাত বন্ধা থাকে আৰু জৰী ডাল দুয়োমুৰে বিশেষ আকাৰৰ ৰূপৰ একোটা লাডুৰ দৰে বস্তু ওলমি থাকে। ছোৱালীৰ গৃহস্থালিৰ সকলো বস্তু দিয়া হয়। আইনা, ফণী প্ৰসাধনৰ সকলো বস্তু তেল, ইত্ৰ আৰু

অন্যান্য বস্তু দিয়া হয়। এতিয়া এই সকলো বস্তু বাদক আৰু বৰ যাত্ৰীৰ সমদল তথা দৰাৰ মাজখণ্ডতে থাকে। আৰু সকলোৰে পিছত দোলাত খাদ্যবস্তুৰ ডেকচী থাকে। ইয়াক “বহোডে কাখানা” বুলি কোৱা হয় যি ছোৱালী পক্ষৰ পৰা দৰাক দিয়া হয়।

এই অৱস্থাৰে বৰাত যেতিয়া দৰাৰ ঘৰ পায়গৈ, তেতিয়া আনন্দ বাদ্য বাজি উঠে। ডোমনীহঁত আগতে পাই ‘বনড়া’ ( বিয়া গীত ) গাবলৈ আৰম্ভ কৰে যি কেৱল বিয়াৰহে গীত। এই মোবাৰক আৰু সলামতৰ মাজতেই কইনাক নমোৱা হয়। অন্য বংশত আৰু ইয়াতে দৰাই কোলাত লৈ কইনাক নমাই আনে। আৰু কোনো কোনো বংশত দৰাৰ মাক-ভনীয়েকে আহি নমায়। তেওঁক ভিতৰলৈ নি বহুওৱাৰ লগে লগে দৰাই তেওঁৰ কাষত শুক্ৰানা নমাজ ( খোদাৰ কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ পঢ়া নমাজ ) পঢ়ে। কইনাৰ ভৰি ধুৱাই দি, সেই পানী ঘৰৰ চাৰিও পিন ছটিয়াই দিয়া হয়, মুখ দেখুৱাই আৰু মুখ চাই ( কইনা চাই ) সকলো তিৰোতা আৰু ইষ্ট-কুটুম্ব পুৰুষেও মুক্ত হস্তে টকা আৰু অলঙ্কাৰ দান কৰে আৰু ওৰণি গুচাই কইনা চাই থাকে।

সেই নতুন ঘৰত এই প্ৰথম ৰাতিটো কইনাৰ বাবে কঠোৰ নিয়ম আৰু লাজেৰে কটাব লগীয়া ৰাতি। তেওঁ কাৰো লগত কথা কব নোৱাৰে, কাকো মাতিবও নোৱাৰে, কাকো ভালকৈ চাবও নোৱাৰে। মাকৰ ঘৰৰ পৰা অহা সঙ্গী সকলৰ বাহিৰে আৰু কাৰো লগত একো কব নোৱাৰে আৰু এই বিপদৰ পৰা ৰক্ষা পাবলৈ ৰাতিপুৱাৰ লগে লগে তেওঁৰ ভায়েক বা অন্য কোনো সম্বন্ধীয় চোৰ্থীৰ ( বিয়াৰ চতুৰ্থ দিনত বিয়াত বন্ধা দৰা-কইনাৰ হাতৰ কংগন খোলা সংস্কাৰ বিশেষ ) বাবে নিবলৈ আহে আৰু পাৰিলে ৰাতিপুৱাই লৈ যায়। এই বাৰো কইনা যদিও যথেষ্ট জাকজমকতাৰেই যাত্ৰা কৰে তথাপি লগত এইবাৰ বাদ্য যন্ত্ৰৰ আৱশ্যকতা নাই। দৰাও কইনাৰ লগতে যায় আৰু তেওঁৰ লগত সাত বিধ তৰকাৰী আৰু সাত প্ৰকাৰৰ মিঠাই লগত নিয়ে।

দিনটো অতিবাহিত কৰি ৰাতি কইনাৰ ঘৰত 'চোথী' খেল হয়। (আমাৰ আঙঠি খেলৰ অনুৰূপ) কইনাক আগৰ যোৰা খহাই জোৰণৰ দিনা দিয়া যোৰ পিন্ধাই খুব সজোৱা পৰোৱা হয়। দৰাৰ পিনৰ পৰা তেওঁৰ ভনীয়েক আৰু সম্বন্ধীয় তিৰোতা সকলো আহে আৰু সেই সমাজত দৰা কইনা মিঠায়েৰে আৰু দৰাৰ লগত অহা আৰু কইনা পক্ষৰ তিৰোতা সকলে তৰকাৰী আৰু ফলৰ ঠাৰিৰে নিজৰ ভিতৰত যুঁজ লগায় অৰ্থাৎ মিঠাই আৰু তৰকাৰী ইজনে সিজনলৈ মাৰে—ঠাৰিৰে কোবায়। তামচা-ফুৰ্তিতে কেতিয়াবা যুঁজ বেছিকৈও লাগে আৰু কিছুমান তিৰোতাই সামান্য আঘাতো পায়। চোথীৰ দুই চাৰি দিন পিছত কইনা পুনৰ দৰাৰ ঘৰলৈ যায়, আৰু তাৰ পাছত সাধাৰণতে চাৰি 'চলে' হয়। 'চাল' শব্দ 'চাল' আৰু 'চলনা' ( গতি আৰু অহা যোৱা ক্ৰিয়া ) শব্দৰ পৰা ওলাইছে। অৰ্থ এয়েই যে কইনাৰ শহুৰেকৰ ঘৰলৈ মতা হয়, কিন্তু এই নিমন্ত্ৰণ তেওঁৰ মাকৰ ঘৰত নহয়, মাকৰ পক্ষৰ ঘৰতহে হয়। অৰ্থাৎ তেওঁৰ মামী, পেহী, মামী আদিয়ে সাহস কৰি এঘৰ কৰি তেওঁক মাতি আনে য'লৈ তেওঁ দৰাৰ লগত আহে। আৰু নতুন দম্পতি ৰখা মেলাৰ বিশেষ ব্যৱস্থা কৰা হয়। কেৱল এটা ৰাতিহে দৰা কইনা অতিথি হৈ থাকে, আৰু তেওঁলোকক বিদায় দিবৰ সময়ত তেওঁলোকক সাজ-পোছাক, সেৱা কৰাৰ টকা-পইচা আ-অলঙ্কাৰ আদি আপোন শক্তি আৰু সামৰ্থ্য অনুসৰি দিয়ে।

এয়া আছিল লক্ষ্ণৌবাসীৰ বিয়া যাৰ বহুতো সংস্কাৰৰ কথা বাদ দি এটি সংক্ষিপ্ত বৰ্ণনা 'দিল গুদাজ'ৰ পাঠকৰ সমুখত উপস্থাপন কৰা হ'ল। গাঁওবাসীৰ বিয়াৰ নিয়ম নিকাহৰ বাহিৰে অইন সকলো কথাত বেলেগ। তাতো মাঁঝ হয়, কিন্তু দৰাৰ বাবে মাঁঝৰ হালধীয়া সাজ তেওঁৰ ভনীয়েক আৰু ইষ্ট-কুটুম্বৰ তিৰোতাই হে আনে। কইনাৰ ঘৰৰ পৰা ধুমধাম কৰি সমদল আৰু বাদ্য আদিৰে মাঁঝ নাহে। দৰা ঘৰৰ পৰা সাঁচক' নাহে আৰু কইনাৰ ঘৰৰ পৰা মেহন্দী নাযায়, সাঁচক আৰু মেহন্দীৰ উদ্দেশ্য বৰাতৰ দিনাই অন্য এক

নিয়মেৰে সম্পূৰ্ণ কৰে। সেয়া হ'ল এই যে বৰাত যেতিয়া কইনাৰ ঘৰ পায়গৈ, তেতিয়া তেওঁলোকৰ ঘৰৰ পৰা অলপ আঁতৰত ৰয়। তাৰ পৰা 'সাঁচকৰ বৰী' নামৰ কইনাৰ সাজ আৰু তাৰ লগত বহুত পোছাক, সোহাগৰ আৱশ্যকীয় সকলো বস্তু, অলপ চেনি আৰু আখৈ কাঁহীত সজাই বাদ্যাদিৰ লগত কইনাৰ ঘৰলৈ পঠিওৱা হয়। দৰাৰ সম্বন্ধীয় আৰু বন্ধু-বান্ধৱ লগত যায়—যি সকলে এইবোৰ বস্তু প্ৰকাশ্যে সকলোকে দেখুৱাই তেওঁলোকক গতাই দিয়ে আৰু চৰবত খাই ফিৰি আহে।

তাৰ অলপ পাছতে এই নিয়মেৰে কইনাৰ তৰফৰ পৰা 'বৰী' ( টোপোলা ) আহে যাৰ ভিতৰত দৰাৰ সাজ পোছাক থাকে। মেহন্দীৰ সলনি গাঁওবাসীৰ বাবে এই 'বৰী'ৰ ব্যৱস্থা। ইয়াৰ পিছত ইয়াত থকা জামা, নীমা ( আন্তৰ্বাস ), পাগুৰি, সেহৰা, ফুলৰ মালা আদি দৰাই পিন্ধে। এতিয়াহে বৰাত কইনাৰ ঘৰলৈ যায় আৰু নিকাহৰ বাবে নিশ্চিত ঠাইত ৰয়গৈ। ইয়াত গোটেই ৰাতিটো নাচ-গান চলি থাকে, কাজী চাহাব আহি নিকাহ দিয়াৰ সময় খিনি বন্ধ থাকে। নগৰবাসীৰ ক্ষেত্ৰত বৰ্ণনা কৰা মতে নিকাহৰ পদ্ধতি একেই। নিকাহৰ পিছত বৰাত দলক খানা খুওৱা হয়। নগৰত 'বহোড়াৰ খানা'ৰ বাহিৰে বৰ যাত্ৰীক ভাত খুওৱাটো অনিবাৰ্য্য নহয়, দৰাইহে খুৱাই ধুৱাই নিয়ে। কিন্তু গাঁৱত ছোৱালীপক্ষৰ প্ৰথম কৰ্ত্তব্য হ'ল বৰযাত্ৰী দলক খুওৱাটো। ইয়াত অকণমান ক্ৰুটী-বিচ্যুতি হলেই বংশ-জ্ঞাতিৰ নাক কটা যায় বুলি ভাবে।

এই খানা সম্পূৰ্ণ 'তোৰা' য'ত পোলাউ, জৰ্দা, কোৰমা, খমীৰী ৰুটী, শীৰমাল অপৰিহাৰ্য্যই আৰু সৰু ডাঙৰৰ একো ভেদাভেদ নাৰাখি সকলোকে তোৰা দিয়া হয়। খাবৰ সময়ত দৰা পক্ষই বৰ নিৰ্লজ্জ ভাবে বস্তু খোজে। ঘোঁৰা আৰু বলদৰ বাবে লগাতকৈও বেছিকৈ দানা খোজে আৰু ছোৱালী পক্ষৰ কৰ্ত্তব্য হ'ল মুখেৰেও একো প্ৰতিবাদ নকৰা। কোনো বস্তু দিবলৈ নিষেধ কৰাৰ অৰ্থ হ'ল সম্মান যোৱা কথা আৰু সকলো কাৰ্য্য অথলে যোৱা।

ইয়াৰ পিছত বিদায় লোৱা বা ওভতনি যাত্ৰাৰো নগৰবাসীৰ দৰেই প্ৰায় একেই নিয়ম। অৱশ্যে এটা পাৰ্থক্য গাঁওবাসীৰ মাজত বৰযাত্ৰীৰ লগত তিৰোতা নাযায় আৰু কইনাৰ ওপৰতো কোনো কঠোৰতা অৱলম্বন কৰা নহয়। তেওঁৰ কৰ্ত্তব্য হ'ল চৌথীৰ দিনা ঘৰলৈ ঘূৰি নহা পৰ্য্যন্ত শহুৰেকৰ ঘৰত যিভাবে ৰাখে তেনেকৈ থাকিব লাগে। নাখায় নবয়, শৌচ পেছাব কৰিবলৈ নাযায়, মাত-বোল নকৰে, মুখৰ পৰা হাত কুগুচায় আৰু চকুও নেমেলে। কাৰণ এইবোৰ কথা নিৰ্লজ্জতাৰ সাক্ষী আৰু এই কাৰণেই শহুৰেকৰ ঘৰত শৌচ পেছাব যাতে কৰিব লগীয়া নহয় তাৰ কাৰণে দুই দিন আগৰে পৰা কইনাৰ খোৱা লোৱা বন্ধ কৰি দিয়া হয় আৰু ডাঙৰ বিপদ হ'ল এই যে গাঁৱৰ কইনা দূৰ গাঁৱতহে বিয়া দিয়া হয় আৰু আহোঁতে যাওঁতে দুই দুই তিনি তিনি দিন লাগে, এনে অৱস্থাত কইনাৰ কি দুৰ্গতি হয় তাক সহজে অনুমান কৰিব পাৰি।

গাঁৱত সাঁচক, আৰু মেহন্দী নোহোৱা, আৰু বৰাতী সকলক খুৱাব লগীয়া হোৱাৰ কাৰণ সম্ভৱতঃ এয়ে যে বেছিভাগ বৰ যাত্ৰীযে এখন গাঁৱৰ পৰা অইন এখন গাঁৱলৈ খোজ কাঢ়ি যায়, যিহৰ বাবে এদিন গৈ পিছদিন আহি আৰু তৃতীয় দিনা বৰাত যোৱাটো অসম্ভৱ হৈ উঠে ঠিক এনে দৰেই যদিও বৰযাত্ৰী সকলক বৰৰ ঘৰত খুৱাই ধুৱাই নিয়েও ছোৱালীৰ ঘৰ পোৱাৰ লগে লগে, গোটেই বৰ যাত্ৰী দল ভোকত পাগল হৈ উঠে আৰু কঙালীৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰে।

## 46

আৱশ্যকতানুসৰি আনন্দ মুখৰ সংস্কাৰৰ বৰ্ণনা কৰিলোঁ এতিয়া দুখৰ বা শোকৰ মহফিলৰ বৰ্ণনা কৰি দিয়াটোও আৱশ্যক। কিন্তু ই সমগ্ৰ ভাৰতবৰ্ষতে একে। মই লক্ষ্য কৰা মতে এই ক্ষেত্ৰত লক্ষ্ণৌৰ একো বিশেষত্ব নাই। শোক কোনো মৰাৰ কাৰণে হয়, সেই মৰিবৰ দিনা বন্ধু-বান্ধৱ অৰু ইষ্ট-কুটুম্বক খা-খবৰ দিয়া হয়। আৰু বিপাক

নহলে আহেও। তিৰোতা যি সকল আহে দোলা বা বাৰক্সত অন্য বাহনৰ ভাড়া নিজেই দিয়ে। বিয়াত আৰু আৰু অন্য সাধাৰণ ভাৱে অহা যোৱা কৰিলে আগত অতিথিৰ ভাড়া গৃহস্থই দিব লাগে, কিন্তু শোকাৰ্ত্ত ঘৰ ইয়াৰপৰা বাদ।

ইয়াৰ পিছত মৃতকক স্নান কৰোৱা হয়। ছীয়া সকলৰ নিয়ম অনুসৰি শৱ প্ৰথমে স্নানাগাৰলৈ নিয়া হয় আৰু তাত স্নান কৰোৱাই কফন (শৱ ঢাকনি) পিন্ধায়। কিন্তু ছুন্নী সমাজত মৃতকক ঘৰৰ ভিতৰতে ধুওৱা হয় আৰু ইষ্ট-কুটুম্ব বা বন্ধু-বান্ধৱেই ধুৱায়। পুৰুষ আৰু তিৰোতাৰ ভিতৰত যি এই বিষয়তে ওস্তাদ তেওঁলোকক বিশেষ ভাৱে মতা হয় আৰু প্ৰায় ঠাইতে কোনো ধৰ্ম্মাত্মা মৌলবী বা শিক্ষিত ব্যক্তি সকলে বা বয়সীয়া সকলে কৈ যায় আৰু সেই মতেই গা ধুওৱা হয়। আৰু মৃতকক এই ধৰণে যি স্নান কৰোৱা হয় সি চুন্নত অনুসৰিয়েই হয়।

স্নানৰ পিছত কফন (শ-ঢাকনি) পিন্ধোৱা হয় য'ত এটা ইজাৰ (পায়জামা) এটা কফনী (যি কুৰ্ত্তা নামেই বিখ্যাত) পিন্ধাই দি ওপৰত দুখন চাদৰ মেৰিয়াই দিয়া হয়। মূৰ আৰু ভৰিৰ ওচৰত তথা কঁকালত কাপোৰ ফালি কাপোৰ সাজ পৰি যাব নোৱাৰাকৈ বান্ধি দিয়া হয়।

তাৰ পিছত যদি ছীয়া সম্প্ৰদায়ৰ মৰা শ হয় তেন্তে বাকচত ভৰাই তাৰ ওপৰত এখন চাদৰ ঢাকি দি মৃতকক চামিয়ানালৈ লৈ অহা হয় আৰু লগে লগে শুদ্ধ উচ্চাৰণেৰে সূৰ-এ-ৰহমান (খোদাৰ দয়া ভিক্ষা কৰা কোৰাণৰ অধ্যায় বিশেষ) আৰু অন্য আয়াত পঢ়ি থাকে। চন্দুক বা কফনৰ বাকচ ভঙা মানুহ বোৰক 'শুহনে' বুলি কয়, মৃতক দঙা ব্যৱসায় এওঁলোকে বহুদিনৰ পৰায়ে কৰি আহিছে। কিন্তু ইহঁতৰ অসভ্যামি আৰু বদমাচিৰ বাবে ছীয়া সম্প্ৰদায়ৰ মাজত নিজে মৃতকৰ শৱ কান্ধত লোৱা ভাব মনলৈ আহিল। ইয়াৰ বাবে চহৰে চহৰে বহুতো কমিটি গঠিত হ'ল। আৰু এই কমিটিবোৰৰ উদ্যমী আৰু ধৰ্মনিষ্ঠ সভ্যসকল কোনোবা মৰিলে—সেই মৃত শৱক ধৰ্মীয় নিয়ম

অনুসৰি, কান্ধত লবৰ বাবে সুযোগ বিচাৰি থকা হ'ল।

ছুন্নী সম্প্ৰদায়ত মৃতকক পাতল চালপীৰা এখনত শুৱাই দি ওপৰত এখন চাদৰ ঢাকি দিয়ে। যদি তিৰোতাৰ মৃত শৱ হয়, তেনেহলে চালপীৰাৰ ওপৰত বাঁহৰ কামিৰে ধেনু আকাৰ কৰি তাৰ দুয়োটি মূৰ চাল পীৰাত বান্ধি দি তাৰ ওপৰত চাদৰেৰে ঢাকি দিয়ে। ইয়াক 'গহৱাৰা' সজা বুলি কোৱা হয় আৰু পৰ্দাৰ ভাবতহে এনেদৰে কৰাৰ কল্পনা কৰা হ'ল। ছুন্নী সকলৰ মৃতকৰ শ নিজেই ইষ্ট-কুটুম্ব আৰু বন্ধু-বান্ধৱে কান্ধত লৈ লাহে লাহে 'কলমা' পঢ়ি গৈ থাকে আৰু 'জনাজাৰ নামাজ' পঢ়োৱা হয়।

ইয়াত সাধাৰণতে 'কবৰ চন্দুকী' খন্দা হয়—য'ত মানুহৰ এবুকুমান দ গাঁত খন্দা হয় আৰু তাত ভিতৰত দুয়ো ফালে ঠাই এৰি অইন এটি পাতল বাম গাঁত খন্দা হয়, যিটো মানুহৰ একঁকালতকৈ কম দ নহয়। কবৰ যেতিয়া খুব ভাল ধৰণে পৰিষ্কাৰ কৰা হয়, তেতিয়া মৃতকক খুব সাৱধান ভাৱে তললৈ নমাই নিয়া হয় যাতে হাতৰ পৰা পৰি নাযায় বা কোনো প্ৰকাৰৰ আঘাত পাব নোৱাৰে। কবৰত মৃতকৰ মূৰ শিতান সাধাৰণতে উত্তৰৰ পিনে ৰখা হয়। মৃতকৰ মুখ অন্যান্য সংস্কাৰ কৰি পূবৰ পিনে কৰি থয়। তাৰ পিছত বান্ধবোৰ খুলি দিয়ে আৰু শেষবাৰৰ বাবে ইষ্ট-কুটুম্বক মৃতকৰ মুখখন দেখুওৱা হয়। এই সময়ত ছীয়া সম্প্ৰদায়ত তিলকীন (সদুপদেশ) পঢ়া হয় যি সময়ত কোনো সদাচাৰী আৰু সংযমী বয়সিয়াল ব্যক্তিয়ে কবৰত নামি মৃতকৰ কান্ধখন লৰাই থাকে আৰু একোটি আৰবী ইবাৰত (লেখ, উপদেশ) পঢ়ে। তাৰ জৰিয়তেই মৃতকক সম্বোধন কৰি কোৱা হয় যে তাত নকীৰৈন (ইছলাম বিশ্বাস মতে মুনকৰ আৰু নকীৰ নামৰ দুজন ফিৰিস্তা যিয়ে আহি কবৰত প্ৰশ্ন কটাকটি কৰে) আহিলে এনেকৈ উত্তৰ দিবা। তাৰ পিছত ভিতৰৰ গাঁতটোত তক্তা পাৰি দিয়া হয় আৰু যদি তাৰ মাজত ক'ৰবাত ফাক থাকে, মাটিৰ চপৰা আদি দি ভিতৰলৈ যাতে মাটি যাব নোৱাৰে তাৰ ব্যৱস্থা কৰি

লয়। কবৰত কৰ্পূৰ আৰু সুগন্ধি বস্তু ৰুফনৰ লগতেই থাকে, কিছুমানে আতৰৰ বটল ঢালি দি তাৰ ওপৰত মাটি জাপি দি গাঁতটো মাৰি দিয়ে আৰু ই তেতিয়া কবৰৰ আকাৰ লয়।

মাটি দিয়াটো বৰ পুণ্যৰ আৰু আৱশ্যকীয় কাম বুলি মানুহে বিশ্বাস কৰে। আৰু কবৰত মাটি দিব ধৰাৰ লগে লগে, তাত উপস্থিত থকা সকলো মানুহেই তিনিবাৰ মাটি হাতেৰে কবৰত দিয়ে আৰু কোৰাণৰ তিনিটি আয়াত পঢ়ে। আয়াত কেইটিৰ অনুবাদ এনে ধৰণৰ—"আমি তোমাক ইয়াৰেই (মাটিৰেই) জন্ম দিছিলোঁ, আমি তোমাক পুনৰ ইয়ালৈয়ে আনি দিলোঁ, আৰু কিয়ামতৰ (প্ৰলয়ৰ) দিনা তোমাক ইয়াৰ পৰা উলিয়াই থিয় কৰাম।"

এনে দৰে কবৰ তৈয়াৰ হোৱাৰ পিছত শৰধাৰৰ ওপৰত থকা চাদৰখন বা ফুলৰ চাদৰেৰেই কবৰটো ঢাকি দিয়া হয় আৰু ফাতিহা (প্ৰাৰ্থনা) পঢ়ি মৰাজনৰ মুক্তিৰ বাবে আশীৰ্ব্বাদ ভিক্ষা কৰি মানুহবোৰ দিহাদিহি যায়।

মৃত্যুৰ দিনা মৃতকৰ ঘৰত চৌকা নজ্বলে। শৱক উলিয়াই নিয়াৰ পিছত ইষ্ট-কুটুম্বৰ ঘৰৰ পৰা ৰান্ধি দিয়া খাদ্যই আহে। কবৰ দি অহাৰ পিছত তাকেই খায় আৰু সেই সময়ত থকা সকলো অতিথিয়েও ইয়াৰেই পেট ভৰায়। তিনি দিনলৈ সদায় এই ক্ৰমেই চলে, ঘৰত ৰন্ধা বঢ়া নহয়। এই পদ্ধতি আচলতে ইছলামৰ আৰম্ভণিতে আৰু হজৰত মুহম্মদ চাহাবৰ পৰাই আৰম্ভ হৈছিল; যেতিয়া হজৰতে 'জাফৰে তৈয়াৰ'ৰ শ্বহীদ হোৱাৰ কথা শুনিলে আৰু সিহঁতৰ ঘৰৰ মানুহৰ কন্দা-কটা দেখিলে তেখেতে খোৱা খাদ্যাদি পঠিয়ালে। মানুহে এই ঘটনাৰ ভিত্তিত যি ভৰন গঢ়ি তুলিলে সি একেবাৰে নিৰৰ্থক আৰু লজ্জাজনক আছিল। কোনোবা এজন মৰিলেই ঘৰত ৰান্ধি থোৱা সকলো খানা পেলাই দিয়া হয়, কলহ আদিত থকা সকলো পানীও পেলাই দিয়া হয়। ইয়াৰ কাৰণ হিচাপে তিৰোতাসকলে ল'ৰা-ছোৱালীক ৰুৰিতাই যিথন ছুৰী.ৰ মৃতকৰ প্ৰাণ লৈছিল, সেইখন ছুৰী মৃত্যুৰ

পিছত খোৱা খাদ্য আৰু পানী আদিত ধুই পেলোৱা বাবে, এনে কৰা হয় বুলি বুজাইছিল।

মৃত্যুৰ তৃতীয় দিনা আৰু কেতিয়াবা উপযুক্ত বুলি চতুৰ্থ দিনা 'সোম' ( ছাৱম ) ( মৃত্যুৰ তৃতীয় দিনৰ সংস্কাৰ ) কৰা হয়। দৰাচলতে মানুহ আহি সমবেদনা প্ৰকট কৰিবলৈ আৰু সান্ত্বনা দিবলৈহে এই দিনটো আৰম্ভণিত নিৰ্দ্দিষ্ট কৰা হৈছিল। কিন্তু আগন্তুক সকল আহি এনেয়ে বহি থকা কথাটো ভাল নেদেখি এই পদ্ধতি গ্ৰহণ কৰা হ'ল যে মানুহ আহি বহি কোৰাণ মজীদ পঢ়িব আৰু দুই এটি পাৰা ( অধ্যায় ) পঢ়ি, তাৰ সৱাব ( পুণ্য ) মৃতকৰ আত্মাৰ প্ৰতি উৎসৰ্গ কৰিব। কেইদিনমানৰ পিছতেই শোকৰ ভাৱনা লাহে লাহে নাইকিয়া হৈ আহিল, কেৱল সিদিনা আহি কিমান মানুহে কিমান কোৰাণৰ পুণ্য মৃতকক দি গ'ল তাৰ লেখহে ৰয়। মহফিল শেষ হ'বৰ সময়ত প্ৰথমে বহুতো লোকে কোৰাণৰ ( প্ৰাৰ্থনাৰ ) কেইটামান ৰুকূ ( নমাজৰ সময়ত আঁঠুত হাত থৈ হলা অৱস্থা ) কৰি আৰু শেষৰ সৰু সুৰা ( কোৰাণৰ আয়াতৰ এটা পেৰাগ্ৰাফ বা কোৰাণৰ কোনো এটা অধ্যায় ) পঢ়ি ফাতিহাৰ কাৰণে হাত ওপৰলৈ তোলে। ইয়াৰ লগত নতুন অথচ নিৰৰ্থক এটি পদ্ধতি গ্ৰহণ কৰিলে যে অলপমান ঘঁহনি খোৱা চন্দন, এটা বাটিত তেল আৰু অলপ ফুল লৈ উপস্থিত থকা সকলো মানুহৰ ওচৰলৈ যায় আৰু এই বোৰ তেওঁলোকৰ সমুখত তুলি ধৰে। প্ৰত্যেক জন মানুহে এটা ফুল লৈ তেলত জুবুৰিয়ায় আৰু সেই চন্দন, ফুল লৈ গৈ মৃতকৰ কবৰৰ ওপৰত পেলাই দিয়া হয়।

সিদিনা সন্ধিয়াই বৰ ফাতিহা হয় আৰু ঘৰত প্ৰথম বাৰলৈ ভাত ৰন্ধা হয়। অৱশ্যে দাৰিদ্ৰ্যই সহানুভূতিৰ আদৰ ইমান কমাই দিছে যে মৃতকৰ ঘৰলৈ খাদ্যাদি পঠিওৱা খুব কম সংখ্যক মানুহহে ৰ'লগৈ আৰু দুখীয়া পৰিয়ালৰ মানুহে ইয়াৰ আগতে ৰান্ধিব লগীয়াত পৰে। কিন্তু প্ৰচলিত নিয়ম হ'ল এই যে 'তেজ' ( তৃতীয় দিন ) বা'ছোৱমৰ আগলৈকে বাহিৰৰ খাদ্যই খাব লাগে।

সোম আৰু চেহলুম ( মৃত্যুৰ চল্লিছ দিনৰ দিনা হোৱা সংস্কাৰ )ৰ ফাতিহাই এক নতুন জেউতি উৎপন্ন কৰিলে। আচল কথা হ'ল এয়ে যে দুখী-দৰিদ্ৰক ভোজ খুওৱা হওক আৰু ইয়াৰ পুণ্য মৃতকে পাওক। হিন্দুস্তানত হিন্দুসকলৰ মৃতকৰ তেৰদিনীয়া শ্ৰাদ্ধ বা বছৰেকীয়া শ্ৰাদ্ধ দেখি, মুছলমান সকলৰ মনতো তেনে ধৰণৰ কাম কৰি নাম জ্বলাবৰ ইচ্ছা হ'ল। এই চখৰ ফল হ'ল এয়ে যে তীজ, দশমী, বীসৱেঁ ( কুৰি দিনৰ সংস্কাৰ ) চেহলুম ( চল্লিছ দিনৰ সংস্কাৰ ) আৰু বেসে ( বাৎসৰিক শ্ৰাদ্ধ )ৰ নামে শোকৰ সংস্কাৰবো জন্ম হ'ল যাৰ পৰা পুণ্য অৰ্জন কৰা যায় ; কিন্তু প্ৰদৰ্শন, খ্যাতি প্ৰাপ্ত কৰা আৰু জ্ঞাতি-কুটুম্বক ভোজ খুওৱাৰ প্ৰসিদ্ধিৰ লোভ বেছি আছিল। কিন্তু দুৰ্ভাগ্য হ'ল এয়ে যে সাধাৰণ প্ৰজাৰ মাজত এই বিশ্বাসৰ জন্ম হ'ল যে এই প্ৰচলিত ফাতিহা আদিত যি বস্তু পৰিৱেশন কৰা হয় সেই সকলো বস্তু খোদাৰ আদেশত ঠিক তেনেকৈয়ে মৃতকৰ ওচৰ পায়গে। এই বিশ্বাসে ফাতিহাৰ এনে শ্ৰীবৃদ্ধি কৰিলে যে আচলতে মৃতকক হে যেন ভোজ খুওৱা হৈছে। মৃতকে ভালপোৱা খাদ্য বস্তুৰ পৰিৱেশন কৰাৰ প্ৰতি বিশেষ লক্ষ্য ৰখা হৈছিল। কিন্তু খাইৰাতৰ (দান পুণ্য)ৰ নিয়ম মতে যি দুখী অসহায়ক খুওৱা হয় তেওঁলোকৰ ৰুচিৰ প্ৰতিহে লক্ষ্য ৰাখিব লাগে, যাতে তেওঁলোক সুখী হলেহে বেছি পুণ্য হয়।

এয়েই নহয় ফাতিহাত আজিকালি চাৰি-পাঁচ প্ৰকাৰৰ ভোজন উলিয়াই এটি পৱিত্ৰ আৰু পৰিষ্কাৰ ঘৰত ক্ৰমানুসাৰে ৰখা হয়। মাটিৰ গিলাচত পানীয় থোৱা হয় কাৰণ ভোজন কৰাৰ পিছত পানী খোৱাৰো প্ৰয়োজন হ'ব পাৰে। লগতে তেওঁৰ বাবে ন ন আৰু যথাসম্ভৱ ভাল আৰু দামী সাজ, চাদৰ বিচনা, জানামাজ, নতুনকৈ কলাই কৰা তামৰ বাচন, লোটা, বাটি, টৌ আদিও খাদ্যৰ বাহিৰে ওচৰত থোৱা হয় আৰু যেতিয়া এই সকলো সামগ্ৰী তৈয়াৰ হৈ উঠিব, তেতিয়া কোনো এজন মোল্লাই আহি ফাতিহা পঢ়ে ( অৰ্থাৎ কোৰাণৰ কেইটামান বিশিষ্ট আয়াত ) আৰু সৰু সুৰত পঢ়ি প্ৰাৰ্থনা কৰে যাতে খোদাই এই বস্তুবোৰ পুণ্য অমুক মানুহ জনক দিয়ে। এই পদ্ধতিৰে

মানুহৰ বিশ্বাস হয় যে এইবোৰ বস্তু মৃতকে পালে আৰু এই সকলো খাদ্য সম্ভাৰ আৰু বস্তু কোনো ভিখাৰী বা দুখীয়া মুছলমানক দি দিয়া হয়।

এই বস্তুবোৰেৰে খোদ মৃতক লাভান্বিত হয় বুলি থকা ভাবনাই মানুহৰ অন্তৰত ইমান দৰকৈ শিপালে যে কিছুমান নীচ জাতিৰ তিৰোতাই ফাতিহাৰ সময়ত বস্তুবোৰৰ ওচৰত সাজ পাৰ কৰি নিজে বহি থাকে—এই ভাবি যে মৃত স্বামীয়ে সেই সাজ আৰু ভোজনৰ আনন্দ উপভোগ কৰাৰ সময়ত সেই সৌন্দৰ্য্য দেখা কৰাৰ পৰা বঞ্চিত কিয় হ'ব ?

ফাতিহাৰ খানা আৱশ্যকতকৈ বেছি ৰন্ধা হয় যিবোৰ সামৰ্থ্য অনুসৰি বন্ধু-বান্ধৱ আৰু জ্ঞাতি কুটুম্বৰ মাজত ভগাই দিয়া হয় আৰু ঘৰৰ সকলো সেৱক ধুবী, নাপিত, হৰিজন আদিকো দিয়া হয়। ফাতিহাই এক ডাঙৰ সংস্কাৰৰ ৰূপ লোৱাত এওঁলোকেই ইয়াৰ ভাগ লোৱাৰ অধিকাৰ পালে।

যদিও আমি সকলো কাম 'সোম'ৰ ফাতিহাৰ সন্দৰ্ভতে বৰ্ণনা কৰিলোঁ কিন্তু ইয়াৰ প্ৰচলন বেছিভাগেই চেহলুমৰ সময়তহে হৈছিল যি উৎসৱ কওঁতে চল্লিছ দিনৰ দিনা কৰা হয়, কিন্তু ব্যৱহাৰিক ৰূপত চল্লিছৰ দুই এদিন আগতেই হৈছিল আৰু যদিও ফাতিহা দহ-কুৰি দিনৰ দিনাও বিশেষ ভাবে কৰা হয় আৰু প্ৰত্যেক জুমেৰাত ( বৃহস্পতিবাৰ )ৰ দিনা বংশৰ বয়সিয়াল সকলৰ ফাতিহাৰ বাবে নিৰ্দ্দিষ্ট কৰা হৈছিল। কিন্তু সাধাৰণতে 'সোম' আৰু চেহলুম'ৰ ফাতিহাই বিশেষ ধৰণৰ হৈছিল।

শোকৰ সংস্কাৰৰ বিশেষত্বৰ কথা আমি বৰ্ণনা কৰিলোঁ। এতিয়া বাকী ৰ'ল মহফিলত উঠা বহা কৰাৰ পদ্ধতিৰ কথা যি কথা অন্য সংস্কাৰৰ লগত কোৱাই হৈছে। নৈতিক আৰু সামাজিক স্তৰত প্ৰচলিত এইবোৰেই আনন্দ আৰু শোকৰ সংস্কাৰ। ধৰ্ম্মই যিবোৰ মহফিলৰ ৰূপ দিছিল তাৰ বৰ্ণনা আগলৈ কৰিম।

শিষ্টাচাৰৰ দশম বস্তু হ'ল ধাৰ্ম্মিক সম্মেলন অৰ্থাৎ মৃত্যুশোকৰ মজলিছ আৰু মৌলুদ শৰীফৰ মহফিল। মজলিছৰ সাধাৰণ প্ৰচলন ছীয়া সম্প্ৰদায়ত আছিল আৰু মৌলুদ শৰীফৰ ছুন্নী সম্প্ৰদায়ত অৱশ্যে দুয়ো ক্ষেত্ৰতে দুয়ো সম্প্ৰদায়ৰে মানুহে ভাগ লৈছিল। কেতিয়াবাতো এনেকুৱাও হয় যে কোনো কোনো ছুন্নীয়ে শোকৰ মজলিছ পাতে আৰু ছীয়া সকলৰ তাত মৌলুদ শৰীফৰ মহফিল হয়। কিন্তু লক্ষ্ণৌৰ বিশেষ বস্তু হ'ল, যিয়ে লক্ষ্ণৌৰ সামাজিক জীৱনত প্ৰভাৱ পেলাইছিল সি হ'ল মজলিছ। মৌলুদ মুহম্মদ চাহাবৰ জন্মোৎসৱৰ মহফিলৰ কোনো বিশেষ কথা নাই। গোটেই হিন্দুস্তানতে যেনেকৈ হয় ইয়াতো ঠিক তেনেকৈ কৰা হয়। অৱশ্যে এই কথাত সন্দেহ নাই যে কোনো কোনো সম্ভ্ৰান্ত লোকৰ ঘৰত মৌলুদতো প্ৰায় ছীয়া সকলৰ শিষ্টতাৰ কাৰণে মজলিছত হোৱা দৰে সকলো শিষ্টাচাৰ আৰু সভ্যতাৰ চানেকী দেখিবলৈ পোৱা যায়।

শোকৰ মজলিছ খুব বেছি হয় আৰু কোনো লোকে যদি ইচ্ছা কৰে আৰু খা-খবৰ লৈ থাকে, তেনেহলে কোনো কাম-বন নকৰাকৈয়ে গোটেই বছৰটোৱেই মজলিচতেই পেট পুহি থাকিব পাৰে। আৰু কেৱল দানী আৰু ধাৰ্ম্মিক ছীয়া সকলৰ উদাৰতা আৰু দানশীলতাৰ দ্বাৰাই জীৱিকা নিৰ্ব্বাহ কৰিব পাৰে। মজলিছৰ কৃপাতেই ইয়াত বিভিন্ন প্ৰকাৰৰ জাকিৰ (হজৰত ইমাম হুছেনৰ মৃত্যুৰ বৰ্ণনাকাৰী)ৰ সৃষ্টি হ'ল, যি সকলে বেলেগ বেলেগ শৈলীত ছৈয়দ উলুহদা আলেই হি সালাম (হজৰত ইমাম হাছন আৰু ইমাম হুছেন)ৰ বিপদৰ বৰ্ণনা কৰি কান্দেকন্দুৱায়। ইয়াত পোনপ্ৰথমে উলমা আৰু মুজ্‌তহিদ সকলৰ বৰ্ণনা থাকে, তাৰ পিছত হদীসখ্‌ৱাঁ (হদীস পঢ়োঁতা) থাকে যি হদীস শুনায়। এনে বেদনাদায়ক আৰু মৰ্ম্মস্পৰ্শী সুৰেৰে ইমামৰ বিশেষত্ব আৰু আলেবসূল (মুহম্মদ চাহাবৰ স্তুতি—ইমাম হাছন আৰু ইমাম হুছেন)ৰ বিপত্তিৰ বৰ্ণনা কৰে যে শ্ৰোতা সকলে কান্দিব ধৰে আৰু যিমানেই কঠিন হৃদয়

নহওক কিয় চকুপানী ওলাই অহাত বাধা দিব নোৱাৰে। এওঁলোকৰ লগতে প্ৰায়ে একেই ৰাকিআখৰঁা (ঘটনাৰ বৰ্ণনা কৰোঁতা) আছে যিয়ে হজৰত ইমাম হাছন আৰু ইমাম হুছেনৰ জীৱনৰ ঘটনাৱলীৰ বৰ্ণনা এনে শব্দ আৰু আলংকাৰিক শৈলীৰে শুনায় যে ইচ্ছা হয় ইয়াক শুনি শুনি কান্দি থাকিব। ৰাফেয়াখৰানীয়ে আচলতে কথা-বাচক সকলক নিৰৰ্থক কৰি পেলালে। তেওঁলোকৰ পিছত মৰ্ছিয়াখৰঁা শোক ( গীত গায়ক ) বা তহত-উল-লফজখৰঁা ( গন্তৰ নিচিনা কৈ কবিতা পাঠ কৰা ব্যক্তি) থাকে যি সকলে মৰসিয়া কবিতাৰ সুৰেৰে শুনায়। কিন্তু এনে সৰল ভাবে শুনোৱাতো চকু-মুখ, আৰু হাত ভৰিৰ অঙ্গীভঙ্গীৰে ঘটনাৰ এনে এটা প্ৰকৃত আৰু সম্পূৰ্ণ চিত্ৰ অঙ্কন কৰে যে শ্ৰোতাই যদি কান্দি কান্দি সময় পায় প্ৰশংসা কৰিবলৈও বাধ্য হৈ পৰে। এনে মৰ্ছিয়া-খৰানীৰ আৱশ্যকতা আৰু আদৰে মীৰ অনীস আৰু মিৰ্জা 'দবীৰ'ক জন্ম দিলে যি সকলৰ কবিতাতকৈও ভাল খ্যাতি আছিল। এনেয়ে এই কথা অৰণ্যে প্ৰসিদ্ধ আছিল যে বেয়া কবি মৰ্ছিয়া লেখক হয় বা লক্ষ্ণৌৰ মৰ্ছিয়ালেখকৰ প্ৰসিদ্ধিয়ে সমগ্ৰ হিন্দুস্তানকে এই কথা স্বীকাৰ কৰোৱাইছিল যে কবি সমালোচকৰ সংসাৰত মৰ্ছিয়ালেখকৰ শ্ৰেণী অন্য কাব্যাংগতকৈ শ্ৰেষ্ঠতৰ। ইয়াৰ প্ৰতি থকা অনুৰাগে বহুতো মৰ্ছিয়া লেখক আৰু কেইবাশ মৰ্ছিয়া পাঠকৰ জন্ম দিলে যি সকলে মহৰম আৰু শোকৰ দ্বিতীয় দিনা লক্ষ্ণৌৰ পৰা ওলাই হিন্দুস্তানৰ দূৰ দূৰণিৰ গাঁৱে-ভূঞে সিঁচৰতি হৈ যায় আৰু সেই সেই ঠাইৰ মহফিলত নিজৰ অমিট ছাপ বহুৱাই থৈ ঘূৰি আহে। মৰ্ছিয়া পাঠৰ পাছত সোজখৰঁা। এওঁলোকে নৌহ আৰু মৰ্ছিয়া সংগীতৰ তালত গায়। এই দলত সাধাৰণতে তিনিজন মানুহ থাকে, দুজনে সুৰ দিয়ে এওঁলোকক 'বাজু' বুলি কোৱা হয় আৰু তৃতীয়জনে মাজত বহি 'সোজ' শুনায়। এওঁলোকেও সংগীতৰ নিয়ম পালন কৰাত আতুৰ ৰাগ-ৰাগিণী সৃষ্টি কৰাত ইমান প্ৰগতি কৰিলে যে গায়কসকলক পিছ পেলাই দিলে। লক্ষ্ণৌত এনে নিপুণ সোজখৰাঁৰ জন্ম হ'ল যি সকলৰ আগত বৰ বৰ ওস্তাদ গায়কো নতশিৰ হ'ল। অৰ্থাৎ মৰ্ছিয়া

গোৱা-সকলে কবিতাত যি প্ৰসিদ্ধি লাভ কৰিছিল সেই প্ৰসিদ্ধিকেই সোজখৰ্বাই সংগীতত অধিকাৰ কৰিছিল।

এই সকলো কলা শোকৰ মজলিছৰ কাৰণে হ'ল আৰু খাচ লক্ষ্ণৌতে উৎপত্তি হ'ল আৰু এই সকলোৱে উৰ্দু সাহিত্যৰ প্ৰগতিত অৰিহণাতো যোগালেই, উৰ্দু গদ্য-পদ্য সাহিত্যত এক বিশেষ প্ৰকাৰৰ মহত্বও আনি দিলে যে এই সাহিত্যই যি ভাবে ইচ্ছা কৰে মানৱ ভাৱনা প্ৰকট কৰিব পাৰে আৰু যি কোনো প্ৰকাৰৰ ভাৱনা বা উৎসাহৰ জন্ম দিব পাৰে। এই কলাৰ নিয়মীয়া বিকাশ গ্ৰীকসকলে কৰিছিল যি সকলে নিজৰ ভাষণ প্ৰভাৱশালী কৰাৰ উদ্দেশ্যে কি শব্দ বা কি অঙ্গী-ভঙ্গী, কেনে মাতেৰে মানুহৰ অন্তৰত দুঃখ বা সুখ, করুণা বা প্ৰকোপৰ ভাব জগাই তুলিব পাৰি তাকে জানিব খুজিছিল। ইয়াৰ পিছত কোনো জাতিয়ে এই কলাৰ প্ৰতি মন-কাণ দিয়া নাছিল। আনকি এতিয়াহে ইউৰোপৰ অৰেটৰ (orator ভাষণকৰ্ত্তা) আৰু স্পীকাৰ ( বক্তা ) সকলে এই কলাক পুনৰজীৱিত কৰিবলৈ আৰম্ভ কৰিছে। কিন্তু লক্ষ্ণৌত কেৱল জাকিৰী (বৰ্ণন কৰা কাৰ্য্য)ৰ অনুগ্ৰহতে এই কলাৰ আপোনা আপুনি ইমান বিকাশ হ'ল যে সম্ভৱতঃ ইউৰোপবাসীয়ে ইমান বেছি আগবাঢ়িব পৰা নাছিল।

মজলিছৰ শেষত চৰ্বত খুওৱা বা মিঠাই আদি বিলাই দিয়াটো আৱশ্যক। কিন্তু সভ্য আৰু জ্ঞানীলোক সকলে এতিয়া নতুন শিষ্ট উপায় উলিয়াই ললে যে যি ডাঙৰীয়া সকলক নিমন্ত্ৰণ দিয়া হয়, তেওঁলোকক নিমন্ত্ৰণ পত্ৰৰ লগতে তেওঁৰ ভাগটোও পঠিয়াই দিয়া হয়। মজলিছৰ পৰা ঘূৰি যাওঁতে ভদ্ৰ আৰু সম্ভ্ৰান্ত পৰিয়ালৰ মানুহে নিজৰ ভাগটো ( খোৱা বস্তু ) লৈ যোৱাটো বেয়া আৰু অশিষ্ট আচৰণ বুলি গণ্য কৰিছিল, অৱশ্যে জনসাধাৰণ বা বেপাৰী মানুহে এই কাৰ্য্যত একো বেয়া নাপাইছিল। কিন্তু আঢ্যৱন্ত মানুহৰ কথা বেলেগ আছিল। সেয়ে চাকৰ-নাকৰ লগত নাথাকিলে বাধ্য হৈ মজলিছতে কোনো বন্ধু-বান্ধৱক বা দুখীয়া লোকক নিজৰ ভাগৰ বস্তু-খিনি দি দিছিল।

মজলিছত বহাৰ পদ্ধতি হ'ল এই যে কাঠৰ সাত-আঠটা খলপ থকা এখন আসন ( মিম্বাৰ ) দালান বা কোঠালীৰ এপিনে ৰখা হয় আৰু মানুহ চাৰিওপিনে বেৰৰ কাষে কাষে মজিয়াত বহে। মানুহ বেছি হ'লে মাজৰ ঠাইতো বহে। যথেষ্ট মানুহ গোট খালে জঁাকিৰ চাহাব মিম্বাৰত বহে গৈ আৰু প্ৰথমে হাত দাঙি কয়—'ফাতিহা'। লগে লগে সকলোৱে হাত দাঙি মনে মনে সুৰ-এ-ফাতিহা পঢ়ে। ইয়াৰ পাছত তেওঁ হদীসখৱাঁ বা ৰাকিঅখৱাঁ হ'লে কিতাপ খুলি লৈ বৰ্ণনা কৰিবলৈ আৰম্ভ কৰে আৰু যদি মৰ্সিয়াখৱাঁ হয় তেন্তে মৰ্সিয়াৰ পৃষ্ঠা হাতত লৈ মৰ্সিয়া শুনাবলৈ ধৰে। মজতহিদ আৰু হদীসখবানৰ বৰ্ণনা মানুহে নীৰৱে আৰু শ্ৰদ্ধাৰে শুনে আৰু কান্দিবৰ পৰত ইনাই-বিনাই কান্দে। কিন্তু মৰ্সিয়া শুনি থকা সময়ত কেৱল কান্দোন ওলাই অহা পদ কেইটাৰ বাহিৰে শ্ৰোতা সকলে প্ৰশংসা কৰিয়ে থাকে।

সোজখবাঁসকল মিম্বাৰত নবহে, মানুহৰ মাজতে এফালে বহি নৌহ আৰু মৰ্সিয়া শুনায় আৰু প্ৰায়েই প্ৰশংসা লাভ কৰে।

বেছিভাগ মজলিছতে বিভিন্ন জাকিৰে ইজনৰ পিছত সিজনে পঢ়ে আৰু সাধাৰণতে হদীসৰ পাছত মৰ্সিয়া আৰু তাৰ পিছত সোজ পঢ়া হয়। সোজখবানী যিহেতু আচলতে গান হে, সেয়ে ইয়াৰ প্ৰচলন যদিও অকল লক্ষ্ণৌতে নহয়, গোটেই হিন্দুস্তানতে বেছি হ'ল, তথাপি মুজতহিদ আৰু ধাৰ্ম্মিক ব্যক্তিসকলৰ মজলিছত সোজখবানী নহৈছিল। মুজতহিদৰ মজলিছত ধাৰ্ম্মিক ক্ৰিয়া কাণ্ডৰ শৃঙ্খলাৰ প্ৰতি বিশেষ মনোযোগ দিয়া হৈছিল। বিশেষকৈ ইয়াৰ গফৰানমআবৰ ইমামবাড়ীত মহৰমৰ ৯ তাৰিখে যি মজলিছ হৈছিল, তাৰ স্বকীয়া বৈশিষ্ট্য আছিল। তাত বৰ্ণনা কৰিবৰ সময়ত শ্ৰোতা সকলৰ সমুখলৈ উট অনা হয়। তাৰ পিঠিত হাওদা বন্ধা থাকে আৰু তাৰ ওপৰত ক'লা কাপোৰ ঢাকি থোৱা থাকে আৰু কাৰবালা ক্ষেত্ৰত হজৰত ইমাম হাছন আৰু হুছেন আৰু তেওঁলোকৰ কাফিলা ( দল ) কি অত্যাচাৰ আৰু ধ্বংসৰ সন্মুখীন হৈ চীৰিয়াৰ পিনে যাব খুজিছিল সেই দৃশ্য মুছলমান সকলৰ চকুত ধৰা দিয়ে। দৰ্শকবৃন্দৰ অন্তৰত এই করুণ দৃশ্যৰ এনে প্ৰভাৱ পৰে যে

হেজাৰ দৰ্শকৰ ভিতৰত দহ-বিছজন মূৰ্চ্ছিত হৈ পৰে আৰু বৰ কষ্টেৰেহে তেওঁলোকক ঘৰত থোৱা হয়।

মুজতহিদৰ বংশত এই মজলিছে যি নাটকীয় মহত্বৰ সৃষ্টি কৰিলে তাৰ ফল হ'ল এই যে প্ৰায়েই ধাৰ্ম্মিক লোকসকলে ইয়াত নতুনত্ব সৃষ্টি কৰিবৰ বাবে চেষ্টা কৰিব ধৰিলে আৰু কিছুমান বয়সীয়া লোকে ইমান আগবাঢ়িল যে-মজলিছক একেবাৰে নাটকেই কৰি পেলালে। সেয়ে মৌলবী মেহন্দী হুছেন চাহাবৰ ঘৰৰ মজলিছত মাজে সময়ে থিয়েটাৰৰ এনে পৰ্দা উঠে যাৰ ফলত কাৰবালাৰ ঘটনাৰ কৰুণ দৃশ্য প্ৰস্তুত হয় আৰু দৰ্শকৰ চকুলো ওলায়। ইয়াতকৈ বেছি প্ৰগতি হৈছিল স্ত্ৰী মহলৰ মজলিছত। ইয়াত নগৰৰ হেজাৰ হেজাৰ তিৰোতাৰ সমাবেশ হয় আৰু জাকিৰে হদীসৰ বৰ্ণনা কৰাৰ সলনি মঞ্চৰ ওপৰত জীৱন্ত অভিনেতা-অভিনেতৃৰ দ্বাৰা কাৰবালাৰ দৃশ্য দেখুওৱা হয়।

মই জনামতে আলিম আৰু মুজতহিদে বিদআত ( মুহম্মদ চাহাবৰ স্বীকৃতি নোপোৱা বা সেই সময়ত নোহোৱা ইছলাম ধৰ্ম্মৰ কথা ) মুঠেও ভাল নাপাইছিল। কিন্তু সাধাৰণ প্ৰজাৰ ৰুচি এইবোৰত দিনে দিনে বাঢ়ি গৈছিল। ইয়াৰ বাহিৰেও মহৰমৰ দশম তাৰিখৰ পৰা গফৰাণমআবৰ ইমামবাড়াতে এখন আৰু মজলিছ বহিছিল। তাকে "শামে গৰীবাঁ" ( দুখীয়া সকলৰ সন্ধিয়া ) নামেৰে স্মৰণ কৰা হৈছিল। দশম দিনা তাজিয়া আদি দফন ( কবৰত দিয়া ) কৰাৰ পিছত, ছীয়া হজৰত সেই ইমামবাড়াত গোট খায়হি। দিনটোৰ ৰ'দৰ তাপ, শোক আৰু মৰ্সিয়া আদি গোৱাৰ কাৰণে প্ৰত্যেক জন মানুহৰ অৱস্থাই অদ্ভুত হৈ থাকে। চুলি আউল-বাউল, মুখত আৰু কানি-কাপোৰত ধূলি-বালি। তেনে অৱস্থাৰেই তাত সকলো লগ লাগেহি। তেনেকৈ মিম্বাৰত বহি এজন মুজতহিদে কাৰবালাৰ ঘটনাৰ বিতং বিৱৰণী দিয়ে ঘটনাৱলীৰ বৰ্ণনাৰ সকলোতকৈ বেছি গুৰুত্ব দিয়া হয় দৃশ্য চিত্ৰণত, যি ইমান প্ৰভাৱশালী, দুঃখদ আৰু কৰুণ হৈ পৰে যে কান্দোন ওলাই আহে। শ্ৰোতাসকলৰ মাজত এজনো মানুহ নোলাব যাৰ ওঁঠ নকঁপে বা চকুৰ পৰা লোতক বৈ নাযায়।

এই মজলিছৰ সকলোতকৈ ডাঙৰ বিশেষত্ব হ'ল এয়ে যে ইয়াত মাটিত কোনো কাপোৰ পাৰি দিয়া নহয়, নাইবা পোহৰবো কোনো ব্যৱস্থা কৰা নহয়। এইবোৰৰ কাৰণে মজলিছত বাতাবৰণ খুব গম্ভীৰ আৰু করুণ হৈ পৰে। সেই দিনৰ পৰাই এই মজলিছ প্ৰকৃত অৰ্থতে 'শামে গৰীবাঁ'।

আচল কথা হ'ল ছীয়া সকলৰ মজলিছে লক্ষ্ণৌৰ সমাজত যথেষ্ট প্ৰভাৱ পেলালে আৰু ইয়াৰ জৰিয়তেই সভ্যতা আৰু শিষ্টাচাৰৰ যথেষ্ট উন্নতি হ'ল আৰু মৰ্ছিয়াৰ চখে কবিতা আৰু সংগীতক অকল জীৱিত কৰি তোলাই নাই আনকি এই দুয়োৰে প্ৰতি প্ৰকৃত আৰু পৰিষ্কৃত রুচি পুৰুষৰপৰা নি ওৰণি লৈ থকা স্ত্ৰী সমাজতো বিয়পাই দিলে। আৰু মই ভাবোঁ, নৃত্য-গীত শিক্ষাৰ এটা অংগ বুলি ভবা ইউৰোপৰ বাহিৰে, এছিয়াৰ কোনো নগৰতে এই বস্তুৰ জন্ম হোৱা নাই।

মজলিছৰ বাহিৰেও 'সোহবত' নামৰ অন্য প্ৰকাৰৰ মহফিল ছীয়া সকলৰ মাজত প্ৰচলিত আছিল। ইয়াৰ সময় ঈদৰ দিনাৰ পৰা আৰম্ভ কৰি কেইদিনমানলৈ থাকে। মাতম (শোকৰ)ৰ মজলিছ যেনেকৈ হজৰত ইমাম হাছন আৰু হুছেনৰ বিপদত কান্দিবলৈ আৰু চকুলো টুকিবলৈ কৰা হয় তেনেকৈ সোহবত এই উদ্দেশ্যেই কৰা হয় যে নাটকীয় পদ্ধতিৰে আহলে.বৈত ( হজৰত ইমাম হাছন আৰু হুছেন )ৰ শত্ৰুক অপমানিত কৰা যাওক। অসংখ্য গালি-গালাজ পৰা হওক আৰু ছীয়া সকলৰ মতে যিহেতু আহলেবৈতৰ সকলোত কৈ ডাঙৰ শত্ৰু আছিল বিধৰ্ম্মী নাৰী আইশা সিদ্দীকা আৰু হজৰত উমৰ ফাৰুক, সেয়ে এই দুয়োটি সম্মানিত নামক অপমানিত আৰু অনাদৰ কৰা যাওক, সিহঁতৰ পুতলা সাজি ঘৃণা কৰি জ্বলোৱা আদি সোহবতৰ আচল উদ্দেশ্য হৈ পৰিল। ইয়াত ছুন্নী সম্প্ৰদায়ৰ লোক অহাৰ কোনো কাৰণ নাছিল এই কাৰণেই যে তেওঁলোকে তেওঁলোকৰ শাসকৰ অপমান সহ্য কৰিব নোৱাৰে। কিন্তু শুনা যায় যে ই বৰ অশিষ্ট অশ্লীল ধৰণৰ লজ্জাজনক মহফিল আছিল। ইয়াৰ স্তৰ ইমান পৰি গৈছিল যে কোনো সভ্য ছীয়াই আন্তৰিক বেদনা অনুভৱ

নকৰাকৈ তাৰ পৰা ঘূৰি আহিব নোৱাৰিছিল। এই সোহবতে ছীয়া সকলৰ ৰুচিত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছে আৰু তাৰ ফলতেই সৰু সৰু কথাৰ কাৰণে ছুন্নী ছীয়াৰ মাজত কাজিয়াৰ সূত্ৰপাত হয়।

ছীআ সকলৰ এই মজলিস আৰু সোহবতৰ পিছত মৌলুদ শৰীফৰ মজলিছ আছে। মজলিছৰ দৰেই ইয়াৰো আয়োজন হয়। পাৰ্থক্য ইমানেই যে ছুন্নী সকলৰ মিম্বাৰ নাথাকে। মুখ্য স্থানত পীৰা এখন দিয়া হয় আৰু তাৰ ওপৰত পৰিষ্কাৰ কাপোৰ পাৰি দিয়া হয়। তাতে বহি ৱাইজ (ধৰ্মোপদেশক) মৌলুদ খৱা (হজৰত মুহম্মদ চাহাবৰ জন্ম বৃত্তান্ত শুনোৱা ব্যক্তি)ই মৌলুদ শুনায়। প্ৰথমে পদ্ধতি এনে আছিল, কোনো এজন মৌলবী আহি হজৰত মুহম্মদ চাহাবৰ জন্ম বৰ্ণনা কৰিব আৰু জন্ম বৰ্ণনা কৰিবৰ সময়ত সকলো থিয় হ'ব, বৰ্ণনা কৰা মৌলবীয়ে জন্মৰ আনন্দত কোনো কবিতা পাঠ কৰে আৰু শ্ৰোতাসকলৰ গালৈ গোলাপ জল ছটিয়াই দিয়া হয়। আৰু যদি কোনো 'ৱাইজ' পোৱা নাযায় তেনে কোনো লেখা-পঢ়া জনা ব্যক্তিয়ে মৌলবী গুলাম আহমদ শ্বহীদৰ মৌলুদ শৰীফ খন পঢ়ি শুনায়। কিন্তু প্ৰজা সাধাৰণৰ বাবে এই পদ্ধতি সন্তোষজনক নহ'ল আৰু সোজগায়কসকলক দেখা দেখিয়েই এনে মৌলুদ বৰ্ণনা-কাৰী ওলাল যাৰ লগত আৰু দুজন সুৰ মিলোৱা মানুহ থাকে আৰু সিহঁতৰ মাজত সুৰ ধৰি মুহম্মদৰ জন্মৰ ঘটনাৰ বৰ্ণনা কৰে আৰু মাজে মাজে কবিতা আৰু কসীদা। গীত বিশেষ) গায়। ইয়াকে দুয়োজন সহায়কে তেওঁৰ লগত সুৰ ধৰে। সোজগায়ক সকলে সংগীতক জীৱন্ত কৰি তুলিলে, কিন্তু সঁচা কৰ লাগিলে মৌলুদ গোৱা সকলে সংগীতৰ গলত টিপি ধৰিবলৈ বাকী নেৰিলে।

কিন্তু মৌলুদ খৱনীৰ বিশ্বাসৰ কাৰণে লক্ষ্ণৌৰ একো বিশেষত্ব নাথাকিল কাৰণ এই সুৰ আৰু এই বিশেষতাৰে মৌলুদ বৰ্ণনা কৰা কাৰ্য্য গোটেই হিন্দুস্তানতে ছুন্নীসকলৰ মাজত প্ৰচলিত আছে। আৰু এই অৱস্থাই ছুন্নী-ছুফী সকলৰ 'হাল-ও-কাল'ৰ সোহবতৰো— ম্বি সকলো ঠাইতে একে ধৰণৰ হয়। মুছলমান সকল হিন্দুস্তানলৈ

আহিৰৰ সময়েৰে পৰা মজলিছৰ প্ৰচলন হৈছিল। কিন্তু প্ৰতিষ্ঠা আৰু সংগীতজ্ঞতাত চাড়ী আৰু সামান্য গায়কজকৈ নিয়ন্ত্ৰণৰ কৰবালৰ দল সৃষ্টি কৰাৰ বাহিৰে আন একো উপকাৰ কৰিব নোৱাৰিলে। কিন্তু আনপিনে 'সোজখবানীয়ে এক শক্তিকাৰ ভিতৰেতে সংগীত জগতত সম্পূৰ্ণ অধিকাৰ কৰি ললে আৰু আৱশ্যকতানুসৰি পৰিৱৰ্ত্তন আৰু পৰিৱৰ্দ্ধন কৰিব ধৰিলে।

## 48

মজলিছ আৰু মহফিলৰ কথা আমি বৰ্ণনা কৰিলোঁ। এতিয়া গোষ্ঠীৰ বাঁবে আৱশ্যক বস্তুসমূহৰো বৰ্ণনা কৰা যুগুত। কাৰণ এই বোৰৰ জৰিয়তেই এখন সমাজৰ আচাৰ ব্যৱহাৰৰ কথা জানিব পাৰি। সভ্য সমাজত আমন্ত্ৰিত অতিথিৰ বাবে এটাই নহয়, বহুতো বস্তু আছে। উপযুক্ত স্থানত সিবোৰৰ বৰ্ণনা কৰা হ'ব। কিন্তু বৰ্ত্তমানে সকলোতকৈ বেছি আৱশ্যকীয় বস্তু হ'ল হোকা, খাসদান (পাণ দান, পাণ আদি থোৱা সাজ), লুটিয়া (সৰু লোটা) আৰু উগালদান (পিকদান—তামোলৰ পিক্ আদি পেলোৱা ধাতুৰ পাত্ৰ বিশেষ), এই কেইটা ইমান জৰুৰী বস্তু যে ধনী মানুহৰ ঘৰত থকা চাকৰ-নাকৰৰ ঘৰত নিশ্চিত ভাবেই এই বস্তু কেইটা থাকিছিল। কিছু সময় আগলৈ উচ্চ বংশৰ ধনী মানুহৰ সৈতে হোকা হাতত লোৱা একোজন চাকৰো আছিল। কিন্তু এতিয়া এই প্ৰথা বন্ধ হ'ল। হোকা দৰাচলতে দিল্লীৰ আৱিষ্কাৰ আৰু তাতেই চৰকাৰী ভিতীখানা (কাৰখানা) ত বিভিন্ন ধৰণৰ হোকা তৈয়াৰ হৈছিল। লক্ষ্ণৌৱে পোন প্ৰথমে পেচৱান (ডাঙৰ বিধৰ হোকা) চিলিম আৰু অন্য বস্তুৰ আকাৰ প্ৰকাৰৰ লগত সম্বন্ধ থকা বস্তুৰ সংস্কাৰ কৰিলে। দিল্লীৰ হোকা কুৰূপ আৰু দেখাত বেয়া আছিল। লক্ষ্ণৌত তাক ঠিক আকাৰৰ আৰু সুন্দৰ কৰি তুলিলে। পিছত তাম, পিতল

কুল থকা আৰু দস্তাৰ বাহিৰেও মাটিৰে এনে ধুনীয়া হোকা তৈয়াৰ হ'ল যাক মানুহে তাৰ সৌন্দৰ্য্য আৰ কাৰিগৰীৰ বাবে খুব পছন্দ কৰিলে আৰু প্ৰায়েই মাটিৰ ঠুকুকা, পাতল সুন্দৰ আৰু মাটিৰ গোন্ধ থকা হোকাক মানুহৰ দামী হোকাতকৈ বেছি ভাল লগা হ'ল।

হোকাৰ আকাৰ প্ৰকাৰ সংস্কাৰ হোৱাৰ পিছত তামখুৰো অদ্ভুত বিশেষত্বৰ জন্ম দিব ধৰিলে। তামখুক গুৰ বা কিয়াম ( মছলা বিশেষ ) মিহলাই কুটাটো দিল্লীৰ আৱিষ্কাৰ যাৰ কাৰণেই তামখুৰ সংস্কাৰত হিন্দুস্তান সংসাৰৰ সকলো দেশ আৰু সকলো জাতিৰ ভিতৰতে শ্ৰেষ্ঠ বুলি পৰিগণিত হৈছে। তামখু সংসাৰৰ সকলোতে খায়। চুৰট, চিগাৰেট, আৰু পাইপৰ নিমিত্তে তামখুৰ সংস্কাৰ কৰোঁতে যদিও ইউৰোপে বহুত যত্ন কৰিছে আৰু বিভিন্ন ধৰণৰ বিশেষত্বৰ সৃষ্টি কৰিছে, কিন্তু কাৰো মগজত এই কথা খেলোৱা নাছিল যে কিয়াম বা গুড় মিহলালে তামখুৰ তিক্ততা আৰু গলত ধৰা বেয়া গুণটো গুচাব পাৰি আৰু তাৰ ধোঁৱাত এক প্ৰকাৰৰ আনন্দ আৰু বিশ্ৰান্তি লাভ কৰিব পাৰি। ইয়াৰ পিছত লক্ষ্ণৌৱে এই উন্নতি কৰিলে যে ইয়াত খমীৰা মিহলাই তামখুৰ নিচিনা দুৰ্গন্ধ আৰু অন্যায়-কৰা বস্তুটোক ইমান সুগন্ধি আৰু সুস্বাদু কৰি তুলিল যে চিলিমত ভৰালেই গোটেই কোঠালীটো মলমলাই থাকে আৰু হোকা নোখোৱা জনৰ মনতো দুই এক তান মাৰিবৰ ইচ্ছা ওপজে। হিন্দুস্তানৰ কিছুমান ঠাইৰ তামখু খুব ভাল আৰু সেই সেই চহৰৰ নামেই সেই তামখু বিখ্যাত হৈ পৰিল। চেষ্টা আৰু প্ৰয়াসৰ ফলত যি কোমলতা আৰু বিশেষত্বৰ তামখু লক্ষ্ণৌৱে সৃষ্টি কৰিলে সি অইন কোনো চহৰৰ ভাগ্যত নঘটিল। চহৰৰ মানুহে প্ৰায়েই খমীৰা পছন্দ নকৰে আৰু প্ৰায়েই তাৰপৰা পানীলগা হয় বুলি আপত্তি কৰে কিন্তু অভ্যাস নথকা কাৰণে হে তেওঁলোকে তেনেকৈ কয়। ইংৰাজ সকলৰ কোৰ্ম্মা পছন্দ নোহোৱা বা হজম নোহোৱাৰ দৰে—ই একে কথা। তামখুৰ লগত হোকাৰ অন্যান্য বস্তুৰো প্ৰগতি হ'ল। চিলিমো আগতকৈ বেছি সৰু, সূক্ষ্ম আৰু সুন্দৰ হৈ পৰিল। চেম্বৰ ( হোকাৰ নলীৰ

মাজত স্বস্তিকা আকাৰৰ বস্তু )বো উন্নতি হ'ল, তাত সুন্দৰ তিনি শাৰীয়া ৰূপৰ চেইন লগোৱা আছিল আৰু বিভিন্ন প্ৰকাৰৰ মুখত লগোৱা টুপি (মুহঁনাল ) ওলাল। পিছত ফুল ( তাম আৰু ৰঙ মিহলি ধাতু বিশেষ )ৰ সুন্দৰ আৰু মনোমোহা হোকা ওলাল। অৰ্থাৎ ইয়াৰ সমাজে হোকাক সজাই পৰাই কইনা কৰি তুলিলে।

হোকাৰ পিছত নহয়, কিন্তু তাতোকৈ বেছি মহত্বপূৰ্ণ বস্তু হ'ল খাসদান ( পাণদান, যাৰ সকলো সময়তে প্ৰয়োজন আৰু বাহিৰত অহা-যোৱা কৰিলে কোনো সেৱকৰ লগত ই থাকে। খাসদানত তামোলৰ গিলোৰী ( পাণৰ লগত তামোল, মছলা আদি দি বিশেষ ভাৱে বান্ধি থোৱা অৱস্থা ) সাজি থৈ দিয়া হয়। তামোল ( লক্ষ্ণৌত পাণ) হিন্দুস্তানৰ পুৰণি বস্তু। হিন্দুসকলৰ সময়ৰ পৰা ইয়াৰ মহত্ব আছে। প্ৰাচীন কালত ৰজা আৰু বাদছাহসকল যেতিয়া কোনো ডাঙৰ অভিযানত যাব লগীয়া হয় অথবা কোনো দায়িত্বপূৰ্ণ কাম হাতত লয়, তেতিয়া হলে তামোল এখন সজাই সমুখত থয় আৰু কয় এইখন যিয়ে তুলি লব তেওঁৱেই যেন প্ৰতিজ্ঞা কৰিব—"এই কামটো মই হাতত লৈছোঁ বা এই অভিযানত মই যাম।" এই প্ৰথা তৰশ্চে লোপ পালে, কিন্তু এই ফকৰা আজিও সকলোৱে মুখত —"অমুক ব্যক্তি নে ইস কাম কা বীড়া উঠায়া" অৰ্থাৎ তেওঁ নিজে দায়িত্ব লৈছে।

পুৰণি ৰাজসভাত শ্ৰোতাসকলক পুৰস্কাৰৰ লগতে তামোলো দিয়া হৈছিল। ইয়াৰ উল্লেখ ইবনেবতুতাৰ ভ্ৰমণ কাহিনীত আছে—যাৰ দ্বাৰা পাণ-তামোল ভাৰতৰ ঐতিহাসিক বস্তু বুলি প্ৰমাণিত কৰা যায়। গতিকে প্ৰাচীন কালৰ পৰা তামোল আৰু তাৰ লগৰ অন্যান্য সামগ্ৰীৰ বস্তুবোৰৰ বিকাশ হোৱাটো উচিত আছিল কিন্তু দিল্লীত থকালৈকে তামোলৰ কি উন্নতি হ'ল আমি হলে দেখা নাপালোঁ। প্ৰাচীন কালৰ পৰা প্ৰচলিত হৈ অহা মছলা আৰু তাৰ বস্তু শেষ পৰ্য্যন্ত একেই থাকিল—তাৰ একো সংস্কাৰ নহ'ল।

ইয়াৰ মছলাৰ ভিতৰত বতথা খয়ৰ, চুণ, তামোল, এলাচি প্ৰাচীন কালৰে পৰা আছিল। লক্ষ্ণৌলৈ অহাৰ আগতেই তামখুও এই

তত্ত্ববোৰৰ লগত সন্নিবিষ্ট হৈছিল। কিন্তু পুৰণি শতাব্দী সমূহত আৰু শ শ বছৰ পুৰণি দৰবাৰ আৰু ৰাজ্যই ইয়াৰ কি উন্নতি কৰিলে তাৰ একো খা-খবৰ নাই। দিল্লীৰ তুলনাত লক্ষ্ণৌত পাণৰ প্ৰচলন বহুত বেছি হ'ল। ইয়াৰ বাবে বিশেষ ধৰণৰ বাচন ওলাল আৰু ইয়াৰ সকলো বস্তুৰ বেলেগ বেলেগ বিকাশ সাধন হ'ল। প্ৰথমে পাণ পাতৰেই সংস্কাৰ আৰম্ভ হ'ল। হিন্দুস্তানৰ কিছুমান নগৰ যেনে মহুৱা আদিৰ পাণ স্বাভাৱিক ভাৱেই খুব ভাল আৰু সুস্বাদু। লক্ষ্ণৌৰ ওচৰে-পাজৰে যদিও পাণ বহুত, কিন্তু সেইবোৰৰ কোনো বিশেষত্ব নাই। কিন্তু ইয়াৰ প্ৰগতিশীল ধনিক সকলৰ চেষ্টাত পাণ-তামোলৰ বেপাৰীয়ে ঔদ্যোগিক সিদ্ধান্তত পাণৰ ব্যৱসায়ৰ বিকাশ কৰিলে আৰু ইয়াক এনে স্তৰলৈ লৈ গ'ল যে ইয়াৰ পাণ সকলো ঠাইৰ পাণতকৈ আগবাঢ়ি গ'ল। তেওঁলোকে পাণ কেইবামাহো মাটিৰ তলত পুতি থয়। ইয়াৰ কেঁচা গুণটো যায়, সেউজীয়া গুণটো একেবাৰে নাথাকে, পাণ-খিলা নৰম আৰু লেহুকা হৈ পৰে, ৰঙটো বগা আৰু পকা যেন হৈ পৰে। কেঁচা পাণত এক প্ৰকাৰৰ যি তীক্ষ্ণতা থাকে সিও নোহোৱাৰ দৰে হয় আৰু এনে নৰম, কোমল আৰু ভাল লগা হয় যে কোনো ঠাইত পাণে ইয়াৰ সোৱাদৰ লগত সমকক্ষ হ'ব নোৱাৰে। ইয়াৰ পাণক 'বেগমী' বুলি কোৱা হয়। ই বহু দূৰ দূৰ নগৰলৈ গৈছিল আৰু খুব চখ আৰু বৰ আদৰ কৰি মানুহে ইয়াক খাইছিল।

পাণৰ পাছত চুণ। প্ৰত্যেক ঠাই আৰু প্ৰত্যেক নগৰতে সাধাৰণ চূণ ব্যৱহাৰ কৰে যি প্ৰায়েই খুব পৰিষ্কাৰ নহয়। কেৱল ই খুব চোকা আৰু অক্কাল ( অকটা ) বস্তু। নতুন চূণ হলে বা বেছি হলে মুখ ডাকে। এই কষ্টৰ পৰা ৰক্ষা পাবৰ নিমিত্তে ইয়াক খুব ভালকৈ চেকি, পৰিষ্কাৰ কৰি তাত অকণমান গাখীৰৰ সৰ আৰু দৈ মিহলোৱা হয় এই উপায়েৰে লক্ষ্ণৌৰ সৌন্দৰ্য্যোপাসক মানুহৰ পাণদানত এনে ভাল, সুন্দৰ আৰু অন্যায় নকৰা চূণ থাকে যি অইন কোনো ঠাইতে পোৱা নাযায়।

পাণ মছলাৰ দ্বিতীয় বস্তুটো হ'ল কৎথা। কৎথা এনেয়ে খুব খড়ী-মাটিৰ দৰে, তিতা, আৰু বেয়া লগা বস্তু। পাণৰ লগত চূণক পাতল

কৰিবলৈ বা চোক কমাবলৈ আৰু ৰঙটো ভাল কৰিবলৈ ব্যৱহাৰ কৰা হয়। কিন্তু ইয়াৰ মাটিয়া সোৱাদ বেয়া লাগে। অভ্যাস হলে সহ্য হলেও ই যে খুব ভাল সোৱাদৰ বস্তু নহয় তাক সুই কৰিব নোৱাৰি। কৎথা তৈয়াৰ কৰাৰ এই ৰীতি সকলোতে প্ৰচলিত যে সৰু সৰু টুকুৰা কৰি পানীত পগোৱা হয় আৰু ই উতলি ৰঙা চৰবতৰ দৰে হলে কাপোৰেৰে চেকি পানীত গুলি লয়। সাধাৰণতে সকলো ঠাইতে ইয়াকেই কৰে। কিন্তু ইয়াত এখন কাঁহীত বা তন্নাত ছাই ভৰাই তাৰ ওপৰত এখন কাপোৰ পাৰি দিয়ে আৰু সেই কাপোৰখনত—সেই গোটলগা কৎথা কটীৰ দৰে মেলি দিয়ে আৰু তাৰ ওপৰত বাৰে বাৰে পানী ছটিয়ায়। পানীতে তাৰ ৰুক্ষতা আৰু আকটা গুণ গৈ ছাইত সোমায়। এই দৰে পৰিষ্কাৰ কৰাৰ ফলত কৎথাৰ ভাল লগা গুণ থিনিহে বাকী ৰয়গৈ যি ধোৱা কাপোৰৰ দৰে বগা আৰু খুব উজ্জল হৈ পৰে। পাছত তাত কেৰড়া ( কেতেকী জাতীয় এবিধ ফুল )ৰ সুগন্ধি দি বা কেৰড়াৰ ফুলৰ মাজত থৈ শুকোৱা হয়। এতিয়া অইন কোনো কোনো ঠাইতো এই পদ্ধতি গ্ৰহণ কৰে। কিন্তু ই লক্ষ্ণৌৰহে আৱিষ্কাৰ আৰু ইয়াৰ উপযোগ ইয়াত যিদৰে কৰা হয় আৰু ক'তো হ'বও নোৱাৰে। এতিয়া এনে ধৰণৰ কত্থা বেপাৰীবোৰে লক্ষ্ণৌত তৈয়াৰ কৰি বেচিবও ধৰিছে যি সকলৰ ভিতৰত লক্ষ্ণৌৰ মহমুদ নগৰত থকা আমাৰ দয়ালু কাজী মুহম্মদ য়ুনুস চাহাবে যথেষ্ট প্ৰসিদ্ধি লাভ কৰিছিল। কিন্তু সৌন্দৰ্য্য বিলাসী ধনী সকলৰ ঘৰত যি বগা সুন্দৰ আৰু পৰিষ্কাৰ কৎথা নিজে তৈয়াৰ কৰি লয়, সি ইমান সুন্দৰ হৈ পৰে যে বজাৰত তৈয়াৰ কৰা কৎথা যিমানেই ভাল নহওক কেলেই তাৰ সমকক্ষ হ'ব নোৱাৰে। দক্ষিণৰ নগৰ পুণা আদিত এক নতুন ধৰণৰ শুকান কৎথা বজাৰত পোৱা যায়। ইয়াক শুকানভাবেই পাণত দিয়া হয়। তাৰ মানুহে এই কৎথা পছন্দো কৰে, কিন্তু আমি চেষ্টা কৰা সত্বেও ইয়াৰ বিশেষত্ব অনুভৱ কৰিব নোৱাৰিলোঁ আৰু বুজিবও নোৱাৰিলোঁ এই কাৰণেই যে দেখাতো ই গুৰগুৰীয়া আৰু আকটা গুণ ইয়াৰ আচল কত্থাতকৈও বেছি হে হয়।

পাণ মছলাৰ তৃতীয় বস্তু হ'ল তামোল বা চুপাৰী যাক ছৰোতা (কেচি জাতীয় অস্ত্ৰ) ৰে কাটি সৰু সৰু টুকুৰা কৰি পাণৰ লগত দিয়া হয়। ইয়াক কটাটো এটা সাধাৰণ কথা, কিন্তু লক্ষ্ণৌত তামোল কটাটোও এটা উদ্যোগ হৈ পৰিল এই কাৰণেই যে বহুতো তিৰোতাই বজ্‌ৰাৰ গুটিৰ দৰে সমান সৰুকৈ কাটে যাৰ সকলোবোৰ টুকুৰ একে সমানৰ হয় আৰু তাতো এটা চৰ্ত, গুড়ি বেছি ওলাব নোৱাৰিব আৰু তামোলটোৰ কোনো অংশই পেলনি যাব নোৱাৰিব।

এলাচিৰ কোনো প্ৰকাৰৰ সংস্কাৰৰ কথা এতিয়ালৈ অনুভৱ কৰা নাই। এই কাৰণেই যে ই যেনে আছে, তেনেকৈয়ে ইয়াৰ ব্যৱহাৰ কৰা হয়। কিন্তু শিষ্টতাই এইখিনি অৱশ্যে কৰিছে যে উৎসৱত বা বিশেষ পৰ্বত তাত ৰূপৰ বৰ্ক লগাই দিয়া হয় আৰু পাণদান বা কাঁহীত যেতিয়া খোৱা হয় তেতিয়া ৰূপৰ চক্‌চকীয়া টুকুৰা যেনহে লাগে।

ইয়াৰ পাছত তামথু। তামথু ধোৱাঁ খোৱা হিচাপে গোটেই পৃথিৱীত যেনেদৰে ব্যৱহাৰ হয়, সেই দৰে খোৱাৰ ৰীতিও লাহে লাহে বাঢ়ি গৈছে। ইংলণ্ডত মই তামথুৰ শুকান পাত মলি খোৱা বহুতো ইংৰাজক দেখিছিলোঁ। হিন্দুস্তানত বহুত সময়ৰে পৰা শুকান তামথু খোৱা প্ৰথা চলি আহিছে, ইয়াৰ সোণালী ৰঙ হোৱা কাৰণে দিল্লীত ইয়াৰ নাম জৰ্দা দিছে। আগতে তৈয়াৰ নকৰা বা পৰিষ্কাৰ নকৰা তামথুৰ পাতকেই পাণৰ লগত খাইছিল কিন্তু পুৰণি কালতেই এই প্ৰথাও আছিল যে বহুতো ঘৰত তামথুৰ পাতত তাৰ ঠেক সিদ্ধ কৰি আৰু তাৰ ৰসত সুগন্ধি মছলা চোখ কমাবৰ কাৰণে মিহলাই দি তামথুৰ তিতাৰ ৰুচি অনুসৰি কম বেছি কৰা হৈছিল আৰু কোমলতা তথা সোৱাদৰ লগতে সুগন্ধও দিছিল। কিন্তু এই প্ৰক্ৰিয়া বিশেষ ঘৰ আৰু বংশৰ মাজতেই সীমিত আছিল। সাধাৰণ মানুহে তামথুৰ পাত একো নকৰাকৈয়ে খাইছিল। সকলোৰে পাণদানত ই অৱশ্যই থাকিছিল কিন্তু আজি কুৰি বছৰ হ'ল, মুন্সী চৈয়দ আহমদ হুছৈন চাহাবে নিজে উদ্ভাৱন কৰি এক বিশেষ প্ৰকাৰে

তৈয়াৰী তামথু উলিয়ালে যাৰ আকাৰ ভিজা বাৰুদৰ গুড়িৰ দৰে আছিল। ই ইমান লোক প্ৰিয় হ'ল যে কেই বছৰমানৰ ভিতৰতে তৈয়াৰ নকৰাকৈ তামথু খোৱা প্ৰথা প্ৰায়েই উঠি গ'ল।

## 49

আমাৰ আদৰণীয় মিত্ৰ মুন্সী চৈয়দ আহমদ হুছেন চাহাবে শ্ৰেয়ঃ পোৱা তামথুৰ সংস্কাৰৰ আগতে আৰু এটি সফল প্ৰচেষ্টা হৈছিল। তামথুৰ পাত আৰু ডালক খুব ভালকৈ সিজাই তাৰ ৰস উলিয়াই আৰু তাক পগাই আফিঙৰ দৰে ডাঠ কৰি লয়। পাছত তাত কস্তুৰী, কেৰড়া আৰু বহুতো ভাল ভাল সুগন্ধি দ্ৰব্য মিহলাই ইমান সোৱাদলগা আৰু সুগন্ধি কৰি তোলে যে পাণৰ লগত এক ৰতিৰ সমান কিৱাম (তামথুৰ ৰস) খালে তামথুৰ সোৱাদ পোৱাৰ লগে লগে দিনটোলৈ মুখত সুগন্ধ লাগি থাকে। পাছত সূক্ষ্মতাৰ প্ৰিয় সকলে ইয়াৰ আৰু বেছি উন্নতি কৰিলে অৰ্থাৎ এই কিৱামৰ সৰু সৰু বড়ী কেৱল এবাৰ খোৱাৰ মাত্ৰাৰে তৈয়াৰ কৰিলে। পাছত এই বড়ীবোৰত সোণ বা ৰূপৰ বৰ্ক মেৰিয়াই তাক এনে সুন্দৰ আৰু মনোমোহা কৰি তুলিলে যেন মুকুতাহে সজাই থোৱা হৈছে। মুফ্‌তীগঞ্জৰ এগৰাকী বেগমে কিৱাম আৰু বড়ী খুব ভালকৈ তৈয়াৰ কৰিছিল। লক্ষ্ণৌবাসীয়ে তেওঁৰ তৈয়াৰী বড়ীৰ বাহিৰে অইন কাৰখানাৰ তৈয়াৰী বস্তু নাখাইছিল। কিন্তু তেওঁৰ সময়তে আচগৰ আলী মুহম্মদ আলীৰ কাৰখানাই এই দুয়ো বিধ বস্তু তৈয়াৰ কৰি হিন্দুস্তানৰ বজাৰত উলিয়াই দিলে। কিছুকাল পিছত সেই বেগম চাহেবাৰ মৃত্যু হ'ল। পাছত বহুলোকে আৰু বহু কাৰখানাত এই বস্তু তৈয়াৰ কৰিলে, কিন্তু কোনোৱে আচগৰ আলীৰ কাৰখানাক চেৰ পেলাব নোৱাৰিলে। কিন্তু কিৱামৰ এটা বদগুণো আছিল।

ইয়াৰ সুগন্ধ বহু সময়লৈ থাকিলেও, তামখুৰ মজা আৰু তামখুৰ তিতা গুণ প্ৰথম বাৰ পিকৰ লগতেই যায়। এই বদগুণ নাইকিয়া কৰিবৰ বাবে মুন্সী চৈয়দ আহমদ হুছেন চাহাবে নতুনকৈ তৈয়াৰী সুগন্ধি পাত উলিয়ালে যাৰ কেহাগুণ আৰু সুগন্ধ শেষলৈকে তামোলৰ লগত থাকে আৰু এই বিশেষত্বৰ বাবে হঠাতে সংসাৰৰ সকলোৰে মন ইয়াৰ পিনে ঢাল খালে আৰু কিৱাম আৰু তাৰ বড়ী আজিও তৈয়াৰ হয় যদিও এতিয়া ইয়াৰ প্ৰচলন কমি গৈছে আৰু যদি এই গতিয়েই অব্যাহত থাকে তেনেহলে কম দিনৰ ভিতৰতে ই একেবাৰে নাইকিয়া হৈ পৰিবও পাৰে।

পাণৰ লগতে সম্বন্ধ থকা আৰু কেইটামান বস্তু লক্ষ্ণৌত আৱিষ্কাৰ হৈছিল। উদাহৰণ হিচাপে এনে এলাচি ওলাল যে এটা এলাচি খাওক মুখখন তামোল খোৱাতকৈও বেছি ৰঙা হ'ব। ইয়াক তৈয়াৰ কৰোঁতে যদিও পাণ মছলাকে লগোৱা হয় ইয়াৰ ৰং এলাচিৰ বাকলিৰ ভিতৰত ভৰাই দিয়া হয়। কিন্তু ৰঙটো অহাৰ বাহিৰে ই তামোলৰ স্থান লব নোৱাৰে। এনে ধৰণৰ আৰু এবিধ এলাচি তৈয়াৰ কৰা হয়, ইয়াত মিস্সী (দাঁতৰ গুৰি ক'লা কৰা এবিধ গুড়ি) সুমুৱাই দিয়া হয়। দাঁত ঘঁহি থকাতকৈ এনে ধৰণৰ এলাচি থকা পাণ খালেই মিস্সী আপোনা-আপুনি লাগি পৰে, আৰু ভাল ধৰণেই দাঁতৰ মাজত গভীৰ নীলা হৈ লাগি ধৰে। যি কাৰণে ইহঁতক উলিওৱা হৈছিল সেই উদ্দেশ্য দুয়ো প্ৰকাৰৰ এলাচিয়েই পূৰাব নোৱাৰিলে। উদাহৰণ হিচাপে ৰঙা এলাচি পাণৰ সলনি ব্যৱহাৰ নহ'ল আৰু ক'লা এলাচি সুন্দৰ সুগন্ধি মিস্সী হ'ব নোৱাৰিলে; এই কাৰণে জনসাধাৰণে ইয়াক পছন্দ নকৰিলে। আজিও হাঁহি ধেমালিৰ বাহিৰে সভ্য সমাজ আদিত উপযোগ কৰিব পৰা কোনো কাম ইয়াৰ দ্বাৰা সাধিত নহ'ল।

এই সন্দৰ্ভতে আমি মিহি চুপাৰীৰো বৰ্ণনা কৰি দিয়া উচিত। ই পাণ (তামোল)ৰ অভিন্ন অংগ নহলেও ইয়াৰ লগৰেই বস্তু। কিছুমান মানুহে তামোলৰ সলনি ইয়াকেই মুখত লয় আৰু পাণৰ লগত খালেও বহুত মানুহে এনেয়ে মুখত লৈ থাকে আৰু এলাচিৰ

সৈতে ইয়ে খুব মজা দিয়ে। বিশেষকৈ মুছলমানৰ হাতৰ গিলৌৰী ( সজা তামোলখন ) খাব নোৱাৰা বাবে, হিন্দু বন্ধু-বান্ধৱৰ অতিথি সৎকাৰ মিহি চুপাৰী আৰু এলাচিৰে কৰা হয়।

মিহি চুপাৰী তামোলৰ পৰা সংস্কাৰ কৰি উলিওৱা পাণৰ লগত খোৱা এবিধ চুপাৰী। ই লক্ষ্ণৌ, দিল্লী, হায়দৰাবাদ বা অন্য উন্নত নগৰত তৈয়াৰ নহয়, ই ব'তে হয় তাৰ পৰাই তৈয়াৰ হৈ আহে। আচল তামোলটো গাখীৰত দি ভালকৈ উতলায় বুলি কয়। যিয়ে হওক, যি ধৰণেৰেই ই তৈয়াৰ নহওক কিয় ইয়াৰ এটা জেপ্‌জেপীয়া গুণ থাকে। শুষ্কতা নাইকিয়া হৈ উজ্জ্বলতা আহে আৰু কেতিয়াবা বেছি তামোল খালে, গলত যি সোপা লগাৰ দৰে হয় তেনে বদগুণ এই চুপাৰীৰ একেবাৰে নাথাকে। আৰু সঁচাকৈয়ে সাধাৰণ তামোলতকৈ ই বেছি সোৱাদ লগা আৰু কোমল হয়।

মই যিমান দূৰ জানো এই মিহি চুপাৰীৰ প্ৰচলন হায়দৰাবাদ, দিল্লী আৰু অইন চহৰত লক্ষ্ণৌৰ তুলনাত বেছি আৰু সেই সেই চহৰৰ চখীন সকলে নিজৰ ৰুচি অনুসৰি তাৰ সংস্কাৰ কৰিব লাগিছিল। কিন্তু আচৰিত কথা কোনো চতুৰেই এই পিনে মন নিদিলে। মিহি চুপাৰীৰ আচল শাহখিনি বৰ কোমল আৰু বৰ সোৱাদ। বাকলিৰ লগত লাগি থকা খিনি বেছি বেয়া হয়। এই বদগুণ নাইকিয়া কৰিবলৈ আৰু বেয়া অংশ পেলাই দিয়াৰ উদ্দেশ্যেৰেই লক্ষ্ণৌত ইয়াক কাটি-মেলি কেবা প্ৰকাৰৰ মিহি চুপাৰী তৈয়াৰ কৰা হ'ল। প্ৰথম বিধক 'দোকথী বুলি কোৱা হয়। ইয়াৰ তৈয়াৰীৰ পদ্ধতি হ'ল তলে ওপৰে বেছি ভাগকেই আৰু অলপ অলপ কায কাটি সুন্দৰ আৰু ধুনীয়া ৰঙৰ সৰু বাটি যেন কৰি উলিওৱা হয় যিখিনিত কেৱল নৰম আৰু ভাল অংশ খিনিয়েই থাকে। মিহি চুপাৰীৰ এই খিনিয়েই শ্ৰেষ্ঠ বস্তু। দ্বিতীয় শ্ৰেণীৰ মিহি চুপাৰীক এককথী বোলা হয়। ইয়াতো যদিও চাৰিওফালে অলপ অচবপ৹কটা হয় কিন্তু তল ওপৰৰ কোনো ফালৰ বেয়া অংশৰ বেছি ভাগকেই এৰা হয়। তৃতীয় প্ৰকাৰ হ'ল মিহি চুপাৰীৰ মূৰটো সুন্দৰ আঠকোণীয়া ট্ৰে কৰা হয়। ইয়াক

কাটোঁতে যি গুড়ি ওলাই তাক বেলেগে বিক্ৰী কৰি দিয়া হয়। দৰাচলতে লক্ষ্ণৌৰ ই পঞ্চম প্ৰকাৰৰ মিহি চুপাৰী। ইয়াৰো দুই তিনি প্ৰকাৰ হ'ল তাৰ কাৰণ হ'ল দোৰুখী আৰু একৰুখী চুপাৰীৰ মাজত সোৱাদ আৰু কোমলতা হিচাপে বহুতো পাৰ্থক্য আৰু সেয়ে দামৰো আকাশ-পাতাল প্ৰভেদ। মিহি চুপাৰী যদিও লক্ষ্ণৌবাসীৰ খুব চখৰ বস্তু সিমান নহয় তথাপি ইয়াৰ সংস্কাৰো ইয়াতেই হ'ল যি অইন ঠাইত হ'ব নোৱাৰিলেহেঁতেন।

পাণ মছলাৰ কথা শেষ হ'ল যেতিয়া ইয়াৰ বাচনৰ কথাই কোৱা যাওক। পাণৰ বস্তুখিনি ৰখাৰ সকলোতকৈ মহত্বপূৰ্ণ বস্তু হ'ল বা এনেকৈয়ো কব পাৰি যে পাণৰ গিলৌৰীত প্ৰিয়তমাৰ দৰে যি বিদ্যুত আকৰ্ষণ হয় তাৰ বেটাৰী হ'ল পাণদান। প্ৰাচীন কালত বিশেষকৈ দিল্লীত ই বাকচৰ দৰে বস্তু আছিল যি ঘূৰণীয়া, বৰ্গাকাৰ বা আঠকোণীয়া অৰ্থাৎ নানা আকৃতিৰ আছিল আৰু সম্ভৱতঃ দিল্লীৰ পৰাই এই পেটাৰীৰ লেখীয়া পাণদান হায়দৰাবাদলৈ গৈছিল আৰু ইয়াৰেই নকল হ'ল হায়দৰাবাদৰ বিয়াবাৰুৰ সময়ত খুব উদাৰ ভাবে চূণ, কত্‌থা, চুপাৰী, মিহি চুপাৰী, এলাচিৰ লং আৰু পাণ আদি অতিথিৰ মাজত বিতৰণ কৰিবলৈ ব্যৱহাৰ কৰা টিন আৰু আইনাৰ পাণদান। অৰ্থাৎ পুৰণি পাণদান এই পেটাৰী আছিল আৰু এই পেটাৰী লগত লৈয়েই মহিলা সকল দিল্লীৰ পৰা লক্ষ্ণৌলৈ আহিছিল। দিল্লীৰ অনুকৰণ চলি থকা সময়লৈ এই পেটাৰীয়েই চলি থাকিল, কিন্তু যেতিয়াৰ পৰা লক্ষ্ণৌবাসীয়ে নিজৰ চলন-ফুৰণ, ৰীতি-নীতি আৰু ভাষাত আপোন ৰুচি অনুসৰি সাল-সলনি কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়াৰ পৰা পাণদানৰ ৰূপো বদলি হ'ব ধৰিলে। প্ৰথমে পাণ থবৰ বাবে তামৰ ৰঙ থকা ঘূৰণীয়া আকাৰৰ পেটাৰী চলিল, পাছত তাৰ ঢাকনি ওখ আৰু ঘূৰণীয়া হ'বলৈ আৰম্ভ কৰিলে। কম দিনৰ ভিতৰতে ইয়াৰ চেহেৰা ৰূপৰ এটা বহল কলহ যেন হৈ পৰিল যাৰ মুৰৰ ঠাইখিনিত ধৰিবলৈ এডাল দীঘল শিকলি লগাই দিয়া হ'ল। শিকলিডালৰ দুয়ো মুৰ দুপাট বেৰীত সুমুৱাই দিয়া

হয় সেই কাৰণে ওপৰত থকাৰ পৰিৱৰ্ত্তে ইপিনে সিপিনে পৰি থাকে। এই পাণদানৰ ভিতৰত কত্‌থা আৰু চূণ ৰখা দুটা খোটালী থাকে যাৰ আকৃতি সৰু পিতলৰ টৌৰ দৰে হয়। এই দুয়োটা খোটালীৰ শাৰীতে তিনিটা সৰু ডিব্বা থাকে। এই বোৰত কটা চুপাৰী থাকে। এই তিনিওটি ডিব্বা আৰু দুয়োটি টৌৰ লেখীয়া খোটালী একে ঠাইতে থাকে ইয়াৰ মাজত যিখিনি ঠাই বাকী ৰয় তাতে আৰু এটা সৰু ডিব্বা থাকে। সাধাৰণতে এইটোত এলাচি আৰু লং থাকে, ডিব্বাৰ ঢাকোন লগাই থোৱা থাকে, এনেয়ে খোল খাই নাযায়, খুলিবলৈ জোৰ লগাব লাগে। কিন্তু খোটালী কেইটাৰ ঢাকনি কাঁহীৰ দৰে সিহঁতৰ ওপৰত এনেয়ে থৈ দিয়া হয়। কৎথা চূণৰ খোটালীত কৎথা আৰু চূণ লগাবলৈ সৰু সৰু চামোচ থাকে যিবিলাকৰ মুৰটোত কেতিয়াবা ময়ুৰ কেতিয়াবা এনেয়ে থাকে। সেই খোটালী কেইটাৰ ওপৰত এখন ডাঙৰ, গোটেই পাণদান আগুৰাকৈ কাঁহী থাকে ইয়াতেই কাপোৰেৰে মেৰিয়াই পাণ থয়। আগৰ কালত পাণৰ আকাৰৰেই, বেলেগে পাণ ৰখা আৰু এবিধ বাচন আছিল। তাক 'নাগৰদান' বোলা হৈছিল। কিন্তু অভিজ্ঞতাই ইয়াক অনাৱশ্যক আৰু নিৰৰ্থক বুলি প্ৰমাণিত কৰিলে এই কাৰণেই যে ইয়াক বন্ধ কৰিলে বতাহ নালাগে আৰু পাণবোৰ বেয়া হৈ যায়। সেই কাৰণে এতিয়াও যদিও কিছুমান পুৰণি পাণদানত নাগৰদান দেখিবলৈ পোৱা যায়ও তথাপি ইয়াৰ প্ৰচলন লাহে লাহে নাইকিয়া হৈ আহিব ধৰিছে আৰু ইয়াক দেখা নোপোৱা হ'বলৈও আৰু বেছি দিন বাকী নাই।

কিছু দিনলৈ পাণদানে তিৰোতাৰ চন্দুক, ভঁড়াল আৰু কেচ বাকচৰ কাম দিলে আৰু তিৰোতা সকলৰ বাবে হিন্দুস্তানত ই সঁচাকৈয়ে 'ভানুমতীৰ পেটাৰা' আছিল। সেই কাৰণে ইয়াৰ আকাৰ বাঢ়িব ধৰিলে আনকি দহ সেৰ কুৰি সেৰ ওজনৰো পাণদান তৈয়াৰ হ'ব ধৰিলে আৰু যিহেতু অতিথি য'লৈ যায় তালৈকে ইয়াক লৈ যোৱাটো আৱশ্যক আছিল, সেয়ে পাণদান মানুহ জনৰ শক্তি সামৰ্থ্যৰ প্ৰতীক বুলি ভবা হয়। যিমান

ডাঙৰ পাণদান হ'ব বেগম চাহেবাৰ শক্তি সামৰ্থ্যও সিমান বেছি বুলি ভবা যায়। ফলত দোলা খনৰ প্ৰায় সকলো ঠাই পাণদানেই আগুৰি পেলাইছিল আৰু বৰ কষ্ট কৰি কুঁছিমুছিহে বেগম চাহিবা বহিবলৈ ঠাই উলিবাব লগীয়া হৈছিল। এনেকৈয়ে পাণদানৰ ওজন আৰু আকাৰ দিনে দিনে বাঢ়ি গৈছিল। কিন্তু হঠাতে ৰুচিৰ পৰিৱৰ্ত্তন হ'ল, সৰু বস্তুৰ প্ৰচলন হ'ব ধৰিলে। আৰু নতুন ধৰণৰ সৰু ওখ গম্বুজৰ লেখীয়া খাজকটা পাণদান ওলাল যাক প্ৰথমে আৰাম দান বুলি কৈছিল, কিন্তু এতিয়া সাধাৰণতে 'হুস্মদান' ( সুন্দৰ পাত্ৰ ) নামেৰে জনাজাত হ'ল। ইয়াৰ ভিতৰত পাণদানত থকা বস্তুবেই থাকে, কিন্তু বাহিৰৰ আকৃতি এটা কলচী থকা সুন্দৰ গম্বুজৰ দৰে আৰু ইয়াৰ কলচী বা মূৰটোত ধৰি দাঙি লোৱা হয়। হুস্মদান সাধাৰণ ভাৱে সকলোৱে পছন্দ কৰিলে। লক্ষ্ণৌ আৰু আন আন চহৰতো ইয়াৰ চাহিদা বাঢ়িল। লক্ষ্ণৌত পোন প্ৰথমে পুৰুষেই ইয়াক ব্যৱহাৰ কৰিলে বা প্ৰদৰ্শন আৰু বাহ্যিকতা ভাল নোপোৱা সকলে ইয়াক গ্ৰহণ কৰিলে। কিন্তু কম দিনৰ ভিতৰতে ই সকলোৰে হৈ পৰিল আৰু যদিও পুৰণি ধৰণৰ পাণদান একেবাৰে নাইকিয়া হৈ যোৱা নাই, তথাপি এতিয়া হুস্মদানৰ প্ৰচলন বেছি আৰু যিবোৰ ঘৰত পাণদান এতিয়াও বাকী আছে সেইবোৰো সিমান ডাঙৰ নহয়, সৰুহে। এতিয়া মোৰাদাবাদতো লক্ষ্ণৌৰ ধৰণৰ হুস্মদান তৈয়াৰ হ'ব ধৰিছে। কিন্তু এইবোৰ বেছি বহল আৰু লক্ষ্ণৌৰ নিচিনা ধুনীয়া নহয়। লক্ষ্ণৌৰ হুস্মদানৰ যথোপযুক্ত আকাৰটোৰেই ইয়াৰ বিশেষত্ব, অইন ঠাইৰ কাৰিগৰে এই আকাৰেই ৰাখিব নোৱাৰে।

পাণদানৰ পিছতেই খাস দান। ইয়াত ভৰাই পাণৰ গিলৌৰী মহফিল বা মিত্ৰ মণ্ডলীৰ গোষ্ঠীত পৰিৱেশন কৰা হয়। দিল্লীত এই কাম এখন খোলা কাঁহীয়েই দিয়ে যাৰ এপিনে কাটি থোৱা চুপাৰী থাকে আৰু অইন ফালে আধা আধা পাণ চূণ আৰু কৎথা লগাই ভুভাজ কৰি থৈ দিয়া থাকে। আৰু যিহেতু আজিও এই কাঁহীৰ প্ৰচলনেই আছে সেয়ে আগতেও অতিথিৰ আগত পাণ পৰিৱেশন

কৰাৰ এই পদ্ধতিয়েই আছিল বুলি আশা কৰিব পাৰি। কিন্তু লক্ষ্ণৌত কমপক্ষে তুখন পাণৰ গিলৌৰী সাজে। আগেয়ে ইয়াৰ আকাৰ সিঙ্গাৰা-টোৰ দৰে আছিল, কিন্তু এতিয়া বটলৰ মুখত সোপা দিবলৈ কাগজেৰে সজা সোপাটোৰ দৰে হৈছে। তাৰ পিছত তাক খোল নোখোৰাকৈ ৰাখিবৰ বাবে শলা মৰা হয়। আগতে লণ্ডৰ শলা আছিল পাছত, জৰীৰে এটা সুৰা কৰা হ'ল। ইয়াৰ ৰূপ এনে যে ৰূপৰ সৰু এটি ডিব্বা বা ইত্ৰদানৰ চাৰিওপিনে বহুতো জৰী মেৰুৱাই থোৱা হয় তাত শলা লগোৱা থাকে। এই পুৰা সুৰাটো পাণৰ লগত খাসদানত থোৱা হয়, কিন্তু ইয়াক অনৰ্থক বোজা বুলি ভাবি গিলৌৰীত লোৰ শলা লগাব ধৰিলে। কিন্তু এতিয়া সকলোতকৈ ভাল উপায় হ'ল গিলৌৰীটো এপাত পাণেৰে মেৰিয়াই নোখোলাকৈ ৰখাটোহে।

গতিকে এই গিলৌৰীক এখন কাঁহীত ৰখা খুব উপযোগী নাছিল। সেই কাঁহীৰ ওপৰত গম্বুজৰ লেখীয়া বা কলচী থকা ঢাকোন উলিয়ালে যিয়ে কাঁহীখনৰ গিলিপ মাৰি ধৰে। ঢাকোনখনে খাসদানৰ আকাৰ সৰু হুস্নদানৰ দৰে কৰি তুলিলে।

## 50

পাণৰ গিলৌৰী থবৰ বাবে যদিও খাস দানৰ বহুতো উন্নতি কৰা হ'ল, আৰু তাৰ সৌন্দৰ্য্য আৰু আকৰ্ষণ বঢ়াবলৈ চেষ্টাৰ কোনো ত্ৰুটী কৰা নহ'ল, কিন্তু যেতিয়া এই কথা দেখা গ'ল যে গৰম কালি তামৰ বাবে খাসদান গৰম হৈ পৰে আৰু তাত থোৱা পাণৰ সুন্দৰ গিলৌৰী শুকাই যোৱাৰ উপৰিও গৰম হৈ পৰে, আৰু খালে মজা পোৱাত কৈ কষ্টহে পায়, মুখখনো শুকাই যায়, তেতিয়া সেই বতৰত পাণ ঠাণ্ডা কৰি ৰাখিবৰ বাবে মাটিৰ নতুন পাত্ৰ ব্যৱহাৰ কৰা হ'ল। ইয়াৰ দ্বাৰা পাণৰ তাত্‌কা গুণ আৰু আনন্দপ্ৰদতা বাঢ়ে আৰু এটা ভাল মহ্‌মহীয়া গোন্ধো ওলায়। এই কাগজী হাড়ী

লক্ষ্ণৌত ইমান পাতল, সুন্দৰ আৰু বৰ্কৰ দৰে ফিৰ্‌ফিৰীয়া হয় যে অইন কোনো ঠাইতে এনেকুৱাকৈ তৈয়াৰ কৰবি নোৱাৰে। যেতিয়া ইয়াক পানীত তিয়াই আৰু গিলৌৰী ভৰাই সমুখলৈ অনা হয়, তেতিয়া পাণ খোৱাটো বেলেগ কথা, মাটিৰ পাত্ৰৰ চেহেৰাটোৱেই চাই থাকিব লগীয়া হয়।

পাছত ধনী সকলৰ শিষ্টতাৰ এই মনোভাৱে ( ইয়াক বাৰে বাৰে ভিজাই থকাটো মুস্কিল, আৰু যেতিয়ালৈকে পানীত ভিজি নাথাকে মজাও নাপায়, ) তাৰ ওপৰত কাপোৰ মেৰিয়াই দিয়া হ'ল যাতে পাত্ৰটো তিয়াই ৰাখে। সাধাৰণ বগা কাপোৰ সোনকালে ময়লা হৈ যায় কাৰণে, আৰু গিলৌৰী ৰখা বাবে ঠায়ে ঠায়ে শুকান দাগ পৰা বাবে বগা কাপোৰৰ সলনি ৰঙা টুইলৰ কাপোৰেৰ মেৰুৱাই দিয়া হ'ল যাতে সোনকালে ময়লা নহয় আৰু পাণৰ দাগে ও যাতে কুৰূপ কৰিব নোৱাৰে। এই পাত্ৰৰ ওপৰত মেৰিওৱা ৰঙা টুইল কাপোৰত ৰূপালী বুটাও কোনো কোনোৱে দিব ধৰিলে। এই বস্তুবোৰে পাণৰ হাড়ীক সজাই পৰাই কইনাজনী যেন কৰি তুলিলে।

তামৰ খাসদানো সাধাৰণতে গিলাফ লগাই থোৱা আছিল আৰু এনে ধৰণৰ গিলাফৰ প্ৰচলন পাণদান আৰু হুস্মদানবো আছিল। এইবোৰ নিজৰ সামৰ্থ্য আৰু স্তৰ অনুসৰি জাকজমক কৰা হৈছিল। এই ক্ষেত্ৰত কেৱল সুৰক্ষাৰ কথাই নহয়, প্ৰদৰ্শনো অভীষ্ট আছিল।

এনে ৰঙা টুইল, বুটা বছা সুৰাহী ( কলহ জাতীয় পাত্ৰ ) তে মেৰিয়াইছিল য়াৰ ফলত সুৰাহীৰ পানী খুব ঠাণ্ডাই থাকিছিল আৰু তাৰ ৰূপ দেখিলেই পিয়াহ নলগা জনেও পানী খাবৰ ইচ্ছা কৰিব।

পাণ খোৱা মানুহবোৰে প্ৰায়েই পিক পেলাবলগীয়া হয় যাৰ কাৰণে বাৰে বাৰে উঠি যোৱাটো বৰ কষ্টকৰ। আৰু যিবোৰৰ কোঠালীত ধুনীয়াকৈ কাপোৰ আদি পৰা থাকে তাৰ অলপ দূৰলৈ গলেহে পিক পেলাবৰ ঠাই পাব পাৰে, ( পিক পেলালে আকৌ ঠাইটুকুৰা লেতেৰা হয়। গতিকে পাণৰ লগতে, ইয়াৰ পিক পেলাবলৈও এবিধ বাচনৰ দৰকাৰ হৈ পৰিল। এই বাচনক উগাল দান বা পিকদান বুলি

কোৱা হয়। লক্ষ্ণৌৰ বিশেষত্ব বুলি কবলৈ পিকদান একো নতুন বস্তু নহয়। পিকদান প্ৰথমে সম্ভৱতঃ দিল্লীত ওলাইছিল আৰু তেনে ভাৱেই লক্ষ্ণৌলৈ আহিল। তাৰ ৰূপ এনে আছিল—তলৰ পিনে ঘূৰণীয়া তলুৱা, তাৰ ওপৰত এটা ঘূৰণীয়া লাটুমৰ দৰে, আৰু তাৰ ওপৰত পদুমৰ দৰে মুখ। এনে পিকদান, তাম, পিতল আৰু দস্তাৰে সকলো ঠাইতে তৈয়াৰ হ'ব ধৰিলে। বীদৰত ইয়াৰ ওপৰত অতুলনীয় সাজ-সজ্জা কৰা হ'ল, লক্ষ্ণৌত তামৰ ওপৰত চিত্ৰকৰী কৰা হ'ল, পাছত মোৰাদাবাদত তৈয়াৰ হ'ব ধৰিলে আৰু তাত্তে সূক্ষ্মচিত্ৰ আদি অঙ্কিত হ'ব ধৰিলে। লক্ষ্ণৌত আকৌ এই আকাৰৰ মাটিৰেই পিকদান সাজিব ধৰিলে।

কিন্তু ইয়াৰ বদগুণ আছিল এই যে ইয়াৰ তলখণ্ড পাতল আৰু ওপৰৰ খণ্ড বেছি বিস্তৃত হোৱা কাৰণে গধুৰ হৈ পৰিছিল। ফলত সামান্য ভাবে অসাৱধান হলেই ই বাগৰি পৰিছিল আৰু মজিয়াত পাৰি থোৱা কানি-কাপোৰ লেতেৰা কৰিছিল। এই বদগুণ দূৰ কৰিবৰ বাবে জয়পুৰ, হায়দৰাবাদ আৰু তাৰ পাছত মোৰাদাবা দত এবিধ অইন ৰূপৰ পিকদান ওলাল সিও সম্ভৱতঃ দিল্লীৰেই আৱিষ্কাৰ। ইয়াৰ আকৃতি বান্দৰ নচুৱা লোকৰ দুগ্‌ডুগীটোৰ নিচিনা আছিল আৰু লক্ষ্ণৌৰো বহুতো মানুহে এনে ধৰণৰ পিকদান লব-লগীয়াত পৰিল। যদিও এতিয়াও পুৰণা পিকদান নোহোৱা হোৱা নাই, আৰু সেই ধৰণৰ ডাঙৰ ডাঙৰ পিকদান আজিও তৈয়াৰ কৰে, কিন্তু বহুতো ঘৰত এই নতুন ধৰণৰ পিকদানো আছে। সঁচা কবলৈ হলে পিকদানৰ আৱিষ্কাৰ আৰু ইয়াৰ প্ৰগতিত লক্ষ্ণৌৰ কোনো যোগদান নাই—যদিও ইয়াৰ প্ৰচলন লক্ষ্ণৌতহে হিন্দুস্তানৰ সকলো চহৰতকৈ বেছি।

এতিয়া এক নতুন বিধৰ বহি থকা আৰু বহল ইংৰাজী পিকদানো আহিছে যি চীনামাটি আৰু তামচীনাৰ তৈয়াৰী, কিন্তু ই সম্ভৱতঃ চিগাৰেট খাবৰ সময়ত থু পেলাবৰ কাৰণেহে; পাণ খাই পিক পেলাবৰ কাৰণে ই উপযুক্ত নহয়।

খাসদানৰ পিছত ধনী আৰু আড্যৱন্ত মানুহৰ লগত থোৱা বস্তুৰ ভিতৰত পানীৰ লোটাও এটা, যি খিদমতগাৰ ( সেৱক )ৰ ওচৰত থাকে। সাধাৰণতে ই তামৰ সাধাৰণ আৰু চিধা চাদা লোটা। যি সকলক খোদাই সামৰ্থ্য দিছে আৰু লগতে ধন আৰু সম্পত্তিয়ে তেওঁ-লোকক 'শৰীঅতৰ' নিয়মৰপৰা মুকলি কৰি দিছে, তেওঁলোকে ৰূপৰ লোটা ৰাখে।

লোটা হিন্দুসকলৰ সময়ৰে পুৰণি বস্তু। ঢাকনি নোহোৱা এইবিধ বাচনৰ মুখ পেটটোতকৈ সৰু আছিল। আৰু যিহেতু কুঁৱাৰ পানী তুলিব লগীয়া প্ৰায়েই হৈছিল, সেয়ে সকলো যাত্ৰীৰ লগতে ভ্ৰমণ কালত লোটা আৰু ৰছী প্ৰায়েই থাকিছিল। গাঁৱৰ হিন্দু আৰু তাৰ নিম্নস্তৰৰ মুছলমান সকলৰ মাজত আজিও এই প্ৰথা চলি আছে। মুছলমান সকলে এই লোটাত 'নলী' ( টেপ ) লগাই ললে যাতে পানী ব্যৱহাৰ কৰাত সহজ হয়।

মই এই কথা নাজানো যে দিল্লীৰ ধনীসকলৰ মাজতো এই প্ৰথাৰ প্ৰচলন আছিল নেকি আৰু যি সকলৰ সৈতে চাকৰ আছিল সিহঁতৰ লগত লোটা নিশ্চয় আছিল যিহেৰে পানী খোৱা, মুখ ধোৱা আৰু অন্যান্য আৱশ্যকীয় কাম কৰিছিল। কিন্তু লোটাৰ আজি যিটো স্বৰূপ দেখিবলৈ পোৱা যায় তাক সুন্দৰ কৰি তোলাত লক্ষ্ণৌৰ যথেষ্ট অৱদান আছে। ইয়াৰ বিষয়ে তামৰ বাচন-বৰ্তনৰ সন্দৰ্ভত বৰ্ণনা কৰিম। জহকালি ৰঙীন কাপোৰৰ জোলোম লগোৱা বিচনীও চাকৰৰ লগত আছিল। পিছৰ কালত ৰ'দৰ পৰা ৰক্ষা পৰাৰ উদ্দেশ্যে মালিকৰ মূৰৰ ওপৰত ছাতি ধৰি থকাৰো প্ৰয়োজন হৈছিল।

ঘৰৰ ভিতৰুৱা কামত, হাত আদি ধুবলৈ সিলফ্‌চী ( ঢাকনি থকা চৰিয়া—ডেগচী ) আৰু আফতাৰা ( ঢাকনি থকা—হাত থকা লোটা ) হিন্দুস্তানৰ ধনী মানুহৰ ঘৰৰ পুৰণি বস্তু—দিল্লীত কৰ নোৱাৰা দিনৰ পৰাই প্ৰচলিত আছিল আৰু সেই একেই ঠাট-বাটেৰে লক্ষ্ণৌলৈ আহিল। ইয়াত সিলফ্‌চী ( ডেগচী জাতীয় বাচন ) সেই একেই থাকিল আৰু যদিও তাৰ ঠাইত তসলা ( দালি আদি ৰন্ধা বাচন

বিশেষ )ৰ বেছি প্ৰচলন হ'ল তথাপি সি সিলফ্‌চীৰ স্থানাপন্ন হ'ব নোৱাৰে। সিলফ্‌চী ঘূৰণীয়া পেটৰ এবিধ বাচন যাৰ মুখখন অলপ সৰু কৰি তাৰ কাণটো কাঁহীৰ আকৰত বহল ধৰণৰ হয় আৰু মুখত এখন জালৰ পৰ্দা থাকে য'ত হাত ধুলে পানীখিনি তলত পৰি যায়। এই পৰ্দাখন বা সাঁফৰখন যেতিয়াই ইচ্ছা খুলি খুব ভালকৈ পৰিষ্কাৰ কৰিব পাৰে। এই জালখনৰ ওপৰত অলপ ঘাঁহ-বন ছটিয়াই দিয়ে লগতে পানী পেলালে গালৈ ছিটিকি নপৰে। ইয়াৰ খুব বিশেষত্ব আৰু ভদ্ৰতা এয়ে যে দেখিবলৈ বেয়া ময়লা পানীও চকুৰ আগত নপৰে আৰু সৌন্দৰ্য্য ভালপোৱা মানুহে কষ্ট নাপায়। অৱশ্যে আফ্‌তাবাৰ সলনি সাধাৰণ লোটাৰ প্ৰচলন হ'ল। আচলতে আফ্‌তাবাই পুৰণি কালৰ লোটা আছিল, যাৰ ওপৰত লক্ষ্ণৌবাসীয়ে আপোন ৰুচি অনুসৰি বৰ্তমানৰ ৰূপ ৰং দিলে। পুৰণি আফ্‌তাবা নামৰ লোটাৰ আকাৰ শঙ্খ আকৃতিৰ তামৰ বাচন এবিধ আছিল যাৰ পেট আৰু গলৰ মাজত কোনো পাৰ্থক্য নাছিল। তলত যিমান ঘেৰ, ওপৰৰ পিনে ক্ৰমে কমি যায় আৰু শেষত সেয়েই গল হৈ পৰে। আনকি কানটো ভাঁজ দি মুখ কৰি লয় আৰু এপিনে ভাঁজ লগোৱা নল লগোৱা হয়। এই আকৃতিৰ লোটা হায়দৰাবাদত আজিও পোৱা যায়, যিয়ে নিজৰ প্ৰাচীনত্ব আৰু আমাৰ সকলোতকৈ পুৰণি লোটাৰ প্ৰমাণ দিয়ে। ইয়াৰ আকৃতি মিচৰ আৰু চিৰীয়াৰ পানীৰ মাটিৰ বাচন বা ইংৰাজৰ মুখ ধুবৰ বাবে মেজত থকা চীনামাটিৰ জগটোৰ দৰে আৰু এই কাৰণেই ভাব হয় যে মুছলমান সকলে আৰব আৰু ইৰাণৰ পৰা ইয়াক লগত লৈ অহিছিল। অলপ দিনৰ পিছতে ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱে ইয়াৰ প্ৰথম পৰিৱৰ্তন কৰিলে যে পেটটো ঘূৰণীয়া কৰি গলৰ পৰা বেলেগে, মুখ কৰি পেলালে, কিন্তু যিহেতু ই মূলৰ নিচিনাই আছিল, সেয়ে ইয়াৰ দীৰ্ঘতা বাকী থাকিল অৰ্থাৎ দীঘ বহল ওখ অনুপাতে নাছিল সেই সময়তো পেটৰ ঘূৰণীয়া ঘৰটো বলৰ দৰে নাছিল—ডিম্বাকৃতিহে আছিল। যিমানেই ওখ সেই অনুপাতে তাৰ ঘেৰ আৰু বহল বাঢ়ি গৈছিল। গলটো উপযুক্তভাৱে হেলনীয়া

আছিল আৰু নলটো তলৰ পিনে বহল আগটোৰ ওচৰত জোঙা, ভাঁজ লগা আৰু খুব ধুনীয়া হ'ব ধৰিলে। এয়াই লক্ষ্ণৌৰ বৰ্তমান লোটা যাতকৈ ধুনীয়া আৰু সুগঢ়ী লোটা হিন্দুস্তানৰ কোনো চহৰতে তৈয়াৰ নহয় আৰু প্ৰত্যেক ঠাইৰ চখীন মানুহে ইয়াৰ পৰা মগাই নিয়ে। ইয়াৰ লোটাত যি বিশেষত্ব সৃষ্টি হ'ল সৰু লোটাৰ পৰা ডাঙৰ ডাঙৰ লোটালৈ সকলোতে দেখা পোৱা গ'ল।

এনে ধৰণৰ পৰিৰৰ্তন তামৰ সকলো বাচনতে হ'ল যাৰ বৰ্ণনা আমি আগলৈ কৰিম কাৰণ ইয়াত সেইখিনি কৰৰ স্থান নাই।

বেচনদানী আচলতে তামৰ নলী নথকা এক প্ৰকাৰৰ লোটা য'ত বেচন ভৰোৱা থাকে। সাধাৰণতে খোৱাৰ পিছত হাতৰ পিছল ভাব গুচুৱাবৰ কৰণে ইয়াৰপৰা বেচন লৈ হাতত ঘঁহি পাছত পানীৰে ধুই পেলোৱা গৈছিল। বহুত কম মানুহ এনে আছে যি সকলে বেচনৰ ঠাইত বেচনদানীত খলিহৈ ৰাখে, এই কাৰণে যে বেচন খোৱা বস্তু। ইয়াত হাত ধুই নষ্ট কৰাটো তেওঁলোকৰ মতে অন্যায় আৰু অনুচিত। কিন্তু আজি কালি এই ৰীতি বহু কমি গ'ল এই কাৰণেই যে খলিহৈ বা মাহতো বিয়াৰ বাহিৰে অন্য সময়ত কোনোৱে ব্যৱহাৰ নকৰে আৰু খলিহৈৰে হাত ধুলে তাৰ তীব্ৰ গোন্ধ লাগি থাকে।

## 51

সমাজৰ চলন-ফুৰণৰ বহুতো আৱশ্যকীয় বস্তু আৰু শিষ্টাচাৰৰ বৰ্ণনা আমি আগয়ে কৰি আহিছোঁ। কিন্তু এতিয়া আমি ইয়াৰ সম্ভ্ৰান্ত-লোকসকলৰ বাহিৰলৈ অহা যোৱা কৰা ৰীতি আৰু তাৰ গৰিমাৰ বিষয়ে কোৱাটো আৱশ্যক বুলি অনুভৱ কৰিছোঁ। হিন্দুস্তানৰ সকলো নগৰৰ দৰে ইয়াতো ইংৰাজীয়তা ইমান বেছি বদ্ধমূল হৈ পৰিছে যে এছিয়াৰ অন্তিম সংস্কৃতিয়ে যি ৰূপ ধাৰণ কৰিছিল, সি একেবাৰে

নিশ্চিহ্ন হৈ গ'ল। কিন্তু আমি এই সুযোগতে যি লাইকিয়া হৈ গৈছে বা নিশ্চিহ্ন হোৱাৰ পথত তাৰেই বৰ্ণনা কৰিম। সেয়ে আমি আজিৰ পৰা ষাঠি-সত্তৰ বছৰ আগৰ সময়লৈ উভতি যাওঁ আৰু সেই সময়ৰ চিত্ৰ, যি আজি ক'তো দেখিবলৈ পোৱা নাযায় পাঠকৰ সমুখত দাঙি ধৰোঁ।

আজি কালিৰ দৰে দামী মটৰ, ডাঙৰ দীঘল ফিটন আৰু লৈডো (এক প্ৰকাৰৰ ঘোঁৰা গাড়ী) নথকা কাৰণে আৰু আজিৰ স্বাস্থ্য সিদ্ধান্তৰ প্ৰতি মনোযোগ নথকা বাবে সেই সময়ত আজি কালিৰ দৰে ডাঙৰ দীঘল আৰু বিশাল ৰাস্তা নাছিল, ঠেক ৰাস্তা আছিল সেইবোৰেৰে হাতী, ঘোঁৰা উট, হৱাদাৰ (মানুহে কঢ়িওৱা একপ্ৰকাৰ বাহন), পীনস (পাল্কী), ম্যান (বাহন বিশেষ) সুখপাল (এক প্ৰকাৰৰ পাল্কী) দোলা ৰথ, বহল (চৈ দিয়া গৰু গাড়ী আদি) মানুহৰ ভিৰৰ মাজেদি—যা-যা' বাট এৰ আদি বুলি কৈ সকলো সময়তে অহা যোৱা কৰিছিল। যিমানেই ভিৰ থকা বজাৰ হওক বা সকলোৱে ভালপোৱা ৰম্যস্থল হওক সকলোতে প্ৰায় একে অৱস্থাই হৈছিল।

সৈন্য বাহিনীৰ আৱশ্যকতা, সন্দেশ বাহক বা বোজা কঢ়িওৱাৰ বাবে নিযুক্ত এক উটৰ বাহিৰে, বাকী সকলো বাহন ভদ্ৰ আৰু ধনী লোকৰ মাজত নিজৰ অৱস্থা আৰু সামৰ্থ্য অনুসৰি প্ৰচলিত আছিল। অভিজাত বৰ্গৰ ছাহজাদা আৰু নৱাব বা তেওঁলোকৰ স্তৰৰ অন্য ধনী-লোক হৱাদাৰ আৰু বুচাত উঠি বাহিৰ ওলাইছিল। হৱাদাৰ টমৃটম (ঘোঁৰাগাড়ী বিশেষ)ৰ আকাৰৰ এক খোলা দোলা বিশেষ আছিল যাৰ পিছপিনে ছামৰাৰ আৱৰণ আছিল আৰু লোহাৰ খুটীৰে তাক খোলা জপোৱা কৰিব পৰা গৈছিল। ঠাণ্ডাৰ সময়ত ওপৰৰ চৈ পেলাই দিলে চাৰিওপিনৰ সকলো খোলাই থাকে। আগৰ পিনে আৰু পিছফালে পাল্কীৰ দৰে ডাণ্ডা লগোৱা থাকে। চাৰিজন সেৱকে তাকেই কান্ধত লৈ যায় আৰু যিজন ব্যক্তিয়ে তাত উঠে খুব ঠাট-বাটেৰে বহি বজাৰ ঘূৰে, সকলো বস্তু চাই মেলি, আৰু চিনা পৰিচিত সকলক

মাতবোল নমস্কাৰ দি যায়গৈ। হৱাদাৰৰ আকৃতিৰ পৰা অনুমান হয় যে ই মূল ইংৰাজৰেই সৃষ্টি। হিন্দুস্তানত যদি তেওঁলোকে নিজ ৰুচি অনুসৰি আৰু নতুনত্ব দেখুওৱাৰ ইচ্ছাৰে সজাইছিল আৰু ইয়াৰ সৌন্দৰ্য্য আকৰ্ষণীয় আৰু পৰিষ্কৃত ৰূপৰ কাৰণে হিন্দুস্তানৰ ধনীলোক সকলে খুব পছন্দ কৰিলে। এতিয়া ইয়াৰ প্ৰচলন একেবাৰে উঠি গ'ল, অৱশ্যে কোনো পুৰণি আঢ্যৱন্ত মানুহৰ ঘৰত দুই এখন হৱাদাৰ পৰি থকা দেখিবলৈ পোৱা যায় যি ধনী সকলৰ দৈনন্দিন কামত অৱশ্যে নহয়, কিন্তু আঢ্যৱন্ত হিন্দু সকলৰ দৰাৰ সমদলত এতিয়াও কেতিয়াবা কেতিয়াবা দেখিবলৈ পোৱা যায়।

বুচা ইয়াতকৈ বেছি প্ৰতিষ্ঠিত আৰু গৌৰৱজনক বাহন আছিল। ইয়াৰ আকাৰ আজিকালিৰ ৰৰচাম ( বাহন বিশেষ ) বা অক্কা (নাৱ) গাড়ীৰ দৰে আছিল যাৰ চকাৰ সলনি খুৰা থাকিছিল আৰু আগে পিছে পাল্কীৰ দৰে দুডাল ডাণ্ডা আছিল আৰু কমেও আঠ আৰু প্ৰায় যোল জন দোলাভাৰীয়ে ইয়াক কঢ়িয়াই নিছিল, এই কাৰণেই যে মানুহে কঢ়িওৱা সকলো প্ৰকাৰ বাহনৰ ভিতৰত ই বেছি গধুৰ আছিল। এই বাহনত সম্ভৱতঃ কেতিয়াবা অইন অধিকাৰীও উঠিব পাৰে, মই কিন্তু কেৱল ৰাজিদ আলী ছাহক কলিকতাত ইয়াত উঠি ফুৰা দেখিছিলোঁ আৰু তেওঁৰ বাহিৰে অইন কাৰো তাত এই বাহন মই দেখা নাই। বাদছাহে, বাগিচাত, মহল আৰু কোঠী আদিলৈ ইয়াত উঠিয়েই ঘূৰি ফুৰিছিল আৰু তাৰ চাৰিওপিনে চাকৰৰ দলৰ বাহিৰেও চৰকাৰী অন্য অধিকাৰী আৰু দৰবাৰী মোচাহিবৰ দল খোজ কাঢ়ি গৈছিল। কিন্তু ই নিশ্চয় ইংৰাজৰ আৱিষ্কাৰ আছিল। সেই যুগৰ ইংৰাজৰ গাড়ীৰ অনুকৰণত দোলাভাৰীয়ে দাঙি লব পৰা হিচাপে ইয়াক সাজি উলিয়াইছিল।

সুখপাল সেই সময়ত মহিলাৰ বাবে খুব সম্মানজনক বাহন আছিল যি সম্পূৰ্ণভাৱে হিন্দুস্তানী বস্তু আৰু হিন্দুস্তানী ৰুচিৰ অনুকূল আছিল। ই এক ৰঙা গম্বুজৰ লেখীয়া দোলা আছিল। এখন ডাঙৰ দীঘল দোলনাত ৰঙা ৰঙৰ ধুনীয়া বুৰ্জৰ দৰে সাজি উলিওৱা হয় য'ত সোণ-

ৰূপৰ কলচী লগা থাকে। চাৰিও ফালে পৰ্দা ওলোমাই দিয়া হয়। ইয়াৰো আগে পিছে ছুই বা এককৈ ডাণ্ডা থাকে আৰু বহুতো দোলা-ভাৰীয়ে ইয়াক দাঙি নিয়ে। এই বাহন অভিজাত বৰ্গৰ বেগম আৰু ছাহী ( ৰাজ ) মহলৰ বাবে আছিল।

ৰথ এই আকাৰৰ চকাযুক্ত গাড়ী আছিল য'ত বলদ জুৰি দিয়া আছিল। ৰথ গাঁৱৰ তালুকদাৰ আৰু প্ৰতিষ্ঠিত জমিদাৰৰ তাত আৰু দেশীয় ৰাজ্যবোৰত এতিয়াও আছে, কিন্তু দিনে দিনে ই অৰ্থহীন হৈ আহিছে আৰু ইয়াৰ প্ৰচলন ক্ৰমাৎ কমি আহিছে। লক্ষ্ণৌত খাচ ছাহী বেগমৰ বাবে সেই সময়ত হেজাৰ ৰথ আছিল। ছুজাউদ্দৌলাৰ বীবী বহু বেগম চাহিবাই নবাব আচফউদ্দৌলাৰ শাসনকালত বৈধব্য জীৱন এগৰাকী শাসক ৰাণীৰ ৰূপত জাকজমকতাৰে ফৈজাবাদত অতিবাহিত কৰি আছিল। তেতিয়া অকল তেওঁৰেই আঠ-ন শ ৰথ আছিল আৰু প্ৰাচীন কালত যেতিয়া দিল্লীৰ বাদছাহে নিজ ৰাজ্যত দূৰ দূৰণিত ভ্ৰমণ কৰিছিল তেতিয়া তেওঁলোকৰ বেগমসকল এই ৰথত উঠিয়েই তেওঁলোকৰ লগত গৈছিল।

বহল বলদৰ সাধাৰণ গাড়ী আছিল, এখন সৰু খাটত ছুটা চকা লগাই দি, পাছত তাৰ ওপৰত চাৰিডাল খুটী লগাই ওপৰত চাল লগাই দিয়ে আৰু তাঁৰ ওপৰত পৰ্দাৰ ঢাকনি দিয়ে। ইয়াত প্ৰায়ে মতা-মাইকী উভয়ে ভ্ৰমণ কৰিছিল। সেই সময়ত মধ্যম বৰ্গৰ গাঁৱলীয়া আৰু নগৰীয়া ছুয়োৰে বাবে ভ্ৰমণৰ মাধ্যম এই বাহনেই আছিল। বহল গাঁৱত এতিয়াও আছে, কিন্তু ইয়াৰ আৱশ্যকতা দিনে দিনে কমি আহিছে। আৰু খুব সোনকালে এনে দিনো আহিব যিদিনা এই বাহন দেখিবলৈ নাইকিয়া হ'ব।

ইয়াৰ বাহিৰে সকলো বাহনৰ বিষয়ে সকলোৱে জানে। সেয়ে তাৰ ৰূপ ৰঙৰ কথা কোৱাৰ আৱশ্যকতা নাই।

এই সকলো বাহন নগৰৰ সকলো ৰাস্তা আৰু গলী আদিৰে পাৰ হৈ যোৱা দেখা গৈছিল। বেছিভাগ মানুহ পনিস ( পাল্কী )তেই উঠে। শিক্ষিত, হাকীম, অধিকাৰী বিষয়া আৰু আঢ্যৱন্ত লোকে যিসকলক

খোদাই শক্তি দিছে, চাৰিজন দোলাভাৰী চাকৰ ৰাখে, যি সেৱাও কৰে আৰু বাহনৰ কামো কৰে। যিসকলৰ অকণমান বীৰত্ব থাকে বা যিসকলে সৈনিকৰ দৰে সাহস দেখুৱাব খোজে যি সেই সময়ত প্ৰায় সকলো চহৰতে প্ৰায়েই প্ৰচলিত আছিল, ঘোঁৰাত উঠি ফুৰিছিল। ঘোঁৰাটোক ৰূপৰ অলঙ্কাৰ আৰু কাৰচোব আদিৰে সজাই কইনাজনী যেন কৰি তোলে। অভিজাত বৰ্গৰ প্ৰতিষ্ঠিত মানুহ হাতীত উঠি সাধাৰণতে অহা যোৱা কৰে। যদিও ই ইমান ওখ আৰু বিৰাট, তথাপি সাধাৰণ অলী-গলীৰেও ই নিঃশঙ্কচিত্তে পাৰ হৈ যাব পাৰে। হাতীৰ ওপৰত সাধাৰণ কাৰচোব, জোলোম আৰু তাৰ ওপৰত মুকলি হাওদা বা বুৰ্জৰ দৰে ছাঁ দিয়া হাওদা বন্ধা হয়।

সুখপাল আৰু পনিসত আৰোহণ কৰা মহিলা যাত্ৰী সকলে বৰ আৰামেৰে আৰু গৰিমাৰে ফুৰিব ওলায়। পাল্কীত ৰঙা ৰঙ দিয়া থাকে, যিহত কেতিয়াবা ফুল আদি ওলোমাই দিয়াও হয়। দোলাভাৰী সকলে ৰঙা ৰঙৰ পোছাক পিন্ধে। মূৰত ৰঙা মেৰিওৱা পাগুৰি থাকে আৰু পাগুৰিত ৰূপৰ মাছ লগোৱা থাকে। মাছক হিন্দুস্তানৰ শুভ প্ৰতীক বুলি ভবা হয়। যাবৰ সময়ত আজিও তিৰোতাৰ মুখৰ পৰা ওলায় সেই মাছ।" সম্ভৱতঃ ইয়াৰ সম্বন্ধ জ্যোতিষৰ লগত আছে আৰু ইও জ্যোতিষীৰেই উপদেশ যেন লাগে যে ৰূপৰ মাছ সাজি দোলাভাৰীৰ পাগুৰিত লগোৱা হয় যি কেইজন আগত থাকে, যাতে ক'ৰবালৈ যাবৰ সময়ত সকলো সময়তে মাছ চকুত পৰি থাকে।

মহিলা পাল্কীৰ লগে লগে এজনী সেৱিকা পৰ্দাৰ এটা কোণাত ধৰি দৌৰি দৌৰি যায়। এই দোলাভাৰী বিলাকৰ বেশভূষা বিশেষ ধৰণৰ। সকলোতকৈ ডাঙৰ চিনাকি আছিল এয়ে লহঙাত ইমান বহল কুৰ্চা লগোৱা থাকে যে তাৰ আধাতকৈ বেছি অংশ কেৱল কুৰ্চাই থাকে।

এই বাহনবোৰৰ ভিতৰত এতিয়া কেৱল পীনস বা পাল্কীয়েই বাকী ৰ'ল বা কেতিয়াবা কোনো ধনী লোকক ঘাঁৰা বা হাতীৰ পিঠিতো দেখা যায়।

ভদ্ৰলোকসকল বাহিৰলৈ ওলালে তেওঁলোকৰ চেহেৰা কেনে হয়

তাকেই চোৱা যাওক। পোছাকৰ কথা আমি বৰ্ণনা কৰিছোঁৱেই, কিন্তু সিবোৰৰ চিত্ৰ দেখুৱাবলৈ আমি পুনৰ সিবোৰৰ কথা অলপ কোৱা আৱশ্যক। বাহনৰ সম্পৰ্কে মই যি অলপ বৰ্ণনা কৰিলোঁ সিবোৰৰ ভিতৰত কেৱল বুচা আৰু হৱাদাৰৰ বাহিৰে আৰু সকলো বস্তু দিল্লীৰপৰা অহাৰ দৰেই আছিল, লক্ষ্ণৌৰ ইয়াত কোনো অৱদান নাই। দৰাচলতে ই দিল্লীৰেই গৌৰৱ আছিল যাৰ অন্তিম দৰ্শন খুব জাকজমকভাৱে লক্ষ্ণৌত প্ৰদৰ্শন কৰি নিশ্চিহ্ন হৈ গ'ল। কিন্তু পোছাকৰ ক্ষেত্ৰত লক্ষ্ণৌ দিল্লীৰপৰা পৃথক হৈ থাকিল। এতিয়া ঘৰত কুৰ্ত্তা বা কামীজ খুলি বহাটো বেয়া কথা বুলি ভবা হয়। কিন্তু সঁচা কৰ লাগিলে সেই সময়ত পোছাক ঘৰৰ কেৱল লেংটীটোহে আছিল। ইয়াৰ দৰবাৰ ছীয়া সকলৰ আছিল আৰু সকলো বস্তু ছীয়া সকলৰ সাঁচতেই গঢ়িছিল। ইমামৰ ধৰ্ম্ম শাস্ত্ৰ অনুসৰি কৰঙণ নাঙঠ কৰি ৰখাত একো আপত্তি নাই, কিন্তু হানুফী সম্প্ৰদায়ৰ ধৰ্ম্ম মতে নাভিৰ-পৰা ভৰিৰ গোৰোহালৈ শৰীৰৰ সকলো অংশ ঢাক খাই থাকিব লাগে আৰু এইবাবে দিল্লীত সাধাৰণতে তহমতৰ নিচিনা লুঙী পিন্ধিছিল যাৰ দ্বাৰা গোৰোহালৈকে শৰীৰৰ অংশ ঢকা থাকে। ইয়াৰ সভ্যতাত ইয়াৰ আৱশ্যকতা বাকী নৰ'লগৈ আৰু ইয়াৰ লুঙী কেৱল এটা সৰু লেঙটী বা আণ্ডিয়াত হে ৰ'বগৈ যিয়ে নাভিৰপৰা কৰঙণলৈকে শৰীৰটো ঢাকি ৰাখে বাকী অংশ খোলাই থাকে। সভ্য আৰু শিষ্ট হৈ বাহিৰলৈ সাজি কাছি ওলোৱাৰ মনোবৃত্তি থাকিলেও ঘৰত কিন্তু এটা লেংটীৰ বাহিৰে এডাল বেছি সূতাও নিপিন্ধে। আৰু এই কথা ইমান সাধাৰণ হৈ পৰিছিল যে এই নাঙঠ অৱস্থাতে নিজৰ ঘৰত কাৰোবাক সাক্ষাত কৰাটোও একো বেয়া বুলি নাভাবিছিল। কিন্তু এই মানুহবোৰেই যেতিয়া বাহিৰলৈ আহে তেতিয়া কি ৰমক জমক চাবা? সাঁচত ঢলা চৌগোশিয়া টুপী, উজ্বল, পৰিষ্কাৰ আৰু বগা অংগৰখা এতিয়াই ধুবীৰ ঘৰৰ পৰা ধুই অনা যেন লগা আৰু এতিয়াই অন্তীন আদিত ৰুচি দিয়া গুলবদন বা নৈনসুখ কাপোৰৰ বহল পায়জামা, কান্ধত তিনিকোণীয়া ৰুমাল, হাতত দন্তী কমাল আৰু লাঠী

ভৰিত লক্ষ্ণৌত তৈয়াৰী পাতল মখমলৰ সৰু জোঙৰ জোতা। বাহিৰত সম্ভ্ৰান্ত লোকৰ এয়েই বেশভূষা আছিল।

বাহিৰলৈ ওলাবৰ সময়ত বহুতো মানুহে এই বেশভূষাৰ প্ৰতি ইমান মনোযোগ দিছিল যে কেতিয়াও তেওঁলোকৰ পোছাক লেতেৰা দেখা নগৈছিল। এনে লাগিছিল যেন এই মাত্ৰ ধুবীৰ ঘৰৰপৰা আনিছে যদিও আচলতে কেৱা মাহো তাক ধোৱা নাই। অলপ বেলি থাকোঁতেই ঘৰৰপৰা ওলায় আৰু বেয়া সকলো বস্তুৰপৰা আঁতৰত থাকি আৰু নিজৰ ছাঁলৈকো ভয় কৰি চ'কলৈকে ঘূৰি আহে। দুই ঘণ্টা ৰাতি পাৰ হলেই ঘূৰি আহে। আহিয়েই প্ৰথম কাম হ'ল কালিৰ (সাঁচা)ত টুপীটো থৈ এখন কাপোৰেৰে ঢাকি দিয়া। অংগৰখা, পায়জামা আৰু ৰুমালখনক সাৱধানে ভাঁজ কৰি দস্তী ৰুমাল-খনত ঘৰীৰ দৰে বান্ধি খুটীত থৈ দিয়া আৰু লেংটী পিন্ধি পুৰণি জোতা বা চেণ্ডেল এযোৰ পিন্ধি বহি থকা। এনেদৰে ৰক্ষণাবেক্ষণত ৰখা কাৰণেহে দামী আৰু পশমীনা কাপোৰ চাৰি-পাঁচ পীঢ়িলৈকে ভাল ভাৱে থাকে। লেতেৰা নহয়, নাফাটে, পোকে নাখায় সদায় নতুনে থাকে, বিয়াৰ উৎসৱ বা জাকজমকপূৰ্ণ মহফিলত এনে ৰাজবেশৰ পোছাক পিন্ধি যায় যে যি সকলে তেওঁলোকৰ অৱস্থা আৰু সামৰ্থ্যৰ কথা জানে, তেওঁলোক আচৰিত হয়।

যদিও অভিজাত বৰ্গৰ অধিকাৰী, বিশেষকৈ যুৱৰাজ, বিদ্বান আৰু হাকীম আৱশ্যকীয় বস্তু লগত লৈ বাহনত ওলাইছিল, কিন্তু ভদ্ৰলোকে আজি কালিৰ দৰে খোজ কাঢ়ি ফুৰাটোও বেয়া বুলি গণ্য নহৈছিল। প্ৰত্যেক স্তৰ আৰু শ্ৰেণীৰ মানুহে একেই ধৰণে খোজাকাঢ়ি ফুৰা-চকা কৰিছিল আৰু খোজকাঢ়ি ফুৰা লোকসকল ডাঙৰ ডাঙৰ ধনী আৰু প্ৰতিষ্ঠিত মানুহৰ সমানে সমানে বহাটোতো একো বেয়া বুলি ভবা নহৈছিল।

লক্লোক সমাজে নিজৰ আৱশ্যকতা আৰু পৃষ্ঠপোষকতাৰে কি কি বস্তুৰ উন্নতি সাধন কৰিলে আৰু কি কি কলাৰ বিকাশ কৰিলে সেই বিষয়ে এতিয়া সংক্ষেপে কব খুজিছোঁ। এই সন্দৰ্ভত বহুতো বস্তুৰ উল্লেখ হ'ব, কিন্তু প্ৰথমে আমি মাটিৰ বাচনৰ পৰাই আৰম্ভ কৰিম।

মাটিৰ বাচন পৃথিৱীৰ প্ৰথম উদ্ভাৱনা। প্ৰত্যেক দেশ আৰু প্ৰত্যেক দেশৰ মাটি খান্দি পুৰণি কালৰ শিল উলিওৱা হৈছে। ইয়াৰ দ্বাৰাই প্ৰমাণিত হৈছে যে মাটিৰ ভাটি পকাই মাটিৰ বাচন সজোৱা জ্ঞান মানৱে বিকাশৰ একেবাৰে প্ৰাৰম্ভিক কালতে আনিছিল আৰু সম্ভৱতঃ সংসাৰৰ প্ৰস্তৰ যুগতেই, খনিজ পদাৰ্থ পোৱাৰ আগতেই, মানুহে বাচন তৈয়াৰ কৰি তাক পগোৱা কথাও জানিছিল। মিচৰৰ ফিৰাওনৰ সময়ৰ মাটিৰ বাচন আৰু বাবুলত খোৱা-লোৱাৰ বাচনৰ সৈতে বহুতো পকা ইটা পোৱা হৈছিল। ফিৰাওনৰ ৰাজত্ব কালত মিচৰৰ মানুহে যি তাবুতত ( মৰা শ থোৱা বাকচ ) মৰা শ 'মমী' কৰি ৰাখিছিল সেইবোৰ মাটিৰেহে সজা হৈছিল। সেয়েই নহয়, পুৰণি পৃথিৱীয়ে মাটিৰ পাত্ৰ আৰু গুটটীৰেই বহুদিনলৈ কাগজৰ কাম চলাইছিল।

হিন্দুস্তানবাসীয়েও প্ৰাচীন কালৰপৰাই এই শিল্প জানিছিল আৰু আদিম কালৰ ওলোৱা বাচনৰপৰা জনা যায় যে ইয়াতো এই কলাই অইন ঠাইতকৈ কম প্ৰগতি কৰা নাছিল। বিশেষকৈ মূৰ্ত্তি পূজাই হিন্দু সকলৰ মাজতো মাটিৰ মূৰ্ত্তিৰ ভেটি সাজিলে। এই ক্ষেত্ৰত নিতৌ প্ৰগতি হৈ থাকিল আৰু কুমাৰৰ এটা জাতিৰেই ইয়াত জন্ম হ'ল যি সকলৰ বংশ আৰু পৈতৃক ব্যৱসায়েই আছিল মাটিৰ বাচন আৰু পুতলা সজাই পগোৱা।

দিল্লীত ইছলাম ৰাজত্ব কালত সাধাৰণ কুমাৰতকৈ বেছি প্ৰগতিশীল 'কাসগৰ'ৰ এটা নতুন দল উলিয়ালে যিসকল মুছলমান আছিল। এওঁলোকে বাচনৰ লগতে পুতলাও সাজিছিল আৰু যদিও ইছলাম

ধৰ্মত মূৰ্ত্তি সজা নিষেধ, কিন্তু কাসগৰ সকলৰ জীৱিকাৰ উপায়েই যেতিয়া এই কাম আছিল, সেয়ে কিছু পৰিমাণে পুতলা সাজি বিক্ৰী কৰিবলৈ বাধ্য হৈ পৰিছিল। মুছলমান কাসগৰ সভ্যতা আৰু শিষ্টতা তথা শিল্পৰ ক্ষেত্ৰত কুমাৰতকৈ বেছি প্ৰগতিশীল আছিল।

মুছলমান বিষয়া সকলে দিল্লীৰ পৰা এই কাসগৰ সকলক নিজৰ লগতেই লক্ষ্ণৌলৈ আনিলে আৰু এওঁলোকৰ চখৰ কাৰণেই এই উদ্যোগৰ ইয়াত আৰু বেছি প্ৰগতি হ'ব ধৰিলে। এনেদৰে কুমাৰ আৰু কাসগৰ দুয়োই আপোন কামত সেই চাতুৰ্য্য আৰু কৌশল দেখুৱাব আৰম্ভ কৰিলে যি এজন চিত্ৰকৰে চিত্ৰ অকাঁত আৰু কৰিয়ে কবিতা ৰচনা কৰাত দেখুৱায়।

সৌভাগ্যবশতঃ লক্ষ্ণৌৰ মাটি এই শিল্পৰ কাৰণে খুব উপযোগী প্ৰমাণিত হ'ল, যিয়ে কাৰিগৰ সকলক আপোন কৌশল দেখুৱাবলৈ সুবিধা দিলে আৰু বাচন আৰু পুতলা দুয়ো বিধে এনে ধৰণৰ তৈয়াৰ হ'ব ধৰিলে যি আন ক'তো তৈয়াৰ হ'ব নোৱাৰিছিল। বাচনৰ ক্ষেত্ৰত এনে উন্নতি হ'ল যে এনে পাতল, সূক্ষ্ম, পৰিষ্কাৰ আৰু লগতে ধুনীয়া বাচন ইয়াত তৈয়াৰ হৈছিল যে তেনে আন ক'তো পাব পৰা নগৈছিল। অমৰদেহৰ মাটিও এই কামৰ বাবে বেছি উপযুক্ত আছিল, সেয়ে তাতো এই শিল্পৰ খুব বিকাশ হ'ব ধৰিলে আৰু তাৰ শিল্পীৰ বাচন, ফুলদান আৰু লক্ষ্ণৌৰ বাচনৰ তৈয়াৰী কাৰ্য্যত পাৰ্থক্য আছে আৰু প্ৰায় মানুহৰে এনে ধাৰণা যে লক্ষ্ণৌৰ শিল্পী সকলৰ কাম সৌন্দৰ্য্য-প্ৰেমী মানুহৰ চকুত শ্ৰেষ্ঠতম।

সাধাৰণ বস্তুৰ ভিতৰত লক্ষ্ণৌৰ কলহ আৰু বধনিয়া (বাচন বিশেষ) সমগ্ৰ হিন্দুস্তানৰ কলহ আৰু বধনিয়াতকৈ পাতল আৰু ধুনীয়া। কলহৰ ঘূৰণীয়া বেৰ একেবাৰে নিখুঁত। বধনিয়াঁ তামৰ লোটাৰ আকৃতিৰ লগত বহুখিনি মিলে। বাচনৰ ভিতৰত মাটিৰ বাচন ইয়াতকৈ ভাল সম্ভৱতঃ আন ক'তো নাপাব। কিন্তু যিহেতু মাটিৰ বাচনত খোৱা পৰম্পৰা একেবাৰে উঠি গ'ল, সেয়ে কুমাৰো সেই শিল্পৰপৰা উপেক্ষিত হ'ব ধৰিলে—কিন্তু যিবোৰ বাচনত ইয়াৰ কাসগৰ-

সকলে তেওঁলোকৰ পাৰ্গতালি দেখুৱালে সেইবোৰ হ'ল আবখোৰে চুৰাহী, বাঁধবিয়া আৰু হোকা আৰু ইয়াৰ পিছত ক্ষীৰ পখোৱা হাড়ী।

আবখোৰে পানী খোৱা বাচন। যদিও আইনা আৰু তাম চীনা মাটিৰ পাতল, ধুনীয়া, মনোমোহা গিলাচ আৰু মোৰাদাবাদ আদিৰ গিলাচ আৰু বাটি বহুত বেছি প্ৰচলিত, তথাপি হিন্দুস্তানত গৰমৰ এনে এটা সময় আছে যেতিয়া মাটিৰ আবখোৰেৰে বাহিৰে অইন কোনো বাচনতে পানীয়ে শান্তি দিব নোৱাৰে। এই কাৰণেই যে ইয়াত পানী ঠাণ্ডাই থাকে আৰু তাৰ ঠাণ্ডাৰেই হাত আৰু ওঁঠৰ শুকতাই ইমান শান্তি পায় যি অইন কোনো বস্তুৰ দ্বাৰা পাব নোৱাৰি। ইয়াৰ বাহিৰেও মাটিৰ নতুন আবখোৰেত এনে এটা সুগন্ধ থাকে যাৰ দ্বাৰা আত্মা শীতল হয় আৰু যিহৰ চখে ইয়াত মাটিৰ ইত্ৰ আৱিষ্কাৰ কৰিলে। অৰ্থাৎ এই আৱশ্যকতাই আবখোৰেক বচাই ৰাখিলে আৰু ইয়াত নানা ধৰণৰ সৌন্দৰ্য্য বিকশিত হ'ল। ইমান সুক্ষ্ম, পাতল আবখোৰে তৈয়াৰ হ'ল যে ইয়াক কাগজী বুলি কোৱা হ'ল আৰু ই ইমান পাতল হ'ল যে আয়নাৰ গিলাচৰ সুকুমাৰতাতকৈ ইয়াৰ মাটিৰ আবখোৰেৰ সুক্ষ্মতাই পৰাজিত কৰিলে। পাছত তাৰ ওপৰত চিত্ৰ আদি সজাই বালিৰ আৰু এটা পৰত পেলাই দিয়া হয় যাতে পানীক বেছি ঠাণ্ডাকৈ ৰাখে। ইয়াৰ দৰেই ইয়াৰ লগৰ কাঁহী সজা হ'ল। শেষত আবখোৰেৰ তৈয়াৰী এনে সুন্দৰ আৰু চিত্তাকৰ্ষক হৈ পৰিল যে দেখিলেই মন আনন্দিত হৈ উঠে আৰু কালে এই কথা স্বীকাৰ কৰিব লগীয়া হ'ল যে মানুহৰ কৌশলে যি প্ৰসিদ্ধি গলি যোৱা ধাতুৰ ব্যৱহাৰ কাৰ্য্যত দেখুৱালে তাকেই মাটিৰেই দেখুৱাব পৰা যায়।

আবখোৰেৰে পিছত পানী খোৱা আৰু তাক ঠাণ্ডা কৰি ৰখা বাচনৰ ভিতৰত চুৰাহী আছে। চুৰাহী বহু পুৰণি বস্তু, যাৰ প্ৰচলন পুৰণি কালত ইৰাণ আৰু মিচৰতো আছিল। কিন্তু লক্ষৌৰ চুৰাহী মাটিৰ বিশেষত্ব আৰু শিল্পীসকলৰ পৰিষ্কৃত ৰুচিৰ কাৰণে ধুনীয়া কাগজী আৰু বহুতো পাতল হৈ পৰিল আৰু পিছত তাৰ আকাৰো এনে সুন্দৰ

হৈ পৰিল এই দুয়ো কথাতেই ক’ৰো চুৰাহীয়ে ইয়াৰ সমকক্ষ হ’ব নোৱাৰে। ইয়াৰ মুখ অইন কোনো ঠাইতে দেখা নাপায়। বাৰখিয়াও এনে পাতল আৰু সূক্ষ্ম। তাৰ পেট চুৰাহীৰ দৰে কিন্তু তাৰ ওপৰত দীঘল গলৰ সলনি এটা মুইঁগৰ লগোৱা হয়। কাম আৰু সুকুমাৰতাৰ দিনৰ পৰা ইও চুৰাহীতকৈ কম নহয়।

হোকাৰো ঠাণ্ডাৰ খুব আৱশ্যক, যাতে ঠাণ্ডা ধোঁৱা আহে। মাটিৰ কাগজী হোকা ইয়াত এনে সুন্দৰ আৰু মনোমোহা ধৰণে সজায় যে অইন ক’তো পোৱা নাযায়। পিছত নতুন কৈ ব্যৱহাৰ কৰা হোকাৰ ধোঁৱাত ঠাণ্ডা আৰু সুকুমাৰতাৰ লগে লগে নতুন মাটিৰ এনে সুন্দৰ গোন্ধ ওলাই যে ছাহী ৰাজত্বৰ সময়ত এই হোকাৰ বাহিৰে অইন হোকাত বৰ বৰ ধনী সকলে একো আনন্দ নাপাইছিল। অজীম উল্লাহ সাঁই ইয়াত সৌন্দৰ্য্যৰ আৰু সুকুমাৰতা আনি দি অজীম উল্লাহ খানী হোকা নামেৰে নিজৰ স্মৃতি এৰি গ’ল যি আজিও মাটিৰ সকলো প্ৰকাৰৰ হোকাতকৈ ভাল, পাতল আৰু লোকপ্ৰিয়। মই এবাৰ লণ্ডনৰ ৰাজকবি লৰ্ড টেনিচনৰ বিষয়ে শুনিছিলোঁ যে তেওঁ মাটিৰ বগা পাইপ ইমান ভাল পাইছিল আৰু তেওঁৰ কবি হৃদয় নতুন পাইপৰ এনে প্ৰেমী আছিল যে সমুখত এটা খৰাহীত নতুন আৰু ব্যৱহাৰ নকৰা পাইপ ভৰাই থোৱা আছিল। তেওঁ এটা পাইপ লৈ তাত তামথু ভৰাই, খায় আৰু কেইমিনিট মানৰ পিছতেই ভাঙি অন্য এটা খৰাহীত পেলাই দিয়ে। আকৌ প্ৰয়োজন হলে অন্য এটা পাইপ আনে আৰু কেইটানমান খোৱাৰ পিছত আকৌ ভাঙি পেলাই দিয়ে। মোৰ ধাৰণা যে লৰ্ড টেনিচনে যদি লক্ষ্ণৌৰ অজীম উল্লাহ খানী হোকা পালে হেঁতেন সেই মাটিৰ পাইপ পাহৰি পেলালেহেঁতেন এই কাৰণেই যে ইয়াৰ ধোঁৱাত যি ঠাণ্ডা সুকুমাৰতা আৰু বিশেষত্ব আছে তাৰ অকণমানো মাটিৰ পাইপত নাই। ৰান্ধিবলৈ সকলো ঠাইতেই হাড়ী তৈয়াৰ হয়, কিন্তু লক্ষ্ণৌৰ হাড়ী তামৰ টৌৰ যেনে আচল নকল তেনে আৰু ক’তো নাই। বিশেষকৈ ক্ষীৰ আদি বিলাবলৈ তৈয়াৰ কৰা গোলাপী হাড়ীবোৰ। আবখোৰে আৰু চুৰাহীৰ নিচিনা ইও কাগজৰ

কৰে আৰু খুব ধুনীয়াকৈ সজা। এই বোৰত এতিয়া প্ৰায়েই সৌন্দৰ্য্য প্ৰেমী ধনী ব্যক্তিয়ে গিলৌৰীও থয়; এই কাৰণেই যে গৰমৰ দিনত খাসদান গৰম হৈ উঠে আৰু ফলত গিলৌৰীও গৰম হয়। কিন্তু এই হাড়ীবোৰত এনে ঠাণ্ডা থাকে আৰু তাৰপৰা এনে মহমহীয়া সুগন্ধি ওলায় যে ই খুব আনন্দদায়ক হৈ উঠে। কিন্তু বাচনতকৈ বেছি প্ৰসিদ্ধি কুমাৰ সকলে পুতলা আৰু মাটিৰ মূৰ্ত্তি সজাত দেখুৱাইছিল। মূৰ্ত্তি-কলা মূৰ্ত্তি-পূজাৰ কাৰণে বহুতো পুৰণি। মিচৰীয়, বাবুল, ইৰাণ গ্ৰীচ আৰু ৰোম সকলোৱে নিজ নিজ যুগত এই কলাত চমৎকাৰ দেখুৱাইছিল যাৰ নমুনা আজিও বিখ্যাত যাদুঘৰবোৰত দেখিবলৈ পোৱা যায়। বিশেষকৈ গ্ৰীক সকলে শিলৰ মূৰ্ত্তি কটাত আৰু শৰীৰৰ অংগৰ অনুপাত ঠিককৈ ৰখাত এনে পাৰ্গতালি দেখুৱাইছিল যে আজি বহু উন্নতি কৰা যুগ সত্বেও তেওঁলোকৰ কৌশল দেখি আচৰিত হোৱা যায়, আৰু তেওঁলোকে সজা মূৰ্ত্তি আজিও মূৰ্ত্তিকাৰ আৰু চিত্ৰকাৰৰ কাৰণে সৰ্বশ্ৰেষ্ঠ আদৰ্শ বা মানক ৰূপ বুলি ভাবে। কিন্তু মাটিৰ পুতলা সজাত যি কাৰিগৰী ইয়াৰ অশিক্ষিত কুমাৰে দেখুৱাইছিল সি য়ুনানীৰ প্ৰসিদ্ধিতকৈ কোনো গুণে কম নহয়। তেওঁলোকে মানুহক চাই, সেই সম্পূৰ্ণ মূৰ্ত্তিটো যিমান ডাঙৰ, তেনে জোখৰ অংগ প্ৰত্যংগেৰে সাজি তোলে। পাছত সেই মূৰ্ত্তিত প্ৰত্যেক বৰ্গৰ আৰু সকলো প্ৰকাৰ মানুহৰ এনে চিত্ৰ তৈয়াৰ কৰে যি প্ৰায় অবিকল হৈ উঠে। তেওঁলোকৰ এই কলাকাৰিতাৰপৰা তেওঁলোকৰ কাব্যগত ক্ষমতাৰ আৰু মধুৰ কল্পনাৰো উমান পোৱা যায়। দেৱালীত হিন্দু সকলে বহুত পুতলা কিনে আৰু বিলাই দিয়ে আৰু এই আৱশ্যকতাৰ কাৰণে প্ৰত্যেক বছৰে এই সময়ত কুমাৰ সকলে নিজৰ শিল্পত নতুন নতুন আৱিষ্কাৰ আৰু সূক্ষ্ম মনোভাৱনা প্ৰকাশ কৰিবলৈ একোটা সুযোগ পায়।

এই কুমাৰ সকলে যিবোৰ মূৰ্ত্তিৰ বেলেগ বেলেগ গ্ৰুপ আৰু চেট তৈয়াৰ কৰে, সিবোৰ সঁচাকৈয়ে চাবলগীয়া। ইংৰাজী বেণ্ড, বেশ্যা আৰু ভাৱৰীয়াৰ দল, পুৰণি নবাবৰ মহফিল, বিয়াৰ দৰবাৰ আৰু

শিল্পী সকলৰ দল বিশেষভাৱে উল্লেখনীয়। এবাৰ প্ৰদৰ্শনীৰ সময়ত ইয়াৰ এজন কুমাৰে এখন হিন্দুস্তানী গাঁও সাজিছিল—যাৰ বাসিন্দাৰ ভিতৰত দোকান আৰু ঘৰৰ মাজে মাজে বিভিন্ন মানুহৰ চলা-ফিৰা বলদ-গাড়ী পাৰ হোৱাৰ পাছত, পথাৰত খেতিয়কে হাল বোৱা, আৰু দোঙেৰে খেতিত পানী সিঁচা কথা দেখুৱাইছিল। দোঙত পানী বোৱা আৰু তাৰ উঠা সৰু সৰু ঢৌবোৰ পৰ্য্যন্ত দেখুৱাইছিল আৰু এই বস্তু বিশেষভাৱে দেখুৱা হৈছিল যে যি বলদ হাল গৈ আছিল সিহঁত বৰ দুৰ্বল আৰু সিহঁতৰ কামি হাড়বোৰ একেবাৰে জকজকীয়াকৈ দেখা গৈছে এই দৰে শাহী শাসন কালৰ লক্ষ্ণৌত এখনি চিত্ৰও মই দেখিছিলোঁ য'ত সেই সময়ৰ আবাদী আৰু গলি, দলং আদিৰ ছবি দেখুওৱা হৈছিল। কিন্তু দুখৰ কথা যে এই সকলো শিল্পকলা এক উৎসাহত দুই চাৰিদিন দেখা দি নোহোৱা হৈ যায়। আৰু এনে কোনো ঠাই নাই য'ত এই সকলো শিল্পৰ নমুনা সুৰক্ষিত কৰি ৰখা হৈছে। লণ্ডনত 'মেডাম টসাডস একৃজিবিচন' নামেৰে এটি মমৰ ছবিৰ যাদুঘৰ আছে য'ত সকলো ধৰণৰ পূৰ্ণাবয়ব চিত্ৰ এই যুগৰ মহান লোক সকলৰ আৰু যি সকল শিল্প ক্ষেত্ৰত চমৎকাৰিতা দেখুৱাইছিল তেওঁলোকৰ ছবি থুপাই থোৱা আছে। কিছুমান এনে মূৰ্ত্তি আছে যে—যি কোনো এটি মূৰ্ত্তি দেখি ভুল হৈ নোযোৱাটো সম্ভৱ নহয়। যদি এনে এই মাটিৰ মূৰ্ত্তিবোৰৰ সংগ্ৰহালয় এটা আমাৰ ইয়াতো কৰা হয় আৰু তাত সকলো কুমাৰৰ কাৰিগৰী সংগ্ৰহ কৰা হয়, তেনেহলে মোৰ বিশ্বাস যে এই শিল্প বিকাশৰ বাবে ই মঙ্গলজনক কাম হ'ব এনেয়ো লাভজনক কাম হ'ব। তাত প্ৰৱেশ কৰাৰ বাবে এটি টিকিট ৰাখিব পাৰি আৰু মোৰ মতে বাহিৰৰ কোনো পৰ্য্যটকে ইয়াক নোচোৱাকৈ নাযাব। কিন্তু বেয়া কথা হ'ল এই যে আমাৰ নিজৰে কোনো চখ বা ৰুচি নাই আৰু সকলো কথাতে আমি চৰকাৰৰ মুখাপেক্ষী হওঁ। যদি কোনো ঐশ্বৰ্য্যশালী ব্যক্তিৰ বিলাসৰ সলনি ইয়াৰ চখ হয় তেনেহলে তাৰ পৰা তেওঁৰ কিমান খ্যাতি হ'ব আৰু দেশৰ কি সেৱা হ'ব তাক কোৱাটো নিৰৰ্থক।

যাদুঘৰবোৰত এনে ধৰণৰ পুতলা প্ৰায়েই সংগ্ৰহ কৰি দিয়া হৈছে কিন্তু ই তেনেই সীমিত সংখ্যাৰ আৰু লক্ষ্ণৌত এই শিল্পৰ তথ ইমানেই নহয় যে অইন দুৰ্লভ আৰু বিস্ময়জনক বস্তুৰ লগত কেইটামান পুতলাও থৈ দিয়া হওক। ইয়াত পুতলা আৰু মাটিৰ মূৰ্ত্তিৰ নিয়মিত প্ৰদৰ্শনী হোৱা উচিত।

## ভাৰত—দেশ আৰু দেশবাসী

1. অসমীয়া সাহিত্য—হেম বৰুৱা 5.75
2. অসমৰ জনজাতি—সত্যেন বৰকটকী 6.25

## ৰাষ্ট্ৰীয় জীৱনচৰিতমালা

3. গুৰু নানক—গোপাল সিং 2.25
4. শঙ্কৰদেৱ—মহেশ্বৰ নেওগ 2.00
5. কাজি নজৰুল ইচলাম—বসুধা চক্ৰৱৰ্ত্তী 2.50

## আদান প্ৰদান

6. কথা পাওহাৰ—হৰভজন সিংহ 4.25
7. তাচৰ ঘৰ—মুপ্পাল ৰঙ্গনায়কম্মা 4.00
8. মৰাই যোৱা ছবি—ভগৱতী চৰণ বৰ্ম্মা 9.00
9. কথা ভাৰতী : তামিল কাহিনী—মী. প. সৌমসুন্দৰম্ 4.00
10. কথা ভাৰতী : হিন্দী কাহিনী—নামৱৰ সিংহ 6.50
11. বগা তেজ—নানক সিংহ 6.25
12. কবি—তাৰাশঙ্কৰ বন্দ্যোপাধ্যায় 6.00